EHEJA NISHAR SADHU : Assamese translation by Kirtinath Hazarika of *One Thousand Nights and One*—being the one-volume abridged version by Richard Burton of the original Arabic classic, ALIF LAILA. Sahitya Akademi, New Delhi. Price Rs. 18·00



প্ৰথম প্ৰকাশ
১৯৭৩ চন

সাহিত্য-অকাদেমিৰ হৈ
সাহিত্য-প্ৰকাশৰ (গুৱাহাটী—৩) দ্বাৰা প্ৰকাশিত

মূল্য ঃ ১৮.০০ টকা

মুদ্ৰক ঃ
ট্ৰিবিউন প্ৰেছ
গুৱাহাটী—৩

# পাতনি

সাধুকথা শুনাৰ হেঁপাহ যে মানুহৰ কিমান প্ৰবল তাৰ উদাহৰণৰূপে আৰবৰ এহেজাৰ এনিশাৰ সাধুৰ সূত্ৰপাত উল্লেখ কৰিব পাৰি। সমগ্ৰ প্ৰাচ্য ভূখণ্ডতে এই অনুভূতিৰ প্ৰবলতা দেখা যায়। ভাৰতৰ বৃহৎ কথা সংগ্ৰহৰপৰা আৰম্ভ কৰি শুক-সপ্ততিলৈকে কথা-আখ্যান এই প্ৰসঙ্গত উল্লেখযোগ্য।

আৰবৰ 'এহেজাৰ এনিশাৰ সাধু' পৃথিৱীবিখ্যাত। কেবাশ বছৰ ধৰি এই সাধুকথা সংগ্ৰহে মানুহৰ কৌতূহল সৃষ্টি কৰি আহিছে আৰু মনোবিনোদন সাধন কৰিছে। বিৰাট কলেৱৰৰ মূল আৰবী ভাষাৰ এই গ্ৰন্থখনৰ ঊনবিংশ শতকৰ দ্বিতীয়াৰ্দ্ধত ফৰাচী ভাষালৈ অনুবাদ হয়। ইউৰূপীয় ভাষাত এয়ে প্ৰথম অনুবাদ। অনুবাদ কৰে ডঃ জে. চি. মাৰ্দ্ৰাচে। ( Dr. J. C. Mardrus ) এয়ে গ্ৰন্থখনিৰ মূলানুগ পূৰ্ণাঙ্গ ভাঙনি। অৱশ্যে ইয়াৰ আগতে সাধুকথাৰূপে স্থসংক্ষিপ্ত ভাঙনি আৰু বিছিন্নৰূপে সদাগৰ চিন্দবাদৰ সমুদ্ৰযাত্ৰা আৰু আল্লাউদ্দিনৰ অলৌকিক বন্তিৰ সাধু প্ৰচাৰ হৈছিল। ডঃ মাৰ্দ্ৰাচৰ ফৰাচী ভাঙনিৰ পৰা ইংৰাজী অনুবাদ কৰে পৱইজ মেথাৰে ( Pawys Mether ) চাৰিখণ্ডৰ এই ইংৰাজী ভাঙনি প্ৰকাশ হয় বিংশ শতকৰ তৃতীয় দশকত।

অৱশ্যে ইয়াৰ বহুত আগতে বাৰ্টনে ( Burton ) এহেজাৰ এনিশাৰ সাধুৰ সংক্ষিপ্ত সংস্কৰণ এটা প্ৰকাশ কৰে ; কিন্তু প্ৰকাশৰ লগে লগে গ্ৰন্থখনৰ বিৰুদ্ধে অশ্লীলতাৰ অভিযোগ উঠে। পিছত অৱশ্যে পৰিমাৰ্জিত সংস্কৰণ এটা তেওঁ প্ৰকাশ কৰে।

ভাৰতত ১৮৩৯-৪২ চনতে কলিকতাৰপৰা মূল গ্ৰন্থখন Macnaghten এ প্ৰকাশ কৰে।

পৱইজ মেথাৰৰ ভাঙনিত মূল আৰবী কবিতাসমূহৰ (কিছুমান প্ৰক্ষিপ্ত) ইংৰাজী ভাষাত কবিতাৰ ৰূপ দিয়া হৈছে। তাৰে কিছুমান পঞ্চদশ-ষোড়শ শতকৰ

কোনো কোনো অজ্ঞাত নামা ইংৰাজ কবিৰ যৌন আবেদনমূলক কবিতাৰ সমধৰ্ম। চেক্সপিয়েৰৰ দুই এটা চনেটো এই প্ৰসঙ্গত তুলনীয়।

বাৰ্টনৰ ভাঙনিত এই কবিতাখিনি বাদ পৰিছে ; নৰ-নাৰীৰ বিশদ সৌন্দৰ্য্য বৰ্ণনা, তেওঁলোকৰ মিলন আৰু যৌনক্ৰিয়াৰ ঘনিষ্ঠ বৰ্ণনা, ধৰ্ম্মীয় ব্যাখ্যামূলক অংশ আৰু সাথৰ আৰু তাৰ দীঘলীয়া উত্তৰো সন্নিবিষ্ট হোৱা নাই। বাৰ্টনৰ ইংৰাজী গ্ৰন্থৰ আধাৰতে এই অসমীয়া ভাঙনি যুগুত কৰা হৈছে। গতিকে অসমীয়া ভাঙনিত সাধুকথাৰ মূল গা গছডালহে আছে ; ই শাখা প্ৰশাখা আৰু পত্ৰ-পুষ্পে সুশোভিত হৈ বিৰাজ কৰা নাই।

'এহেজাৰ এনিশাৰ সাধু' পৰম দয়াশীল আল্লাৰ নামত আৰম্ভ কৰা হৈছে। আৰম্ভণিত উদ্দেশ্যৰ কথাও এইদৰে কোৱা হৈছে।

"—পুৰণি কালৰ মানুহৰ বুৰঞ্জী অধ্যয়ন কৰি তেওঁলোকৰ কি দশা মিলিল, সেই বিষয়ে জানিব পাৰি আৰু সেয়ে মানুহক নিয়ন্ত্ৰিত আৰু সংযত কৰি ৰাখে।"

শাৰিয়াৰ আৰু শাহজামান—এই দুজন চুলতান ককাই-ভাইৰ চৰিত্ৰক কেন্দ্ৰ কৰি এহেজাৰ-এনিশাৰ সাধু ৰচিত। স্ত্ৰীৰ ব্যভিচাৰ আৰু প্ৰবঞ্চনাত শাৰিয়াৰৰ অন্তৰত প্ৰতিশোধ স্পৃহা জাগি উঠে। সেই প্ৰতিশোধ কেৱল অপৰাধিনী নাৰীতে সীমাবদ্ধ নাথাকি নাৰী-বিদ্বেষ আৰু সমগ্ৰ নাৰী জাতিৰ প্ৰতি ঘৃণাত পৰিণত হয়। প্ৰৌড়িন্ন যৌৱনা মন্ত্ৰী–কন্যাই শাৰিয়াৰৰ কণ্ঠলগ্না হৈ এহেজাৰ-এনিশা (দুবছৰ ন মাহ) সাধু কৈ কেনেকৈ নাৰীবিদ্বেষ আৰু ঘৃণা, প্ৰেম আৰু মৰমত পৰিণত কৰিলে, সেই কথাৰ লগত অলেখ আখ্যান-উপাখ্যান, লৌকিক-অলৌকিক কাহিনী যোগ হৈ গ্ৰন্থৰ কলেৱৰ পৰিপুষ্ট কৰিছে। ইয়াৰ কোনো কোনো কথাবস্তুৰ মিল অন্য ঠাইতো দেখা যায়।

এই গ্ৰন্থত যাদুবিদ্যাৰ সৌন্দৰ্য্যলোক, ভূত-প্ৰেত-অপ্সৰা আদিৰ উন্মুক্ত জীৱন-যাত্ৰা, জীৱ-জন্তুৰ মানুহৰ সৈতে সম্পৰ্ক, সুন্দৰ ৰাজকুমাৰ, যৌৱনদীপ্তা ৰাজকুমাৰী, সম্ভ্ৰান্ত ইমাম, গহীন কাজী, চতুৰ সদাগৰ আদিৰে পৰিপূৰ্ণ এখন সম্পূৰ্ণ মধ্যকালীন প্ৰাচ্য জগৎ চকুৰ আগত জিলিকি উঠে। মনোমুগ্ধকৰ বৰ্ণনাৰ বাহিৰেও অলৌকিকতা আৰু ব্যঙ্গই সমকালীন আৰু স্মৃতিপটত বিৰাজিত সমাজ এখনৰ চিত্ৰ দাঙি ধৰে।



'এহেজাৰ এনিশাৰ সাধু' স্থূল ব্যঙ্গ বা অমাৰ্জিত শৈলীৰে অশ্লীল হৈ পৰিছে বুলি উঠা সমালোচনাৰ যুক্তিযুক্ততা কম। এজন ইংৰাজ সমালোচকে কৈছে-- "ইউৰোপীয় লোকৰ বৈঠকখানাত ব্যৱহাৰ নোহোৱা শব্দ বা বাক্যাংশৰ প্ৰয়োগ থাকিলেই তাক অশ্লীল বুলিব নোৱাৰি।"

এহেজাৰ এনিশাৰ সাধুৰ অসমীয়া ভাঙনি প্ৰায় বাৰ বছৰমান আগতে যুগুত হয় যদিও নানা কাৰণত প্ৰকাশ নোহোৱাকৈ আছিল। সম্প্ৰতি পুথিখনি অসমীয়া পাঠক সমাজলৈ আগবঢ়াবলৈ পাই আমি সুখী হৈছোঁ।

শ্ৰীকীৰ্ত্তিনাথ হাজৰিকাদেৱে কৰা অসমীয়া ভাঙনি সুখপাঠ্য হ'ব বুলি আশা কৰিছোঁ। ইতি

'ঋতায়ন' বিশ্বনাৰায়ণ শাস্ত্ৰী
গুৱাহাটী—৩ আহ্বায়ক, অসমীয়া উপদেষ্টা
১৫.৭.৭২ পৰিষদ, সাহিত্য অকাদেমি,

## অনুবাদকৰ দুআষাৰ

যুগৰ বিৱৰ্তনে আজিৰ আৰব-জগতক নিঃস্ব কৰি পেলালে। কিন্তু একালত আৰব-জগত গৌৰৱমণ্ডিত স্থিতি এটাত আছিল। ইৰাকৰ বাগদাদ এসময়ত শিক্ষা-সংস্কৃতি-জ্ঞানৰ কেন্দ্ৰ স্বৰূপ আছিল। আনকি দ্বাদশ শতিকাৰ শেষ ভাগতো ইৰাকৰ নগৰসমূহ জ্ঞানৰ পীঠ স্বৰূপ আছিল। কিন্তু তাৰ পৰা তিনিশ বছৰৰ মূৰত অট'মান সাম্ৰাজ্যৰ শক্তিৰ চকৰীৰ তলত সেই সমৃদ্ধি নিঃশেষ হৈ গ'ল।

৮০৯ খৃষ্টাব্দত জীৱন-বন্তি নুমাই যোৱা প্ৰসিদ্ধ খলিফা হাৰুন-অল-ৰছিদৰ আমোলত বাগদাদত সোণালী যুগ এটা প্ৰতিষ্ঠিত হৈছিল। সেই সময়ত সাহিত্যৰো বিশেষ অগ্ৰগতি হৈছিল। বাগদাদ নগৰী বুলিলেই মনত পৰে 'আলুফ লাইলা ৱা লাইলা' (বা 'এহেজাৰ এনিশাৰ সাধু')—নামৰ অনুপম কাহিনীবাজিলৈ। এইবোৰ কাহিনীৰ ভিতৰৰে কিছুমানত খলিফা হাৰুণ-অল-ৰছিদৰ নামো উল্লেখ কৰা হৈছে। কিন্তু সৰ্বযুগতে সমাদৃত হোৱা এই কাহিনীবোৰ অকল সেই যুগতে সৃষ্টি হোৱা নাছিল ; যুগে যুগে মানুহৰ মুখে মুখে বাগৰি অহা এই কাহিনীবোৰ অনুক্ৰমে সঞ্চিত ভৰালৰ পৰা সমৃদ্ধ হৈ আহিছিল। কিছুমানৰ মতে মূল কাহিনীবোৰ পুৰণি পাছিয়ান ভাষাৰ পৰা অনুদিত হৈছিল আৰু পিচত বাগদাদ আৰু মিছৰৰ নানান কাহিনীও তাৰ লগত সন্নিৱিষ্ট হৈছিল। কিন্তু 'এহেজাৰ এনিশাৰ সাধু'ৰ মূল ৰচক কোন আৰু কোন সময়ত ৰচিত হৈছিল--তাৰ প্ৰমাণসিদ্ধ পৰিচয় ওলোৱা নাই।

'আৰব্যোপন্যাস' বা 'এহেজাৰ এনিশাৰ সাধু' নামৰ কাহিনীবাজিয়ে গোটেই পৃথিৱীতে সমাদৰ লাভ কৰিছে। পৃথিৱীৰ নানান ভাষালৈ এই কাহিনীবাজি অনুবাদ কৰা হৈছে। ইংৰাজী ভাষালৈ ই-ডব্লিউ-লেন নামৰ এজনে ১৮৪১ চনত অনুবাদ কৰে। পিচে 'এহেজাৰ এনিশাৰ

সাধু'ক হুবহু একে রূপত ইংৰাজী ভাষাত দাঙি ধৰে—ছাৰ বিচার্ড বার্টনে। ১৮৯০ চনত মৃত্যু হোৱা ছাৰ বিচার্ড বার্টনে সুদীৰ্ঘ কাল আৰবজগতত ভ্ৰমণ কৰি এই কাহিনীবোৰ সংগ্ৰহ কৰিছিল। তেওঁ ২৯টা ভাষা জানিছিল। সেই জ্ঞানৰ সহায়তে তেওঁ পূৰ্ণাঙ্গ ৰূপত বহুতো খণ্ডত 'এহেজাৰ এনিশাৰ সাধু' ১৮৮৫-৮৬ চনৰ ভিতৰত প্ৰকাশ কৰে।

অসমীয়া ভাষাতো আৰব্যোন্যাসৰ সংক্ষিপ্ত কিতাপ এখন বহুত বছৰৰ আগতে প্ৰকাশ হৈছিল—এতিয়া সেইখন কিতাপ দুষ্প্ৰাপ্য হৈ পৰিল। 'সাহিত্য অকাদেমি'য়ে অসমীয়া ভাষাত এই কাহিনী পুনৰ দাঙি ধৰাৰ বাবে ব্যৱস্থা হাতত লোৱাটো সন্তোষৰ কথা। 'সাহিত্য একাদেমি'ৰ উদ্যোগতে ছাৰ বিচার্ড বার্টনৰ 'এহেজাৰ এনিশাৰ সাধু'ৰ সংক্ষিপ্ত ভাষ্য এটি অনুবাদ কৰাৰ ভাৰ পোৱাত সেই কাম ১৩ বছৰ মানৰ আগতে শেষ কৰি পাণ্ডুলিপি যথাস্থানত দাখিল কৰা হৈছিল। কিন্তু নানান কাৰণত কিতাপখনে প্ৰকাশৰ মুখ দেখা নাছিল। এতিয়া 'সাহিত্য-প্ৰকাশ' প্ৰতিষ্ঠানে সেই দায়িত্ব লোৱাত মোৰ কষ্ট সাৰ্থক হ'ল বুলি ভাবিলো।

ছাৰ বিচার্ড বার্টনৰ মূল কিতাপৰ প্ৰতি অনুবাদৰ সময়ত অবিচাৰ কৰা নাই বুলি পঢ়ুৱৈ সমাজে যদি অনুভৱ কৰিব পাৰে—তেন্তে সেয়ে মোৰ কাৰণে অমূল্য ধন হ'ব। অনুবাদৰ দায়িত্ব মোৰ হাতত দিয়াৰ বাবে সাহিত্য অকাদেমিলৈ আৰু কিতাপখন প্ৰকাশ কৰাৰ বাবে সাহিত্য-প্ৰকাশলৈ কৃতজ্ঞতা প্ৰকাশ কৰিলো। ইতি

বিনীত
কীৰ্ত্তিনাথ হাজৰিকা
গুৱাহাটী

২৮।১০।৭১

# সূচী

# দয়াশীল আল্লাৰ নামত

আমাৰ আগতে ইহ সংসাৰৰ পৰা বিদায় লোৱা লোকসকলৰ কথা আৰু কামেই আমাৰ আজিৰ যুগৰ মানুহৰ কাৰণে প্ৰকৃততে আদৰ্শ আৰু উদাহৰণ ৰূপে পৰিগণিত হৈ পৰিল। আন মানুহ কেনেদৰে গৰিহণাৰ পাত্ৰ হবলগীয়া হৈছিল, সেই কথালৈ লক্ষ্য ৰাখি মানুহ সতৰ্ক হ'ব পাৰে। পুৰণি কালৰ মানুহৰ বুৰঞ্জী অধ্যয়ন কৰি তেওঁলোকৰ কি দশা মিলিল, সেই বিষয়ে জানিব পাৰে আৰু সেয়ে মানুহক নিয়ন্ত্ৰিত আৰু সংযত কৰি ৰাখে। সেইদেখি যিজনে আজিৰ যুগৰ কাৰণে সতৰ্কবাণী ৰূপে পুৰাকালৰ বুৰঞ্জীৰ সৃষ্টি কৰিলে, সেইজনৰ প্ৰতি প্ৰণাম জনাইছো। তেনে ধৰণৰে এটা উদাহৰণ হ'ল—'এহেজাৰ এনিশা' নামৰ সাধুবোৰ আৰু এইবোৰৰ লগত সাঙোৰ খাই থকা আখ্যান আৰু অলৌকিক কাহিনীবোৰ। তাত লিখিছে যে অতি পুৰণি কালত ভাৰতবৰ্ষ আৰু চীনদেশৰ দ্বীপপুঞ্জত বানু ছুছন বংশৰ ৰাজাধিৰাজ এজনে শাসন কৰিছিল। বিপুল সৈন্যবাহিনী, ৰখীয়া-পৰীয়া, লগুৱা-লিকচৌ আৰু বহুতো অনুৱৰ্তীলোকৰ গৰাকী আছিল তেওঁ। তেওঁৰ পুতেক আছিল দুজন ; বৰ পুতেকৰ ভৰ ডেকা বয়স আৰু সৰু পুতেক তেতিয়াও চেমনীয়া বয়সৰ। দুয়োজন যোদ্ধা আৰু সাহসী আছিল। পিচে অশ্বাৰোহী হিচাপে ভায়েকতকৈ ককায়েক বেছি পাকৈত। সেইদেখি বাপেকৰ পিচত তেৱেঁই ৰাজপাটত উঠিল ; ছুলতান হৈ তেওঁ ন্যায়নিষ্ঠাৰে দেশ আৰু অনুগত লোকসকলক শাসন কৰিবলৈ ধৰিলে ; তেওঁ এনে আদৰ্শস্থানীয় ন্যায়বিচাৰৰ বাবেই ৰাজধানী আৰু তেওঁৰ সাম্ৰাজ্যৰ প্ৰজাসকলৰ বৰ প্ৰিয়পাত্ৰ হৈ পৰিল। ছুলতানৰ নাম আছিল—শাৰিয়াৰ। ভায়েক শ্বাহ জামানক তেওঁ সমৰখণ্ডৰ ছুলতান পাতিলে। দুয়ো সুচাৰুৰূপে দেশ শাসন কৰি দেশৰ আইন শৃঙ্খলা অটুট ৰাখিলে। প্ৰত্যেকে নিজ ৰাজ্যত প্ৰজাৰ প্ৰতি ন্যায় আৰু সমতাৰে আচৰণ কৰি শাসনকাৰ্য চলোৱাত সকলোৱে সুখ-শান্তিৰে বাস কৰিবলৈ ধৰিলে। বহুত বছৰ ধৰি দেশত এই অৱস্থাই খিতাপি ল'লে।

কিন্তু এনেদৰে কুৰি বছৰ পাৰ হৈ যোৱাৰ মূৰত ভায়েকক লগ পাবৰ কাৰণে ককায়েকৰ বৰ মন গ'ল। সেইদেখি ভায়েকক চাবলৈ যোৱাৰ বিষয়ে মন্ত্ৰীৰ দিহা-পৰামৰ্শ ল'লে ; পিচে মন্ত্ৰীয়ে সেইটো কথা ভাল বুলি নক'লে—তাতকৈ ককায়েকক এবাৰ দেখা কৰি যাবৰ বাবে ভায়েকক আমন্ত্ৰণ জনাই এখন চিঠি লিখি উপঢৌকন সহ মন্ত্ৰীকে দূত হিচাপে ভায়েকৰ ওচৰলৈ পঠাবলৈ দিহা দিলে। ছুলতানেও ততালিকে সেই উপদেশকে মানি ল'লে ; মণি-মুকুটা খটোৱা, সোণৰ জীন লগোৱা ঘোঁৰা, শ্বেত দাস, ৰূপহী হাতধৰা লিগিৰী, উঠন বুকুৰ কুমাৰী ছোৱালী আৰু নানান জাকজমক আৰু বহুমূলীয়া উপঢৌকন সাজু কৰি ৰাখিবলৈ হুকুম দিলে। তাৰ পাচত শ্বাহ জামানলৈ চিঠি লিখিলে ; তেওঁৰ গভীৰ স্নেহৰ কথা প্ৰকাশ কৰি ভায়েকক লগ পোৱাৰ আগ্ৰহৰ বিষয়ে ব্যক্ত কৰিলে আৰু চিঠিৰ সামৰণি মাৰিলে এইবুলি—"সেইদেখি আমি আশা কৰিছো যে আমাৰ প্ৰিয় ভ্ৰাতৃয়ে অনুগ্ৰহ কৰি আৰু প্ৰীতি-পৰায়ণ হৈ আমাৰ এইমুৰা হ'বলৈ চেষ্টা কৰিব। তদুপৰি যাত্ৰাৰ সকলো আয়োজন কৰিবৰ বাবে আমি আমাৰ মন্ত্ৰী ডাঙৰীয়াক পাচিলো ; তোমাৰ দৰ্শন লাভ কৰাটোৱেই আমাৰ একমাত্ৰ কামনা—সেয়ে নহ'লে আমাৰ পক্ষে মৃত্যুৰ তুল্য হ'ব। তুমি যদি অহাত পলম কৰা বা আমাক হতাশ কৰা, তেন্তে সেই আঘাত আমাৰ পক্ষে অসহনীয় হৈ পৰিব। তোমাৰ কল্যাণ হওক।"

ছুলতান শাৰিয়াৰে চিঠিখনত ছাব-মোহৰ মাৰি বন্ধ কৰি মন্ত্ৰীৰ হাতত দিলে আৰু আগতে উল্লেখ কৰা মতে উপঢৌকনবোৰ লৈ যাত্ৰা কৰিবলৈ নিৰ্দেশ দিলে। আহোঁতে আৰু যাওঁতে যিমান পাৰে খৰ কৰিবলৈকো মন্ত্ৰীক আদেশ দিয়া হ'ল। "আজ্ঞা শিৰোধাৰ্য" বুলি কৈ মন্ত্ৰীয়েও সময় হানি নকৰি সকলো বয়বস্তু বান্ধিকুন্ধি ল'লে।

এইখিনি কৰোতে তিনিদিন লাগিল ; চতুৰ্থ দিনা ধলপুৱাতে তেওঁ ছুলতানৰ পৰা বিদায় মাগি যাত্ৰা আৰম্ভ কৰিলে। ক'তো নথপাকৈ তেওঁ ৰাতিয়ে দিনে মৰুভূমি, পৰ্বতীয়া পথ, শিলাময় অঞ্চল আৰু মনমোহা তৃণ-ভূমিৰ মাজেদি যাবলৈ ধৰিলে। কিন্তু তেওঁ যেতিয়া তেওঁৰ সম্ৰাটৰ তলতীয়া কোনো ৰজাৰ ৰাজ্যৰ ভিতৰ সোমাইছিল, তাতে তেওঁক সোণ, ৰূপৰ জাকজমকতাপূৰ্ণ উপঢৌকন আৰু নানা ধৰণৰ ধুনীয়া ধুনীয়া আপুৰুগীয়া উপহাৰ যাচি আদৰণি জনোৱা হৈছিল। আতিথ্যৰ বিধি পালন কৰি তেওঁ সেই ৰাজ্যতে তিনি দিন কটায় আৰু চতুৰ্থ



দিনা তেওঁ যাত্ৰা পুনৰ আৰম্ভ কৰোতে তেওঁক সসন্মানে এদিনৰ পথলৈকে আগবঢ়াই থৈ অহা হয়। শ্বাহ জামানৰ সমৰখণ্ডত থকা ৰাজসভাৰ ওচৰ চাপি অহাৰ মূৰত মন্ত্ৰীয়ে তেওঁৰ এজন উচ্চপদস্থ বিষয়াক ছুলতানৰ ওচৰত তেওঁলোকৰ আগমণি বাৰ্তা জনাবলৈ পাচিলে। সেই বিষয়াজন ছুলতানৰ আগত উপস্থিত হ'লগৈ। আৰু দীঘল দি পৰি সেৱা জনোৱাৰ মূৰত ছুলতানৰ হাতত সন্দেশ অৰ্পণ কৰিলে। তেতিয়া তেওঁ ৰাজ্যৰ প্ৰধান পাৰিষদ আৰু মন্ত্ৰীসকলক এদিনৰ পথৰ দূৰত তেওঁৰ ককায়েকৰ মন্ত্ৰীগৰাকীক লগ ধৰিবলৈ আজ্ঞা দিলে। সেইমতেই তেওঁলোকে গৈ মন্ত্ৰীক সসন্মানে অভ্যৰ্থনা জনালে আৰু তেওঁৰ মঙ্গল কামনা কৰিলে। তাৰ পিচত তেওঁক আগবঢ়াই সদলে যাত্ৰা কৰি লৈ আহিল। নগৰীত প্ৰবেশ কৰি তেওঁ পোনে পোনেই ৰাজহাউলিলৈ গৈ ছুলতানক দেখা কৰিলে। তেওঁ সেৱা জনালে আৰু ছুলতান যাতে দীৰ্ঘায়ু, সুখী আৰু শত্ৰুজয়ী হব পাৰে তাৰ বাবে প্ৰাৰ্থনা জনালে। তাৰ পিচত ছুলতানক জনালে যে তেওঁক দেখা পাবলৈ তেওঁৰ ককায়েকৰ হেঁপাহ জন্মিছে—সেইদেখি অনুগ্ৰহ কৰি এবাৰ যাবলৈ অনুৰোধ জনালে।

তাৰ পাচত মন্ত্ৰীয়ে চিঠিখন আগবঢ়ালে ; শ্বাহ জামানে চিঠিখন হাতত লৈ পঢ়িবলৈ ধৰিলে। চিঠিৰ মাজত থকা বিবিধ ইঙ্গিত আৰু পৰোক্ষ উক্তি পাঠোদ্ধাৰ কৰোতে যথেষ্ট চিন্তাৰ প্ৰয়োজন হৈছিল। কিন্তু চিঠিৰ মৰ্ম্ম সম্যক ভাৱে বুজাৰ পাচত ছুলতানে ক'লে—"প্ৰিয় ভ্ৰাতৃৰ আদেশ মই পালন কৰিম।" লগতে মন্ত্ৰীক এইবুলি ক'লে,—"পিচে অতিথি সৎকাৰ কৰাৰ তৃতীয় দিনটো উকলি নোযোৱালৈকে আমি যাত্ৰা আৰম্ভ নকৰো।" তেওঁ ৰাজহাউলিৰ উপযুক্ত স্থানত মন্ত্ৰীক থাকিবলৈ দিলে ; সৈন্যবাহিনীৰ কাৰণে তম্বু তৰাই দিয়ালে আৰু মঙহ, সুৰা আৰু অন্যান্য আৱশ্যকীয় বস্তু যি য'ত লাগে সকলোবোৰ তেওঁলোকক দিয়ালে। চতুৰ্থ দিনা তেওঁ যাত্ৰাৰ বাবে সাজু হ'ল, ককায়েকৰ মৰ্য্যাদাৰ লগত ৰজিতা খোৱাকৈ বহুমূলীয়া উপহাৰ গোটাই ল'লে আৰু তেওঁৰ অনুপস্থিতিৰ কালছোৱাৰ বাবে মন্ত্ৰীৰ হাতত দেশৰ শাসন-ভাৰ গতাই দিলে। তাৰ পিচত তম্বু, উট, গাধ, বয়বস্তু, লগুৱা-লিকচৌ, চন্তৰী আদি সকলো আনি নগৰীৰ কাষতে শিবিৰ পাতি পিচদিনা ৰাতিপুৱাতে ককায়েকৰ ৰাজধানী অভিমুখে যাত্ৰা কৰিবৰ বাবে সাজু কৰি ৰাখিলে। পিচে মাজনিশা হঠাৎ তেওঁৰ মনত পৰিল যে আনিব লগীয়া কিবা এটা বস্তু পাহৰি তেওঁ ৰাজহাউলিতে থৈ আহিলে ; সেইদেখি মনে মনে উলটি আহি নিজৰ অন্তেষপুৰত সোমাল। সোমায়েই দেখিলে—তেওঁৰ নিজৰ দলিচাৰ শেতেলীত ৰাণী শুই আছে আৰু ৰাণীৰ বাহু-বন্ধনৰ মাজত আছে—এটা

কৃষ্ণকায় ৰাক্ষনি ; তাৰ চেহেৰা কুৎচিৎ আৰু ৰাক্ষনিবৰৰ ছাই-যাকতি, তেলচিকটি আদি লাগি গোটেইটো লেতেৰা হৈ আছে।

এই দৃশ্য দেখি ছুলতানৰ মূৰঁলী-কুঁৰলী লাগি গ'ল ; তেওঁ মনতে ভাবিলে,—"মই নগৰীৰ কাষতে থাকোতেই যদি এনে ঘটনা ঘটে, তেন্তে দাদাৰ ৰাজসভাত সুদীৰ্ঘ কাল ধৰি আতৰি থকা অৱস্থাত এই পাপীয়সী নাৰীয়ে আৰু কি কৰিবলৈ বাকী ৰাখিব ?" তেওঁ খাপৰ পৰা তৰোৱালৰ্খন উলিয়াই লৈ একেঘাপতে দুয়োকো চাৰি ছোৱা কৰিলে। শ কেইটা তেনেকৈ দলিচাৰ ওপৰতে পেলাই থৈ ছুলতান শিবিৰলৈ উভতি গ'ল—ঘটনাটোৰ বিষয়ে কাকো ঘূণাক্ষৰেও একোকে জানিবলৈ নিদিলে। তাৰ পিচত তেওঁ অবিলম্বে যাত্ৰা আৰম্ভ কৰিবলৈ নিৰ্দেশ দিলে। কিন্তু ৰাণীৰ বিশ্বাসঘাতকতাৰ কথা নভবাকৈ তেওঁ থাকিব পৰা নাছিল। মনে পতি এটা প্ৰশ্নই আহি তেওঁৰ মনত ভুমুকি মাৰে— 'মোৰ হতুৱাই এনে এটা কাৰ্য তেওঁ কেনেকৈ কৰালে ? কিয় তেওঁ নিজৰ মৃত্যু নিজে মাতি আনিলে ?' শোকে তেওঁক খুন্দা মাৰি ধৰিলে ; বৰণ শেঁতা হৈ পৰিল আৰু খীনাই যাবলৈ ধৰিলে। মানুহৰ জীৱন বিপন্ন কৰি তোলা ধৰণৰ টান নৰিয়াই ছুলতানৰ লগ লয় বুলি ভয় হ'ল। সেইদেখি মন্ত্ৰীয়ে একোটা খেপত বেছি দূৰ পথ অতিক্ৰম নকৰা হ'ল ; পানী-দুনি সংগ্ৰহ কৰা কেন্দ্ৰবোৰত বেছি দিন বিশ্ৰাম কৰিবলৈ ল'লে আৰু ছুলতানৰ মন প্ৰফুল্ল ৰাখিবলৈ সাধ্যমতে চেষ্টা কৰিলে।

ককায়েকৰ ৰাজধানীৰ কাষ চাপি অহাত শ্বাহজামানে তেওঁৰ আগমণিৰ শুভ-বাৰ্তা দিবলৈ কটকী পাচিলে। পাত্ৰ-মন্ত্ৰী, পাৰিষদ আদিক লৈ শাৰিয়াৰ আগবঢ়াই নিবলৈ আহিল। তেওঁক আদৰণি জনাই অতিশয় আনন্দ প্ৰকাশ কৰিলে আৰু ভায়েকৰ সন্মানাৰ্থে সমগ্ৰ নগৰী সজাই-পৰাই তুলিবলৈ আদেশ দিলে। পিচে ককাই-ভাই দুয়ো যেতিয়া লগ হ'ল, ভায়েকৰ চেহেৰাৰ প্ৰতি ককায়েকৰ চকু নপৰাকৈ নেথাকিল আৰু এই বিষয়ে প্ৰশ্নও কৰিলে ; তাৰ উত্তৰত তেওঁ ক'লে,—"ভ্ৰমণৰ কাৰণেই এনে হৈছে ; তাতে জলবায়ুৰ পৰিবৰ্তন ঘটা কাৰণেও মোৰ অসুখ হৈছে। কিন্তু মোৰ প্ৰিয় ভাতৃৰ লগত পুনৰ মিলন ঘটা কাৰণে মই আল্লাৰ ওচৰত প্ৰণতি জনাইছো।" এইদৰে ভাও জুৰি নিজৰ গোপন কথা গোপনে ৰাখি ক'বলৈ ধৰিলে,—"পৰিশ্ৰমৰ ফলতে মোৰ মুখখন নিস্তেজ হৈ পৰিছে আৰু চকু গৈ কোটৰত সোমাইছে।"

ইয়াৰ পাচত দুয়ো সসন্মানে ৰাজধানীত সোমালগৈ। ককায়েকে ভায়েকক থাকিবলৈ দিলে—প্ৰমোদ উদ্যানৰ সমুখত থকা ৰাজ প্ৰাসাদত। এনেদৰে কিছুদিন



উকলি যোৱাৰ মূৰতো ভায়েকৰ অৱস্থাৰ সমূলি সাল-সলনি নোহোৱা দেখি ককায়েকে ভাবিলে যে দেশৰ পৰা আঁতৰি থকা বাবেই ভায়েকৰ অৱস্থা এনেকুৱা হৈছে। সেইদেখি তেওঁ ভায়েকে যেনেকৈ থাকিব খোজে তেনেকৈয়ে থাকিবলৈ দিলে আৰু এই সম্পৰ্কত একো প্ৰশ্নও নুসুধিলে। কিছুদিনৰ মূৰত তেওঁ ভায়েকক আকৌ ক'লে,—"তুমি দিনে দিনে আৰু দুৰ্বল হৈ গৈছা আৰু তেজৰ সঁচ নোহোৱা হৈ পৰিছে।" শ্বাহজামানে উত্তৰ দিলে,—"দাদা মোৰ বিকাৰ মনৰহে।" পিচে ঘৈণীয়েকক কি অৱস্থাত দেখা পাইছিল, সেই কথা তেওঁ তেতিয়াও ককায়েকক নক'লে। তেতিয়া শাৰিয়াৰে চিকিৎসকসকলক মতাই অনালে আৰু ভায়েকক চিকিৎসা কৰিবৰ বাবে নিৰ্দেশ দিলে। সেইমতে এটা মাহ চিকিৎসা চলিল। পিচে চিকিৎসকসকলৰ ঔষধে গুণ নিদিলে ; শ্বাহজামানে মাত্ৰ তেওঁৰ পত্নীৰ কু-কাৰ্যবোৰৰ কথাকে ভাবি থকা হেতুকে তেওঁৰ নৈৰাশ্য ভাবটো কমক ছাৰি বাঢ়িহে গ'ল। এদিন ককায়েকে ভায়েকক ক'লে,—"মই চিকাৰলৈ ওলাইছো—আমোদ-প্ৰমোদ ভোগ কৰিবৰ বাবে ; তুমিও ওলালে তোমাৰ মনটো মুকলি লাগিব।" পিচে শ্বাহজামান যাবলৈ মান্তি নহ'ল ; তেওঁ ক'লে,—"দাদা, মোৰ অন্তৰে এইবোৰ একোকে বিচৰা নাই। মই আপোনাক খাটনি জুৰিছো—মোৰ সকলো মনস্তাপ চপাই লৈ এই ঠাইতে মোক অকলে থাকিবলৈ অনুমতি দিয়ক।" ছুলতান শ্বাহজামানে নিশাটো প্ৰাসাদত কটালে আৰু পিচদিনা ৰাতিপুৱাই ককায়েক যোৱাৰ পিচত তেওঁ কোঠাটোৰ পৰা ওলাই গৈ প্ৰমোদ বনৰ মুখামুখিকৈ থকা, জালিকটা খিড়িকী এখনৰ ওচৰত বহিবগৈ। তাতে বহি তেওঁ ঘৈণীয়েকৰ বিশ্বাসঘাতকতাৰ কথা ভাবি বেজাৰৰ হুমুনিয়া কাঢ়িলে।

এনেতে চকুত পৰিল—প্ৰাসাদৰ গুপ্ত দুৱাৰ এখন মেল খাই গ'ল ; আৰু লগে লগে ওলাই আহিল একুৰি দাসী ছোৱালীৰ মাজত তেওঁৰ ককায়েকৰ পত্নী। তেওঁ অপৰূপ সুন্দৰী ; গঢ়পিত কুন্দত কটাৰ লেখিয়া। চেঁচা পানী এসোঁতা বিচাৰি ফোঁপাই জোপাই অহা ধুনীয়া হৰিণীজনীৰ দৰে তেওঁ আগবাঢ়ি আহিছে। তেতিয়া শ্বাহজামান খিড়িকীৰ মুখৰ পৰা আতৰি গ'ল ; কিন্তু তেওঁলোকে দেখা নোপোৱা ঠাই এডোখৰৰ পৰা তেওঁ সেই দলটোৰ পিনে চাই থাকিল। তেওঁলোক খিড়িকীখনৰ তলেদি আগুৱাই গৈ বাগিচাৰ ভিতৰ সোমাল। নিজৰাৰ তলত গৈ তেওঁলোকে কানি-কাপোৰবোৰ খুলি থলে। তেতিয়া দেখিলে দলটোৰ দহজনী হ'ল তিৰোতা—ছুলতানৰ ৰক্ষিতা ; আৰু বাকী দহজন হ'ল শ্বেতকায় দাস।

ৰাণীয়ে চিঞৰ মাৰি মাত দিয়াত গছ এজোপাৰ পৰা কদৰ্য ৰূপৰ কৃষ্ণকায় দাস এটা নামি আহিল। সি আহি ৰাণীৰ হাতত ধৰিলে। ৰাণীয়ে তাৰ বাহু-বন্ধনত আৰু দাস-দাসীবোৰে পৰস্পৰৰ বাহু-বন্ধনত বেলি ভাটি দিয়ালৈকে কটালে। তাৰ পিচত পুৰুষকেইটাই আকৌ ছদ্মবেশ ধৰিলে আৰু সকলো প্ৰাসাদৰ ভিতৰ সোমালগৈ। গুপ্ত দুৱাৰ বন্ধ হৈ গ'ল। নিগ্ৰোটোও গছত উঠিলগৈ।

শ্বাহজামানে বৌৱেকৰ এই আচৰণ দেখি মনতে ভাবিলে— 'হে আল্লা! মোৰ দুৰ্যোগ ইমান ডাঙৰ নহয়। দাদা মোতকৈ বহুত ডাঙৰ ছুলতান; অথচ তেওঁৰ ৰাজহাউলিতে এনে জঘন্য ঘটনা ঘটিব লাগিছে; তেওঁৰ পত্নী কদৰ্য দাসৰ প্ৰেমত নিমগ্ন হৈছে। ইয়াৰ পৰা দেখা গৈছে যে সিহঁত সকলোবোৰ একেকুৰাই; সতীত্ব কাৰো নাই। তেন্তে যিবোৰ মুৰ্খই তিৰোতাক অৱলম্বন হিচাপে লৈছে বা নিজক পৰিচালনা কৰাৰ ভাৰ তেওঁলোকৰ হাতত এৰি দিছে—সেই সকলোবোৰ মানুহে আল্লাৰ অভিশাপ ভুঞ্জিছে।" সেইবোৰ কথাকে বাৰে বাৰে স্মৰণ কৰি থকাৰ পৰা তেওঁৰ মনৰ বেজাৰ, নৈৰাশ্য আদি ভাববোৰ আঁতৰি গ'ল। তেওঁ ক'লে,—"মোৰ দৃঢ় বিশ্বাস জন্মিছে যে কোনো মানুহেই এইটো ৰোষৰ পৰা হাত সাৰি থাকিব পৰা নাই।" নিশা খাবৰ সময়ত তেওঁ পেট ভৰাই খালে; যিমানেই ৰুচিকৰ খাদ্য নহওক, তেওঁ সেইবোৰত বহুত দিন ধৰি হাত দিবই পৰা নাছিল। আল্লাৰ ওচৰত প্ৰণতি জনাই তেওঁ অতি শান্তিৰে নিশাটো কটালে; বহুত দিন ধৰি তেওঁ নিশা চকু টিপ মাৰিব পৰা নাছিল। পাচদিনা পুৱাও তেওঁ পেট ভৰাই জা-জলপান খালে। চাওঁতে চাওঁতেই তেওঁৰ শৰীৰলৈ স্বাস্থ্য, বল ঘূৰি আহিল।

দহ দিনৰ মূৰত ককায়েক চিকাৰৰ পৰা ঘূৰি আহিল; ককায়েকক লগ ধৰিবলৈ বুলি তেওঁ ঘোঁৰা চেকুৰাই গ'ল। দুয়ো পৰস্পৰক অভিবাদন জনালে। ছুলতান শাৰিয়াৰে দেখিলে, শ্বাহ জামান স্বাস্থ্যবান হৈ পৰিছে, মুখখন তেজগোৰা হৈ উঠিছে; আগতে এটোপামান খাইছিল—এতিয়া বঢ়িয়াকৈ খাব পাৰে। আচৰিত হৈ তেওঁ সুধিলে,—"মই ভাবিছিলো তুমিও মোৰ লগত চিকাৰত যোগ দিবা আৰু মোৰ ৰাজ্যত আনন্দ উপভোগ কৰিবা।" ভায়েকে ধন্যবাদ জনালে আৰু এটা অজুহাত দেখুৱাই কথাটো তল পেলাই থলে। তাৰ পিচত দুয়ো ঘোঁৰা চেকুৰাই ৰাজধানী অভিমুখে যাত্ৰা কৰিলে। ৰাজ হাউলিত জিৰাই-সঁতাই লোৱাৰ মূৰত কাঁহীয়ে কাঁহীয়ে খাদ্য-সম্ভাৰ তেওঁলোকৰ আগত দিয়েহি আৰু দুয়ো পেট ভৰাই খালে। মঙহৰ বাটি কেইটা চপাই নিয়াৰ মূৰত তেওঁলোকে খোৰাপাতৰ



পৰা উঠি হাত ধুলেগৈ আৰু তাৰ পিচত ছুলতান শাৰিয়াৰে ভায়েকৰ পিনে চাই ক'লে,—"তোমাৰ পৰিবৰ্তন দেখি মই তেনেই অবাক হৈ পৰিছো। চিকাৰলৈ তোমাকো লৈ যাম বুলি মই ভাবিছিলো; কিন্তু দেখিবলৈ পালো—তোমাৰ মুখত তেজৰ সঁচ নাই, মনটোও তেনেই মৰা। কিন্তু এতিয়া আল্লাৰ কি অপূৰ্ব মহিমা! তোমাৰ মুখলৈ আগৰ জেউতি উলটি আহিছে। তুমি আকৌ আগৰ নিচিনা হৈ উঠিছা। মই ভাবিছিলো যে তুমি পৰিয়াল আৰু বন্ধুবৰ্গৰ পৰা আঁতৰি আছা আৰু তোমাৰ দেশ আৰু ৰাজধানীৰ পৰাও আতৰি আছা—সেই কাৰণেই চিন্তাক্লিষ্ট হৈ অসুখত পৰিছা। সেইদেখি অধিক প্ৰশ্ন সুধি তোমাক আমনি দিয়াৰ পৰা মই বিৰত থাকিলো। কিন্তু এতিয়া তুমি মোক ক'ব লাগিব—তোমাৰ কি হৈছিল আৰু কিয় শুকাই-খীণাই গৈছিলা? আৰোগ্য লাভ কৰি স্বাস্থ্য কেনেকৈ ঘূৰাই পালা, সেই কথাও মোক বুজাই কোৱা। মই একো গম ধৰিব পৰা নাই। কোৱাঁ এতিয়া—একোকে নুলুকাবা।"

এই কথা শুনি শ্বাহজামান খন্তেকলৈ তলমূৰা হৈ থাকিল আৰু তাৰ পিচত মূৰটো দাঙি ককায়েকৰ পিনে চাই ক'লে,—"মোৰ কি হৈছিল, কিয় শুকাই-খীণাই গৈছিলো সেই কথা মই আপোনাক ভাঙি-পাতি ক'ম। কিন্তু কিয় মোৰ মুখলৈ আকৌ তেজ উলটি আহিল, কেনেকৈ মই সম্পূৰ্ণ আৰোগ্য লাভ কৰিলো—সেইবোৰ কথা আপোনাক জনোৱাৰ পৰা মোক ৰেহাই দিয়ক। মই মিনতি জনাইছো, আপুনি যেন সেই উত্তৰ বিচাৰি মোক ৰেপাৰেপি নকৰে।" এই কথা শুনি আচৰিত হৈ শাৰিয়াৰে ক'লে,—"কিয় তুমি শেঁতা পৰি শুকাই গৈছিলা, সেই কথাকে পোনতে মোক জনোৱা বাৰু।" শ্বাহজামানে উত্তৰ দিলে,—"তেন্তে শুনক দাদা! আপোনাৰ ওচৰলৈ আহিবৰ বাবে ৱাজিৰৰ যোগেদি আপুনি নিমন্ত্ৰণ কৰি পঠোৱাত মই যাত্ৰাৰ বাবে সাজু হলো আৰু নগৰী ত্যাগ কৰি যাত্ৰা আৰম্ভ কৰিলো। পিচে বাটতে মনত পৰিল, আপোনালৈ উপহাৰ স্বৰূপে আনিব খোজা মুকুতাৰ মালা এধাৰ আনিবলৈ পাহৰি প্ৰাসাদতে এৰি থৈ আহিলো। তাকে আনিবলৈ বুলি মই অকলে উলটি গ'লো। কিন্তু গৈ দেখিলো—মোৰ দলিচা পৰা বিচনাত মোৰ পত্নী আৰু এটা কদৰ্য কৃষ্ণকায় ৰান্ধনি পৰস্পৰৰ বাহুবন্ধনৰ মাজত আবদ্ধ হৈ আছে। সেইদেখি হালকে কাটি থৈ মই আপোনাৰ ওচৰলৈ আহিলো। কিন্তু মোৰ মনটোৱে সেইটো চিন্তাৰ পৰা নিস্তাৰ নেপালে। মোৰ মুখত তেজ নোহোৱা হ'ল—মই দুৰ্বল হৈ পৰিলো। কিন্তু মোৰ মুখলৈ কেনেকৈ তেজ উভতি আহিল, সেই কথা কোৱাৰ পৰা বিৰত থকাৰ বাবে মোক ক্ষমা কৰিব।" শাৰিয়াৰ

তেনেই অবাক হৈ গ'ল ; তেওঁৰ অন্তৰত গুমৰি উঠিল—ক্ৰোধৰ অগণি। তেওঁ ক'লে,—"সঁচাকৈ তিৰোতাই কৰিব নোৱাৰা কাম নাই !" সেইবোৰ চিন্তাৰ পৰা হাত সাৰিবৰ মনেৰে তেওঁ আল্লাৰ নাম ল'লে আৰু তাৰ পিচত ক'লে,—"তোমাৰ পত্নীক হত্যা কৰি তুমি সঁচাকৈ বহুতো বিপদৰ পৰা নিজক উদ্ধাৰ কৰিলা। এনে এটা দুৰ্যোগত তোমাৰ খং-বেজাৰ হোৱাটো স্বাভাৱিক ; তোমাৰ নিচিনা আন কোনো ছুলতানৰে এনে দুৰ্যোগ হোৱা নাই। কিন্তু হে আল্লা ! মোৰ যদি তেনে হ'লহেঁতেন, মই এহেজাৰজনীমান তিৰোতা বধ নকৰালৈকে শান্তি নেপালোহেঁতেন—মই কিজানি বলিয়া হৈ গ'লোহেঁতেন। যি হওক আল্লাৰ কৃপাত তোমাৰ মনৰ যাতনাৰ উপশম ঘটিছে। এতিয়া তুমি মোক কবই লাগিব— কিহৰ কাৰণে তোমাৰ মুখলৈ তেজ আৰু দেহলৈ স্বাস্থ্য হঠাতে উলটি আহিল। তুমি কিয় লুকঢাক কৰিছা, সেই কথাও মোক বুজাই কোৱা।" "হে সম্ৰাট ! মোক ক্ষমা কৰক।" "নহয় তুমি কবই লাগিব।" "দাদা ! মোৰ আশঙ্কা হৈছে যে সেই কথা ক'লে আপোনাৰ অতিশয় খং উঠিব আৰু আপুনি মোতকৈয়ো বেছি মনোকষ্ট পাব।" শাৰিয়াৰে ক'লে,—"তেন্তে সেই কাৰণেই মোক সকলো কথাৰ আতিগুৰি মাৰি ক'ব লাগিব। আল্লাৰ দোহাই দি কৈছো, মোৰ পৰা একো কথাকে তুমি নুলুকাবা।"

তেতিয়া শ্বাহজামানে—তেওঁ যি দৃশ্য দেখিলে, সেই বিষয়ে—আদিৰে পৰা অন্তলৈকে সকলো কথা ক'লে। লগতে এইবুলিও ক'লে,—"দাদা ! মই আপোনাৰ দুৰ্দশাৰ পৰিচয় পাই আৰু আপোনাৰ পত্নীৰ বিশ্বাসঘাতকতা দেখিবলৈ পাই মনতে ভাবিলো—আপুনি মোতকৈ বয়সত ডাঙৰ, ছুলতান হিচাপেও আপুনি মোতকৈ উচ্চ স্থানত আছে। এইদৰে তুলনা কৰি দেখিলো যে মোৰ দুখৰ মাত্ৰা নিচেই নগণ্য। সেইবুলি ভাবিলতে মোৰ মনটো পাতল লাগি গ'ল। মনৰ পৰা দুখ-নৈৰাশ্যৰ ভাব দূৰ কৰি মই খাব-বব পৰা হ'লো, শুবও পাৰিলো। এইদৰেই মই সোনকালে স্বাস্থ্য আৰু বলশক্তি ঘূৰাই পালো। মোৰ কৱলগীয়া সত্য কথা এইখিনিয়েই।" এই কথা শুনি ছুলতান শাৰিয়াৰ খঙত জ্বলি উঠিল ; খঙৰ কোবত তেওঁৰ কণ্ঠৰোধ হৈ যাবৰ উপক্ৰম হ'ল। পিচে তেওঁ আত্মসম্বৰণ কৰি ক'লে—"তুমি মিছা কথা কৈছা বুলি মই নকওঁ; কিন্তু নিজ চকুৰে নেদেখালৈকে তাকে মই মানি লবলৈ টান পাইছো।" শ্বাহজামানে ক'লে,—"আপুনি এইবোৰ কাণ্ড নিজেই চাব পাৰিব। ব'লক, আপুনি এতিয়াই চিকাৰলৈ যাবলৈ বুলি সাজু হওক। তাৰ পিচত মনে মনে আহি মোৰ লগত থাকক। তেতিয়া আপুনি



সকলো কথা দেখা পাব আৰু নিজ চকুৰে ইয়াৰ সত্যতা নিৰ্ণয় কৰিব পাৰিব।" "তেন্তে সেয়ে হওঁক—" এইবুলি কৈ ছুলতানে তেওঁৰ ভ্ৰমণৰ বাতৰি সদৰি কৰি দিলে। সৈন্য সামন্তই তম্বু আদি লৈ নগৰীত বাহিৰত খপিলেগৈ। শাৰিয়াৰো তেওঁলোকৰ লগতে গ'ল। সেনা বাহিনীৰ মাজত আসন গ্ৰহণ কৰি তেওঁ প্ৰহৰী বোৰক নিৰ্দেশ দিলে যাতে কাকো তেওঁৰ ওচৰলৈ আহিবলৈ দিয়া নহয়। নিশা হ'লত তেওঁ ৰাজিৰক মতাই অনালে আৰু ক'লে,—"আপুনি মোৰ ঠাইত বহি থাকক। তিনি দিনলৈ মোৰ অনুপস্থিতিৰ কথা কাকো জানিবলৈ নিদিব।" তাৰ পিচত ককায়েক-ভায়েক দুয়ো ভেশচন ধৰি নিশাৰ ভিতৰতে মনে মনে ৰাজধানীলৈ উলটি আহিল। নিশাটো এন্ধাৰতে কটাই ৰাতিপুৱা প্ৰমোদ উদ্যানৰ মুখামুখিকৈ থকা জালিকটা খিড়িকীখনৰ মুখত বহিলেহি। তেনেতে আগৰদৰেই ৰাণী আৰু তেওঁৰ হাতধৰা লিগিৰীহঁত ওলাই আহিল। খিড়িকীখনৰ কাষেদি পাৰ হৈ তেওঁলোক নিজৰাৰ পাৰলৈ গ'ল। শ্বেতদাস আৰু লিগিৰীহঁতৰ মাজত আৰু আনহাতে ৰাণী আৰু সেই কদৰ্য কৃষ্ণকায় দাসৰ মাজত পূৰ্বৰ লীলাখেলাৰ পুনৰাবৃত্তি হ'ল। তাৰ পিচত আগৰ দৰেই গা ধুই উঠি, কানিকাপোৰ পিন্ধি তেওঁলোক সেই ঠাইৰ পৰা উলটি গ'ল। নিজৰ পত্নী আৰু ৰক্ষিতাবোৰৰ এই জঘন্য কাণ্ড দেখি ছুলতান শাৰিয়াৰ খঙত উত্তেজিত হৈ উঠিল ; তেওঁ চিঞৰি ক'লে—"সম্পূৰ্ণ নিজানত বাস কৰিলেহে এই নীচ পৃথিৱীৰ কুকাৰ্যবোৰৰ পৰা মানুহ আতৰি থাকিব পাৰিব। হে আল্লা ! জীৱনটো মাত্ৰ এটা বিৰাট ভুল— তাৰ বাহিৰে একোৱেই নহয়।" তাৰ পিচত তেওঁ আকৌ ক'লে,—"মই এটা কাম কৰিবলৈ ওলাইছো ; তুমি মোক বাধা নিদিবা।" ভায়েকে মাত লগালে,— "নিদিওঁ বাধা।" তেতিয়া ককায়েকে ক'লে,—"আমি দুয়ো এতিয়াই এই স্থান পৰিত্যাগ কৰো, ৰাজপাটৰ বাবে আমাৰ একো মোহ নাই। আল্লাৰ নাম জপি আমি আল্লাৰ পৃথিৱীত ভ্ৰমি ফুৰিম। আমাৰ সমপৰ্যায়ৰ দুৰ্যোগৰ সন্মুখীন হোৱা মানুহ এজনক লগ নোপোৱালৈকে আমি ভ্ৰমি ফুৰিম। যদি কাকো লগ নেপাওঁ, তেন্তে জীৱন ধাৰণ কৰি থকাতকৈ মৃত্যুবৰণ কৰি লোৱাটোৱেই আমাৰ কাৰণে শতগুণে ভাল হ'ব।"

সেইমতেই দুয়ো আন এখন গুপ্ত দুৱাৰেদি ৰাজহাউলিৰ বাহিৰ ওলাই গ'ল ; ক'তো নখপাকৈ একেবাহে ৰাতিয়ে দিনে গৈ গৈ সাগৰৰ পাৰ পালে—ওচৰতে শীতল পানীৰ নিজৰা এটা আছে। বননি এডৰাৰ মাজত গছ এজোপাৰ তলত

তেওঁলোক ব'লগৈ। দুয়ো নিজৰাৰ পানী খাই খন্তেক জিৰণি লবৰ মনেৰে ৰহিল। এঘণ্টামান সময় পাৰ হৈ গৈছেহে—এনেতে মাজ সাগৰত ভয়ানক শব্দ এটাই তালফাল লগাই দিলে ; সাগৰৰ বুকুত ওফন্দি উঠা ঢৌবোৰে আহি পাৰত ঠেকা খালে। তাৰ পিচত সাগৰৰ মাজত কেতৰ ক'লা স্তম্ভ এটা থিয় হোৱা যেন দেখা গ'ল। স্তম্ভটো ক্ৰমে ওখ হৈ যাবলৈ ধৰিলে—ই যেন আকাশখনকে চুলেগৈ। তাৰ পিচত সেইটো বননিখনৰ পিনে আহিবলৈ ধৰিলে। তাকে দেখি দুয়োৰে ভয়ত তৎ নোহোৱা হ'ল—তেওঁলোকে ততাতৈয়াকৈ ওখ গছজোপাত উঠিলেগৈ আৰু তাৰ পৰাই তললৈ চাবলৈ ধৰিলে। তেওঁলোকে দেখিলে—সেইটো এটা প্ৰকাণ্ড ৰাক্ষস ; বুকু আৰু গাত নোমেৰে ভৰি আছে। সি চকচকীয়া কাঁচৰ পেৰা এটা মূৰত তুলি আনিছে। দ সাগৰৰ পানী ফালি সি পাৰ পালেহি আৰু চুলতান দুজন উঠি থকা গছৰ তল পাই সেইখিনিতে ৰহিল। তাৰ পিচত পেৰাটো নমাই থ'লে আৰু তাৰ মাজৰ পৰা আৰু এটা পেৰা উলিয়াই আনিলে—সেইটো পেৰাত সাতটা লোৰ তলা লগোৱা আছে। কঁকালৰ খোচনিৰ পৰা সাত-পাত লোৰ চাবি উলিয়াই সি তলাকেইটা খুলিলে। বাহিৰ ওলাই আহিল—এজনী গাভৰু ; ঢকঢককৈ বগা, শুৱনী, গাটো লাহী আৰু সুগঢ়ী ; পূৰ্ণিমা জোনৰ দৰে জেউতি উপচি পৰিছে। বেলিৰ মধুৰ বিকিৰণহে যেন বিলাই দিছে।

ৰাক্ষসটোৱে মানুহজনীক কাষতে বহুৱাই ল'লে আৰু তাইৰ পিনে চাই ক'লে,—"হে মোৰ অন্তৰৰ প্ৰেয়সী ! তোমাৰ কুমাৰী জীৱন একান্ত ভাৱে অকল মই ভোগ কৰিবৰ বাবে মই তোমাক তোমাৰ বিয়াৰ দিনাই নিশা ধৰি আনিছো। হে মোৰ হৃদয়ৰ ৰাণী ! মই এতিয়া এইখিনিতে অকণমান শুম।" এইবুলি কৈ মানুহজনীৰ কোলাত মূৰ থৈ ভৰিকেইটা মেলি দিলে। দীঘল ভৰিকেইটা সাগৰৰ পাৰলৈকে জুৰিলে। তাৰ পিচত তাৰ টোপনি আহিল—নাকে ঘোটঘোটাবলৈ ধৰিলে—আকাশত যেন মেঘেহে গাজিছে। হঠাৎ মানুহজনীয়ে মূৰ দাঙি চাওঁতে গছৰ ওপৰত উঠি থকা চুলতান দুজনক দেখা পালে ; কোলাৰ পৰা ৰাক্ষসৰ মূৰটো লাহেকৈ নমাই মাটিত থৈ মানুহজনী গছজোপাৰ তল পালেহি। তাৰ পিচত চুলতান দুজনৰ ফালে চাই মাত লগালে,—"তোমালোক দুয়ো নামি আহা। এই ৰাক্ষস-টোলৈ ভয় কৰিব নালাগে।" ইপিনে মানুহজনীয়ে দেখা পোৱাত তেওঁলোক দুয়োৰে ভয়ত তৎ নোহোৱা হ'ল। তেওঁলোকে ক'লে,—"আল্লাৰ দোহাই। তুমি আমাক নামি যাবলৈ নধৰিবা।" কিন্তু মানুহজনীয়ে উত্তৰ দিলে,—"আল্লাৰ দোহাই



তোমালোক তুৰন্তে গছৰ পৰা নামি আহা। যদিহে নাহা, তেন্তে মই মোৰ ৰাক্ষস স্বামীক জগাই দিম। তেতিয়া তেওঁৰ হাতত তোমালোকৰ শোচনীয় ভাৱে মৃত্যু ঘটিব।" ভয় খাই তেওঁলোক গছৰ পৰা নামি আহিল। তেতিয়া মানুহজনীয়ে তেওঁলোক দুয়োৰে পৰা যৌন সম্ভোগ কামনা কৰিলে। তেওঁলোকে আপত্তি কৰাত মানুহজনীয়ে ৰাক্ষসক জগাই দি দুয়োকে বধ কৰাব বুলি ভয় খুৱালে।

দুয়ো ভয়তে মানুহজনীৰ কামনা পূৰণ কৰিলে। ইয়াৰ পাচত মানুহজনীয়ে জেপৰ পৰা টেমা এটা উলিয়ালে—সেইটো খুলিলত সূতা এডাল ওলাল ; পাচশ সত্তৰটা আঙঠি তাত গাথি থোৱা আছে। সেইবোৰলৈ আঙুলিয়াই মানুহজনীয়ে সুধিলে—"এইবোৰ কি জানানে ?" তেওঁলোকে উত্তৰ দিলে,—"আমি একোকে নেজানো।" তেতিয়া মানুহজনীয়ে ক'লে,—"মোৰ মনোবাঞ্ছা পূৰণ কৰা ৫৭০ জন পুৰুষৰ হাতৰ আঙঠি এইবোৰ। তোমালোক দুয়ো ককাই-ভায়ে এতিয়া মোক তোমালোকৰ আঙঠি দুটা দিয়া।" দুয়ো হাতৰ আঙঠি খুলি মানুহজনীক দিলে। তেতিয়া তেওঁ ক'লে,—"মোৰ বিয়াৰ দিনা ৰাতি এই ৰাক্ষসটোৱে মোক ধৰি আনে। সি মোক বাকচৰ ভিতৰত ভৰাই এটা চন্দুকৰ মাজত সুমুৱালে। চন্দুকত লগালে সাতজোৰ লোৰ ডাঙৰ ডাঙৰ তলা আৰু তাৰ পাচত অঠাই সাগৰৰ তলিত বুৰাই ৰাখিলে। তাৰ ওপৰত সি পহৰা দিলে—যাতে মোৰ সতীত্ব আৰু সততা অটুট থাকে ; যাতে তাৰ বাহিৰে আন কাৰো লগত মোৰ সংস্পৰ্শ নঘটে। কিন্তু মই মোৰ ইচ্ছামতে অলেখ মানুহৰ সঙ্গ লাভ কৰিছো ; এই হতভগা ৰাক্ষসে বুজাই নাই যে হৰলগীয়াটোক একোৱেই ভেটা দি ৰাখিব নোৱাৰে। পুৰুষে যিহকে নকৰক লাগে, নাৰীয়ে ইচ্ছা কৰিলে কৰিব নোৱাৰা কাম একোৱেই নাই।"

এই কথা শুনি তেওঁলোক দুয়ো তেনেই অবাক হৈ গ'ল। মানুহজনী তেতিয়া আতৰি গ'ল আৰু ৰাক্ষসৰ মূৰটো কোলাত তুলি লৈ তেওঁলোকক মনে মনে ক'লে,—"তোমালোক এতিয়া এই ঠাইৰ পৰা আঁতৰি যোৱা।" তেওঁলোক দুয়ো কোৱাকুই কৰি গ'ল,—"আল্লাৰ সমান মহান আৰু শক্তিশালী আন কোনোৱেই নহয়। নাৰীৰ দ্বেষ আৰু শঠতাৰ পৰা ৰক্ষা পাবলৈ আমি তেওঁৰ চৰণতে আশ্ৰয় লব লাগিব। এই মানুহজনীয়ে ৰাক্ষসটোৰ লগত কেনে আচৰণ কৰিছে চোৱা ! অথচ ৰাক্ষসটো আমাতকৈ কিমান বেছি শক্তিৱন্ত। আমি যি দুৰ্যোগৰ সৰাহত পৰিছো, তাতকৈ ৰাক্ষসটোৰ দুৰ্যোগ বহুত ডাঙৰ। সেয়ে আমাৰ কাৰণে ডাঙৰ শান্ত্বনা। এতেকে আমি এতিয়া নিজ নিজ দেশলৈ উলটি যাওঁ। এতিয়া আমি

আৰু কেতিয়াও নাৰীৰ সৈতে সহবাস নকৰাৰ সিদ্ধান্ত ল'ব লাগিব। সিহঁতৰ প্ৰতি কেনে আচৰণ কৰা হ'ব, তাকে এতিয়া দেখুৱাব লাগিব।"

এইবুলি তেওঁলোক ছুলতান শাৰিয়াৰৰ শিবিৰলৈ উলটি গ'ল; তৃতীয় দিনা ৰাতিপুৱাই তেওঁলোক সেইঠাইত উপস্থিত হ'লগৈ। পাত্ৰ-মন্ত্ৰী ডা-ডাঙৰীয়া সকলোকে মতাই আনি তেওঁৰ হৈ ৰাজকাৰ্য চলোৱা ৰাজ প্ৰতিনিধিজনক সন্মান-সূচক উপঢৌকণ স্বৰূপে এটা সাজ দান কৰিলে আৰু ৰাজধানীলৈ উলটিবৰ বাবে সকলোকে আজ্ঞা দিলে। ৰাজধানীত ৰাজ সিংহাসনত বহি তেওঁ তেওঁৰ প্ৰধান ৰাজিৰজনক (এই প্ৰধান ৰাজিৰজনৰ দুজনী জীয়েক আছে—তেওঁলোকৰ কথা পিচত উল্লেখ কৰা হৈছে) মতাই পঠালে। ছুলতানে প্ৰধান ৰাজিৰক ক'লে,—"মোৰ ৰাজ মহিষীক বধ কৰিবলৈ মই আপোনাক আজ্ঞা দিছো। মোৰ পত্নীয়ে বিশ্বাসঘাতকতা কৰিছে।" আজ্ঞা পাই প্ৰধান ৰাজিৰে ৰাজমহিষীক বধ্যভূমিলৈ নি বধ কৰালে। ইয়াৰ পাচত ছুলতান শাৰিয়াৰ খোলা তৰোৱাল লৈ অন্তেষপুৰ পালেগৈ; আৰু সকলোবোৰ ৰক্ষিতা আৰু দাসক বধ কৰিলে। লগতে তেওঁ এইমৰ্মে অলংঘণীয় শপত গ্ৰহণ কৰিলে যে যাকে তেওঁ পত্নীৰূপে বিয়া কৰে, নিশাটো সেই নাৰীৰ লগত কটাই পিচদিনা পুৱাতে বধ কৰাব আৰু তাকে কৰি তেওঁৰ মৰ্যাদা অটুট ৰাখিব। তেওঁ ক'লে,—"এই পৃথিৱীৰ বুকুত এজনীও সতী নাৰী নাছিল আৰু আগলৈকো নোলাব।"

ইপিনে শ্বাহ জামানে ঘৰমুৱা হবৰ বাবে অনুমতি বিচাৰিলে। সুসজ্জিত হৈ আৰু পালি-প্ৰহৰী লৈ তেওঁ নিজা ৰাজ্যলৈ উলটি গ'ল।

ইতিমধ্যে শাৰিয়াৰে তেওঁৰ ৰাজিৰক নিৰ্দেশ দিলে—নিশাটোৰ কাৰণে এজনী ছোৱালী আনিবলৈ। ৰাজিৰেও আমিৰ এজনৰ ৰূপহী জীয়েকক আনি ছুলতানৰ ওচৰত উপস্থিত কৰালে। ছুলতানে নিশাটো তেওঁৰ লগত কটালে। ৰাতিপুৱা হ'লত ছুলতানে ৰাজিৰক আদেশ দিলে—সেই নাৰীৰ শিৰচ্ছেদ কৰাব লাগে। ছুলতানৰ ভয়ত ৰাজিৰেও আজ্ঞা পালন কৰিলে। একেৰাহে তিনিবছৰ ধৰি এই ঘটনাৰ পুনৰাবৃত্তি হ'ল—প্ৰতি নিশাই এজনী কুমাৰীৰ পাণিগ্ৰহণ কৰি ৰাতিপুৱাই শিৰচ্ছেদ কৰে। দেশবাসীৰ মাজত হাহাকাৰ লাগিল; ৰাইজে পেটে পেটে ছুলতানক শাওশপনি দিলে। এনে অত্যাচাৰী ছুলতান আৰু তেওঁৰ ৰাজত্ব ধ্বংস হওক বুলি আল্লাৰ চৰণত প্ৰাৰ্থনা জনালে। তিৰোতাসকলৰ মাজতো হাহাকাৰ লাগিল; মাকহঁতৰ চকু পানীয়ে বাট নেদেখা কৰিলে। জীয়েকহঁতক লৈ সকলো



বাপেক দেশৰ পৰা পলাই গ'ল। মূৰকত দেশত কুমাৰী ছোৱালী নোহোৱা হ'লগৈ। •

ইপিনে ছুলতানে প্ৰধান ৰাজিৰক আগৰ দৰেই কুমাৰী ছোৱালী এজনী আনিবলৈ হুকুম দিলে। ৰাজিৰে বিচাৰি চলাথ লগালে; কিন্তু এজনী ছোৱালীও নাপালে। দুখে-বেজাৰে ৰাজিৰ ঘৰলৈ উলটি আহিল; ছুলতানে এইবাৰ তেওঁৰ মূৰ নাৰাখে বুলি চিন্তাত জুৰুলা হ'ল। ৰাজিৰৰ আকৌ দুজনী জীয়েক আছে—শহৰজাদ আৰু দুনীয়াজাদ। ডাঙৰ জীয়েক শহৰজাদে শাস্ত্ৰ, বুৰঞ্জী, গল্প, অতীতৰ ৰজা সকলৰ কাহিনী, পুৰণি কালৰ মানুহ আৰু বয়বস্তুৰ কথা ঢেৰাৰ পঢ়িছে। মানুহে কয় বোলে বুৰঞ্জীৰ এহেজাৰ কিতাপ তেওঁ হেনো সংগ্ৰহ কৰি থৈছে। নানান কাব্য তেওঁ পঢ়িছে—সেইবোৰ মুখস্থ হৈ আছে। দৰ্শন, বিজ্ঞান, কলা—সকলো বিষয়তে তেওঁ পাৰদৰ্শিনী। মুঠতে তেওঁ সকলো গুণৰে গৰাকী আছিল। তেওঁ মধুৰভাষী আৰু নম্ৰ, জ্ঞানী আৰু চতুৰ, বিদুষী আৰু অভিজাত বংশৰ। সেইদিনা জীয়েকে বাপেকক ক'লে,—"আপোনাক আজি ইমান বেজাৰ-মুৱা দেখিছো কিয়?" জীয়েকৰ এই প্ৰশ্ন শুনি তেওঁ ছুলতান আৰু তেওঁৰ মাজত হোৱা সকলো কথা আতিগুৰি মাৰি ক'লে। কথাবোৰ শুনি জীয়েকে ক'লে—"হে আল্লা! এই নাৰী নিধন পৰ্ব কেতিয়া শেষ হ'ব? উভয় পক্ষকে ধ্বংসৰ পৰা ৰক্ষা কৰিবলৈ মোৰ মনত কি বুদ্ধি খেলাইছে কওঁ নে?" বাপেকে উত্তৰ দিলে,—"ক মোৰ আই।" তেতিয়া জীয়েকে ক'লে,—"মই কওঁ—আপুনি ছুলতান শাৰিয়াৰলৈ মোক বিয়া দিয়ক। হয় মই জীয়াই থাকিম—নহলে মুছলমান সকলৰ কুমাৰী জীয়েকহঁতৰ স্বাৰ্থৰ বাবে আৰু ছুলতান আৰু আপোনাৰ হাতৰ পৰা তেওঁলোকক উদ্ধাৰ কৰাৰ হকে মোৰ জীৱন উছৰ্গা কৰিম।" জীয়েকৰ কথা শুনি খঙত জ্বলি উঠি তেওঁ ক'লে,—"আল্লাই ত্ৰাণ কৰক! আজলী ছোৱালী! নিজৰ জীৱনটো ধ্বংসৰ মুখলৈ ঠেলি দিব খোজ নে? মূৰ্খৰ দৰে এইবোৰ কি বলকিবলৈ আহিছ মোৰ আগত? এইটো মনত ৰাখিবি যে সংসাৰৰ কথাত অভিজ্ঞতা নথকা মানুহ বিপদত পৰে।" জীয়েকে তেতিয়া ক'লে,—"মোক ভাল কাম এটা কৰি মৰিবলৈ দিয়ক। আনৰ স্বাৰ্থৰ হকেহে মই প্ৰাণ উছৰ্গা কৰিম।" ৰাজিৰে ক'লে—"এনেদৰে জীৱন বিসৰ্জন দিয়াৰ পৰানো তোৰ কি লাভ হ'ব?" জীয়েকে ক'লে—"মই তাকে কৰিমেই—তাৰ ফল যিয়েই নহওক। এতিয়া সেইবোৰ কথা বাদ দিয়ক। মই আপোনাৰ কথা নুশুনো, আৰু আপুনি যদি বাধাও দিয়ে তথাপি মই ছুলতানক বিয়া কৰাম। মই নিজেই

ছুলতানৰ ওচৰলৈ গৈ ক'ম : আপোনালৈ বিয়া দিবৰ বাবে মই মোৰ পিতৃক গোহাৰি জনাইছিলো ; কিন্তু আপোনাক নিৰাশ কৰাৰ মনেৰে আৰু মই আপোনাৰ পত্নী হোৱাটো সহ্য নকৰি তেওঁ এই কথাত অসন্মতি প্ৰকাশ কৰিলে।" বাপেকে তেতিয়া সুধিলে,—"তেন্তে সেয়ে হোৱাটোকে বিচাৰিছ ?" জীয়েকে উত্তৰ দিলে,—"এৰা বিচাৰিছো।"

ৰাজিৰে বেজাৰ কৰিলে, তৰ্ক কৰিলে, বুজালে আৰু বাধাও দিলে—কিন্তু একো লাভ নোহোৱা দেখি তেওঁ ছুলতান শাৰিয়াৰৰ ওচৰলৈ গ'ল। ছুলতানৰ আগত আঠু লৈ ৰাজিৰে জীয়েকৰ লগত হোৱা বাকবিতণ্ডাৰ কথা সকলো ভাঙি-পাতি ক'লে আৰু তাৰ পিচত জনালে যে সেইদিনা নিশা তেওঁ জীয়েকক ছুল-তানৰ ওচৰলৈ আনিব খুজিছে। ছুলতান তেনেই অবাক হৈ পৰিল ; কিয়নো তেওঁ ৰাজিৰৰ জীয়েকৰ কথা ভবাই নাছিল। তেওঁ ৰাজিৰক সুধিলে,—"এইটো কেনেকৈ হ'ব পাৰে ? আপুনি জানেই, মই আল্লাৰ নামত প্ৰতিজ্ঞা কৰি থৈছো ; আজি নিশাটো তেওঁৰ লগত সহবাস কৰি উঠি কাইলৈ পুৱাতে তেওঁক বধ কৰিবলৈ মই আপোনাক নিৰ্দেশ দিম। আৰু আপুনি যদি তেওঁক বধ নকৰে, তেন্তে এইটো নিৰ্ঘাত যে তেওঁৰ ঠাইত মই আপোনাক বধ কৰিম।" ৰাজিৰে উত্তৰ দিলে,—"আল্লাই আপোনাক মহান কৰক, দীৰ্ঘজীৱি কৰক—হে সম্ৰাট! এই সংকল্প লৈছে মোৰ কন্যাই। মই এই সকলোবোৰ কথা কৈছিলো—আৰু বহুতো কথা কৈ বুজাইছিলো। কিন্তু তাই মোৰ কথা নুশুনিলে ; সম্ৰাটৰ লগত নিশাটো কটাব বুলিহে জিদ ধৰিলে।" তাকে শুনি শাৰিয়াৰ পৰম সন্তুষ্ট হ'ল আৰু ক'লে,—"সেয়ে হওক তেন্তে। তেওঁক প্ৰস্তুত হ'বলৈ দিয়ক ; আজি নিশা মোৰ ওচৰলৈ তেওঁক আনিব।" ৰাজিৰ ঘৰলৈ উলটি গ'ল ; ছুলতানৰ আদেশৰ কথা জীয়েকৰ আগত ব্যক্ত কৰি শেষত ক'লে,—"তোক লৈ গৈ আল্লাই যেন মোক ৰিক্তহস্ত নকৰে।"

কিন্তু শহৰজাদৰ আনন্দত তৎ নাই ; লাগতিয়াল বয়বস্তু সকলো গোটাই লৈ তেওঁ ভনীয়েক দুনীয়াজাদক ক'লে,—"মই কোৱা কথাখিনি ভালকৈ শুনি ল। মই ছুলতানৰ ওচৰলৈ যোৱাৰ পিচত তোক মতাই পঠাম ; তই মোৰ ওচৰলৈ গৈ চেগ বুজি মোক ক'বি—'বাইদেউ! তুমি নুশুৱা দেই। মোক নতুন বঢ়িয়া সাধু এটা কোঁৱা। সাৰ পাই থকা সময়কণ সাধু শুনিয়েই বেগেতে পাৰ কৰি দিওঁ।' মই তেতিয়া সাধু এটা আৰম্ভ কৰিম আৰু আল্লাৰ যদি কৰুণা হয়, তেন্তে সেই



সাধুৰেই আমাক উদ্ধাৰ কৰিব আৰু ছুলতানকো এনে তেজখোৱা আচাৰ এটাৰ পৰা আঁতৰাই নিব।" দুনীয়াজাদে তাকে কৰিব বুলি ক'লে। নিশা হ'লত ৰাজিৰে শহৰজাদক ছুলতানৰ কাষলৈ নিলে ; তেওঁক দেখি ছুলতানে সন্তোষ পালে। কিন্তু পালেঙত উঠি ছুলতানে দেখিলে—শহৰজাদে কান্দিছে। তাকে দেখি তেওঁ সুধিছে—"তোমাৰ কি হৈছে ?" শহৰজাদে উত্তৰ দিলে—"হে সম্ৰাট! মোৰ এজনী ভনী আছে। ৰাতি নৌ পুৱাওঁতেই নিশাতেই তাইৰ পৰা বিদায় লবলৈ পালে মোৰ মনটো ভাল লাগিব।" তাকে শুনি ছুলতানে তুৰন্তে দুনীয়াজাদক মতাই পঠালে। দুনীয়াজাদে ছুলতানক সেৱা জনালেহি। ছুলতানে তাইক বিচনাখনৰ ভৰি পথানৰ পিনে বহিবলৈ দিলে। তিনিও শুই থাকিল। মাজ-নিশা শহৰজাদে সাৰ পাই দুনীয়াজাদক ঠাঁৰে-টিঞাৰে ইঙ্গিত দিলে। দুনীয়া-জাদ উঠি বহিল আৰু ক'লে—"বাইদেউ! এটা নতুন বঢ়িয়া সাধু কোৱাচোন। শেষ নিশাৰ সময়কণ উজাগৰে থাকি সাধু শুনিয়েই কটাই দিওঁ।" শহৰজাদে উত্তৰ দিলে—"মহান সম্ৰাটে যদি অনুমতি দিয়ে, তেন্তে মই নিশ্চয় সাধু কবলৈ পালে সন্তোষ পাম।" ছুলতানৰো টোপনি অহা নাছিল ; সেইদেখি সাধু শুনাৰ থল ওলোৱাত তেওঁ ভালেই পালে। তেওঁ ক'লে—"কোৱা।" শহৰজাদে সন্তোষ প্ৰকাশ কৰি এহেজাৰ এনিশাৰ প্ৰথম নিশাটোৰ সাধুটো আৰম্ভ কৰিলে।

# মাছমৰীয়া আৰু দৈত্য

হে সম্ৰাট ! এসময়ত এজন মাছমৰীয়া মানুহ আছিল ; তেওঁৰ ঘৰত আছিল ঘৈণীয়েক আৰু তিনিটা ল'ৰাছোৱালী । মানুহটো বৰ দুখীয়া । এই মাছমৰীয়া মানুহটোৱে দিনটোত চাৰিবাৰ সাগৰত জাল পেলায়—কিন্তু কোনো দিনে তাতকৈ এটা বাৰো বেছি নেপেলায় । এদিন শেষ ৰাতি সি সাগৰৰ পাৰলৈ গ'ল, খাংটো মাটিত থৈ চোলাটো কোঁচাই ল'লে আৰু পানীলৈ নামি থ'ল । তাৰ পিচত জালখন মাৰি পঠিয়ালে । কিছুপৰ জালখন তলতে ৰাখি থৈ সি লাহে লাহে টানিবলৈ ধৰিলে—কিন্তু বৰ গধুৰ হোৱা যেন পালে । জালখন পাৰৰ ফাল টানিছেহে টানিছে, সি লৰাবই পৰা নাই । তেতিয়া সি জালৰ আগকেইটা চপাই পাৰলৈ নিলে আৰু খুঁটি এটা পুতি তাতে বান্ধি থ'লে । তাৰ পিচত কানি-কাপোৰ খুলি পানীত বুৰ মাৰি অতি কষ্টেৰে জালখন ওপৰলৈ তুলি আনিলে । বঙতে তাৰ পাৰ নোহোৱা হ'ল ; কানি কাপোৰ পিন্ধি লৈ সি জালখনৰ ওচৰ পালেগৈ। কিন্তু দেখিলে যে জালৰ মাজত মৰা গাধ এটাহে আছে—গাধৰ ভৰত তাৰ জালখনৰ পাহবোৰহে ছিগিল । তাৰ মনটো বেজাৰে ছাটি ধৰিলে । "এইদৰে হ'লে আৰু দিনটোৰ ভাত মুঠি যোগাৰ কৰিম কেনেকৈ ?"

মাছমৰীয়া মানুহটোৱে জালৰ পৰা মৰা গাধটো আঁতৰাই আল্লাৰ নাম লৈ আকৌ সাগৰত জাল পেলালে । এইবাৰো সি যিমানে টানে সিমানে গধুৰ যেন পায়—আগৰ বাৰতকৈয়ো বেছিকৈহে জালখনে তলৰ পিনে হেঁচি নিলে । মাছমৰীয়া মানুহটোৱে ভাবিলে ; এইবাৰ মাছ লাগিছে । জালখনত বান্ধ এটা দি সি কানি-কাপোৰ খুলি পানীলৈ নামি গ'ল ; টানি আজুৰি জালখন বামলৈ তুলিলে । কিন্তু দেখিবলৈ পালে যে জালত বৰ ডাঙৰ মাটিৰ কলহ এটাহে লাগিছে—কলহটো মাটি আৰু বালিৰে ভৰি আছে । কলহটো পেলাই দি সি আকৌ আল্লাৰ নাম



ল'লে আৰু জালখন কোঁচাই ধুই-পখালি লৈ সাগৰৰ পানীত নামিলগৈ । তৃতীয়-বাৰৰ কাৰণে সি জালখন মাৰিলে । জালখন বুৰ যোৱাৰ পিচত সি টানিবলৈ ধৰিলে ; কিন্তু এইবাৰ জালত উঠিল—খোলাকটি আৰু কাঁচৰ টুকুৰা । তেতিয়া আকাশৰ পিনে মূৰ তুলি মাছমৰীয়াই ক'লে,—"হে আল্লা ! নিতৌ চাৰিবাৰৰ অধিক জাল মৰাটো তুমি বিচৰা নাই ; ইতিমধ্যে তিনিবাৰ জাল পেলালো—কিন্তু তুমি মোক একোকে নিদিলা । সেইদেখি মোক ভাতমুঠিৰ যোগাৰটো দিয়া ।" এইদৰে আল্লাৰ নাম লৈ সি আকৌ জালখন মাৰি পঠিয়ালে । কিছুপৰৰ মূৰত জালখনত টান মাৰি দেখিলে যে টানিব নোৱাৰি ; তলিত কিহবাত লাগি ধৰিছে।

কানি-কাপোৰ খুলি সি পানীত বুৰ মাৰিলে আৰু কোনোমতে টানি আজুৰি জালখন পাৰলৈ তুলিলে । জালখন মোকোলাই দেখিলে—লাওটোৰ নিচিনা তামৰ কলহ এটা । কলহৰ মুখত এখন ঢাকনিও আছে—ভিতৰত হয়তো কিবাকিবি বহুত আছে । তাকে দেখি মাছমৰীয়া মানুহটোৰ মনটো ভাল লাগিল । সি ভাবিলে—"মই যদি কলহটো বজাৰত বেচো—তেন্তে দহটা সোণৰ মুদ্ৰা পাম ।" সি কলহটো জোকাৰি চালে ; গধুৰ যেন পাই ভাবিলে—"ইয়াৰ ভিতৰত বা কি আছে ! খুলিয়েই চাওঁ—ভিতৰত নো কি আছে ! সেইবোৰো মই বজাৰত বেচিব পাৰিম ।" সেইবুলি সি কটাৰীখন উলিয়াই লৈ ঢাকনিখন খুলিলে ; কলহটো তেতিয়া ওভোতাই ধৰি সি ভিতৰৰ বস্তবোৰ উলিয়াবৰ মনেৰে জোকাৰিবলৈ ধৰিলে । কিন্তু একো ওলাই নাহিল । সি আচৰিত হ'ল । এনেতে দেখিবলৈ পালে—কলহটোৰ পৰা ধোঁৱা ওলাবলৈ ধৰিছে ; ধোঁৱাবোৰ অকাই-পকাই আকাশৰ পিনে উঠি যাবলৈ ধৰিলে । বহুত ওপৰলৈ উঠি যোৱাৰ পাচত কেউপিনে ছাটি ধৰা ধোঁৱাখিনি থুপ খাই পৰিল আৰু বিৰাট দৈত্য এটাৰ ৰূপ ধাৰণ কৰিলে । দৈত্যৰ মূৰটোৱে আকাশৰ ডাৱৰ স্পৰ্শ কৰিলে আৰু ভৰি কেইটা মাটিত লাগিলহি । দৈত্যৰ মূৰটো পাহাৰৰ টিঙটোৰ সমান ; হাতদুখন বিয়াগোম ভৰি দুটা লোৰ ডাঙৰ খুটাৰ দৰে দীঘল আৰু মুখখন গুহাৰ সমান বহল । দাঁতবোৰ ডাঙৰ শিলৰ ছটা যেন ; নাকৰ বাট কেইটা কলহৰ মুখ যেন ; চকু দুটা চাকিৰ দৰে জ্বলিছে—সেই দুটা চকুৰে টেলেকা টেলেককৈ ভয়ঙ্কৰ ভাবে চাবলৈ ধৰিছে ।

দৈত্যটো দেখি মাছমৰীয়াৰ হাতভৰিৰ কঁপনি উঠিল ; কঁপনিত দাঁতে দাঁতে লাগিবলৈ ধৰিলে ; অণ্ঠকণ্ঠ শুকাই গ'ল ; চকুৰে ধুৱলী-কুৱলী দেখিলে ।

দৈত্যটোৱে তাৰৈ চাই ক'লে,—"আল্লাৰ বাহিৰে আন দেৱতা নাই আৰু ছুলেমানেই হ'ল আল্লাৰ দূত। হে আল্লাৰ দূত, মোক বধ নকৰিবা। মই কেতিয়াও কথা আৰু কামৰ দ্বাৰা আপোনাৰ ওচৰত পাপ আচৰণ নকৰো।" মাছমৰীয়াই ক'লে,—"হে মাৰিদ ! আপুনি আল্লাৰ দূত ছুলেমানৰ কথা কৈছে। এহেজাৰ আঠশ বছৰ মানৰ আগতেই ছুলেমানৰ মৃত্যু হ'ল। আমি আছো এতিয়া পৃথিৱীৰ অন্তিম কালত। আপোনাৰ কি হৈছিল ? এই কলহটোৰ ভিতৰত সোমোৱাৰ কাৰণ কি ?" মাছমৰীয়াৰ কথা শুনি দৈত্যই ক'লে,—"আল্লাৰ বাহিৰে আন দেৱতা নাই। হে মাছমৰীয়া ! তুমি প্ৰফুল্ল মনেৰে থাকা।" মাছমৰীয়াই সুধিলে—"প্ৰফুল্ল মনেৰে থাকিবলৈ আপুনি মোক কিয় কৈছে ?" দৈত্যই উত্তৰ দিলে—"কাৰণ এই মুহূৰ্ততে তুমি মৰিব লাগিব।" মাছমৰীয়াই ক'লে,—"আপোনাৰ এই শুভ সংবাদৰ বাবে আপোনাৰ কাৰণে স্বৰ্গৰ দুৱাৰ বন্ধ হৈ যাওক। আপুনি মোক কিয় বধ কৰিব ? মই কি কৰিলো ? কি কাৰণে মই মৰিব লাগে ? মই আপোনাক কলহটোৰ পৰা উলিয়াই দিলো, সাগৰৰ তলিৰ পৰা আপোনাক উদ্ধাৰ কৰিলো আৰু মাটিলৈ আপোনাক তুলি আনিলো—সেই কাৰণেই নেকি ?" দৈত্যই উত্তৰ দিলে,—"মোক মাত্ৰ কোৱা—তুমি কেনে দৰে মৃত্যু বিচাৰিছা, মই কেনে ধৰণে তোমাক হত্যা কৰিম ?" মাছমৰীয়াই আকৌ সুধিলে—"মোৰ অপৰাধ কি ?" দৈত্যই উত্তৰ দিলে—"মোৰ কাহিনীটো শুনা।"

তেতিয়া দৈত্যই ক'লে,—"মই দৈত্যৰ দলপতি আছিলো আৰু ডেভিদৰ পুত্ৰ ছুলেমানৰ প্ৰতি পাপ আচৰণ কৰিছিলো। তেতিয়া সেই স্বৰ্গীয় দূতে মোক ধৰিবৰ বাবে তেওঁৰ অমাত্য বৰখিয়াৰ পুত্ৰ আছফ্ক পঠালে। এই অমাত্যজনে মোক ধৰি বান্ধি-কুন্ধি তেওঁৰ ওচৰলৈ লৈ গ'ল ; অৱনত হৈ মই তেওঁৰ আগত থিয় দিলো। মোক দেখি ছুলেমানে আল্লাৰ নাম ল'লে আৰু মোক সত্যাশ্ৰয়ী হ'বলৈ আৰু তেওঁৰ আজ্ঞা পালন কৰিবলৈ ক'লে। কিন্তু মই সন্মত নোহোৱাত তেওঁ এই কলহটো অনালে আৰু ইয়াৰ ভিতৰত মোক ভৰাই কলহটোত সাফৰ মাৰি দিলে। তাৰ পিচত সাগৰৰ তলিত মোক পেলাই দিবলৈ নিৰ্দেশ দিলে। তেনেদৰেই সাগৰত মই এশ বছৰ পৰি থাকিলো ; তেতিয়া মই মনতে ভাবিছিলো—"যেয়ে মোক উদ্ধাৰ কৰিব, তেওঁকেই মই প্ৰচুৰ পৰিমাণে ধন-সোণ দান কৰিম।" কিন্তু এশটা বছৰ পাৰ হৈ গ'ল—তথাপি কোনেও মোক উদ্ধাৰ নকৰিলে। দ্বিতীয় এশটা



বছৰৰ ভিতৰত ভাবিলো—"যি মোক উদ্ধাৰ কৰিব, তেওঁক তিনিটা বাসনা মই পূৰণ কৰিম।" তথাপি কোনেও মোক উদ্ধাৰ নকৰিলে। তেতিয়া মোৰ বৰ খং উঠিলে ; মই মনতে ভাবিলো—"ইয়াৰ পাচত যি মোক উদ্ধাৰ কৰে, তেওঁক মই বধ কৰিম আৰু তেওঁৰ ইচ্ছা অনুসৰি মৃত্যু দণ্ড দিম। এতিয়া তুমি মোক উদ্ধাৰ কৰিছা, সেইদেখি কেনেদৰে মৃত্যু হোৱাটো বিচাৰিছা তুমি মোক কোৱা।"

দৈত্যৰ কথা শুনি মাছমৰীয়াই ক'লে,—"হে আল্লা ! মইনো এইছোৱা সময়ৰ ভিতৰতহে উদ্ধাৰ কৰিব লগীয়া আছিল নে ?" তাৰ পিচত সি ক'লে —"আল্লাই আপোনাক দয়া দেখুৱাব—আপুনি মোক প্ৰাণ দান দিয়ক। মোক বধ নকৰিব ; তাকে কৰিলে আল্লায়ো কাৰবাৰ হতুৱাই আপোনাক বধ কৰাব।" দৈত্যই উত্তৰ দিলে,—"আৰু ৰক্ষা নাই। তুমি মৰিবই লাগিব। সেইদেখি কেনেদৰে মৃত্যু হোৱাটো বিচাৰিছা সেই বৰকে মোৰ পৰা বিচাৰিব পাৰা।" মাছমৰীয়াই আকৌ কাঁকুতি কৰিলে—"মোক ক্ষমা কৰক। আপোনাক উদ্ধাৰ কৰা বুলিয়েই উদাৰ দান হিচাপে মোক মোৰ জীৱন দান কৰক।" দৈত্যই ক'লে, —"মোক সেই মুক্তি দিয়া বাবেইতো মই তোমাক বধ কৰিম।" মাছমৰীয়াই উত্তৰ দিলে,—"হে দৈত্যপতি মই আপোনাৰ উপকাৰ কৰিলো আৰু আপুনি মোৰ অপকাৰ কৰিবলৈ ওলাইছে।" এই কথা শুনি দৈত্যই ক'লে,—"আৰু একো কথা নুশুনো মই তোমাক বধ কৰিমেই।" তেতিয়া মাছমৰীয়াই ভাবিলে— "এইটো হল দৈত্য আৰু মই হলো মানুহ—আল্লাই মোক জ্ঞান-বুদ্ধি দান কৰিছে ; সেইদেখি মই মোৰ কৌশল আৰু জ্ঞান-বুদ্ধিৰ সহায় লৈ তাৰ কৱলত পৰি মৃত্যু বৰণ কৰাৰ পৰা উদ্ধাৰ পাবৰ বাবে চেষ্টা কৰিব লাগিব। তাৰ বুদ্ধি-ভাৰসাৰ স্থল হ'ল—তাৰ বিদ্বেষপূৰ্ণ দুষ্ট মনটোহে।" সি দৈত্যক সুধিলে—"আপুনি তেন্তে মোক বধ কৰিবই ! সেয়ে যদি হয়, তেন্তে ডেভিদৰ পুত্ৰ ছুলেমানৰ দৰে মহাত্মাৰ নাম লৈ মই আপোনাক এটা কথা সুধিব খোজো—আপুনি মোক সঠিক উত্তৰ দিবনে ? দৈত্যই ক'লে—"দিম।" কিন্তু মহাত্মাজনৰ নাম লোৱা শুনিয়েই তাৰ বুদ্ধি নাশ হৈ গ'ল ; সি কঁপিজপি সুধিলে—"কি সুধিব খুজিছা, বেগেতে সোধা।" মাছমৰীয়াই সুধিলে—"আপুনিনো এই এধানমান কলহটোৰ ভিতৰত সোমাই আছিল কেনেকৈ—আপোনাৰ হাতখনেই দেখোন ইয়াৰ ভিতৰত নোসোমাব। ভৰিখনো ইয়াৰ ভিতৰত নোসোমায়। এনেস্থলত আপোনাৰ গোটেই গাটো ভৰাই লব পৰাকৈ কলহটো ডাঙৰ হৈ গ'ল কেনেকৈ ?

দৈত্যাই সুধিলে—"মই কলহৰ ভিতৰত সোমাই আছিলো বুলি তুমি বিশ্বাস কৰিব পৰা নাই নেকি ?" মাছমৰীয়াই ক'লে,—"নাই পৰা। আপুনি কলহৰ ভিতৰত সোমোৱাটো নিজ চকুৰে নেদেখালৈকে মই বিশ্বাস কৰিব নোৱাৰো।" মুহূৰ্তৰ ভিতৰতে দৈত্যটো ধোঁৱাত পৰিণত হ'ল। ধোঁৱাখিনি থুপ বান্ধি লাহে লাহে কলহৰ ভিতৰলৈ সোমাই গ'ল। কলহৰ ভিতৰত সম্পূৰ্ণভাৱে সোমোৱাৰ লগে লগে মাছমৰীয়াই ততালিকে সাফৰটো লৈ কলহৰ মুখখন বন্ধ কৰি দিলে; তাৰ পিচত দৈত্যক সুধিলে—"কেনেদৰে মৃত্যু হোৱাটো বিচাৰিছা, সেই বৰ মোৰ পৰা খুজি লোৱা। আল্লাৰ শপত খাই কৈছো—মই তোমাক সাগৰৰ মাজলৈ দলিয়াই দিম আৰু এইখিনিতে মই ঘৰ সাজি থাকিবলৈ ল'ম; যেয়ে এই ঠাইলৈ আহে তেওঁকেই এই ঠাইত মাছ মাৰিবলৈ নিষেধ কৰি দি ক'ম—"সাগৰৰ এইখিনিতে এটা দৈত্য আছে; যেয়ে সেই দৈত্যক উদ্ধাৰ কৰিব তেওঁকেই সি অন্তিম দান হিচাবে মৃত্যুদণ্ড দিব আৰু মৃত্যুৰ পদ্ধতি বাছি ল'বলৈ ক'ব।" মাছমৰীয়াৰ কথা শুনি দৈত্যই বুজিলে যে সি পাকত পৰিলে। সি ওলাবলৈ চেষ্টা কৰিলে ; কিন্তু সাফৰটোত ছুলেমানৰ মোহৰ থকা হেতুকে ওলাব নোৱাৰিলে। সি বুজিলে যে মাছমৰীয়াই বন্দী কৰি তাক পাকত পেলালে। তেতিয়া সি সৰুটি হৈ বিনয় ভাবেৰে ক'লে—"মই তোমাৰ লগত ধেমালিহে কৰিছিলো।" কিন্তু মাছমৰীয়াই উত্তৰ দিলে—"হেৰ'! নীচ দৈত্য! তই ফাঁকি দিছ।" দৈত্যই ক'লে,—"নাই দিয়া।" তেতিয়া দৈত্যই কোমল মাতেৰে সুধিলে—"হে মাছমৰীয়া! তুমি মোক কি কৰিব খুজিছা ?" সি উত্তৰ দিলে,—"মই তোক সাগৰত দলিয়াই পেলাই দিম। য'ত তই এহেজাৰ আঠ শ বছৰ কটালি, তাতে থাকিবি। পাপ-পুণ্যৰ বিচাৰৰ দিনলৈকে এইবাৰ তই তাতে থাকিবি। মই কোৱা নাছিলোনে যে "মোক প্ৰাণদান দিয়া, আল্লাই তোমাক দয়া কৰিব। মোক প্ৰাণে মাৰিলে আল্লায়ো তোমাক বধ কৰিব ?" তথাপি তই মোৰ কাঁকুতি মিনতিলৈ কাণ নকৰিলি ; মোৰ প্ৰতি অসৎ আচৰণ কৰি থাকিলি। এতিয়া আল্লাই তোক মোৰ হাতৰ মুঠিত তুলি দিছে আৰু মই তোতকৈ বেছি বুধিয়ক।" দৈত্যই তেতিয়া ক'লে—"মোক ওলাই যাবলৈ দিয়া—মই তোমাক বহুত ধনসোণ দিম।" মাছমৰীয়াই ক'লে—"মিছলীয়া! তই যদি মোক ৰেহাই দিলিহেঁতেন, তেন্তে ময়ো তোক ৰেহাই দিলোহেঁতেন। কিন্তু তই মোৰ মৃত্যুৰ বাহিৰে আন একোতে সন্তুষ্ট নহৱ। সেইদেখি মই এতিয়া তোক এই কলহটোৰ ভিতৰতে আটক কৰি থম আৰু সাগৰৰ বুকুত পেলাই দিম।"



তেতিয়া দৈত্যই চিঞৰি ক'লে,—"আল্লাই তোমাৰ মঙ্গল কৰক! হে মাছমৰীয়া! মোক এৰি দিয়া। মোৰ পূৰ্বৰ কামৰ বাবে মোক ক্ষমা কৰা। মই তোমাৰ প্ৰতি বৰ্বৰোচিত আচৰণ কৰিছো ; কিন্তু তুমি মোৰ প্ৰতি উদাৰ হোৱা। কিয়নো কথিত আছে যে তোমাৰ অপকাৰ কৰা জনৰ তুমি যদি উপকাৰ কৰা ; তেন্তে অপকাৰ কৰাজনৰ কুকাৰ্যৰ বাবে সেয়ে যথেষ্ট ; 'আটিকাহ'ৰ প্ৰতি 'উমানাই' যি আচৰণ কৰিছিল, তেনে আচৰণ তুমি যেন মোৰ ক্ষেত্ৰত নকৰা।"

মাছমৰীয়াই সুধিলে—"তেওঁলোকৰ নো কি হৈছিল ?" দৈত্যই উত্তৰ দিলে—"এইদৰে বন্দী হৈ থাকি গল্প কোৱাৰ সময় এইটো নহয়। মোক মুকলি কৰি দিয়া—তেতিয়া মই গল্পটো ক'ম।" মাছমৰীয়াই উত্তৰ দিলে—"সেই কথা হবই নোৱাৰে। কোনো গত্যন্তৰ নাই। মই তোক আকৌ সাগৰলৈ দলিয়াই দিম আৰু ইয়াৰ পৰা তই কোনো কালে ওলাব নোৱাৰ। মই তোৰ পৰা পৰিত্ৰাণ বিচাৰি বিফল হ'লো ; তোৰ আগত কান্দি কাটি মই মাত্ৰ নিজক লঘু কৰিলো। মই তোৰ একো অপকাৰ নকৰা সত্বেও তই মোক হত্যা কৰিবহে খুজিলি। তই মোৰ প্ৰতি যি আচৰণ কৰিলি তাৰপৰা মই বুজিলো যে তই সৎ নহৱ। মই তোক দুনাই সাগৰত পেলাই দিম ; যেয়ে তোক পানীৰ পৰা তোলে, তেওঁকেই মই সাৱধান কৰি দিম আৰু তোৰ হাতত মোৰ কি দশা হৈছিল, সেই কথাও ক'ম। তোক আকৌ পানীলৈ পেলাই দিবলৈ ক'ম। সেইদেখি তোৰ অন্তিম কাললৈকে তই পানীৰ মাজতে থাকিব লাগিব।"

কিন্তু দৈত্যটোৱে চিঞৰ-বাখৰ লগাই ক'লে—"মোক খুলি দিয়া। এই মহৎ কাৰ্য কৰি উদাৰতা দেখুওৱা। মই তোমাৰ আগত শপত খাই কৈছো যে মই তোমাৰ একো হানি-বিঘিনি নঘটাওঁ। মই তোমাক সহায় কৰিম ; অভাৱ-অনাটনৰ পৰা তোমাক উদ্ধাৰ কৰিম।" মুৰকত আগৰ দৰে বিপদত নেপেলোৱা আৰু তাৰ উপকাৰ কৰি দিয়া—এই দুটা প্ৰতিশ্ৰুতিৰ ভেটিত মুকলি কৰি দিবলৈ মাছমৰীয়া সন্মত হ'ল। তেতিয়া আল্লাৰ নাম লৈ সি কলহৰ মুখখন খুলি দিলে। কলহৰ মুখৰ পৰা ধোঁৱাৰ স্তম্ভ এটা আকাশলৈ উঠি গ'ল। তাৰ পিচত ধোঁৱাবোৰ থুপ খাই পৰিল আৰু আকৌ সেই ভয়ানক চেহেৰাৰ দৈত্যটোৰ মূৰ্তি ধাৰণ কৰিলে। দৈত্যই পোনেই কলহটো গোৰ মাৰি সাগৰলৈ পেলাই দিলে। কলহটো সেইদৰে গোৰ মাৰি পঠোৱা দেখি মাছমৰীয়াই প্ৰমাদ গণিলে—ভাবিলে যে তাৰ মৃত্যু সুনিশ্চিত। পিচে বুকুত সাহস চপাই লৈ সি ক'লে,—"হে দৈত্য! আল্লাই কৈছে :

প্ৰতিজ্ঞা পালন কৰিবা ; কিয়নো তোমাৰ প্ৰতিজ্ঞা পালন কৰাৰ বিষয়ে পাচত বিচাৰ লোৱা হ'ব। তুমি মোৰ ওচৰত প্ৰতিজ্ঞা কৰিছিলা ; শপত খাই এতিয়া তাৰ অন্যথা নকৰিবা। তাকে কৰিলে আল্লায়ো তোমাৰ অন্যথা কৰিব।" দৈত্যই ঢেকঢেকাই হাঁহি খোজ ল'লে আৰু মাছ-মৰীয়াক ক'লে—"মোৰ পাচে পাচে আহা।" মানুহটো পাচে পাচে—অথচ দূৰে দূৰে যাবলৈ ধৰিলে। শেষত সিহঁত নগৰৰ দাঁতি পালেগৈ। তাৰ পাচত সিহঁতে চনপৰা মাটি এডৰাত ভৰি দিলেগৈ আৰু সেইখিনি পাৰ হৈ হাবিত সোমাল। এনেতে দেখিলে পাহাৰৰ মাজতে এখন বিল আছে। দৈত্যটো তাৰ মাজ পালেগৈ আৰু আকৌ চিঞৰ মাৰি ক'লে—"মোৰ পাচে পাচে আহা।" মাছমৰীয়াই তাক অনুসৰণ কৰি গৈ থাকিল। শেষত সি মানুহটোক জাল মাৰি মাছ ধৰিবলৈ আদেশ দিলে। পানীলৈ চাই বগা, ৰঙা, নীলা, হালধীয়া আদি বাৰেবৰণীয়া মাছ দেখি মাছমৰীয়া আচৰিত হ'ল। সি জালখন ছাটিমাৰি পঠিয়ালে আৰু জাল চপাই আনি দেখিলে যে চাৰি ৰঙৰ চাৰিটা মাছ উঠিছে।

তেতিয়া তাৰ মনত ৰং লাগিল ; তাতকৈ ৰং লাগিল দৈত্যৰ কথা শুনি : "এইবোৰ ছুলতানৰ ওচৰলৈ নি তেওঁৰ আগত মেলি ধৰিবা। তেতিয়া তেওঁ যি খিনি ধন-সোণ দিব তাৰ পৰাই তুমি ধনী হৈ উঠিবা। কিন্তু প্ৰতিদিনে এবাৰতকৈ বেছিকৈ ইয়াত মাছ মাৰিব নোৱাৰা।" তাৰ পিচত দৈত্যই ক'লে,—"আল্লাৰ কৃপাত আমি হয়তো আকৌ পৰস্পৰক লগ পাম।" এইবুলি কৈ সি ভৰিখনেৰে মাটিত গোৰ মাৰি দিলে ; মাটি দুফাল হৈ পৰিল আৰু সেইপিনেদি সি অদৃশ্য হৈ গ'ল।

দৈত্যক কেন্দ্ৰ কৰি ঘটা ঘটনাবোৰৰ কথা ভাবি মাছমৰীয়া তেনেই অবাক হৈ পৰিল। সি তেতিয়া মাছকেইটা লৈ নগৰৰপিনে যাত্ৰা কৰিলে। ঘৰ পাই সি মাটিৰ চৰু এটা আনি তাত পানী ঢালি মাছকেইটা পেলাই দিলে। মাছ-কেইটাই জপিয়াবলৈ ধৰিলে। তাৰ পিচত চৰুটো মূৰত লৈ সি ছুলতানৰ কাষৰ-ঙৰ পিনে—দৈত্যই কোৱা মতে যাত্ৰা কৰিলে। তালৈ গৈ ছুলতানৰ আগত মাছকেইটা দেখুৱালে। ছুলতান তেনেই অবাক হৈ পৰিল ; এনে ধৰণৰ মাছ তেওঁ জীৱনত কেতিয়াও দেখা নাই। তেওঁ ক'লে,—"আমাৰ ৰন্ধা-বঢ়া কাম কৰা নতুন দাসীজনীক এইবোৰ দিয়াগৈ।" তিনিদিনৰ আগতে ৰোমৰ ৰজাই পঠোৱা দাসীজনীনো ৰন্ধা-বঢ়াত কিমান পাকৈত তাৰেই পৰীক্ষা লবৰ মনেৰে ছুলতানে



এই আদেশ দিলে। তেতিয়া মন্ত্ৰীয়ে ৰান্ধনীৰ ওচৰলৈ মাছকেইটা নি ৰান্ধিবলৈ ক'লে আৰু লগতে জনালে : "ছুলতানে তোমাক জনাবলৈ কৈছে যে তোমাৰ মূল্য নিৰূপণ কৰা হোৱা নাই। আজি তোমাৰ ৰন্ধন পটুতাৰ প্ৰমাণ দেখুওৱা। এই আপুৰুগীয়া মাছকেইটা ছুলতানলৈ উপহাৰ স্বৰূপে পঠোৱা হৈছে।" মন্ত্ৰীয়ে ৰান্ধনীক কামৰ ভাৰ দি থৈ যোৱাৰ পাচত ছুলতানে তেওঁক আদেশ দিলে—মাছ-মৰীয়াক চাৰিশ মুদ্ৰা দিবৰ বাবে। সেইমতেই মন্ত্ৰীয়ে দিলে। মানুহটোৱে মুদ্ৰাখিনি বুকুত লৈ ঘৰলৈ উধাতু খাই লৰ মাৰিলে। সকলোবোৰ কথা তাৰ মনত সপোন যেন লাগিল। সি লৰা-তিৰোতাৰ বাবে যি য'ত লাগে, সকলো কিনি ৰং মনেৰে ঘৰমুৱা হ'ল।

ইপিনে ৰান্ধনীজনীয়ে মাছকেইটা বাছি কেৰাহীৰ তপত তেলত দি এফাল ভাজি সিটোফাল ভাজিবলৈ বুলি লুটিয়াই দিলে। এনেতে ৰান্ধনিঘৰৰ বেৰখন দুফাল হৈ পৰিল আৰু তাৰ মাজৰ পৰা ওলাই আহিল এজনী ৰূপৱতী গাভৰু। মানুহজনীৰ মুখখন ঘূৰণীয়া, খোজ-কাটলত কমনীয়তা ফুটি উঠিছে। পাটৰ কাপোৰৰ ওৰণী এখন আছে মূৰত—কাপোৰখনৰ দাঁতি কেইটাত নীলা ফুল তোলা আছে। কাণৰ ডাঙৰ কেকযোৰ দোঁ খাই আছে ; হাতৰ মুঠিত শোভা পাইছে খাৰু যোৰে ; আঙুলিবোৰত জিলিকিব লাগিছে বহুমূলীয়া বাখৰপতোৱা আঙঠি-বোৰ। গাভৰুৱে হাতত লৈ অহা দীঘল লাখুটীডালেৰে কেৰাহীখন স্পৰ্শ কৰি ক'লে,—"হে মৎস্যবৰ্গ! তোমালোকে পূৰ্বৰ প্ৰতিজ্ঞাৰ কথা পাহৰিলা নেকি ?" এইবোৰ কাণ্ড দেখি ৰান্ধনীছোৱালীজনী অজ্ঞান হৈ পৰিল। গাভৰুৱে সেই কথাকে তিনিবাৰ ক'লে ; তেতিয়া কেৰাহীৰ মাজৰ পৰাই মাছকেইটাই মাত লগালে—"নাই! নাই!" তাৰ পিচত মাছ কেইটাই সমস্বৰে গালে :

"তুমি উলটি আহা, আমিও আহিম। তুমি বিশ্বাস ৰাখিবা,
আমিও ৰাখিম। তুমি যদি পৰিত্যাগ কৰা, তেন্তে আমিও
তাৰ জোখাৰে প্ৰতিশোধ ল'ম।"

তেতিয়া গাভৰুৱে কেৰাহীখন লুটিয়াই দিলে আৰু যি বাটেদি আহিছিল ; সেইবাটেদি উলটি গ'ল। ৰান্ধনিঘৰৰ বেৰৰ ফাঁটটোও নোহোৱা হ'ল। ৰান্ধনী-জনীয়ে জ্ঞান পাই দেখিলে যে মাছ চাৰিটা দেই ছাই হৈ গ'ল। "প্ৰথম পৰীক্ষাতে ব্যৰ্থ হবলগীয়া হ'ল" এই বুলি বিনাই ছোৱালীজনী আকৌ অজ্ঞান হৈ মাটিত ঢলি পৰিল। এনে অৱস্থাতে মাছ কেইটা ৰন্ধাৰ খবৰ লবলৈ ৱাজিৰ সেইখিনি

পালেহি। মাটিত সেইদৰে পৰি থকা দেখি তেওঁ ভৰিৰে গাত ঠেলা মাৰি বান্ধনীজনীক ক'লে "ছুলতানৰ ওচৰলৈ মাছ কেইটা লৈ ব'লা।" তেনেতে বান্ধনীজনীয়ে পুনৰ জ্ঞান পালে; তাই কান্দি-কাটি ৱাজিৰৰ আগত সকলো ভাঙি-পাতি ক'লে। ৱাজিৰ অবাক হ'ল—"কি অদ্ভুত কথা!" তেতিয়া তেওঁ মাছমৰীয়াক মতাই অনালে আৰু তাক ক'লে—"আগতে অনা কেইটাৰ নিচিনা আৰু চাৰিটা মাছ তই আনি দিবই লাগিব।" সেইমতে মাছমৰীয়াটোৱে পাহাৰৰ মাজৰ বিলখনলৈ গৈ জাল মাৰিলে। জালখন পাৰলৈ তুলি দেখিলে যে প্ৰথমবাৰৰ দৰেই একেধৰণৰ চাৰিটা মাছ উঠিছে। সি ততাতৈয়াকৈ মাছকেইটা নি ৱাজিৰক দিলেগৈ; ৱাজিৰে নি বান্ধনীজনীক দিলে আৰু ক'লে—"নিয়া এইকেইটা। মোৰ আগতে ৰান্ধা। মই সকলো চাই থাকিম।" ছোৱালীজনীয়ে থিয় দিলে। মাছ কেইটা বাছি জুইৰ ওপৰত থকা কেৰাহীখনত পেলাই দিলে। অকণমান পৰৰ মূৰতে বেৰখনে ফাঁট মেলিলে আৰু সেই ছোৱালীজনী ওলাই আহিল; তাই আগৰ দৰেই সাজপাৰ পিন্ধি আহিছে। হাতত লৈ অহা লাখুটীডালেৰে কেৰাহীখন স্পৰ্শ কৰি তাই আগৰ দৰেই সুধিলে "হে মৎস্য বৰ্গ! তোমালোকে পূৰ্বৰ প্ৰতিজ্ঞা পাহৰিলা নেকি?" মাছকেইটাই মূৰদাঙি ক'লে—"নাই! নাই" তাৰ পিচত সিহঁতে সমস্বৰে মাত লগালে—

"তুমি উলটি আহা! আমিও আহিম। তুমি বিশ্বাস ৰাখিবা,
আমিও ৰাখিম। তুমি যদি পৰিত্যাগ কৰা, তেন্তে আমিও তাৰ
জোখাৰে প্ৰতিশোধ ল'ম।"

মাছকেইটাই সেইবুলি কোৱাৰ পাচত গাভৰুৱে হাতৰ লাখুটীডালেৰে কেৰাহীখন লুটিয়াই দিলে আৰু যি বাটেৰে আহিছিল সেইবাটেৰে উলটি গ'ল। আৰু লগে লগে বেৰৰ ফাঁটটোও নোহোৱা হ'ল। তেতিয়া ৱাজিৰে ক'লে—"এইটো ছুলতানৰ আগত লুকাবলগীয়া কথা নহয়।" সেইদেখি তেওঁ ছুলতানৰ ওচৰলৈ গৈ সকলো কথা ক'লে। সেই কথা শুনি ছুলতানে ক'লে—"মই নিজ চকুৰে এই কাণ্ড চাবই লাগিব।" তেওঁ মাছমৰীয়াক মতাই আনি আদেশ দিলে যে প্ৰথমবাৰ অনা মাছ কেইটাৰ নিচিনা আৰু চাৰিটা মাছ আনি দিব লাগে। সাক্ষী স্বৰূপে তিনিটা মানুহ লগত নিবলৈকো হুকুম দিলে। মাছমৰীয়াই ততালিকে মাছ আনি দিলে; মানুহটোক চাৰিশ সোণৰ মোহৰ দিবলৈ নিৰ্দেশ দি ৱাজিৰক ক'লে—"এই মাছকেইটা ইয়াতে মোৰ আগত ভাজিব লাগিব।"



সেই আদেশ পাই ৱাজিৰে কেৰাহীখন অনালে। মাছকেইটা বাছি জুইৰ ওপৰত তুলি থোৱা কেৰাহীখনত পেলাই দিয়া হ'ল। ঠিক তাৰ লগে লগে বেৰখনে ফাঁট মেলিলে। সমুখত আৱিৰ্ভাৱ হ'ল কৃষ্ণকায় দাস এটা। মানুহটো প্ৰকাণ্ড শিল এচটাৰ সমান; পুৰণি কালৰ বিৰাট আড জনজাতিৰ বংশধৰহে যেন। গছৰ ঠাল এডাল সি হাতত লৈ আহিছে। ভয়লগা মাতেৰে সি চিঞৰি সুধিলে—"হে মৎস্যবৰ্গ! পূৰ্বৰ প্ৰতিজ্ঞাৰ কথা তোমালোকে মনত ৰাখিছা নে?" কেৰাহীখনৰ পৰা মূৰ দাঙি মাছ কেইটাই ক'লে,—"ৰাখিছো! আমি প্ৰতিজ্ঞা পালন কৰি আছো।" তাৰ পিচত মাছকেইটাই সমস্বৰে গালে—

"তুমি উলটি আহা, আমিও আহিম। তুমি বিশ্বাস ৰাখিবা,
আমিও ৰাখিম। তুমি যদি পৰিত্যাগ কৰা, তেন্তে আমিও
তাৰ জোখাৰে প্ৰতিশোধ লম।"

তেতিয়া সেই প্ৰকাণ্ড কৃষ্ণকায় মানুহটোৱে গছৰ ঠাল ডালেৰে কেৰাহীখন লুটিয়াই দিলে আৰু যি বাটেৰে আহিছিল সেই বাটেদি উলটি গ'ল। সেই মানুহটো অদৃশ্য হোৱাৰ পাচত ছুলতানে মাছকেইটা চালে। মাছকেইটা পুৰি এঙাৰৰ দৰে ক'লা হৈ পৰিল। তেনেই অবাক হৈ ছুলতানে ৱাজিৰক ক'লে—"এই কথাটোৰ বিষয়ে মনে মনে থাকিলে নহ'ব। এই মাছবোৰৰ লগত নিশ্চয় কিবা ৰহস্য এটা জড়িত হৈ আছে।" সেইদেখি মাছমৰীয়াক আনি তেওঁৰ আগত হাজিৰ কৰিবলৈ নিৰ্দেশ দিলে। মাছমৰীয়া উপস্থিত হোৱাত ছুলতানে তাক সুধিলে—"হেৰ নৰাধম! তই এই মাছবোৰ ক'ৰপৰা আনিছিলি?" সি উত্তৰ দিলে—"চাৰিওফালে পাহাৰে বেৰি থকা বিল এখনৰ পৰা আনিছো। আপোনাৰ নগৰীৰ পৰা দেখিবলৈ পোৱা পাহাৰটোৰ সিমূৰেই আছে।" ছুলতানে তেতিয়া সুধিলে—"সেই ঠাই পাবলৈ কিমান দিন লাগিব?" "মাত্ৰ আধাঘণ্টা পৰৰ বাট।" ছুলতানে তেতিয়াই সৈন্য সামন্ত লৈ সেই ঠাইলৈ যাত্ৰা কৰিলে—মাছমৰীয়াই বাট দেখুৱাই লৈ গ'ল—সি পেটে পেটে দৈত্যটোক শাও-শপনি দি গ'ল।

তেওঁলোকে পাহাৰটো বগাই গৈ মৰুভূমি এখন পালে—এই বিৰাট মৰুভূমিখন আগতে কোনেও দেখা নাছিল। চাৰিটা পাহাৰৰ মাজৰ পিতনিখন, বিলখন আৰু ৰঙা, নীলা, বগা আৰু হালধীয়া ৰঙৰ মাছবোৰ দেখি ছুলতান আৰু তেওঁৰ লগত যোৱা মানুহবোৰ তেনেই অবাক হ'ল। একেথৰে আচৰিত হৈ সেইপিনে চাই থাকি ছুলতানে সৈন্যবোৰক সুধিলে "তোমালোকৰ কোনোবাই

আগতে এই বিলখন দেখিছিলা নে?" সকলোৱে একমুখে ক'লে—"আমি কেতিয়াও এই বিলখন দেখা নাছিলোঁ।" তেতিয়া ছুলতানে ক'লে,—"এই বিল আৰু মাছৰ সকলো সম্ভেদ ল'ব নোৱাৰালৈকে মই ৰাজধানীলৈ উলটি নাযাওঁ আৰু সিংহাসনতো নবহোঁ। আল্লাৰ নামত মই এই প্ৰতিজ্ঞা কৰিলো।" ছুলতানে তেওঁৰ সৈন্য সামন্তক পাহাৰৰ কাষতে চাউনি পাতিবলৈ নিৰ্দেশ দিলে; তেওঁলোকে তাকেই কৰিলে। তাৰ পাচত ছুলতানে তেওঁৰ বিচক্ষণ মন্ত্ৰীগৰাকীক মাতি আনি ক'লে,—"মই এটা কাম কৰিব খুজিছো; তাকেই আপোনাক জনাওঁ। আজি নিশা অকলে ঘূৰি মই এই বিল আৰু ইয়াৰ মাছবোৰৰ ৰহস্য উদ্‌ঘাটন কৰিবলৈ মন কৰিছো। আপুনি মোৰ চাউনিৰ দুৱাৰমুখত থাকিব আৰু আমীৰ, মন্ত্ৰী, ডা-ডাঙৰীয়া, লগুৱা-লিকচৌ আদি যেয়ে আপোনাক সোধে, তেওঁকেই আপুনি ক'ব—'ছুলতান অসুস্থ আৰু সেইদেখি কাকো ভিতৰলৈ যাবলৈ নিদিবৰ বাবে মোক নিৰ্দেশ দিছে।' চাব আকৌ মোৰ উদ্দেশ্যৰ কথা যেন কোনেও গম নেপায়।" মন্ত্ৰীয়ে আপত্তি কৰিবলৈ সাহ নকৰিলে।

ছুলতানে সাজপাৰ সলালে, অলঙ্কাৰ-পাতি খহাই থ'লে আৰু কাষত তৰোৱাল-খন লৈ পাহাৰৰ পিনে বাট ল'লে; ওৰে নিশা গৈ থকাৰ মূৰত ৰাতি পুৱাল। কিন্তু তেওঁ ঘূৰিয়েই থাকিল; শেষত গৰমত তেওঁৰ অসহ্য লাগিল। বহুত দূৰ খোজ কঢ়াৰ মূৰত তেওঁ খন্তেক জিৰালে; তাৰ পিচত আকৌ যাত্ৰা আৰম্ভ কৰিলে। এইদৰে দ্বিতীয় নিশাটোও পাৰ হৈ গ'ল। ৰাতিপুৱা হঠাৎ ছুলতানে বহুত দিলগত বিন্দু এটাৰ দৰে ক'লা কিবা এটা দেখিবলৈ পালে। তাকে দেখি তেওঁৰ মনটো ভাল লাগিল; ভাবিলে—"এই ঠাইৰে কাৰবাক লগ পালে তেওঁ হয়তো মোক এই বিলখন আৰু মাছবোৰৰ ৰহস্যৰ কথা ভাঙিপাতি কব পাৰিব।"

সেই ক'লা বস্তুটোৰ কাষ চাপি গৈ তেওঁ দেখিলে যে সেইটো লোৰ গাথনিৰ মাজত ক'লা শিলেৰে সজা ৰাজপ্ৰাসাদ এটা। দুৱাৰ এখন আধা মেল খাই আছে। ছুলতানৰ মনৰ খুদুৰনি বাঢ়ি গ'ল; তেওঁ দুৱাৰত লাহেকৈ টুকুৰিয়াই দিলে। কিন্তু কাৰো একো সঁহাৰি নাপালে; এইবাৰ আৰু ডাঙৰকৈ দুৱাৰত টুকুৰিয়ালে—কিন্তু এইবাৰো কাৰো মাত নাপালে। তেতিয়া তেওঁ দুৱাৰত ভুকুৱাবলৈ ধৰিলে—তথাপি কাৰো মাত নাপালে। সেইদেখি তেওঁ ভাবিলে—"নিশ্চয় ঘৰটো তেনেই উদং।" তেতিয়া তেওঁ মনত সাহস চপাই লৈ ঘাই-দুৱাৰেদি ভিতৰ সোমাই গ'ল আৰু বৰ আহল বহল কোঠা এটাত উপস্থিত হলগৈ। তেতিয়া



তেওঁ চিঞৰি ক'লে—"প্ৰাসাদত কোন আছে? মই বাটৰুৱা মানুহ। কোনোবাই মোক কিবা অলপ খাবলৈ দিবনে?" সেইবুলি তেওঁ তিনিবাৰ চিঞৰিলে; কিন্তু একো উত্তৰ নাপালে। সেইদেখি বুকু ডাঠ কৰি তেওঁ চ'ৰা ঘৰটো পাৰ হৈ প্ৰাসাদৰ সোঁমাজ পালেগৈ; তথাপি জন-প্ৰাণী এটা দেখিবলৈ নাপালে। অথচ ঘৰ-বাৰী সকলো বঢ়িয়াকৈ সজাই পৰাই থোৱা আছে। মাজৰ ৰাজ-চ'ৰাটো চাৰিটা ভাগত ভগোৱা হৈছে; প্ৰতিটোতে মুখামুখিকৈ চাৰিটা ওখ ভেটি আছে। ৰাজ-চ'ৰাৰ ওপৰত এখন চন্দ্ৰতাপ তঁৰা আছে। সোঁ মাজত এটা নিজৰা; নিজৰাৰ মুখত আছে চাৰিটা সিংহমূৰ্তি—এই মূৰ্তিকেইটা ৰঙচুৱা সোণেৰে গঢ়া। মূৰ্তিৰ মুখেদি মুকুতাৰ দৰে স্বচ্ছ পানী কলকলাই ওলাই আহিছে। প্ৰাসাদৰ কেওপিনে সোণৰ সঁজাত সুমুৱাই থোৱা চৰাইবোৰ ঘূৰি ফুৰিছে। মুঠতে মানুহৰ বাহিৰে তাত সকলোবোৰেই আছে।

ছুলতান এইবোৰ দেখি বৰ আচৰিত হ'ল; ইপিনে তেওঁৰ মনটো বেয়াও লাগিল—কিয়নো এই জনশূন্য ঠাই, বিল, মাছ, পাহাৰ আৰু প্ৰাসাদৰ বিষয়ে গম লবলৈ তেওঁ কাকো লগ নাপালে। ভাবিচিন্তি তেওঁ দুৱাৰমুখতে বহি থাকোতেই হঠাৎ কাৰোবাৰ বিননি আহি তেওঁৰ কাণত পৰিল।

বিননি শুনিয়েই ছুলতানে গিৰিগাই উঠি সেই শব্দ অহা পিনলৈ বেগ দিলে। এটা কোঠাৰ দুৱাৰমুখত তেওঁ পৰ্দা এখন দেখা পালে। সেইখন দাঙি তেওঁ দেখিবলৈ পালে—সিংহাসনৰ ওপৰত এজন ডেকা মানুহ বহি আছে; মানুহজন দেখাত ধুনীয়া, গাৰ গঠনো ভাল, জাকজমক সাজ-পাৰ পিন্ধি আছে। তেওঁৰ কপালখন ফুলৰ পাপৰিৰ দৰে বগা, গালদুখন গোলাপী—গালত তিল এটাও আছে। ছুলতানে তেওঁক নমস্কাৰ কৰিলে। কিন্তু মানুহজন অলৰ-অচৰ হৈ বহি থাকিল—সোণ খটোৱা আৰু পাটৰ কাপোৰেৰে সজোৱা সিংহাসনখনত। তেওঁৰ মূৰৰ মুকুটটো মণি-মুকুতাৰে জাতিষ্কাৰ হৈ আছে। কিন্তু তেওঁৰ মুখখনত বেজাৰৰ ভাব ফুটি উঠিছে। নম্ৰভাৱে ছুলতানৰ প্ৰতি প্ৰতি-নমস্কাৰ জনাই তেওঁ ক'লে—"মহোদয়! মই থিয় হৈ আপোনাৰ প্ৰতি সন্মান দেখুৱাব লাগিছিল! কিন্তু আপুনি যেন মোক ক্ষমা কৰে।" ছুলতানে ক'লে—"হে যুৱক। আপুনি ক্ষমাৰ বিষয়ে চিন্তিত হ'ব নালাগে। মোক আপোনাৰ অতিথি বুলি গণ্য কৰক—মই বিশেষ এটা উদ্দেশ্য লৈ এই ঠাইলৈ আহিছো। এই বিলখন, ইয়াৰ মাছবোৰ, এই ৰাজপ্ৰাসাদ, আপোনাৰ অকলশৰীয়া অৱস্থা আৰু আপোনাৰ বিলাপ-এই সকলোবোৰৰ ৰহস্য মোৰ আগত ব্যাখ্যা কৰিব নে?"

এই কথা শুনি যুৱকজনে কান্দিবলৈ ধৰিলে চকুলোৰে তেওঁৰ বুকুখন তিয়াই পেলালে। ছুলতানে আচৰিত হৈ সুধিলে—"হে যুৱক! আপুনি কান্দিছে কিয়?' তেওঁ উত্তৰ দিলে—"মোৰ এনে অৱস্থাত মই নেকান্দি কেনেকৈ থাকো?" তেতিয়া তেওঁ হাতখন উলিয়াই চোলাৰ আগটো দাঙি ধৰিলে। ছুলতানে দেখিলে, যুৱকৰ গাৰ নিম্নভাগ শিল হৈ আছে! ককালৰ ওপৰভাগহে মানৱ-দেহ। তেওঁৰ অৱস্থা দেখি ছুলতানৰ বৰ দুখ লাগিল আৰু দুখ মনেৰে ক'লে—"বৰ দুৰ্ভাগ্যৰ কথা! হে যুৱক! আপোনাৰ দুখ দেখি মোৰ মনতো দুখ লাগিছে। মই অকল মাছবোৰৰ ৰহস্যৰ কথাহে আপোনাক সুধিম বুলি ভাবিছিলো; কিন্তু এতিয়া মই সেই ৰহস্যৰ লগতে আপোনাৰ বিষয়েও জানিবলৈ পাব লাগিব। কিন্তু আল্লাৰ সমান মহৎ আৰু শক্তিমান আন কোনোৱেই হব নোৱাৰে। হে যুৱক! আপুনি পলম নকৰিব—গোটেইবোৰ কথা মোৰ আগত ভাঙি-পাতি কওক।' যুৱকে ক'লে—"আপুনি তেন্তে মন দি শুনক।" ছুলতানে ক'লে—"মই মন দি শুনিম।"

যুৱকে তেতিয়া আৰম্ভ কৰিলে—"মোৰ ঘটনা আৰু সেই মাছবোৰৰ ঘটনা সঁচাকৈয়ে বৰ আচৰিত। চকুৰ কোণত এইবোৰ কথা যদি খোদিত হৈথাকিলহেঁতেন, তেন্তে সেয়ে আনকো সতৰ্ক কৰি দিব পাৰিলেহেঁতেন" ছুলতানে সুধিলে—"কিহৰ কথা কৈছে?" যুৱকে তেতিয়া ক'বলৈ আৰম্ভ কৰিলে।

# যাদুৰ কবলত পৰা ছুলতানৰ কাহিনী

শুনক মহোদয়! একালত এই নগৰীৰ ছুলতান আছিল মোৰ পিতৃ। তেওঁৰ নাম মামুদ। কৃষ্ণদ্বীপৰ ছুলতান আছিল তেওঁ—এতিয়া যি পাহাৰ চাৰিটা দেখিছে, সেই সকলোৰে গৰাকী আছিল তেৱেঁই। ৭০ বছৰ কাল দেশ শাসন কৰাৰ মূৰত তেওঁ স্বৰ্গী হয় আৰু তেতিয়া মই ৰাজপাটত উঠো। মোৰ ভতিজাজনীকে মই বিয়া কৰাওঁ। মোৰ প্ৰতি তেওঁৰ গভীৰ প্ৰেম আছিল; মই নাথাকিলে তেওঁ একোকে মুখত নিদিয়ে। মই ঘূৰি নহালৈকে তেওঁ আনকি পানী এটোপাও স্পৰ্শ নকৰে। মোৰ লগত তেওঁ এইদৰে পাঁচবছৰ কাল সহবাস কৰিলে। এদিন ৰাণী গা ধুবলৈ যাওঁতে মই ৰান্ধনীক নৈশ ভোজনৰ বাবে ততাতৈয়াকৈ সকলো আয়োজন কৰিবলৈ কলো। তাৰ পিচত কাৰেঙলৈ আহি বিচনাত দীঘল দিলো—মই অলপ পৰ শুব খুজিছিলো। দুজনী দাসীক মোক বিচি দিবলৈ ক'লো। এজনী মোৰ মূৰ-শিতানৰ পিনে বহিল আৰু সিজনী বহিল ভৰি-পথানৰ পিনে। কিন্তু মোৰ টোপনি নাহিল; চকুদুটা মুদি আছিলো যদিও মন তেনেই সজাগ আছিল। হঠাৎ শুনিলো, শিতানৰ পিনে বহা দাসীজনীয়ে সিজনীক কৈছে—"আমাৰ ছুলুতান বৰ দুৰ্ভগীয়া! তেওঁৰ যৌৱন তেনেই অথলে গ'ল। আমাৰ ৰাণীৰ দ্বাৰা এইদৰে প্ৰতাৰিত হোৱাটো কিন্তু বৰ দুখৰ কথা।" সিজনীয়ে উত্তৰ দিলে—"এৰা হয়! পিচে অসৎ তিৰোতা আল্লাৰ কোপত পৰে। কিন্তু এনে এজন ছুলতানৰ ৰাণী হ'ব লাগিছিল আন কোনোবাহে—প্ৰতি নিশা পৰপুৰুষ গমন কৰা এই অসতী তিৰোতাজনী তেওঁৰ জোখৰ নহয়।" মোৰ মূৰৰ পিনে বহাজনী দাসীয়ে তেতিয়া ক'লে,—"ছুলতানেনো ৰাণীক একো নোসোধাকৈ এইদৰে মনে মনে আছে কিয়?" সিজনীয়ে ক'লে—"তয়ো আৰু একোটা কথা কৰ। ছুলতানে জানো ৰাণীৰ কাণ্ডবোৰৰ কিবা ভু পায়? ৰাণীয়ে তাৰ কিবা সুৰুঙা উলিয়াই থৈছে নে? প্ৰতি নিশা শুবৰ সময়ত ৰাণীয়ে ছুলতানক

খাবলৈ দিয়া সুৰাৰ লগত ভাং মিহলাই দিয়ে। সেইদেখি ছুলতান লালকাল দি শুই থাকে আৰু ৰাণী ক'লৈ যায়, তেওঁ কি কৰে—এইবোৰ একোকে গম নেপায়। কিন্তু আমি সকলো গম পাওঁ—তেতিয়া ৰাণী সাজিকাচি ওচি যায় আৰু ৰাতি পুৱাবৰ সময়তহে উলটি আহে। ছুলতানৰ ওচৰলৈ উলটি আহি তেওঁৰ নাকৰ ওচৰত সুগন্ধি চন্দন জলাই দিয়ে আৰু ছুলতানেও তেতিয়া সাৰ পায়।''

দাসী দুজনীৰ কথা শুনি মই চকুৰে ধুৰলী-কুঁৰলী দেখিবলৈ ধৰিলো। এনেতে গা ধুই উঠি ৰাণী উপস্থিত হ'লহি। নৈশ ভোজনৰ যোগাৰ হোৱাত আমি খাবলৈ বহিলো। দুয়ো একেলগে বহি আধাঘণ্টামান সময় সুৰাপান কৰিলো তাৰ পিচত মই শোৱাৰ আগতে পান কৰা মোৰ প্ৰিয় সুৰাৰ পাত্ৰটো আনিবলৈ ৰাণীয়ে আদেশ দিলে; পিয়লা এটাত ঢালি মোৰ পিনে আগবঢ়াই দিলে। পিচে সদায় খোৱাৰ ধৰণে পান কৰাৰ ভাও ধৰি মই সুৰাখিনি বুকুৰ পিনে ঢালি দিলো। তাৰ পিচত বিচনাত পৰি শোৱাৰ ভাও জুৰিলো। তেতিয়া ৰাণীয়ে কোৱা শুনিলো —''ওবে নিশা শুই থাক। সাৰ পাব নালাগে।' মই তোক ঘিণ কৰো। তোৰ লগত সহবাস কৰিবলগীয়া হোৱাত মোৰ আত্মা বিতৃষ্ণাত শিয়ঁৰি উঠিছে। কেতিয়া জানো আল্লাই তোৰ জীৱন পাত কৰে!'' তাৰ পিচত তেওঁ বিচনাৰ পৰা উঠিল; সাজি কাচি, গোন্ধ তেল লৈ যাবলৈ সাজু হ'ল। মোৰ তৰোৱালখন কান্ধত ওলোমাই ল'লে, তাৰ পিচত দুৱাৰখন মেলি কাৰেঙৰ পৰা ওলাই গ'ল। ময়ো শয্যা ত্যাগ কৰি তেওঁক অনুসৰণ কৰিলো। বাটে বাটে গৈ তেওঁ নগৰৰ দুৱাৰমুখ পালে আৰু সেইখিনি পাই মোৰ অবোধ্য ভাষাৰে কিবাকিবি কোৱা শুনিলো। দেখিলো দুৱাৰৰ তলা আপোনা-আপুনি খোল খালে আৰু দুৱাৰ মেল খাই গ'ল। তেওঁ সেইপিনে আগুৱাই গ'ল; ময়ো মনে মনে পাচ ল'লো। আবৰ্জনাই দ'ম বান্ধি থকা ঠাই এডোখৰৰ সমুখত তেওঁ ৰ'লগৈ। বাঁহৰ জেওৰাৰে ঘেৰি থোৱা মাটিৰ জুপুৰী এটা সেইখিনিতে আছে। দুৱাৰেদি তেওঁ ভিতৰ সোমাই গ'ল আৰু ময়ো ভিতৰৰ পিনে চাব পৰাকৈ জুপুৰীৰ মূধত উঠি ল'লো। দেখিলো কদাকাৰ নিগ্ৰো দাস এটাৰ সমুখত ৰাণী উপস্থিত হৈছে। মানুহটোৰ ওপৰ ওঠখন কলহৰ খোলাকটি যেন। তলৰ ওঠখন মেল খাই থকা কলহটোৰ লেখিয়া। কঁহিয়াৰৰ ডাবৰিৰ মাজত মানুহটো পৰি আছে। গাত মেৰাই লৈছে পুৰণি কম্বল এখন আৰু লাংফটা কাপোৰ কেইডোখৰ। তাৰ সমুখত থিয় দি ৰাণীয়ে দীঘল দি সেৱা জনালে। তেতিয়া সি মূৰ তুলি ৰাণীৰ পিনে চাই ক'লে—''ইমান বেলি হ'ল



কিয়? মোৰ ইয়ালৈ অতবোৰ কৃষ্ণকায় মানুহ আহিছিল! সিহঁতে সুৰাপান কৰিলে আৰু প্ৰত্যেকে সিহঁতৰ লগত অন্য গাভৰুৰ লগত আমোদ কৰিলে। অথচ তই নথকা কাৰণে মই ৰং মনেৰে সুৰাপানো কৰিব নোৱাৰিলো ''

তেতিয়া ৰাণীয়ে ক'লে—''হে প্ৰাণেশ্বৰ, হে মোৰ নয়নৰ মণি! আপুনি জানো নাজানে যে মই মোৰ দদাইৰ পত্নী? তেওঁক মই ঘিণ কৰো, তেওঁৰ সঙ্গে মোক তিক্ত কৰি তোলে। আপোনাৰ কথা চিন্তা নকৰা হ'লে মই ইমান দিনে এই নগৰী ধ্বংসস্তূপত পৰিণত কৰিলোহেঁতেন—শগুণ, ফেঁচা, শিয়াল আৰু কুকুৰনেচীয়া বাঘৰ লীলাভূমিত পৰিণত কৰিলোহেঁতেন।' অকল সেয়ে নহয়, ইয়াৰ শিল পৰ্য্যন্ত উঠাই দি কাফ পাহাৰৰ সিপাৰ পোৱালোগৈহেঁতেন।'' নিগ্ৰো দাসটোৱে সমিধান দিলে—''তই মিছা কথা কৈছ! আমাৰ কৃষ্ণাঙ্গ লোকৰ মৰ্যাদাৰ নামত মই শপত খাই কৈছো যে আজিৰ পৰা ইমান বেলিকৈ আহিলে মই তোৰ সঙ্গ ভোগ নকৰোঁ।'' এইবোৰ কথা শুনি আৰু সমুখৰ দৃশ্য দেখি মই চকুৰে ধুৰঁলী-কুঁৰলী দেখিলো। কিন্তু মোৰ পত্নীয়ে অৱনত ভাৱে সেই দাসৰ সমুখত থিয় দি কান্দি কান্দি ক'বলৈ ধৰিলে—''হে প্ৰাণেশ্বৰ! আপোনাৰ বাহিৰে আন কোনেও মোৰ প্ৰাণত আনন্দ দিব নোৱাৰে। আপুনি যদি মোক বৰ্জন কৰে, তেন্তে কোনে মোক গ্ৰহণ কৰিব?'' ৰাণীয়ে কান্দিয়েই থাকিলে। মূৰকত নিগ্ৰোটো তুষ্ট হোৱা যেন দেখা গ'ল।

তেতিয়া ৰাণীৰ মনতো সন্তোষৰ চিন দেখা গ'ল। তেওঁ ক'লে—''আপোনাৰ দাসীৰ কাৰণে খাবলৈ কি থৈছে?'' নিগ্ৰোটোৱে গোৰগোৰাই ক'লে—''টৌটোৰ ঢাকনিখন দাঙি চা। আমি খোৱা এন্দুৰৰ হাড়কেইডালমান আছে। তাকে খা। সৌ টেকেলীটোত আমি খাই থৈ অহা এৰেহা সুৰা অলপ আছে—সেইখিনিকে খাব পাৰ।'' সেইখিনিকে খাই ৰাণীয়ে হাত ধুই উঠি নিগ্ৰোটোৰ শয্যাত বাগৰ দিলেগৈ।

মোৰ পত্নীৰ কাণ্ড দেখি মই হিতাহিত জ্ঞান হেৰুৱালো। ঘৰৰ মূধৰ পৰা নামি আহি জুপুৰীৰ ভিতৰ সোমাই গলো। হালকে কাটি দুটুকুৰা কৰো বুলি ৰাণীয়ে লগত নিয়া তৰোৱালখনকে তুলি ল'লো। পোনতে নিগ্ৰো দাসটোৰ ডিঙিতে এঘাপ মাৰিলো; তাৰ বিকট কেঁকনি শুনি ভাবিলো সি মৰিল। পিচে মোৰ হাতৰ ঘাপটোৱে তাৰ ছাল, কণ্ঠনলী আৰু শিৰ দুডালহে কাটিলে! শব্দ শুনি ৰাণীয়ে সাৰ পালে। সেইদেখি তৰোৱালখন খাপত ভৰাই থৈ মই নগৰৰ

পিনে বেগ্ৰ দিলো। কাবেং পাই বাতি নুপুওৱালৈকে শুই থাকিলো ; তাৰ পিচত ৰাণীয়ে মোক জগাই দিলে। দেখিলো তেওঁ চুলিকোচা কাটি পেলাইছে আৰু শোকবস্ত্ৰ পৰিধান কৰিছে। ৰাণীয়ে মোক ক'লে—"এইমাত্ৰ মই বাতৰি পাইছো যে মোৰ মাতৃৰ মৃত্যু হৈছে আৰু পিতৃয়ে ধৰ্ম-যুদ্ধত প্ৰাণ হেৰুৱাইছে। আনহাতে মোৰ ভ্ৰাতৃবৰ্গৰ ভিতৰত এজনক সাপে খুটি মাৰিলে আৰু এজন ওখ ঠাইৰ পৰা পৰি মৃত্যুৰ মুখত পৰিল। সেইদেখি মই শোকসন্তপ্ত হৈছো।" এই কথা শুনি মই আন একোকে নক'লো—মাত্ৰ জনালো—"তুমি যি কৰিব খোজা কৰা—মই একো বাধা নিদিওঁ।" এটা বছৰ ৰাণীয়ে বিলাপ কৰি কটালে ; তাৰ পিচত এদিন মোক ক'লে—"আপোনাৰ ৰাজহাউলিত কবৰ সহ ঘৰ এটা মোক সজাই দিয়ক, তাতে মই বিলাপ কৰি থাকিম আৰু ঘৰটোৰ নাম 'শোকাগাৰ' থ'ম।" মই আকৌ ক'লো "তুমি যি কৰিব খোজা কৰা।"

সেইমতে তেওঁ বিলাপ কৰিবৰ বাবে ঘৰ এটা সজালে ; ঘৰটোৰ মাজভাগত এখন চন্দ্ৰতাপৰ তলত এটা কবৰ সজালে। সেই নিগ্ৰো দাসটোক আনি তেওঁ তাতে ৰাখিলে। কিন্তু আঘাত পোৱাৰ পৰা সি বৰ দুৰ্বল হৈ পৰিল ; ৰাণীৰ ওচৰত প্ৰণয় নিবেদন কৰিব নোৱাৰা হ'ল। সি মাত্ৰ সুৰাপান কৰিব পাৰে। আহত হোৱা দিনৰ পৰা তাৰ বাকশক্তিও লোপ পালে। তথাপি সি জীয়াই থাকিল। নিতৌ ৰাতিপুৱা আৰু গধূলি ৰাণী তাৰ কাষলৈ যায় আৰু তাৰ ওচৰত কান্দি-কাটি বিলাপ কৰি থাকে, তাক সুৰাপান কৰিবলৈকো দিয়ে। দ্বিতীয় বছৰটোও এনেদৰেই পাৰ হ'ল। মই এই সকলোবোৰ সহ্য কৰি থাকিলো আৰু তেওঁৰ প্ৰতি কাণ নিদিয়া হ'লো। পিচে এদিন মই মনে মনে তেওঁৰ ওচৰত উপস্থিত হলোগৈ। দেখিলো তেওঁ কান্দি কান্দি বিনাব লাগিছে—"হে প্ৰিয়তম! তুমি মোৰ দৃষ্টিৰ পৰা আতৰি গৈছা কিয়? কথা কোৱা—তুমি মোৰ লগত কথা পাতা।" অলপ সময়ৰ বাবে তেওঁৰ বিলাপ আৰু কান্দোন বন্ধ কৰা দেখি মই ক'লো—"তোমাৰ এইখিনি বিলাপেই যথেষ্ট হৈছে। চকুলো টুকি থকাৰ পৰাতো একো লাভ নহয়।" তেওঁ উত্তৰ দিলে—"মোক আমনি নিদিব। মোৰ যি মন যায় কৰিম—নহ'লে মই আপোনঘাতী হ'ম।" সেইদেখি মই মনে মনে থাকিলো আৰু তেওঁক আপোন ইচ্ছামতে চলিবলৈ দিলো। তেওঁৰ কান্দোন বন্ধ নহ'ল। আৰু এটা বছৰ বিলাপ কৰিয়েই কটালে। তৃতীয় বছৰ পাৰ হৈ যোৱাত এই সুদীৰ্ঘ বিলাপ মোৰ কাৰণে অসহনীয় হৈ উঠিল। এদিন মই সেই ঘৰটোৰ ভিতৰ



সোমালো ; এনেতে ৰাণীয়ে কোৱা শুনিলো—"হে মোৰ দেৱতা! তোমাৰ মুখৰ এষাৰ কথাও মই শুনিবলৈ পোৱা নাই। তুমি কথা নোকোৱা কিয়?"

তেওঁৰ কথা শুনি মই খঙত গৰজি উঠিলো : "হৈছে! হৈছে! এইদৰে আৰু কিমানদিনলৈ বিলাপ চলি থাকিব?"

মোৰ কথা শুনি তেওঁ জাপ মাৰি থিয় দিলে আৰু চৰা গলাত আৰম্ভ কৰিলে—"ভতুৱা কুকুৰ! শতধিক দিছো তোক! তয়েই সকলো অনৰ্থৰ মূল। তয়েই মোৰ প্ৰিয়তমক ঘূণীয়া কৰিলি আৰু মোক ইমান দুখ দিলি। তয়েই তেওঁৰ যৌৱন অথলে নিয়ালি আৰু এই তিনিবছৰে মৰা মানুহৰ দৰে তেওঁ পৰি থাকিব লগীয়া হৈছে।" মই খঙত চিঞৰি ক'লো—"তোৰ সমান অসতী তিৰোতা আৰু নাই! নিগ্ৰো দাসৰ ওচৰত তই প্ৰেম নিবেদন কৰিছ! হয়, ময়েই তাক আধা মৰা কৰিলো আৰু তাকে কৰি ভাল কামকে কৰিলো।" এইবুলি কৈ খাপৰ পৰা তৰোৱাল উলিয়াই লৈ ৰাণীক কাটি দুছোৱা কৰো বুলি খেদা মাৰি গ'লো। কিন্তু তেওঁ মোৰ কথা শুনি অৱজ্ঞাৰে হাঁহি এটা মাৰি ক'লে,—"তেন্তে তোৰ দৰে কুকুৰ এটাৰ আৰু হীন দশা হওক। হায়! অতীত আৰু উলটি নাহে, মৰা মানুহো উলটি নাহে! তয়েই মোক শতুৰু শালিলি আৰু মোৰ বুকুত কেতিয়াও নুনুমুৱা জুইকুৰা জ্বলাই দিলি! এতিয়া আল্লাই তোক মোৰ হাতৰ মুঠিত তুলি দিছে!" সিমানকে কৈ তেওঁ থিয় দিলে আৰু বিৰবিৰাই কিবা গাবলৈ ধৰিলে। তাৰ পিচত ক'লে—"মোৰ মন্ত্ৰৰ বলত তই আধা শিল আৰু আধা মানুহ হৈ থাক।" সেইবুলি ক'লতে মোৰ এই অৱস্থা হ'ল ; মই থিয় দিব নোৱাৰো, বহিবও নোৱাৰো। জীয়াই থাকিও মৰাৰ তুল্য হৈছে। তদুপৰি ৰাণীয়ে বাট-ঘাট সকলোতে যাদু কৰিলে। তেওঁ যাদুৰ বলেৰে বিলৰ চাৰিওকাষৰ চাৰিটা মাজুলীক চাৰিটা পাহাৰলৈ ৰূপান্তৰিত কৰিলে। আপুনি যে সুধিছিল সেইকেইটা পাহাৰেই। ইয়াৰ নাগৰিক সকল মুছলমান, খৃষ্টান, ইহুদী আৰু মাজিয়ান—এই চাৰিটা ভিন ভিন ধৰ্মাৱলম্বী লোক আছিল। ৰাণীয়ে যাদু কৰি এই সকলোকে মাছলৈ ৰূপান্তৰিত কৰিলে। মুছলমানসকল হ'ল বগা মাছবোৰ ; ৰঙা মাছবোৰ মাজিয়ান। নীলা মাছবোৰ খৃষ্টান আৰু হালধীয়া মাছবোৰ ইহুদী। প্ৰতিদিনে ৰাণীয়ে মোক অত্যাচাৰ কৰেহি। মোৰ গাত চমটাৰে এশ কোৰ মাৰেহি। প্ৰতিটো কোবত তেজ বৈ যায় ; গাৰ ছাল বখলাবখলে এৰায়। তাৰ পিচত তেওঁ মোৰ উৰ্দ্ধাঙ্গত নোমৰ কাপোৰ এখনেৰে ঢাকি দি এই সাজবোৰ তাৰ ওপৰত পেলাই থয়।

এই কথা শুনি ছুলতানে যুৱকৰ পিনে চাই ক'লে—"আপুনি এটা সন্তাপ দূৰ কৰি আন এটা সন্তাপৰ গৰাহত পৰিলহি। হে বন্ধু! এতিয়া মোক কওক ৰাণী ক'ত আছে? আৰু সেই আহত নিগ্ৰো দাসক শুৱাই থোৱা কবৰটো ক'ত আছে?" যুৱকে উত্তৰ দিলে,—"সৌ গম্বুজটোৰ তলতে নিগ্ৰো দাসটো আছে আৰু তেওঁ বহি থাকে সৌ দুৱাৰখনৰ মুখামুখিকৈ থকা কোঠাটোত। নিতৌ বেলি ওলোৱাৰ লগে লগে তেওঁ ইয়ালৈ আহে আৰু মোৰ কাপোৰ খুলি লৈ চমটাৰে এশ কোব মাৰে। যন্ত্ৰণাত মই কান্দো, চিঞৰো। কিন্তু মোৰ অঙ্গ-প্ৰত্যঙ্গৰ লৰচৰ কৰিব পৰা শক্তি নাই—সেইদেখি মই তেওঁৰ হাতৰ পৰা নিস্তাৰ নাপাওঁ। মোক অত্যাচাৰ কৰি উঠি তেওঁ সেই দাসৰ কাষলৈ যায় আৰু তাক সুৰা আৰু মঙহ খাবলৈ দিয়ে। কাইলৈ ধলপুৱাতে তেওঁ ইয়ালৈ আহিব।" ছুলতানে তেতিয়া ক'লে—"হে যুৱক! মই আল্লাৰ নামত অঙ্গীকাৰ কৰি কৈছো যে মই আপোনাৰ উপকাৰ কৰিম। সেই সজ কামৰ কথা পৃথিৱীয়ে কেতিয়াও নাপাহৰে। মোৰ মৃত্যুৰ পিচতো বহুত দিনলৈ সেই কথা বুৰঞ্জীত লিপিবদ্ধ হৈ থাকিব।"

ছুলতান যুৱকৰ কাষতে বহিল আৰু নিশালৈকে তেওঁৰ লগত কথা পাতি থাকিল। তাৰ পিচত তেওঁ মাটিতে দীঘল দি টোপনি গ'ল। কিন্তু ফেহুঁজালি নৌ দিওঁতেই তেওঁ উঠিল। গাৰ কানি-কাপোৰ খুলি আৰু খোলা তৰোৱাল হাতত লৈ নিগ্ৰো দাসটো থকা ঠাইলৈ বেগ দিলে। সমুখত দেখিলে—চাকি জ্বলি আছে। অগৰু, চন্দন আদিৰ সুগন্ধ বিয়পি পৰিছে। সেইপিনেই আগুৱাই গৈ ছুলতানে একে ঘাপেই নিগ্ৰোটোক দুছোৱা কৰিলে। তাৰ পিচত শটো কান্ধত তুলি নি কাৰেঙৰ চোহদতে থকা নাদ এটাত পেলাই দিলে। তাৰ পিচত তেওঁ উলটি আহিল আৰু সেই নিগ্ৰোটোৰ কানি-কাপোৰবোৰ পিন্ধি কবৰটোৰ ভিতৰত সোমাই শুই থাকিল; খোলা তৰোৱালখন গাৰ কাষতে থ'লে। এঘণ্টামান পৰৰ মূৰত সেই পাপীয়সী নাৰী উপস্থিত হ'লহি; পোনতে গিৰিয়েকৰ কাষলৈ গৈ তেওঁৰ গাৰ কাপোৰ সোলোকাই লৈ নিৰ্মম ভাৱে কোবাবলৈ ধৰিলে; বেচেৰাই চিঞৰত গগণ ফালিলে—"হৈছে ঐ! মোৰ যথেষ্ট শাস্তি হৈছে! মোক দয়া কৰা।" কিন্তু মানুহজনীয়ে ক'লে—"তই জানো মোক দয়া দেখুৱাইছিলি? মোৰ প্ৰিয়জনক জানো তই ৰেহাই দিলি?" এইবুলি কৈ নোমাল কাপোৰখন তেজেৰে ৰাঙলী হোৱা গাটোৰ ওপৰত ছাটি মাৰি দি তাৰ ওপৰত তেওঁৰ কাপোৰ সাজ দলিয়াই দিলে আৰু হাতত সুৰা আৰু মঙহ লৈ দাসটোৰ কাষলৈ গ'ল।



কান্দি কান্দি, ইনাই-বিনাই তেওঁ গম্বুজটোৰ ভিতৰ সোমাই গ'ল—"হে নাথ! কথা কোৱা তুমি! হে স্বামী! এবাৰ মোৰ লগত কথা পাতা।"

ছুলতানে ক্ষীণ মাতেৰে আৰু নিগ্ৰো মানুহে কথা কোৱাদি ক'লে—"আল্লাৰ সমান মহান আৰু কোনো নাই।" কথা কোৱা শুনি ৰাণীয়ে বৰ আনন্দ পালে; উলাহতে তেওঁ অজ্ঞান হৈ পৰিল; পুনৰ জ্ঞান লাভ কৰাৰ মূৰত তেওঁ ক'লে—"হে স্বামী! আপুনি বাকশক্তি ঘূৰাই পালে!" ছুলতানে আকৌ ক্ষীণ মাতেৰে ক'লে—"হেৰ' পিশাচী! তই মোৰ লগত কথা পতাৰ যোগ্য নহয়।" ৰাণীয়ে তেতিয়া সুধিলে—"কিয়?" ছুলতানে উত্তৰ দিলে—"তই গিৰিয়েৰক নিতৌ নগুৰ শাস্তি দিছ কিয়? সি সহায় ভিক্ষা কৰি আল্লাক তুতি কৰিব লাগিছে আৰু ফলত ওৰে নিশা মোৰ টোপনি নহা হৈছে। সি আমাৰ দুয়োটাৰে বিনাশ কামনা কৰি প্ৰাৰ্থনা জনাইছে; ফলত মই বৰ অস্বস্তি বোধ কৰিছো। সেয়ে নোহোৱা হ'লে মই বহুত আগতেই আৰোগ্য লাভ কৰিলোহেঁতেন। মই তোৰ লগত মাতবোল বন্ধ কৰাৰ কাৰণ সেয়ে।" তেতিয়া ৰাণীয়ে ক'লে—"তোমাৰ আদেশ মতে মই তেওঁক যাদুৰ প্ৰভাৱৰ পৰা মুক্তি দিম।" ছুলতানে ক'লে—"তাক মুক্তি দে! সি বিশ্ৰাম লওক।" ৰাণীয়ে "তাকেই কৰিম" বুলি কৈ কাৰেঙলৈ গ'ল আৰু পাত্ৰ এটাত পানী ঢালি লৈ তাৰ সমুখত বিৰবিৰাই মন্ত্ৰ মাতিবলৈ ধৰিলে; জুহালত তুলি দিয়া টেকেলীৰ পানী উতলাদি পানীখিনি উতলিবলৈ ধৰিলে। ৰাণীয়ে তাৰে পানী অলপ গিৰিয়েকৰ গাত ছটিয়াই দি ক'লে—"মোৰ ভয়ঙ্কৰ কথাৰ ফলত যদি তোৰ এই অৱস্থা হৈছে, তেন্তে এই অৱস্থাৰ পৰা মুক্তি লভি তই নিজৰ ৰূপ ধাৰণ কৰ।"

সেইবুলি কোৱাৰ লগে লগে যুৱকৰ গাটো কঁপিবলৈ ধৰিলে; তাৰ পিচত তেওঁ থিয় দিলে। মুক্তি পোৱা হেতুকে উৎফুল্ল হৈ তেওঁ ক'লে—"আল্লাৰ সমান মহৎ নাই।" তেনেতে ৰাণীয়ে চিঞৰি ক'লে—"এই মুহূৰ্ততে ইয়াৰ পৰা ওলাই যা! আকৌ যেন ঘূৰি নাহ!" তাৰ পিচত ৰাণী গম্বুজটোলৈ উলটি গ'ল আৰু কবৰটোৰ মুখত আঠুকাঢ়ি ক'লে—"হে স্বামী! আপুনি ওলাই আহক। মোৰ আগত থিয় দিয়কহি।" ছুলতানে ক্ষীণ মাতেৰে উত্তৰ দিলে—"তই কি কৰিলি? গছৰ শিপাডাল উঘলাৰ ঠাইত ডালকেইটা ভাঙিলি মাত্ৰ।" ৰাণীয়ে সুধিলে—"হে প্ৰিয়তম! কি শিপাৰ কথা কৈছে আপুনি।" ছুলতানে উত্তৰ দিলে—"হেৰ পিশাচী! এই নগৰী আৰু মাজুলী চাৰিটাৰ মানুহবোৰক তই মাছলৈ

ৰূপান্তৰিত কৰি বিলত থৈ দিছ্। সিহঁতে নিতৌ মাজ নিশা মূৰ তুলি সৰগবপিনে চাই প্ৰাৰ্থনা জনায় আৰু আমাৰ দুয়োৰে অহিত কামনা কৰে। মোৰ দেহ পৰি যোৱাৰ ইয়ো এটা কাৰণ। সেইদেখি তুৰন্তে যা! সকলোকে মুক্ত কৰি দে। তাৰ পিচত মোৰ কাষলৈ আহি মোৰ হাতত ধৰি মোক তুলি দিবি। মই ইতি-মধ্যে গাত বল পাইছোৱেই।"

ছুলতানৰ (তেতিয়াও ৰাণীয়ে তেওঁক নিগ্ৰো দাস বুলিয়েই ভাবি আছিল) কথা শুনি ৰাণীয়ে উলাহ মনেৰে ক'লে—"হে নাথ! আপোনাৰ আজ্ঞামতে মই কাম কৰিম।" জাপ মাৰি তেওঁ থিয় দিলে আৰু বিলৰ পাৰলৈ গৈ বিলৰ পৰা পানী এচলু তুলি ল'লে; তাৰ পিচত বিৰবিৰাই মন্ত্ৰ মাতিবলৈ ধৰিলে। মুহূৰ্তৰ ভিতৰতে মাছবোৰে মূৰ দাঙি মানুহৰ মূৰ্তি ধাৰণ কৰি থিয় দিলে। নগৰীখনে যাদুৰ প্ৰভাৱৰ পৰা মুক্তি পালে। বিলখন আকৌ কৰ্মব্যস্ত ৰাজধানীত পৰিণত হ'ল। বেচা-কিনা কৰা মানুহেৰে বজাৰ ভৰি পৰিল; নিজৰ নিজৰ কামত সকলো ব্যস্ত হৈ উঠিল। পাহাৰ চাৰিটা আকৌ আগৰ দৰে মাজুলী হৈ পৰিল। তেতিয়া সেই পাপীয়সী নাৰী ছুলতানৰ কাষলৈ উলটি গ'ল আৰু (নিগ্ৰো দাসটো বুলি ভাবি) তেওঁক ক'লে—"হে প্ৰাণনাথ! আপোনাৰ হাতখন মেলি দিয়ক। মই ধৰো আৰু আপুনি থিয় দিয়ক।" ছুলতানে ক্ষীণ মাতেৰে ক'লে—"মোৰ আৰু ওচৰলৈ আহ।" আকোৱালি ধৰিবৰ মনেৰে ৰাণী কাষ চাপি আহিল আৰু সেই মুহূৰ্ততে ছুলতানে লুকুৱাই থোৱা তৰোৱালখন ৰাণীৰ বুকুত ভৰাই দিলে; তৰোৱালৰ আগটোৱে পিঠিয়ে-বুকুয়ে শালি পেলালে। ছুলতানে তৰোৱালেৰে মানুহজনীক দুছোৱাকৈ কাটি পেলালে। তাৰ পিচত সেই যুৱকক বিচাৰি গ'ল। যাদুৰ কবলৰ পৰা মুক্ত হৈ তেওঁ ছুলতানৰ কাৰণেই বাট চাই আছিল। তেওঁক দেখিয়েই যুৱক আনন্দত জপিয়াই উঠিল আৰু কৃতজ্ঞ ভাৱে ছুলতানৰ হাতত চুমা খালে।

ছুলতানে তেতিয়া সুধিলে—"আপুনি এই নগৰীতে থাকিব নে মোৰ দেশৰ ৰাজধানীলৈকে মোৰ লগত যাব?" যুৱকে ক'লে—"আপোনাৰ দেশ এই ঠাইৰ পৰা কিমান দূৰ, এইকথা আপুনি জানে জানো?" ছুলতানে ক'লে—"দুদিন এবেলাৰ বাট।" যুৱকে উত্তৰত ক'লে—"আপুনি কি কথা কৈছে? বেগাই খোজ কাঢ়িব পৰা মানুহ এজনেও এই ঠাইৰ পৰা এবছৰৰ মূৰতহে আপোনাৰ দেশ পাবগৈ। এই নগৰখন মন্ত্ৰৰ প্ৰভাৱত নথকা হ'লে আপুনি দুদিন এবেলাৰ মূৰতে



এইখিনি নাপালেহেঁতেন। হে ৰাজন! মই আপোনাৰ সঙ্গ মুহূৰ্তৰ বাবেও ত্যাগ নকৰো।" তেওঁৰ কথা শুনি ছুলতানে সন্তোষ মনেৰে ক'লে—"আমাৰ এই মিলন ঘটোৱা বাবে আল্লাৰ ওচৰত মূৰ দোঁৱাইছো। এই মুহূৰ্তৰ পৰা মই তোমাক মোৰ একমাত্ৰ পুত্ৰ ৰূপে জ্ঞান কৰিলো; মোৰ ভাগ্যত ইয়াৰ আগলৈকে পুত্ৰ সন্তান নাছিল।" তেতিয়া দুয়ো দুয়োকে আকোৱালি ধৰিলে। কাৰেঙলৈ গৈ যুৱকে তেওঁৰ পাত্ৰ-মন্ত্ৰী, ডা-ডাঙৰীয়া সকলক জনালে যে তেওঁ তীৰ্থ দৰ্শন কৰিবলৈ যাব খুজিছে; সেইদেখি সকলো যোগাৰ কৰিবলৈ তেওঁ আদেশ দিলে। সকলো যোগাৰ সম্পূৰ্ণ হওঁতে দহদিন লাগিল; তাৰ পিচত তেওঁ ছুলতানৰ লগত যাত্ৰা কৰিলে। বাৰটা মাহ ৰাজধানীৰ পৰা আতৰি থকা হেতুকে ছুলতানৰ মনটো বৰ উচপিচাই আছিল।

তেওঁলোক গৈ থাকিল। বহুমূলীয়া মণিমুকুতা আদি আপুৰুগীয়া বস্তু ভাৰ বৈ নিলে লগুৱা-লিকচৌৱে। দিনে নিশাই এবছৰ কাল যোৱাৰ মূৰত তেওঁলোক ছুলতানৰ ৰাজধানীত উপস্থিত হ'লগৈ। তেওঁলোকৰ আগমনৰ বাতৰি দিবলৈ দূত পঠোৱা হ'ল। ৰাজিৰ আৰু সৈন্য সামন্ত সকলো আনন্দ মনেৰে আহিল—ছুলতানক আদৰি নিবলৈ। তেওঁলোকে বাট চাই চাই ছুলতানৰ আশা এৰিয়েই দিছিল। সৈন্য সামন্তই ছুলতানক সেৱা জনাই তেওঁৰ মঙ্গল কামনা কৰিলে। ৰাজধানীলৈ গৈ ছুলতান ৰাজপাটত বহিল আৰু তেওঁ ডেকা ছুলতানৰ কি ঘটনা ঘটিছিল সেই সকলো কথা মন্ত্ৰীৰ আগত জনালে।

দেশৰ সকলো কথা থানথিত লগাৰ মূৰত ছুলতানে বহুতো প্ৰজাক উপঢৌকন দিলে। তাৰ পিচত এদিন ৰাজিৰক ক'লে—"সেই মাছবোৰ আনি দিয়া মাছ-মৰীয়াটোক মোৰ আগত হাজিৰ কৰিব লাগে।" সেইমতেই মাছমৰীয়াক মতাই অনা হ'ল। নগৰীখন আৰু তাৰ প্ৰজাসকল যাদুৰ কবলৰ পৰা উদ্ধাৰ পোৱাৰ মূলত আছিল এই মাছমৰীয়াটো! সি আহি ছুলতানৰ সমুখত থিয় দিয়াত ছুলতানে তাক মান ধৰা কাপোৰ এসাজ দিলে। ছুলতানে তাৰ অৱস্থাৰ কথা আৰু ল'ৰা-ছোৱালীৰ কথা সুধিলে। মাছমৰীয়াই জনালে যে তাৰ দুজনী জীয়েক আৰু এটা পুতেক আছে। ছুলতানে মাছমৰীয়াৰ ল'ৰা-ছোৱালীকেইটাক মতাই পঠালে। তাৰে এজনী ছোৱালীক তেওঁ নিজে বিয়া কৰিলে আৰু ইজনী ছোৱালীক ডেকা ছুলতানলৈ আনিলে; মাছমৰীয়াৰ পুতেকটোক ঘাই ধনভঁৰালী পাতিলে। আন-হাতে ছুলতানে তেওঁৰ ৰাজিৰক কৃষ্ণদ্বীপৰ নগৰীখনৰ ছুলতান পাতিলে। আটৈ-

কুৰি সশস্ত্ৰ লগুৱাক ৰক্ষক হিচাপে লগত দি তেওঁক তালৈ পঠাই দিলে; লগতে তাৰ আমীৰ আৰু অন্যান্য ডা-ডাঙৰীয়া সকলৈ মানধৰা সাজ দি পঠালে। ৰাজিৰে ছুলতানৰ হাতত চুমা খাই সেই ঠাইলৈ যাত্ৰা কৰিলে। ইপিনে ছুলতান আৰু ডেকাজনে শান্তিৰে মহা সুখত কাল যাপন কৰিলে। মাছমৰীয়াটোও ধনী মানুহ হ'লগৈ; তাৰ জীয়েকহঁতৰ বিয়া হ'ল ৰজা-ঘৰত।

# দৰ্জীৰ কাহিনী

জাঁহাপনা! সিদিনা মোৰ অদ্ভুত ঘটনা এটা ঘটে—তাকে আপোনাৰ আগত কওঁ। মোৰ বন্ধু এজনৰ ঘৰত বিয়াৰ ভোজ খাবলৈ মই ৰাতিপুৱাই গৈছিলো। মানুহ ঘৰত নগৰৰ একুৰিমান মানুহ গোট খাইছিল—তেওঁলোকৰ মাজত দৰ্জী, তাঁতী, বাঢ়ৈ আদি লোকো আছিল। বেলি ওলোৱাৰ লগে লগে আমাক খুৱাবৰ বাবে যোগাৰ কৰা হ'ল। এনেতে ঘৰৰ গিৰিহঁতৰ লগত এজন বিদেশী ডেকা সেই ঠাইত উপস্থিত হ'লহি। ডেকাজন বাগদাদৰ বাইজৰ মাজত জনপ্ৰিয়; তেওঁ বৰ দেখনিয়াৰ সাজপাৰ পিন্ধি আহিছিল। মানুহজনো ধুনীয়া—পিচে তেওঁৰ এখন ভৰি খোঁৰা।

তেওঁ আহি আমাক নমস্কাৰ কৰিলে আৰু আমিও থিয় দি তেওঁক আদৰণি জনালো। পিচে বহিবলৈ ধৰোতেই তেওঁ আমাৰ মাজত থকা নাপিতজনক দেখা পালে। নাপিতক দেখি তেওঁ বহিবলৈ অস্বীকাৰ কৰিলে আৰু সেই ঠাই এৰি আহিবলৈ ওলাল। কিন্তু আমি তেওঁক ৰাখিলো আৰু গিৰিহঁতজনেও তেওঁক থাকিবলৈ খাটনি ধৰিলে; তাৰ পিচত তেওঁ সুধিলে—"আপুনি আহিয়েই আকৌ গুচি যাব খুজিছে কিয়?" তেতিয়া ডেকাজনে উত্তৰ দিলে—"আল্লাৰ দোহাই! মোক বাধা নিদিব। মই এই স্থান পৰিত্যাগ কৰিব খুজিছো সৌ কুলক্ষণীয়া নাপিতটোৰ কাৰণে।" সেই কথা শুনি গৃহস্থজন বৰ আচৰিত হ'ল—"বাগদাদৰ পৰা অহা এই ডেকাজন এই নাপিতটোক দেখি ইমান বিব্ৰত হৈছে কিয়?" আমি ডেকাজনৰ পিনে চাই সুধিলো—"নাপিতৰ প্ৰতি এনে বিতুষ্ট মনোভাৱ পোষণ কৰাৰ কাৰণ কি, আমাক বুজাই কওকচোন।"

ডেকাই তেতিয়া ক'লে—"হে সুধী সমাজ! মোৰ জন্মভূমি বাগদাদৰ এই নাপিতটোৰ লগত মোৰ এটা অদ্ভুত ঘটনা ঘটিছিল। মই খোৰা হোৱাৰ মূলতে আছে—এই নাপিতটোৱেই। সেইদেখি মই শপত খাইছো যে যি ঠাইত সি থাকে,

তাত মই আসন গ্ৰহণ নকৰো ; আনকি সি যি নগৰত বাস কৰে সেই নগৰতে মই নাথাকো ! সেইদেখি বাগদাদ নগৰ ত্যাগ কৰি মই নানা দেশ ঘূৰি আপোনা-লোকৰ এই নগৰত বাস কৰিম বুলি আহিছিলো । কিন্তু ইয়াত এনিশা কটোৱাৰ সূৰতে তাৰ লগত মোৰ ভেটাভেটি হ'ল । পিচে আৰু এটা দিনো মই ইয়াত নাথাকো—মই ইয়াৰ পৰা গুচি যাম ।" আমি তেতিয়া ক'লো—"আল্লাৰ দোহাই ! আমাক সকলো কথা ভাঙি-পাতি কওক ।" যুৱকে তেতিয়া ক'লে—(তেওঁ কথাবোৰ কওঁতে নাপিতৰ মুখখন এবাৰ বগা পৰে, এবাৰ ক'লা হয়—এইদৰে বৰণ সলাবলৈ ধৰিলে ।)

মোৰ পিতৃ বাগদাদ চহৰৰ এজন প্ৰধান সদাগৰ আছিল । আল্লাৰ কৃপাত তেওঁ এটি পুত্ৰ সন্তানৰ মুখ দেখিলে—সেই সন্তান আছিলো ময়েই । মই ডেকা হোৱাৰ পাচত মোৰ পিতৃৰ মৃত্যু হয় । পিতৃৰ ধন-সম্পত্তি, দাস-দাসী সকলোৰে গৰাকী হলো মই । মই ভালকৈ পিন্ধি উৰি খাই-বৈ দিন কটাবলৈ ধৰিলো । পিচে আল্লাই মোক নাৰী বিদ্বেষী ৰূপে গঢ়িলে । এদিন মই বাগদাদ চহৰৰ আলি-বাটেদি গৈ আছো ; এনেতে কিছুমান তিৰোতাৰ সৈতে ভেটাভেটি হ'ল । সেই-দেখি মই দৌৰ মাৰি তেওঁলোকৰ সমুখৰ পৰা আঁতৰি গ'লো । মই ঠেক বাট এটাইদি গৈ এটা দাঁতিত থকা শিলৰ বেঞ্চ এখনত বহিছো, এনেতে সমুখৰ ঘৰটোৰ জালিকটা খিড়িকীখন মেল খালে । খিড়িকীৰ সমুখত থিয় দিলেহি এগৰাকী নাৰী —সেই নাৰীৰ মুখখন পূৰ্ণিমাৰ জোনটোৰ দৰে । জীৱনত মই তেওঁৰ নিচিনা নাৰীক দেখা নাই । সেই নাৰীয়ে খিড়িকীৰ কাষৰ ফুল গছত পানী ঢালি দিছিল । তেওঁ ইফালে সিফালে চাওঁতে দেখা পালে যে মই তেওঁৰ পিনে চাই আছো ; খিড়িকী-খন জপাই তেওঁ সেই ঠাইৰ পৰা আঁতৰি গ'ল । মোৰ বুকুত যেনিবা একুৱা জুইহে জ্বলিলে । তেওঁ মোৰ গোটেই মনটো জুৰি ল'লে । মোৰ নাৰী-বিদ্বেষী মনটো নাৰীৰ প্ৰেমত উথলি উঠিল । পৃথিৱীৰ আন সকলো কথা পাহৰি মই সন্ধিয়ালৈকে তাতে বহি থাকিলো । শেষত দেখিলো নগৰৰ কাজীজন ঘোঁৰাত উঠি আহিছে—দাস-দাসীৰে পৰিবেষ্টিত হৈ । সেই নাৰীয়ে ভুমুকি মৰা ঘৰটোৰ মুখতে কাজী ঘোঁৰাৰ পৰা নামিল আৰু ভিতৰ সোমাই গ'ল । মই তেতিয়া বুজিলো যে কাজীয়েই সেই ছোৱালীজনীৰ দেউতাক । তেতিয়া মই বেজাৰ মনেৰে ঘৰলৈ গৈ মনৰ দুখত শয্যা গ্ৰহণ কৰিলো ।

মোৰ লিগিৰীবোৰে মোৰ অসুখৰ বিষয়ে একো গম ধৰিব নোৱাৰিলে । মোৰ কাষত সিহঁত জুম বান্ধি বহিলহি । মই কিন্তু সিহঁতক একোকে নক'লো ।



সিহঁতে কন্দাকটা লগালে । এনেতে এগৰাকী বুঢ়ী কোঠাৰ ভিতৰ সোমালহি ; তেওঁ মোৰ পিনে চালে । মোৰ কি হৈছে, সেই কথা তেওঁ মুহূৰ্তৰ ভিতৰতে বুজি পালে । মোৰ ওচৰত বহি তেওঁ ক'লে—"হেৰ', বোপাই ! মোৰ আগত সকলো কথা ভাঙি-পাতি ক । সেইজনী ছোৱালীৰ লগতে বিয়াখন পাতিবলৈ মই চেষ্টা কৰিম ।" তেতিয়া মই সকলো কথা ক'লো । বুঢ়ীয়ে তেতিয়া ক'লে—"সেইজনী হ'ল—বাগদাদৰ কাজীৰ জীয়েক । কাজীয়ে জীয়েকক বৰ আবুৰত ৰাখে । যিখন খিড়িকীৰ কাষত তই ছোৱালীজনী দেখিছিলি, সেইটো মহলাতে তাই থাকে । তলৰ মহলাৰ ডাঙৰ ঘৰটোত থাকে তাইৰ বাপেক । তাই তাত অকলে থাকে । সেইটো ঘৰলৈ মই মাজে সময়ে গৈ থাকো । সেইজনী ছোৱালী পাব খুজিলে তই মোৰ যোগেদিহে আগবাঢ়িব লাগিব । যা এতিয়া । তই মন মাৰি থকাৰ সকাম নাই ।" এই বুলি কৈ বুঢ়ী ওলাই গ'ল আৰু মোৰো মনটো অলপ ফৰকাল হ'ল । পিচ-দিনা পুৱা শুই উঠি মোৰ মনটো মুকলি হোৱা দেখি ঘৰৰ সকলোৱে ৰং পালে ।

বুঢ়ী উলটি আহিল—মুখখন শুকান ; তেওঁ মোক কলে—"হেৰ বোপাই । তাইৰ পৰা কেনে সঁহাৰি পালো, সেই কথা মোক নুসুধিবি আৰু ! ছোৱালীজনীৰ আগত মই কথাটো উলিয়ালত তাই কলে—"কুলক্ষণীয়া বুঢ়ী । মনে মনে থাক । সেইবোৰ কথা মোৰ আগত নুলিয়াবি । নহলে মই তোক জোখাৰে শাস্তি দিয়াম আৰু তই আওমৰণেৰে মৰিব লগীয়া হবি ।" পিচে মই আকৌ এবাৰ ছোৱালী-জনীক লগ ধৰি চাব লাগিব ।" বুঢ়ীৰ কথা শুনি মোৰ বিকাৰ বাঢ়ি গ'ল ; ওচৰ-চুবুৰীয়াই আহি মোৰ খা-খবৰ লবলৈ ধৰিলে । সকলোৱে ধৰি ললে যে মোৰ আয়ুসত আৰু বেছি দিনলৈ চাউল নাই । কেইদিনমানৰ মূৰত বুঢ়ীয়ে আহি মোৰ কাণৰ ওচৰত ফুচফুচাই ক'লে—"ভাল খবৰ এটা আছে—মোক হলে তাৰ বাবে পুৰস্কাৰ দিব লাগিব ।" কথা শুনি মোৰ অন্তৰ পুলকিত হৈ উঠিল, মই কলো—"যি লাগে তাকেই দিম বাৰু ।" তেতিয়া বুঢ়ীয়ে কলে—"কালি মই ছোৱালীজনীৰ ঘৰলৈ গৈছিলো ; মোৰ মনটো মৰা যেন দেখি আৰু কান্দোতে কান্দোতে ৰঙা হৈ পৰা চকুদুটা দেখি ছোৱালীজনীয়ে মোক সুধিলে—"মাহী ! তোমাৰ হৈছে কি ?" মই হুকহুককৈ কান্দি উত্তৰ দিলো—"এইমাত্ৰ মই যিটো ঘৰৰ পৰা আহিছো, সেই ঘৰৰ ডেকা এজনে তোমাক ভাল পায় আৰু তোমাৰ কাৰণেই তেওঁ আজি মৃত্যুৰ দুৱাৰডলিত উপস্থিত হৈছেগৈ ।" কথা শুনি ছোৱালী-জনীৰ অন্তৰখন অলপ কুমলিল, মোক সুধিলে—"কোন জন ডেকাৰ কথা কৈছা তুমি ?" মই তেতিয়া কলো—"তেওঁ মোৰ নিজৰ ল'ৰাৰ নিচিনা । কেইদিনমানৰ

আগতে তুমি খিড়িকীৰে ফুলত পানী দি থাকোঁতে তেওঁ তোমাক দেখা পালে আৰু প্ৰথম দৰ্শনতে তোমাৰ ৰূপত মুগ্ধ হ'ল । যোৱাবাৰ তোমাৰ কি সন্বিধান পালো সেই কথা তেওঁক জনাইছিলো ; তাকে শুনাৰ পৰা তেওঁৰ স্বাস্থ্য তেনেই ভাগি গ'ল । এতিয়া তেওঁ বিচনাত পৰি আছে—তেওঁ এতিয়া মৃত্যুৰ দুৱাৰডলিত ।"

এই কথা শুনি মানুহজনীৰ মুখখন শেঁতা পৰি গ'ল ; তেওঁ ক'লে—"মোৰ কাৰণেই এনে অৱস্থা হৈছে ?" মই উত্তৰ দিলো—"এৰা । আল্লাই তাকেই কৰিলে । পিচে মইনো এতিয়া কি কৰিম ?" তেওঁ তেতিয়া ক'লে—"তুমি তেওঁৰ ওচৰলৈ যোৱা আৰু মোৰ হৈ তেওঁক সম্ভাষণ জনোৱাগৈ । তুমি তেওঁক কবাগৈ যে মোৰ হিয়াৰ পোৱণি তেওঁতকৈয়ো বেছি হৈছে । অহা শুকুৰবাৰে জুন্মাৰ নামাজ পঢ়াৰ সময় হোৱাৰ আগতে তেওঁক ইয়ালৈ আহিবলৈ ক'বা ; মই তললৈ নামি গৈ তেওঁক দুৱাৰ খুলি দিম । তাৰ পিচত মোৰ কোঠালৈ লৈ আহিম । দেউতা মছজিদৰ পৰা উলটি অহাৰ আগতে তেওঁক ইয়াৰ পৰা পঠাই দিম ।"

বুঢ়ীৰ কথা শুনি মোৰ দেহৰ বিকাৰ নোহোৱা হ'ল ; মনৰ দুৰ্ভাবনা নোহোৱা হ'ল আৰু বুকুখন জুৰ পৰি গ'ল । মই গাৰ কাপোৰ খুলি বুঢ়ীক দান কৰিলো । বুঢ়ী যাবলৈ ওলাল ; যাবৰ সময়ত কৈ গ'ল—"এতিয়া মোৰ লেশমানো বেজাৰ নাই ।" মই আৰোগ্য লাভ কৰা দেখি মোৰ বন্ধুবৰ্গ আৰু ঘৰৰ সকলোৱে সন্তোষ পালে । তেতিয়া মই শুকুৰবাৰৰ দিনটোলৈ বাট চালো । সেইদিনাই বুঢ়ী মোৰ খবৰ লবলৈ আহিল ; মই ক'লো যে মোৰ ভালেই । তাৰ পিচত মই ভালকৈ সাজ-পাৰ পিন্ধিলো, গাত আতৰ সানি ল'লো । তেতিয়া মই নামাজ পঢ়িবৰ বাবে মানুহবোৰ মছজিদলৈ যোৱালৈকে বাট চাই থাকিলো ।

পিচে বুঢ়ীয়ে মোক ক'লে—"এতিয়াও বহুত সময় আছে । তই গাটো ধুই ল । অসুখৰ পৰা উঠিছ ; ডাড়িকেইডালো খুৰাই ল । বেমাৰৰ কোনো চিন লৈ তালৈ যাব নালাগে ।" মই তেতিয়া ক'লো—"কথাটো বেয়া নহয় ; পিচে মই এইমাত্ৰ গৰম পানীৰে গা ধুই উঠিছো । ডাড়িকেইডালকে খুৰাওঁ ৰাৰু ।" লগুৱা-টোক মাতি ক'লো—"বজাৰলৈ গৈ নাপিত এটা মাতি আন ; গহীন গম্ভীৰ মানুহ এটা আনিবি । কুহুলিয়াই কুহুলিয়াই লোকৰ কথা উকটি ফুৰা কথাচহকী এটা আনিলে সি মোৰ চুলি কাটোঁতে মূৰকে কাটিব ।" লগুৱাটো ততালিকে ওলাই গ'ল আৰু এই কুলক্ষণীয়া বুঢ়াটোক লৈ আহিল । আহিয়েই সি মোক নমস্কাৰ কৰিলে ; ময়ো প্ৰতি-নমস্কাৰ জনালো । তাৰ পিচত সি সুধিলে "ডাঙৰীয়া, আপুনি দেখোন খীণাইছে ।" মই তেতিয়া উত্তৰ দিলো—"মোৰ



অসুখ হৈছিল ।" সি আকৌ ক'লে—"আল্লাই আপোনাৰ দুখ-কষ্ট দূৰ কৰক ।" মই তেতিয়া ক'লো—"আল্লাই তোৰ প্ৰাৰ্থনা পূৰণ কৰে যেন ।" সি আকৌ ক'লে—"আপুনি আৰোগ্য লাভ কৰিছেই । পিচে মই চুলিবোৰ চুটিকৈ কাটি দিম নে খুৰাই দিম । প্ৰবাদ আছে, হজৰতে কৈছিল বোলে—"শুকুৰবাৰে চুলি কাটিলে মানুহ নানান অপায়-অমঙ্গলৰ পৰা আঁতৰি থাকিব পাৰে ।" আকৌ তেওঁ কৈছিল বোলে—"শুকুৰবাৰে ৰক্তক্ষয় কৰিলে দৃষ্টিশক্তি নাশ পোৱা আৰু নানান বেমাৰ আজাৰ হোৱাটো নিবাৰণ কৰিব পাৰি ।"

মই ভেকাহি মাৰি দিলো—"কথা চোবাই নাথাকিবি । মোৰ ডাড়ি-চুলি কাটি দে । মোৰ আৰু অসহ্য হৈছেগৈ ।" সি তেতিয়া থিয় দিলে আৰু বৰ ধীৰে-সুস্থিৰে হাতখন আগবঢ়াই দি কাপোৰ এখন উলিয়াই মেলি ধৰিলে । তাৰ মাজৰ পৰা ওলাল দিশ গণনা কৰা যন্ত্ৰ এটা ; ৰূপৰ পাত এচটাৰ ওপৰত সমান্তৰাল ভাৱে সাতখন আয়না লগোৱা আছে । তাৰ পিচত সি চোতালৰ সোঁ-মাজত থিয় দি সেই যন্ত্ৰটো বেলিৰ পিনে দাঙি ধৰি বহুত সময় চাই থাকিল । চোৱা হ'লত মোৰ ওচৰলৈ ঘূৰি আহি ক'লে—"আজি শুকুৰবাৰ, ৬৫৩ হিজিৰাৰ ছফৰ মাহৰ দশম দিন ; আলেকজেণ্ডাৰ চনৰ গণনা মতে ৭৩২০ বছৰ আৰু ৮ ডিগ্ৰি ৬ মিনিট । তদুপৰি গণনা-বিজ্ঞানৰ নিৰ্ভুল হিচাপ মতে আজিৰ দিনটোত মঙ্গল গ্ৰহৰ দশা মিলিছে ; পিচে তাৰ লগতে যোগ দিছেহি বুধে । সেইদেখি চুলি কাটিবৰ বাবে এইটো শুভ খেন মিলিছে । মোৰ গণনাৰ পৰা ধৰিব পাৰিছো যে আপুনি কাৰো-বাৰ সঙ্গ কামনা কৰিছে ; পিচে আপোনালোকৰ সহবাসৰ ফল শুভ নহ'ব । তাৰ পিচত আৰু এটা চিন দেখা পাইছো ; সেইটোৰ পৰা বুজা গৈছে যে আপোনাৰ কিবা এটা ঘটনা ঘটিব—সেই বিষয়ে মই একো কব নোখোজো ।" মই টান মুখেৰে ক'লো—"তই মোক তিতা-টেঙা লগাইছ আৰু ! মই চুলি কাটিবলৈহে তোক মাতিছিলো । এইবোৰ কৰিবলৈ মতা নাই । সেইদেখি তোৰ কাম কৰ—কথা চোবাই থাকিব নালাগে ।"

সি ক'লে—"হে আল্লা ! আপোনাৰ ভাগ্যত আজি কি অমঙ্গলৰ খেন মিলিছে, সেইকথা গম পোৱা হ'লে আপুনি আজি কোনো কামতে হাত নিদিলেহেঁতেন । মোৰ মতে আপুনি গ্ৰহৰ গণনা মতে চলাহে ভাল হ'ব ।" মই ক'লো—"নাপিতৰ মাজত আৰু তোৰ সমান জ্যোতিষী নোলাব ! মোৰ মনেৰে তোৰ সমান কথাচহকী মানুহো ক'তো নোলাব । মই তোক মতাই আনিলো চুলি কাটিবলৈ আৰু তই কুলক্ষণীয়া কথাৰ বকলা মেলিবলৈ ধৰিলিহি ।" সি উত্তৰ দিলে—"আৰু মো

কি কৰিবলৈ কয় আপুনি ? আল্লাৰ কৃপাত আপুনি আজি জ্যোতিষী নাপিত এটা পাইছে। মই চিকিৎসা বিদ্যা আৰু যাদু-বিদ্যাও জানো। বাক্য-বিন্যাস, ব্যাকৰণ, অভিধান, দৰ্শন, শব্দালঙ্কাৰ, বাকপটুতা, অঙ্ক, বীজগণিত, জ্যামিতি, জ্যোতি-বিজ্ঞান, ধৰ্ম-শাস্ত্ৰ, হজৰতৰ প্ৰবাদ, কোৰাণৰ টীকা-ভাষ্য—এই সকলোতে মোৰ হাত আছে। তদুপৰি মই অপাৰ কিতাপ পঢ়ি তাৰপৰা জ্ঞান আহৰণ কৰিছো। মুঠতে মোৰ সকলো অভিজ্ঞতা আছে ; সকলো কলা আৰু বিজ্ঞান মই আয়ত্ত কৰিছো। মই নলগা ঠাইত লাগি ফুৰা মানুহ নহয় কাৰণেই আপোনাৰ দেউতাকে মোক ভাল পাইছিল। আপোনাৰ সেৱা কৰাটো মোৰ কাৰণে পবিত্ৰ কৰ্তব্য এটা। আপুনি মোক অপকাৰী মানুহ বুলি ভাবিছে, পিচে মই তেনে মানুহ নহওঁ। মই কম কথাকোৱা মানুহ আৰু নম্ৰ মানুহ বুলিয়েই সকলোৱে জানে। আপুনি মোৰ প্ৰতি কোপ ভাব নাৰাখি আল্লাৰ চৰণত কৃতজ্ঞতাহে প্ৰকাশ কৰা উচিত ; কিয়নো মই আপোনাক সজ উপদেশ দিছো আৰু আপোনাৰ উপকাৰ হোৱাটোকে মই বিচাৰিছো। আপোনাৰ মনৰ ভুল ধাৰণা দূৰ কৰিবৰ বাবে মই এবছৰ আপোনাৰ কাম কৰি দিবলৈ সাজু আছো আৰু তাৰ বাবে আপুনি মোক পইচা এটাও দিব নেলাগে।" এইদৰে বকিবলৈ ধৰাত মই ক'লো—"তই আজি মোৰ মূৰটো চোবাইহে এৰিবি যেন পাইছো।"

তাৰ পিচত আকৌ ক'লো—"হৈছে আৰু! তোৰ কথা বন্ধ কৰ। মোৰ অন্তৰঙ্গ বন্ধু এজনৰ ঘৰত নিমন্ত্ৰণ আছে মই তালৈকে যাব লাগে।" মই নিমন্ত্ৰণৰ কথা কোৱা শুনিয়েই সি ক'লে—"আজিৰ দিনটো সঁচাকৈয়ে মোৰ কাৰণে ভাগ্যৰ দিন। কালি মই মোৰ বন্ধু কেইজনমান নিমন্ত্ৰণ কৰি আহিছিলো। তেওঁলোকৰ খোৱা-বোৱাৰ কাৰণে যোগাৰ কৰিবলৈ পাহৰিয়েই গৈছিলো। এতিয়াহে মনত পৰিল কথাটো। কি দুৰ্ভাগ্যৰ কথা! মই তেওঁলোকৰ ওচৰত লাজত পৰিব লগীয়া হব।" মই তেতিয়া মাত লগালো—"সেইটো কথাৰ বাবে মূৰ ঘমাব নালাগে। আজি মোৰ নিমন্ত্ৰণ আছে। তই যদি সোনকালে মোৰ চুলি কটা শেষ কৰিব পাৰ, তেন্তে মোৰ ঘৰত থকা সকলোবোৰ খোৱাবস্তু তোক দিম।" সি ক'লে—"আল্লাই আপোনাৰ মঙ্গল কৰক। পিচে মোৰ আলহীকেইজনৰ বাবে আপোনাৰ ঘৰৰ পৰানো কি কি বস্তু নিব পাৰিম ?" মই ক'লো—"পাঁচ থাল মঙহ, দহটা কুকুৰা পোৱালি আৰু সেকি খোৱা ভেৰা পোৱালি এটা।" নাপিতে মাত লগালে—"মই সেইখিনি চাব খোজো। এবাৰ মোৰ আগলৈ বস্তুখিনি আনিবলৈ কওকচোন।" মই তেতিয়া ঘৰৰ মানুহবোৰক ক'লো যে যেনেতেনে সেই-



বোৰ বস্তু যোগাৰ কৰি আনিব লাগে। সেইমতে বস্তুবোৰ তাৰ আগলৈ অনা হ'ল। সেইখিনি দেখি সি ক'লে—"পিচে মদহে নাই।" মই মাত লগালো—"মোৰ ঘৰত আঙুৰৰ ৰসেৰে কৰা পুৰণি মদৰ টেকেলী দুটামান আছে।" সেই কথা শুনি সি ক'লে—"সেইখিনিও ইয়ালৈ আনিবলৈ কওক।" সেইমতেই মই অনালো ; তেতিয়া সি ক'লে—"আপোনাৰ এনে উদাৰতাৰ বাবে আল্লাই মঙ্গল কৰক। পিচে অগৰু আতৰ আদিহে বাদ পৰিল।" সেইদেখি মই অতি সুগন্ধি আতৰ, চন্দন, তিমি মাছৰ সুগন্ধি তেল, কস্তুৰী আদি অনালো—এইবোৰৰ মূল্য আঢ়ৈকুৰিমান টকা হ'ব।

ইপিনে সময় পাৰ হৈ যাবই লাগিছে ; মই নাপিতক ক'লো—"এই সকলোবোৰ বস্তু ল। মহম্মদৰ দোহাই দিছো! সোনকালে খুৰাই দে।" কিন্তু সি ক'লে—"হে আল্লা! এইবোৰৰ ভিতৰত কি আছে, তাকে নোচোৱাকৈ মই এইবোৰ কেতিয়াও নিনিওঁ।" তেতিয়া মই লগুৱাক মাতি আনি আতৰৰ টেমাবোৰ খোলালো ; মোৰ মূৰটো আধা খুৰুৱা অৱস্থাতে থৈ নাপিতে সেইবোৰ চাবলৈ ধৰিলে। সি মাটিত বহি আতৰ, চন্দন আদিৰ টেমাবোৰ শুঙিবলৈ ধৰিলে। সিপিনে মই খঙত উতলিবলৈ ধৰিলো। মূৰকত সি খুৰখন হাতত তুলি ল'লে আৰু কেইডালমান চুলি খুৰাই লৈ আকৌ আৰম্ভ কৰিলে—"মইনো কি বুলি আপোনাৰ গুণ গাম ? আপোনাৰ দয়া আৰু দানৰ বলতেই আজি মই আলহীক সোধ-পোচ কৰিব পাৰিম। অৱশ্যে মোৰ বন্ধুসকল এইবোৰ বস্তু ভোগ কৰাৰ যোগ্য নহয় ; পিচে মোৰ বন্ধুৰ মাজত মান্যৱন্ত লোক কেইজনমানো আছে। আপোনাকো আমাৰ মাজত পোৱা হ'লে মোৰ বুকুখন জুৰ পৰি গ'লহেঁতেন। পিচে আজি আপুনি আপোনাৰ বন্ধুসকলৰ ঘৰলৈ যাবই লাগিব ; সেইদেখি আপুনি দয়া কৰি মোক দিয়া বস্তুখিনি মই লৈ যাম। মোৰ আলহীক এইখিনি খাবলৈ দি কৈ আহিম যে তেওঁলোকে যেন মোলৈ বাট নাচায়। তাৰ পিচত মই লৰালৰিকৈ উলটি আহি আপোনাৰ লগতে আপোনাৰ নিমন্ত্ৰণ-থলীলৈ যাম। মোৰ বন্ধুসকলৰ লগত যথেষ্ট অন্তৰঙ্গতা আছে ; মই এৰি থৈ আহিলেও তেওঁলোকে বেয়া নাপায়। আপুনি চিন্তা নকৰিব—মই বেগেতে উলটি আহিম। আপুনি য'লৈকে যায়, ময়ো তালৈকে যাম।"

মই ক'লো—"তই তোৰ বন্ধুৰ মাজলৈ গৈ ৰং ধেমালি কৰগৈ। মোৰ বন্ধুবৰ্গৰ ওচৰলৈ মই যাম— তেওঁলোকে মোৰ উপস্থিতি আশা কৰি আছে।" কিন্তু নাপিতে ক'লে—"আপোনাক অকলৈ যাবলৈ মই দিব নোৱাৰো।" মই উত্তৰ

দিলো—"সঁচা কথা ক'বলৈ গ'লে মই যি ঠাইলৈ যাম, তাত মোৰ বাহিৰে আন কোনেও প্ৰবেশ কৰিব নোৱাৰে।" সি তেতিয়া ক'লে—"মোৰ মনেৰে আজি আপুনি কোনোবা নাৰীৰ ওচৰলৈ যাব খুজিছে। নহলে আপুনি মোকো আপোনাৰ লগত নিলেহেঁতেন। পিচে মোক লগত নিলেহে ভাল হ'ব। আপোনাৰ ইচ্ছা পূৰণ কৰাত মোৰ পৰাহে আপুনি সহায় পাব। পিচে মোৰ আশঙ্কা হৈছে যে আপুনি আচহুৱা তিৰোতাৰ পাচত ঘূৰিছে আৰু নিজৰ জীৱন বিপন্ন কৰি তুলিছে। আমাৰ বাগদাদ নগৰত এনে কাম কোনেও কৰিব নোৱাৰে—বিশেষকৈ শুকুৰবাৰৰ দৰে পবিত্ৰ দিন এটাত এইবোৰ কৰাটো নিষেধ। আমাৰ ৰাজপ্ৰতিনিধি কিন্তু বৰ খঙাল মানুহ।" মই গুজৰি উঠিলো—"কটা নিধক ক'ৰবাৰ! লাঠুৰা বুঢ়া! ওলাই যা ইয়াৰ পৰা! কথাৰ চেওটো চোৱা তাৰ!" সি মাত লগালে—"আপুনি নুবুজে কিয় বাৰু? আপুনি মোৰ বিৰুদ্ধে মিছা অভিযোগ তুলিছে। আপুনি মোৰ পৰা কথা লুকুৱাইছে। কিন্তু মই সকলো বুজিছো। মই মাত্ৰ সাধ্যমতে আপোনাক সহায় কৰিবলৈ বিচাৰিছো!"

নাপিতৰ কথাবোৰ ঘৰৰ আন মানুহে বা ওচৰচুবুৰীয়াই কেনেবাকৈ শুনে বুলি মোৰ ভয় লাগিল। সেইদেখি মই বহুত সময় মনে মনে থাকিলো; আৰু ইপিনে মূৰ খুৰুৱা শেষ হ'ল। নামাজৰ সময় হলেই; অলপ পিচতে খুৎবা পাঠ কৰাৰ পাল পৰিব। নাপিতৰ কাম শেষ হ'লত মই ক'লো—"তই মঙহ, সুৰা আদি লৈ তোৰ বন্ধুৰ ওচৰলৈ যা। তাৰ পিচত আমি দুয়ো একেলগে যাম।" মই ভাবিছিলো, সেইবুলি কৈ আপদ সাৰিব পাৰিম আৰু দগাবাজটোক এৰি থৈ অকলে গুচি যাম। কিন্তু সি মাত লগালে—"আপুনি মোক আভুৱা ভাবিব খুজিছে। আপুনি আপোনাৰ গন্তব্য স্থানলৈ অকলেই যাব খুজিছে। পিচে আপুনি বিপদত পৰিব আৰু তাৰপৰা উদ্ধাৰ পোৱাৰ আশাও নাথাকিব। আল্লাৰ দোহাই। মই ঘূৰি নহালৈকে আপুনি নাযায় যেন। মই আপোনাৰ লগত যাম আৰু আপোনাক বিপদৰ পৰা তৰাবলৈ যত্ন কৰিম।" মই ক'লো—"সেয়ে হ'ব বাৰু। যা এতিয়া বেছি বেলি নকৰিবি।" তাৰ পিচত সি মই দিয়া মঙহ, মদ আদি সকলো বস্তু টোপোলা বান্ধি লৈ মোৰ ঘৰৰ পৰা ওলাই গ'ল। পিচে সেই আপদীয়া লাঠুৰাটোৱে বস্তুখিনি তাৰ ঘৰলৈ নিবৰ বাবে ভাৰী এটাৰ হাতত দি পঠালে আৰু নিজে ঠেক বাটটোৰ আঁৰত লুকাই থাকিল।

ইপিনে মই ততালিকে যাবলৈ ওলালো। সিপিনে আজান দিলেই। লৰা-লৰিকৈ কানি-কাপোৰ পিন্ধি অকলেই ঘৰৰ পৰা ওলাই গ'লো। বেগাই গৈ মই



সেই ছোৱালীজনী থকা ঘৰটোৰ সমুখত থিয় দিলোগৈ। দুৱাৰমুখত বুঢ়ী এজনীয়ে মোলৈ বাট চাই আছিল; মই বুঢ়ীৰ লগত ওপৰলৈ উঠি গৈ তেওঁৰ কোঠাত উপ-স্থিত হলো। মই গৈ কোঠা পাইছোহে এনেতে গিৰিহঁতজন নামাজৰ পৰা উলটি আহিল। মই খিড়িকীৰে তলৰ পিনে চাই দেখিলো যে দুৱাৰখনৰ বিপৰীত ফালে নাপিতটো বহি আছে। তাক দেখি ভাবিলো—"এই আপদটোৱে মোক বিচাৰি উলিয়ালেহি কেনেকৈ?" আল্লাই হয়তো মোৰ গোপন উপস্থিতি প্ৰকাশ হৈ পৰাটোকে বিচাৰিছিল; সেইদেখিয়েই হ'বলা ঠিক সেই মুহূৰ্ততে ঘৰৰ কোনোবা দাসী এজনীয়ে কিবা অপৰাধ লগালে আৰু সেইবাবে গিৰিহঁতে তাইক কোব শোধালে। তাই চিঞৰত গগণ ফালিলে; এনেতে লগুৱা এটাই আহি সেই দাসী-জনীৰ পক্ষ সমৰ্থন কৰিলে। তাকে কৰা দেখি ঘৰৰ গিৰিহঁত কাজীজনে তাকো কোবালে। মাৰৰ কোবত সিয়ো চিঞৰ-বাখৰ লগালে। আপদীয়া নাপিতে ভাবিলে যে মইহে মাৰ খালো। সেইদেখি সি টেটুফালি চিঞৰিবলৈ ধৰিলে—"ৰক্ষা কৰক! ৰক্ষা কৰক!" তাৰ চিঞৰ শুনি মানুহে জুম বান্ধিলেহি; তেতিয়া সি চিঞৰি চিঞৰি ক'লে—"কাজীৰ ঘৰত এতিয়া মোৰ প্ৰভু মাৰ খাই মৰিব।"

তাৰ পিচত সি চিঞৰ বাখৰ লগাই মোৰ ঘৰলৈ বুলি দৌৰি গ'ল; বাকীবোৰ মানুহো পাচতে গ'ল। সি গৈ মোৰ ঘৰৰ মানুহ-দুনুহ, চাকৰ-নাকৰ সকলোকে খবৰ দিলে। কিনো ঘটিছে সেই কথা মই জানিবলৈ নৌপাওঁতেই এজাক মানুহ ওলালহি; "আমাৰ গিৰিহঁতৰ কি দশা হ'ল ঐ" বুলি সিহঁতে চিঞৰ-বাখৰ লগাই আহিল। এই নাপিতটোৱেই দলৰ আগশাৰীত আছিল। বলিয়াৰ দৰে চিঞৰি চিঞৰি সি বলকি আছিল—"দেহি ঐ! আমাৰ প্ৰভুক মৰিয়াই মাৰিলে ঐ!" সিহঁতে আহি মই থকা ঘৰটো আক্ৰমণ কৰিলে। পদূলিমুখত হুলস্থূল হোৱা শুনি কাজীয়ে লগুৱা এটাক ক'লে—"কি হৈছে চাই আহ!" মানুহটো ওলাই গ'ল আৰু অলপ পিচতে উভতি আহি ক'লে "ঘৰৰ মুখত মতা-মাইকী সকলো মিলি দহ হেজাৰৰো সৰহ মানুহ গোট খাইছে। আমাৰ ঘৰৰ পিনে আঙুলিয়াই দি সিহঁতে চিঞৰিছে বোলে "দেহি ঐ! আমাৰ প্ৰভুক মৰিয়াই মাৰিলে ঐ!" এই কথা শুনি কাজীৰ খঙ উঠিল; তেওঁ বাহিৰলৈ গ'ল আৰু দুৱাৰখন খুলিয়েই দেখিলে এজাক মানুহ গোট খাইছেহি। তেওঁ আচৰিত হৈ সুধিলে—"কি হৈছে ইয়াত?" মোৰ লগুৱাবোৰে উত্তৰ দিলে—"দগাবাজ! তয়েই আমাৰ প্ৰভুক মাৰিলি।" কাজীয়ে উত্তৰ দিলে—"মই তেওঁক মাৰিবলৈ যাম কিয়? এইটো মোৰ ঘৰ; তোমালোকে সোমাই চাবহি পাৰা।" তেতিয়া নাপিতে মাত লগালে

"তয়েই তেওঁক কোবাইছিলি ; তেওঁ চিঞৰা মই নিজ কাণে শুনিছিলো ।" কাজীয়ে ক'লে—"কি দোষত মই তেওঁক কোবাবলৈ যাম ? তেওঁনো মোৰ ঘৰলৈ আহিব কিয় ? তেওঁ ইয়ালৈ কেতিয়া আহিছিল আৰু কেতিয়া গ'ল ?" নাপিতে ভেকাহি মাৰি ক'লে—"হেৰ' টেঙৰ বুঢ়া ! মই সকলো কথা গম পাওঁ । জীয়েৰে তেওঁক ভাল পায় আৰু তেৰোঁ প্ৰেমত পৰিছে । তেওঁ এই ঘৰৰ ভিতৰ সোমোৱা বুলি জানি লগুৱাৰ হতুৱাই মাৰপিট কৰালি তয়েই । খলিফাই ইয়াৰ বিচাৰ কৰিব । নহলে আমাৰ প্ৰভুক উলিয়াই আনি তেওঁৰ ঘৰৰ মানুহ-দুনুহৰ হাতত শোধাই দে । তাকে নকৰিলে তেওঁলোকে বলেৰে ঘৰৰ ভিতৰ সোমাই গৈ তেওঁক উদ্ধাৰ কৰিব । তেতিয়া তয়েই লাজত পৰিব লাগিব ।" কাজীয়ে অবাক হৈ ক'লে—"তইঁতৰ কথাই যদি সঁচা হয়, তেন্তে ভিতৰলৈ সোমাই আহ আৰু তেওঁক বিচাৰি উলিয়াই আন ।" সেই কথা শুনি নাপিত ঘৰৰ ভিতৰলৈ সোমাই গ'ল ।

এইবোৰ কাণ্ড দেখি মই পলাবলৈ সুৰুঙা বিচাৰিবলৈ ধৰিলো । লুকাবলৈকো আন ঠাই নাই । মই থকা ওপৰমহলাটোতে ডাঙৰ পেৰা এটা আছিল ; তাৰ ভিতৰতে সোমাই মই ঢাকোনখন মাৰি দিলো । নাপিতটোৱে ঘৰৰ ভিতৰ সোমাই ইফালে সিফালে বিচাৰিবলৈ ধৰিলে । তাৰ পিচত পোনেই মই থকা ঠাইলৈ আহিল ; পেৰাটোৰ ওচৰলৈ বেগাই আহি সি সেইটো মূৰৰ ওপৰত তুলি ল'লে আৰু বাহিৰলৈ বেগ দিলে । তাকে দেখি মই পেপুৱা লাগিলো ; বুকুত সাহ চপাই লৈ মই পেৰাৰ ঢাকনিখন খুলি মাটিলৈ জাপমাৰি দিলো । জপিয়াই পৰোতেই মোচোকা খাই মোৰ ভৰিটো ভাগি গ'ল । খোলা দুৱাৰখনৰ পিনে চাই দেখিলো যে বহুতো মানুহে সেইপিনে চাই আছে । টানে-মঙ্কিলে দৰকাৰ হয় বুলি চোলাৰ জেপত মই সোণ আৰু ৰূপৰ মোহৰ কিছুমান লৈ গৈছিলো । সেইদেখি মানুহবোৰৰ মনোযোগ মোৰ ফালৰ পৰা আঁতৰাই নিবৰ মনেৰে মই মোহৰবোৰ ছটিয়াই যাবলৈ ধৰিলো । সিহঁত ধন বুটলিবলৈ ব্যস্ত হৈ পৰা চলতে মই লেঙেৰাই লেঙেৰাই যিমান পাৰো বেগ দিলো । বাগদাদ চহৰৰ মানুহ-দুনুহ নথকা সৰু বাটবোৰেদি মই যাবলৈ ধৰিলো । কিন্তু মই য'লৈকে যাওঁ এই আপদীয়া নাপিতটোও পাচে পাচে যায় ; সি চিঞৰি চিঞৰি কয়—"সিহঁতে মোৰ প্ৰভুক মাৰি সাং কৰিলেহেঁতেন । আল্লাৰ কৃপাত মই যেনিবা বাধা দিব পাৰিলো আৰু ডাঙৰীয়াক সিহঁতৰ হাতৰ পৰা উদ্ধাৰ কৰি আনিলো ।"

নাপিতে মোক ক'লে—"এতিয়া আপুনি ক'লৈ যাবলৈ ওলাইছে ? আপুনি নিজৰ বিপদৰ পদাঙ্ক অনুসৰণ কৰি শেষত এই দুৰ্যোগৰ গৰাহত পৰিল ।



আল্লাই যদি মোক আপোনাৰ সহায়ৰ কাৰণে নপঠালেহেঁতেন, তেন্তে এই বিপদৰ পৰা উদ্ধাৰ নাপালেহেঁতেন । অৱশ্যে মই আপোনাৰ অজ্ঞতাৰ বাবে আপোনাক দোষ নিদিওঁ ; আপোনাৰ বিচাৰ-বিবেচনা কম ; ততাভুকুতাকৈ আপুনি কামবোৰ কৰি যায় ।" মই তেতিয়া ক'লো—"মোৰ ইমানখিনি অপকাৰ কৰিও তোৰ হেপাহ পলোৱা নাই নে ? এতিয়া মোৰ পাচে পাচে ঘূৰি বাটে-পথে হাতেবজাৰে এইদৰে বলকি ফুৰিবি নে ?"

মই গৈ বজাৰৰ সোঁমাজত থকা তাঁতীৰ দোকান এখনত সোমালোগৈ আৰু নাপিতৰ হাতৰ পৰা মোক ৰক্ষা কৰিবলৈ দোকানৰ গৰাকীজনক খাটনি জুৰিলো । তেওঁ নাপিতটোক খেদাই দিলে । পাচফালৰ কোঠা এটাত বহি মই ভাবিলো—"মই যদি ঘৰলৈ উলটি যাওঁ, তেন্তে এই আপদীয়া নাপিতটোৰ পৰা ৰক্ষা নাপাম—সি দিনে-নিশাই মোৰ পাচে পাচে ঘূৰি ফুৰিব । মই আৰু এক মুহূৰ্তৰ বাবেও তাৰ উপস্থিতি সহ্য কৰিব নোৱাৰো ।" সেই দেখি মই বাহিৰ ওলাই গৈ সাক্ষী কেইজনমান গোটাই আনি মোৰ সা-সম্পত্তিৰ উত্তৰাধিকাৰী নিৰ্ণয় কৰিবলৈ এখন খত যুগুত কৰিলো । মোৰ সম্পত্তিৰ সৰহীয়া ভাগটো মোৰ আত্মীয় স্বজনৰ মাজত ভগাই দিলো আৰু লগতে এজনক অভিভাৱক পাতি দিলো—সৰু-ডাঙৰ সকলোৰে তত্ত্বাৱধানৰ ভাৰ দিলো তেওঁৰ ওপৰত । মোৰ ঘৰবাৰীবোৰ বেচি দিবৰ বাবেও তেওঁৰ ওপৰতে ভাৰ দিলো । তাৰ পিচত এই ধুৰন্ধৰৰ পৰা হাত সাৰিবৰ মনেৰে মই দেশান্তৰ হ'লো । থিতাপি লব'লৈ বুলি মই আপোনালোকৰ এই নগৰখনত উপস্থিত হ'লোহি । আপোনালোকৰ নিমন্ত্ৰণ পাই ইয়ালৈ আহিয়েই দেখিবলৈ পালো যে এই আপদীয়া মানুহটো মানীলোকৰ আসনত বহি আছে । যিটো মানুহৰ কাৰণে মোৰ ইমানখিনি দুৰ্গতি হ'ল, যাৰ দোষত মোৰ ভৰিটো ভাগিল আৰু যাৰ কাৰণে মই ঘৰ-বাৰী এৰি দিহিঙে-দিপাঙে ঘূৰি ফুৰিবলগীয়া হ'ল—সেইটো মানুহৰ সঙ্গে মোৰ মনত আনন্দ দিব পাৰেনে ? তাৰ লগত থাকি মই আনন্দ উপভোগ কৰিব পাৰিমনে ?" এইবুলি কৈ ডেকাজন গুচি গ'ল ; তেওঁ আৰু বহিবলৈ সম্মত নহ'ল ।

# নাপিতৰ দ্বিতীয় ভ্ৰাতাৰ কাহিনী

মোৰ দ্বিতীয় ভ্ৰাতাৰ নাম আছিল—আল হাডাৰ, অৰ্থাৎ কথকী। তেওঁৰ বাত বেমাৰ আছিল। এদিন কিবা সকামত তেওঁ ওলাই গৈছিল ; বাটতে বুঢ়ী এজনীৰ লগত ভেটাভেটি হ'ল—বুঢ়ীয়ে ক'লে—"খন্তেক ৰ'বা চোন। মই তোমাক কথা এটা ক'ব খুজিছো। কথাটো যদি তুমি ভাল যেন দেখা, তেন্তে তুমি সেইমতে মোক এফেৰা উপকাৰ কৰি দিবা। তেতিয়া তোমাৰ মঙ্গল সাধিবৰ বাবে মই আল্লাৰ চৰণত প্ৰাৰ্থনা জনাম।" বুঢ়ীৰ কথা শুনি মোৰ সহোদৰ ৰ'ল ; তেতিয়া বুঢ়ীয়ে আকৌ ক'লে—"তোমাক মই এটা বস্তুৰ সন্ধান দিম ; কিন্তু তুমি একো কথা নকবা। মই তোমাক বঢ়িয়া ঘৰ এটাৰ সন্ধান দিম ; চালে চকু ৰোৱা ফুলনি এখন তাত আছে ; নিজৰাৰ পানী বৈ গৈছে ; ফুলনিত ফুল ফুলি জাতিকাৰ হৈ আছে আৰু গছবোৰ ফলেৰে দোঁ খাই আছে। তাত উত্তম সুৰাৰো যোগাৰ আছে। এই সকলোৰে গৰাকী হ'ল এজনী ৰূপহী গাভৰু। তুমি তেওঁৰ সঙ্গসুখ লাভ কৰিব খোজানে ? মই যিহকে কওঁ তাকে যদি তুমি কৰা, তেন্তে তুমি লাভবান হ'বা।"

মোৰ ভায়ে সুধিলে—"তাত এই সকলোবোৰ আছেনে ?" বুঢ়ীয়ে উত্তৰ দিলে—"এৰা আছে। তুমি যদি বিবেচক হোৱা, মনৰ কৌতুহল বাদ দিয়া, একো প্ৰশ্ন নুসুধি মই কোৱা মতে কাম কৰি যোৱা—তেতিয়া হ'লে এই সকলোবোৰ তোমাৰেই হ'ব।" তেওঁ তেতিয়া ক'লে—"মই আপুনি কোৱা মতেই কৰিম। পিছে আন সকলো মানুহক বাদ দি আপুনি মোক বাছি ল'লে কিয় ?" বুঢ়ীয়ে ক'লে—"মই প্ৰশ্ন সুধিবলৈ বাৰণ কৰি দিয়া নাছিলোনে ? একো কথা নক'বা ; তুমি মাত্ৰ মোৰ পাচে পাচে আহা। মই তোমাক যিজনী গাভৰুৰ ওচৰলৈ নিব খুজিছো, তেওঁ নিজৰ ইচ্ছামতে সকলো কাম কৰে। কাৰবাৰ বাধা পালে তেওঁ বিতুষ্ট হয়। সেইদেখি তুমি যদি তেওঁক তুষ্ট কৰিব পাৰা, তেন্তে তুমি তেওঁক



লাভ কৰিব পাৰিবা।" তেতিয়া ককাইদেৱে ক'লে—"মই তেওঁক একো প্ৰশ্ন নকৰো।" বুঢ়ী আগবাঢ়িল আৰু তেওঁ পাচে পাচে গ'ল। বুঢ়ীৰ বৰ্ণনাই তেওঁৰ অন্তৰত কামনাৰ জুই জ্বলাই দিলে। শেষত তেওঁলোক এটা প্ৰকাণ্ড ঘৰত উপস্থিত হ'লগৈ। ঘৰটো বৰ বঢ়িয়া ; সুন্দৰকৈ সজাই পৰাই থৈছে। লণ্ডৱা-লিকচৌ ভৰি আছে। মুঠতে আঢ্যৱন্ত লোকৰ ঘৰৰ চিন সকলোতে প্ৰকাশ পাইছে। বুঢ়ীয়ে তেওঁক ওপৰ মহলালৈ লৈ গ'ল ; তেওঁক দেখি ঘৰৰ মানুহবোৰে সুধিলে—"তোমাক কি লাগে ?" পিচে বুঢ়ীয়ে উত্তৰ দিলে—"তোমালোক মনে মনে থাকা। তেওঁক আমনি নকৰিবা। তেওঁ এজন বনুৱা ; তেওঁৰ হতুৱাই কেতবোৰ কাম কৰাই লব লাগে।"

বুঢ়ীয়ে তেওঁক সুসজ্জিত বিৰাট মণ্ডপ এটালৈ লৈ গ'ল ; মাজতে ফুলনি এখন আছে—ইমান ধুনীয়া ফুলনি কোনো কালে দেখা নাই। বুঢ়ীয়ে তেওঁক বঢ়িয়া আসন এখনত বহিবলৈ দিলে। অলপ সময় বহি থকাৰ মূৰতে তেওঁ ডাঙৰ শব্দ এটা শুনিবলৈ পালে। এনেতে এজাক দাসীৰ দ্বাৰা পৰিবেষ্টিত হৈ এগৰাকী নাৰী তালৈ সোমাই আহিল। তেওঁৰ মুখখন পূৰ্ণিমাৰ জোনটোৰ দৰে। সেই গাভৰুক দেখি তেওঁ থিয় দিলে আৰু অভিবাদন জনালে। গাভৰুৱেও সম্ভাষণ জনাই তেওঁক বহিবলৈ দিলে। তেওঁ বহাৰ পিচত গাভৰুৱে সুধিলে—"আল্লাই আপোনাৰ মঙ্গল কৰক। আপোনাৰ কুশলনে ?" তেওঁ উত্তৰ দিলে—"হয় মোৰ ভালেই।" তেতিয়া গাভৰুৱে খোৱাৰ যোগাৰ কৰিবলৈ লিগিৰীবোৰক আদেশ দিলে ; নানান ৰুচিকৰ খাদ্য-সামগ্ৰী তেওঁৰ সমুখত যতনাই দিয়া হ'ল ; গাভৰুৱে খাবলৈ বহি মোৰ ভ্ৰাতাৰ লগত ৰগিকতা কৰিলে। পিচে গাভৰুৱে মুখৰ হাঁহি সামৰিব পৰা নাছিল। কিন্তু মোৰ সহোদৰে তেওঁৰ পিনে চালেই গাভৰুৱে লিগিৰীবোৰৰ পিনে চাই এনেভাৱ দেখুৱায় যেন তেওঁ লিগিৰীবোৰৰ কিবা কথাতহে হাঁহিছে। মোৰ সহোদৰে একো গম ধৰিব নোৱাৰিলে। কামনাৰ সপোন ৰচি তেওঁ ভাবি ল'লে যে গাভৰু তেওঁৰ প্ৰেমত পৰিছে।

খোৱা-বোৱা শেষ হ'লত লিগিৰীবোৰে সুৰাৰ পিয়লা যতনাই দিলেহি ; লগে লগে দহজনী ধুনীয়া গাভৰু তাত উপস্থিত হ'লহি। তেওঁলোকৰ হাতত একোখন বীণা। তেওঁলোকে মধুৰ কণ্ঠেৰে গীত জুৰি দিলে ; সেই গীতে সহোদৰৰ মন খৌকি-বাখৌ লগালে। গাভৰুৰ হাতৰ পৰা সুৰাৰ পিয়লা লৈ তেওঁ পান কৰিলে। গাভৰুৱেও সুৰাৰ পিয়লা এটা লৈ পান কৰিলে ; তেতিয়া মোৰ ভ্ৰাতাই তেওঁৰ হাতৰ পৰা আৰু এটা পিয়লা তুলি লৈ পান কৰিলে। এনেতে গাভৰুৱে

তেওঁৰ ডিঙিত ধৰি গঁতা মাৰি পঠিয়ালে। খণ্ডত তেওঁ ঘৰটোৰ পৰা ওলাই যাবই খুজিছিল। কিন্তু তেওঁৰ লগে লগে ফুৰা সেই বুঢ়ীজনীয়ে ইঙ্গিতেৰে তেওঁক বুজাই দিলে যে তেওঁ যেন গুচি নাযায়। সেইদেখি তেওঁ উলটি আহিল আৰু গাভৰুৱেও তেওঁক আকৌ বহিবলৈ ক'লে। একো মাতবোল নকৰাকৈ তেওঁ বহিল। তাৰ পিচত গাভৰুৱে আকৌ তেওঁক গতা মাৰি পঠিয়ালে। অকল সিমানতে গাভৰু ক্ষান্ত নহ'ল; এইবাৰ তেওঁ লিগিৰীহঁতক লগাই দিলে চৰ ভুকু মাৰিবলৈ। ৰুকাইদেৰে বুঢ়ীক ক'লে—"ভাল আচৰণৰ এনে নমুনা মই আৰু আগতে দেখা নাছিলো।" বুঢ়ীয়েও মাজে মাজে চিঞৰি থাকে—"হৈছে! হৈছে আৰু আইদেউ।" কিন্তু গাভৰুৱে চৰিয়ায়েই থাকিল—সিপিনে তেওঁৰ অৱস্থা কাহিল হৈ পৰিল। তেতিয়া তেওঁ বাহিৰ ওলাই যাব খুজিলে; কিন্তু বুঢ়ীয়ে বাট ভেটি ধৰি ক'লে—"আৰু অলপ ধৈৰ্য ধৰা; তেতিয়া হ'লে তোমাৰ কামনা পূৰণ হ'ব।" বুঢ়ীৰ কথা শুনি তেওঁ উত্তৰ দিলে—"আৰু কিমান সময় মই বাট চাব লাগিব? চৰৰ কোবত মোৰ প্ৰাণ যোৱাৰ উপক্ৰম হৈছে।" বুঢ়ীয়ে ক'লে—"সুৰাপান কৰি তেওঁ মতলীয়া হোৱালৈ তুমি বাট চোৱা।"

সেইবুলি কোৱাত তেওঁ উলটি আহিল। গাভৰুৰ হাতধৰা লিগিৰী কেইজনীয়ে তেতিয়া থিয় দিলে আৰু গাভৰুৱে মানুহজনৰ গাত গোলাপ-জল আদি ছটিয়াই দিবলৈ সিহঁতক আদেশ দিলে। তেতিয়া গাভৰুৱে মাত লগালে—"আপুনি মোৰ ঘৰত প্ৰৱেশ কৰি মই বান্ধি দিয়া চৰ্তবোৰ পালন কৰিলে; যেয়ে মোৰ কামত বাধা দিয়ে, তেওঁকেই মই খেদাই দিওঁ; যাৰ ধৈৰ্য আছে তেওঁৰ ইচ্ছা মই পূৰণ কৰো।" মানুহজনে মাত লগালে—"হে দেৱী! মই আপোনাৰ দাস।" গাভৰুৱে উত্তৰ দিলে—"আল্লাৰ কৃপাত মই ৰং-ধেমালি কৰি বৰ ভাল পাওঁ। যি মোৰ ধেমালিৰ লগত সহযোগ কৰে, তেওঁৰেই মনোবাঞ্চা পূৰণ হয়।" ইয়াৰ পিচত তেওঁ লিগিৰীহঁতক গীত আৰম্ভ কৰিবলৈ দিলে; সিহঁতৰ গীতে সকলোকে আনন্দ দিলে"। মূৰকত গাভৰুৱে এজনী দাসীক ক'লে—"এখেতক লৈ যা আৰু যি কৰিব লাগে সকলো ঠিকঠাক কৰি এতিয়াই ঘূৰাই লৈ আহিবি।" সেইমতে ছোৱালীজনীয়ে মোৰ সহোদৰক লৈ গ'ল। পিচে কিনো কৰিব খুজিছে, সেই কথা তেওঁ তেতিয়াও গম ধৰিব পৰা নাছিল। এনেতে বুঢ়ীজনীয়ে তেওঁৰ ওচৰলৈ আহি ক'লে—"ধৈৰ্য ধৰি থাকা। আৰু অলপ কাম বাকী আছে।" এই কথা শুনি তেওঁৰ মন ফৰকাল হৈ পৰিল। তেওঁ সুধিলে "এই ছোৱালী জনীয়েনো মোক কি কৰিব খুজিছে?"



বুঢ়ীয়ে উত্তৰ দিলে—"তোমাৰ উপকাৰকে কৰিব খুজিছে। তাই তোমাৰ চেলাউৰিত ৰং বোলাই দিব আৰু গোঁফকোচা উভালি পেলাব।" তেতিয়া তেওঁ ক'লে—"চেলাউৰিত ৰং দিলে অৱশ্যে ধুই পেলালেই ৰং উঠি যাব; কিন্তু গোঁফ উঘালি পেলোৱাটো হ'লে বৰ কষ্টকৰ কথা।" বুঢ়ীয়ে ক'লে—"তেওঁক বিতুষ্ট নকৰিবা। ইতিমধ্যে তেওঁ তোমাক অন্তৰ বিলাই দিছে।"

সেইদেখি মোৰ সহোদৰে ধৈৰ্য ধৰিলে—তেওঁৰ চেলাউৰিত ৰং বোলাই দিয়া হ'ল আৰু গোঁফ কোচাও উভালি পেলোৱা হ'ল। তেতিয়া লিগিৰীজনীয়ে গাভৰুৰ ওচৰলৈ উলটি গৈ তেওঁক এই বতৰা দিলে। গাভৰুৱে ক'লে—"এতিয়া মাত্ৰ এটা কাম কৰিবলৈ বাকী থাকিল। এতিয়া তেওঁৰ ডাড়িকোচা খুৰাই দে—তেহে মুখখন মিহি হ'ব।" ছোৱালীজনীয়ে উভতি গৈ তেওঁক গিৰিহঁতনীৰ আদেশৰ কথা জনালে। মোৰ সহোদৰে ক'লে—"মই ডাড়িকোচা খুৰাওঁ কেনেকৈ? সেই কাম কৰিলে বাইজে মোক গৰিহণা দিব।" এনেতে বুঢ়ীয়ে মাত লগালে—"তুমি দেখিবলৈ যাতে চকল ডেকাটি যেন হোৱা, সেইবাবে তেওঁ তাকে কৰাটো বিচাৰিছে। তেওঁ তোমাৰ প্ৰতি আকৰ্ষিত হৈছে। সেইদেখি ধৈৰ্য ধৰা; তেতিয়াহে তোমাৰ মনোবাঞ্চা পূৰণ হ'ব।" ৰুকাইদেৰে ধৈৰ্য ধৰিলে; আদেশ মতে সকলো কাম কৰা হ'ল। ছোৱালীজনীয়ে তেওঁৰ ডাড়িকোচা খুৰাই দিলে। তাৰ পিচত তেওঁক গাভৰুৰ ওচৰলৈ নিয়া হ'ল। চেলাউৰিত ৰং বোলাই থৈছে; গোঁফ কোচাও উভালি পেলোৱা হ'ল। দাড়িকোচা খুৰাই পেলালে। গাল দুখনতো ৰং সানি দিলে। এইটো মূৰ্তি দেখি পোনতে গাভৰুৱে ভয়েই খাইছিল; তাৰ পিচত তেওঁ ভেঙুচালি কৰি বাগৰি বাগৰি হাঁহিবলৈ ধৰিলে আৰু কলে—"আপোনাৰ সজ আচৰণৰ যোগেদি আপুনি সঁচাকৈ মোৰ অন্তৰ জয় কৰিলে।" তাৰ পিচত গাভৰুৱে খাটনি জুৰিলে—অলপ নাচি দেখুৱাবৰ বাবে। তেৱেঁ নাচিবলৈ আৰম্ভ কৰিলে। ইপিনে গাভৰুৱে অসনবোৰত পাৰি থোৱা গাৰুবোৰ তেওঁৰ মূৰলৈ দলিয়াবলৈ ধৰিলে। লগে লগে বাকী বোৰেও তেওঁৰ গালৈ সুমথিৰা, নেমু টেঙা আদি দলিয়াবলৈ ধৰিলে। গতা-ভুকু আৰু দলিওৱা-দলিৰ প্ৰকোপত বেচেৰা শেষত অচেতন হৈ পৰিল।

পুনৰ জ্ঞান লাভ কৰাৰ মূৰত বুঢ়ীয়ে তেওঁক ক'লে—"এইবাৰ তোমাৰ মনোবাঞ্চা পূৰণ হ'ব। তুমি আৰু চৰ-কিল খাব নালাগে। এতিয়া মাত্ৰ এটা কাম কৰিবলৈ বাকী আছে। তুমি গাৰ কানি-কাপোৰ খুলি তেওঁৰ লগত লুকা-

ভাকু খেলিব লাগিব।" সেই কথা মতে তেওঁ মান্তু হ'ল। গাভৰুৱে লৰমাৰি ইটো কোঠাৰ পৰা সিটো কোঠালৈ যাবলৈ ধৰিলে আৰু তেৰেঁা উন্মাদৰ দৰে পিচে পিচে খেদি গ'ল। এবাৰ গাভৰু এন্ধাৰ কোঠা এটাত সোমালগৈ; তেৰেঁা খেদি গ'ল। হঠাতে তেওঁ নিচেই লেহুকা ঠাই এডোখৰত ভৰি দিলেগৈ; তেওঁৰ গাৰ ভৰত ঠাই ডোখৰ দুফাল হৈ পৰিল। কিনো হৈছে একো তৰ্কিবই নোৱাৰিলে। তেওঁ মাত্ৰ দেখিবলৈ পালে যে তেওঁ বজাৰৰ মাজত আছেহি। কেউপিনে ডেখাৰ মানুহ; ওচৰতে চামৰা বেচা মানুহে চিঞৰি চিঞৰি দৰ-দাম কৰিছে।

বজাৰৰ মানুহবোৰে দেখিবলৈ পালে—বিবস্ত্ৰ মানুহ এটা; ডাড়ি-গোঁফ একোৱেই নাই; চেলাউৰি যোৰ ৰঙা ৰঙেৰে বোলোৱা। গাল দুখনতো ৰঙা ৰঙ সানি থৈছে। এই মূৰ্তি দেখি সকলোৱে হাত চাপৰি মাৰি কিৰিলি পাৰিবলৈ ধৰিলে। মানুহবোৰে তেওঁক চামৰাৰে কোবাবলৈ ধৰিলে। মাৰৰ কোবত তেওঁ অচেতন হৈ পৰিল। মূৰকত মানুহবোৰে তেওঁক গাধৰ ওপৰত তুলি নগৰ ৰক্ষকৰ কাষলৈ লৈ গ'ল। নগৰ ৰক্ষকে সুধিলে—"এইটো কি?" মানুহবোৰে ক'লে "এই মানুহটো ৰাজিৰৰ ঘৰৰ পৰা আমাৰ গাৰ ওপৰতে সৰি পৰিছিল।" নগৰ ৰক্ষকে তেতিয়া তেওঁক এশ কোব মৰাই বাগদাদ নগৰৰ পৰা বাজ কৰি দিলে।

# নাপিতৰ পঞ্চম ভ্ৰাতাৰ কাহিনী

মোৰ পঞ্চম ভ্ৰাতাৰ নাম আছিল আল নছৰ; তেওঁৰ দুয়োখন কাণ কটা। নিশা তেওঁ মানুহৰ পৰা ভিক্ষা মাগে আৰু দিনত তাকে খায়। আমাৰ দেউতা বুঢ়া হৈছিল; বেমাৰত ভুগি তেওঁৰ মৃত্যু হ'ল; তেওঁ আমাৰ কাৰণে সাত শ টকা এৰি থৈ যায়। প্ৰতিজন পুতেকৰ ভাগত এশ টকাকৈ পৰিল। আমাৰ পঞ্চম সহোদৰে টকাকেইটা পাই পাৰ নোপোৱা হ'ল; টকাকেইটা কি কামত খৰচ কৰিব, তাকে ভাবি উলিয়াব নোৱাৰিলে। শেষত ভাবি-চিন্তি ঠিক কৰিলে যে তেওঁ আয়নাৰ বাচন-বৰ্তন কেতবোৰ কিনিব আৰু তাকে লৈ সজভাৱে ব্যৱসায় কৰিব। সেইমতে তেওঁ এশ টকাৰে বাচন-বৰ্তন কিছুমান কিনিলে; ডাঙৰ থাল এখনত সেইবোৰ লৈ এখন বেৰৰ কাষতে আসন এখন পাৰি তেওঁ বহিল; বেৰখনত আঁউজি ল'লে।

এইদৰে সমুখত থালখন থৈ বহি থাকোতে তেওঁ ভাবিলে—"এই বাচন-বৰ্তনবোৰত মই এশ টকা খটুৱালো; তাৰ পৰা মই নিশ্চয় দুশ টকা পাম; তেতিয়া মই আকৌ আয়নাৰ বাচন কিছুমান কিনিম। এইদৰে মোৰ হাতত চাৰিশ টকা গোট খাব। বেচি-কিনি থাকিলে মোৰ হাতত মূৰকত চাৰি হেজাৰ টকা গোট খাবহি। মই তেতিয়া বহুত টকাৰ গৰাকী হ'ম। সেই টকাৰে মই বেপাৰ-বাণিজ্য কৰিবলৈ নানান বয়বস্তু, মণি-মুকুতা, আতৰ আদি কিনিম আৰু সেইবোৰ বেচি বহুত টকা লাভ কৰিম। আল্লাৰ কৃপাত শেষত মোৰ টকা এক-লাখ হ'বগৈ। তেতিয়া মই ধুনীয়া ঘৰ এটা কিনিম; মোৰ দাস-দাসী, হাতী-ঘোঁৰা সকলো থাকিব। মই তেতিয়া খাই-বৈ ৰং-ধেমালি কৰি থাকিম। নগৰৰ কোনো গায়ক-গায়িকা বাদ নপৰিব; মই সকলোকে মতাই আনিম। সিহঁতে মোৰ ঘৰত গীত গাবহি।"

এইদৰে সমুখত এশ টকাৰ আয়নাৰ বাচনবোৰ লৈ তেওঁ আলাগত চাং পাতিবলৈ ধৰিলে। সেইবোৰলৈ চাই চাই তেওঁ আকৌ ভাবিলে—"মোৰ যেতিয়া একলাখ টকা হ'বগৈ, তেতিয়া ছুলতান আৰু ৰাজিবৰ ঘৰৰ ছোৱালীৰ লগত বিয়াৰ কথা হ'বলৈ ঘটকক পাঠিম। প্ৰধান মন্ত্ৰীৰ বৰজীয়েকৰ লগতহে বিয়া পাতিম বুলি মই জনাম। শুনিছো বোলে প্ৰধান মন্ত্ৰীৰ ডাঙৰজনী ছোৱালী ৰূপে-গুণে অনুপম। এহেজাৰ টকা ভাঙি মই বিয়াৰ বন্দৱস্ত কৰিম। বাপেক যদি মান্তি হয়, ভালেই। যদি মান্তি নহয়, তেতিয়া হ'লে মই বলেৰে জীয়েকক ধৰি আনিম। জীয়েকক মোৰ ঘৰলৈ অনাৰ পিচত মই দহজনী দাসী কিনি আনিম আৰু ছুলতানে পিন্ধাৰ নিচিনা কাপোৰ এসাজ মোলৈ কিনি আনিম। সোণ আৰু মণি-মুকুতাৰ কাম কৰা জীন কিনি আনি মোৰ ঘোঁৰাৰ পিঠিত লগাম। তাৰ পিচত লগুৱা-লিকচৌৰ দ্বাৰা পৰিবেষ্টিত হৈ মই ঘোঁৰাত উঠি নগৰৰ আলিবাটত ঘূৰি ফুৰিম। আলিবাটত বাটৰুৱাই মোক দেখিলে নমস্কাৰ কৰিব। তাৰ পিচত মই ছোৱালীজনীৰ বাপেক আৰু ৰাজিবৰ ঘৰলৈ যাম। মোৰ আগে পাচে সশস্ত্ৰ শ্বেতাঙ্গ দাসবোৰ যাব। মোক যোৱা দেখি ৰাজিবে তেওঁৰ আসন এৰি দিব। তেওঁৰ আসনত মোক বহিবলৈ দি তেওঁ নিজে নিম্ন আসনত বহিব। মই তেওঁৰ জোঁৱায়েক হ'ম যেতিয়া তেওঁ সেই সন্মান দেখুৱাবই।

মোৰ লগত দাসী দুজনী থাকিব—সিহঁতৰ প্ৰত্যেকৰ হাতত এহেজাৰ টকাকৈ ধনৰ টোপোলা একোটা থাকিব। তাৰে এহেজাৰ টকা মই ৰাজিবক দিম—জীয়েকৰ লগত হোৱা বিয়াৰ মান ধৰিবলৈ বুলি। বাকী এহেজাৰ টকা মই তেওঁক দান হিচাবে দিম। তেওঁ তেতিয়া গম পাব মোৰ বদান্যতা, উদাৰতা আৰু মহৎ অন্তৰৰ কথা ; পৃথিৱীখনক মই কিমান তুচ্চ জ্ঞান কৰো সেই কথাও তেওঁ তেতিয়া গম পাব। তেওঁ যদি দহ আষাৰ কথা কয়, মই মাত্ৰ দুআষাৰ কথা কম। তাৰ পিচত মই ঘৰলৈ উলটি যাম। শহুৰৰ ঘৰৰ পৰা কোনোবা মোৰ ঘৰলৈ গ'লে মই উপহাৰ স্বৰূপে ধনৰ টোপোলা একোটা দিম আৰু মান ধৰা কাপোৰ এসাজো দিম। কিন্তু মোলৈ যদি কোনোবাই কিবা উপহাৰ আনে, মই গ্ৰহণ নকৰি ঘূৰাই দিম। মোৰ গৰ্ব কিমান আৰু তাক যে খৰ্ব হ'বলৈ মই নিদিওঁ সেই কথা তেতিয়া সকলোৱে বুজিব পাৰিব। এইদৰে মোৰ খিতাপ বাঢ়ি যাব। এই সকলোবোৰ হৈ উঠাৰ মূৰত মই ফুল-শয্যাৰ দিন ঠিক কৰিম। সেই উপলক্ষে মহা-আড়ম্বৰেৰে মোৰ ঘৰ-বাৰী সুসজ্জিত কৰি তুলিম। সদলবলে কইনা আনিবৰ সময় যেতিয়া হ'ব, তেতিয়া মই গৈ বাছকবনীয়া কাপোৰ সাজ পিন্ধিম আৰু সোণ



খটোৱা পালেঙত বহিম ; গাৰু এটাত আউজি ল'ম। মোৰ মনৰ উগ্ৰতা আৰু গাম্ভীৰ্যৰ পৰিচয় দিবৰ মনেৰে মই সমুখৰ পিনে একেথৰে চাই থাকিম—ইপিনে সিপিনে মুখ নুঘূৰাওঁ। ইপিনে মোৰ আগত গহনা-পাতি পিন্ধি, সাজি-কাচি পূৰ্ণিমাৰ জোনৰ দৰে ৰূপ লৈ মোৰ ন-কইনা থিয় দি থাকিব। ময়ো মোৰ খিতাপ দেখুৱাই তেওঁৰ পিনে নোচোৱাকৈ থাকিম ; শেষত তাত উপস্থিত থকা আনবোৰ মানুহে ক'ব—"প্ৰভু! আপোনাৰ পত্নী, আপোনাৰ দাসী আহি আগত থিয় দি আছে। তেওঁৰ থিয় হৈ থাকি ভাগৰ লাগি গৈছে। আপুনি দয়া কৰি এবাৰ তেওঁৰ পিনে চাওক।" তাৰ পিচত সিহঁতে মোৰ সমুখত কেইবাবাৰো সেৱা জনাব। শেষত মই মূৰ দাঙি এবাৰ তেওঁৰ পিনে চাম আৰু পিচ মুহূৰ্ততে মুখ ঘূৰাই নিম। তাৰ পিচত সিহঁতে তেওঁক কইনাৰ কোঠালৈ লৈ যাব ; ময়ো আসনৰ পৰা উঠি সেই সাজ কাপোৰ সলাই আগতকৈয়ো ভাল কাপোৰ এসাজ পিন্ধিম। দ্বিতীয়বাৰ সিহঁতে যেতিয়া কইনাক তালৈ লৈ আহিব, মই এবাৰো মুখ ঘূৰাই নাচাওঁ। সিহঁতে বৰকৈ খাটনি জোৰাৰ পাচতহে চাম। মই মাত্ৰ কেৰাহিকৈ এবাৰ চাই তলমূৰা হৈ থাকিম।

মূৰকত মই পাচ শ টকাৰ টোপোলা এটা আনিবলৈ দাসী এজনীক আদেশ দিম। তাত উপস্থিত থকা তিৰোতাবোৰক দান হিচাপে দিম ; তাৰ পিচত কইনাৰ কোঠালৈ মোক লৈ যাবলৈ ক'ম। মোক তাত থৈ সকলো গুচি যোৱাৰ পিচত মই তেওঁৰ পিনে নাচাওঁ আৰু কথাও নকওঁ। অৱজ্ঞাৰ ভাৱ প্ৰকাশ কৰিবৰ মনেৰে মই বেৰৰ পিনে চাই আৰু তেওঁৰ ফালে পিঠি দি বিচনাত দীঘল দিম। এনেতে তেওঁৰ মাক মোৰ ওচৰলৈ আহিব আৰু মোৰ মূৰ আৰু হাতত চুমা খাই ক'ব—"আপোনাৰ দাসীৰ পিনে এবাৰ চাওক। ছোৱালীজনীয়ে আপোনাক কামনা কৰি আছে।" মই একো উত্তৰ নিদিওঁ। তাকে দেখি কইনাৰ মাকে মোৰ ভৰিত কেইবাবাৰো চুমা খাই ক'ব—"মোৰ ছোৱালী সঁচাকৈ ধুনীয়া। কোনো পুৰুষৰ লগত তাইৰ সংস্পৰ্শ ঘটা নাই। আপুনি যদি অৱজ্ঞা কৰি তাইলৈ পিঠি দি থাকে, ছোৱালীজনীৰ অন্তৰ ভাগি যাব।" তাৰ পিচত তেওঁ থিয় দি সুৰাৰ পিয়লা এটা আনি জীয়েকৰ হাতত দি ক'ব—"যা এয়া নি তোৰ প্ৰভুক দেগৈ।" কিন্তু তেওঁ আগবাঢ়ি অহাৰ লগে লগে মই আঁতৰি যাম আৰু সোণ খটোৱা ঘূৰণীয়া গাৰু এটাত ভেজা দি বহিম ; কিন্তু তেওঁৰ পিনে নাচাওঁ—তেতিয়াহে তেওঁ ভাবিব যে মই ছুলতান বা আন কোনোবা বৰ ডাঙৰ মানুহ। তেওঁ তেতিয়া মোক ক'ব—"প্ৰভু! আপোনাৰ দাসীৰ হাতৰ পৰা পিয়লাটো লওক।" মই

একোকে উত্তৰ নিদিওঁ ; তেওঁ খাটনি জুৰিয়েই থাকিব । শেষত তেওঁ পিয়লাটো মোৰ ওঁঠত লগাই দিবহি । মই তেতিয়া তেওঁক এইদৰে গোব মাৰি পঠিয়াম ।''

এইবুলি তেওঁ গোব মাৰি পঠালে ; গোৰটো আয়নাৰ বাচন থোৱা থাল খনত পৰিলগৈ । গোটেইবোৰ বাচন মাটিত পৰি ভাগি টুকুৰা-টুকুৰ হ'ল ।

# নাপিতৰ ষষ্ঠ ভ্ৰাতাৰ কাহিনী

মোৰ ষষ্ঠ ভ্ৰাতাৰ নাম—সাকাসিক বা বহুভাষী । তেওঁৰ দুয়োটা ওঁঠ কটা । একালত ধনী আছিল যদিও তেওঁ শেষত দুখীয়া হ'লগৈ । এদিন তেওঁ পেট প্ৰৱৰ্ত্তাবৰ বাবে ভিক্ষা মাগিবলৈ গ'ল । বাটতে তেওঁ বৰ ডাঙৰ আৰু বঢ়িয়া ঘৰ এটা দেখা পালে । পদূলি-মুখতে আৰু এটা আহল বহল ঘৰ আছে । তাতে বহুতো লগুৱা-লিকচোৱে কোঢ়াল লগাই আছে । মোৰ সহোদৰে তাৰে এজনক সুধিলে ঘৰটোৰ কথা ; উত্তৰত তেওঁ ক'লে—''এইটো বাৰমাকি ফৈদৰ বংশধৰৰ কাৰেং ।'' তেতিয়া তেওঁ পদূলি-মুখত থিয় দি ভিক্ষা মাগিলে । সেই মানুহবোৰে তেওঁক ক'লে—''ঘাই দুৱাৰেদি সোমাই আহ ; তেতিয়া তই যি বিচাৰ তাকেই আমাৰ প্ৰভু ৰাজিবৰ পৰা পাবি ।'' সেই মতেই তেওঁ সোমাই গ'ল ; অলপ দূৰ খোজ কাঢ়ি গৈ তেওঁ বৰ ধুনীয়া ঘৰ এটা দেখা পালে ; ঘৰটো মাৰ্বল পাথৰেৰে বন্ধোৱা ; মাজতে ধুনীয়া ফুলনি এখন আছে । মোৰ সহোদৰে ভেবা লাগি চাই থাকিল—কেনি যাব তাৰ একো উৱাদিহ নেপালে । এনেতে বৈঠক-খানাৰ এটা কোণ চকুত পৰাত তেওঁ সেইপিনে খোজ ল'লে । তেওঁ গৈ লগ পালে এজন ধুনীয়া মানুহক—মানুহজনৰ ডাঢ়ি কোচাও বৰ শুৱনি ।

মানুহজনে মোৰ ককাইদেউক দেখা পাই থিয় দি সম্ভাষণ জনালে আৰু কি লাগে সুধিলে । তেওঁ তেতিয়া জনালে যে তেওঁ অভাৱগ্ৰস্ত মানুহ ; ভিক্ষা মাগি ফুৰিছে । এই কথা শুনাৰ লগে লগে মানুহজনে বৰ দুখ পোৱা যেন দেখুৱালে । তেওঁ আচৰিত হোৱাদি চিঞৰি কলে—''কি ! মই এই নগৰত থাকোতেও তুমি অনাহাৰে থাকিবলগীয়া হৈছে ? এই কলঙ্কৰ বোজা বৈ থকাটো মোৰ পক্ষে অসম্ভৱ ।'' এইবুলি কৈ তেওঁ সকলো প্ৰকাৰে সহায় কৰিব বুলি আশ্বাস দিলে আৰু কলে—''তুমি মোৰ ইয়াতে থাকি খোৱা-বোৱা কৰা ।'' মোৰ

সহোদৰে উত্তৰ দিলে—“মহোদয় ! পেটৰ ভোকত মই থাকিব নোৱাৰা হৈছো ।” তেতিয়া মানুহজনে চিঞৰি মাতিলে—“হেৰ’ কোন আছ ? লোটা-চৰিয়া লৈ আহ।” তাৰ পিচত মোৰ সহোদৰৰ পিনে চাই ক’লে—“আহা তুমি হাত মুখ ধোৱাহি ।” ধুবলৈ উঠি ককাইদেৱে দেখিলে যে লোটাও নাই, চৰিয়াও নাই । ইপিনে গৃহস্থজনে এনেকুৱা ভাৱভঙ্গী দেখুৱালে তেওঁ যেন চাবোনেৰে হাত ধুইছে । তাৰ পিচত তেওঁ ক’লে—“মেজ এখন আন ।” কিন্তু মোৰ সহোদৰে একোকে দেখা নেপালে। তাৰ পিচত গৃহস্থই তেওঁক ক’লে—“অনুগ্ৰহ কৰি ইয়াৰে মঙহ অলপ খোৱা । লাজ কৰিব নালাগে ।” এইবুলি কৈ তেওঁ হাতখন মুখৰ পিনে নিলে—যেন তেওঁ খাবলৈহে আৰম্ভ কৰিছে । মোৰ সহোদৰক তেওঁ ক’লে—“তুমি ইমান কমাই খোৱা দেখি মই বৰ আচৰিত হৈছো । তুমি অনাহাৰে আছা যেতিয়া বেছিকৈ খোৱা ।”

ককাইদেৱে তেতিয়া গৃহস্থকে অনুকৰণ কৰি খোৱাৰ ভাও জুৰিলে ; এনেতে গৃহস্থই তেওঁক ক’লে—“এয়া ৰুটি, ইয়াৰো অলপ খোৱা । বঢ়িয়া ৰুটি-ঢকঢককৈ বগা ।” কিন্তু মোৰ সহোদৰে হ’লে সেইবোৰ একোকে দেখা নাপালে । তেওঁ মনতে ভাবিলে—“এই মানুহটোৱে আনক পেংলাই কৰি ভাল পায় হ’বলা ।” তেওঁ উত্তৰ দিলে—“ডাঙৰীয়া ! মই জীৱনত এনে বগা ৰুটি দেখা নাই ।” গৃহস্থই তেতিয়া মাত লগালে—“যিজনী দাসীয়ে এইবোৰ ৰুটি সেকিছে, তাইক মই ৫ শ টকা দি কিনি আনিছো ।” তাৰ পিচত তেওঁ চিঞৰ মাৰি ক’লে—“হেৰ’ ! কোন আছ মঙহৰ চুৰুহাখিনি লৈ আহ । তাত সৰহকৈ চৰ্বী দি আনিবলৈ নেপাহৰিবি ।” মোৰ সহোদৰৰ পিনে ঘূৰি চাই ক’লে—“এনেকুৱা মঙহৰ চুৰুহা কেতিয়াবা দেখিছানে ? খোৱা ! যিমান পাৰা খোৱা— লাজ নকৰিবা ।” এনেতে হঠাৎ তেওঁ আকৌ চিঞৰি ক’লে—“খোৱা ! খোৱা ! তোমাৰ ভোক লাগিছে । যিমান পাৰা খোৱা ।” মোৰ সহোদৰেও মুখেৰে এনেয়ে চোৱাবলৈ ধৰিলে—যেন খোৱা বস্তুহে চোবাই খাইছে । ইপিনে গৃহস্থই ইটো আন, সিটো আন বুলি ফৰমাছ দিবই লাগিছে । পিচে হুকুম দিয়াহে সাৰ হৈছে—এপদ বস্তুও চকুৰে দেখিবলৈ পোৱা নগ’ল । এনেতে গৃহস্থই আকৌ হুকুম দিলে—“এইবাৰ পেষ্টা বাদাম দি বন্ধা কুকুৰাৰ আঞ্জাখন আন ।” এই বুলি কৈ মোৰ সহোদৰৰ পিনে চাই ক’লে—“বুজিছা ! মই পেষ্টা খুৱাই এই কুকুৰাবোৰ নিপোটল কৰি থৈছো । খোৱা ! এনেকুৱা বস্তু তুমি কোনো কালে খাবলৈ পোৱা নাই ।” মোৰ সহোদৰে উত্তৰ দিলে—“হয় মহোদয় ! এয়া বৰ বঢ়িয়া



হৈছে খাবলৈ ।” তেতিয়া গৃহস্থই তেওঁৰ পিনে হাতখন আগবঢ়াই দি এনেকুৱা ভঙ্গী দেখুৱালে যেন তাৰে অলপ তেওঁক খাবলৈ আগবঢ়াই দিছে । বেচেৰা মানুহ-টোৱে ভোকত কলমলাব লাগিছে ; ইপিনে গৃহস্থই নানান খোৱা বস্তুৰ গুণ বখানি পাৰ নোপোৱা হৈছে । ফলত তেওঁৰ পেটৰ পোৰণি আৰু বাঢ়িহে গ’ল । এচিকুট ৰুটিৰ আশাত তেওঁৰ মনত হাঁহাকাৰ লাগিবলৈ ধৰিলে ।

গৃহস্থই ক’লে—“এনেকুৱা বঢ়িয়া আহাৰৰ জুতি লোৱাৰ সৌভাগ্য তোমাৰ কেতিয়াবা হৈছিল নে ?” মোৰ সহোদৰে উত্তৰ দিলে—“নাই হোৱা ডাঙৰীয়া ।” গৃহস্থই আকৌ ক’লে—“পেট ভৰাই খোৱা, লাজ নকৰিবা ।” আলহীয়ে মাত লগালে—“মই পেট ভৰাই মঙহ খালো ।” তেতিয়া গৃহস্থই চিঞৰ মাৰি ক’লে—এইবোৰ লৈ যা । এইবাৰ মিঠাই লৈ আহ ।” তাৰ পাচত আলহীৰ পিনে চাই ক’লে—“এই বাদামটো খোৱা—বঢ়িয়াকৈ পুৰঠ হৈছে । মৌ জোল সনা ফল কেইচকলো লোৱা । এই চকল নিয়া, জোল বৈ আছে ।” বেচেৰা আলহীয়ে পেটৰ পোৰণি লৈ মাত লগালে—“ডাঙৰীয়া ! মই আপোনাৰ কথা কোনো কালে পাহৰিব নোৱাৰো ।” এইবুলি কৈ তেওঁ ফলৰ চকল কেইটাত কস্তুৰী সৰহকৈ দিয়াৰ কথা উলিয়ালে । গৃহস্থই ক’লে—“আমি এইদৰেই খাওঁ । এটকা মান ওজনৰ কস্তুৰী মই সদায় খাওঁ ; তিমি মাছৰ তেলো খাওঁ ।” আলহীয়ে মূৰ দুপিয়াই গ’ল আৰু খোৱাৰ ভাও জুৰি মুখখনেৰে চোবাই থাকিল । শেষত গৃহস্থই মাত লগালে—“হৈছে ! এইবোৰ লৈ যা । এইবাৰ ফলমূল আন” । তেতিয়া তেওঁ ক’লে—“এই বাদাম, আখৰোটবোৰ খোৱা ।” এইটো খোৱা সেইটো খোৱা বুলি তেওঁ বহুতো ফলৰ নাম ল’লে । পিচে আলহীয়ে ক’লে—“ডাঙৰীয়া মোৰ পেট ভৰিল । মই আৰু একোকে খাব নোৱাৰো ।” কিন্তু গৃহস্থই কেইবাবাৰো দোঁহাৰিলে—“মন থাকিলে আৰু খোৱা । পেটত ভোক ৰাখি উঠি নাযাবা ।” কিন্তু মোৰ সহোদৰে উত্তৰ দিলে—“ডাঙৰীয়া ! অতবোৰ খোৱাৰ মূৰত মোৰ আৰু ভোক থাকিব পাৰে নে ?” ইপিনে তেওঁ মনে মনে আলচিবলৈ ধৰিলে—“আজি মই ইয়াক এনেকৈ এশিকনি দিম যে সি এইদৰে পেংলাই কৰা বাবে খেদ কৰিব লাগিব ।”

এনেতে গৃহস্থই মাত লগালে—“এইবাৰ মদ আন ।” এইবুলি কৈ তেওঁ হাতেৰে এনেকুৱাকৈ অঙ্গী-ভঙ্গী দেখুৱালে যেন তেওঁৰ সন্মুখত আনি দিয়া মদ খাবলৈহে লৈছে ; আলহীৰ পিনে হাতখন আগবঢ়াই দি ক’লে—“লোৱা এই পিয়লা । খাই কেনে পোৱা ক’বা ।” তেওঁ উত্তৰ দিলে—“ডাঙৰীয়া ! মদ যে

বঢ়িয়া সেইটো কথা গোন্ধতে ধৰিব পাৰিছো । পিচে মই কুৰি বছৰমানৰ আগতে মদ খোৱাটো এৰি দিলো ।" গৃহস্থই মাত লগালে—"বাদ দিয়া সেইবোৰ কথা। এনেকুৱা ভাল মদ তুমি কেতিয়াও খাবলৈ নোপোৱা ।" মোৰ সহোদৰে ক'লে—"আপুনি দয়া কৰি দিছে যেতিয়া দিয়ক বাৰু ।" এইবুলি মদ খোৱাৰ ভাও জুৰিলে। "তোমাৰ স্বাস্থ্যপান কৰিছো" বুলি কৈ গৃহস্থই এপিয়লা বাকি লৈ খোৱাৰ ভাও জুৰিলে ; আলহীলৈকো এপিয়লা আগবঢ়াই দিয়া যেন দেখুৱালে। আলহীয়েও মদ খোৱা যেন দেখুৱাই বাগীয়ে ধৰাৰ ভাও জুৰিলে। তাৰ পিচত হঠাৎ হাতখন তুলি গৃহস্থক পূৰ্ণহতীয়া চৰ এটা শোধালে ; গোটেই ঘৰটো ৰজন জনাই গ'ল। তাৰ পিচত আৰু এটা চৰ মাৰিলে ; এইদৰে অতৰ্কিতে চৰ খাই গৃহস্থই চিঞৰ-বাখৰ লগাই দিলে—"হেৰ ! দগাবাজ ! কি কৰিছ এইবোৰ ?" মোৰ সহোদৰে উত্তৰ দিলে—"ডাঙৰীয়া ! আপুনি দাসৰ প্ৰতি যথেষ্ট পুতৌ দেখুৱালে ; আপোনাৰ ঘৰলৈ মাতি আনি খাবলৈ দিলে ; আপুনি এই অভাজনক মদো খাবলৈ দিলে—পিচে মদ খোৱাৰ ফলত বাগীয়ে ধৰাত মই বলিয়ালি কৰিলো। আপুনি মহৎ লোক ; মোৰ অজ্ঞতা সহি-সামৰি থাকে যেন ; আৰু মই যি দায়-জগৰ লগালো তাকো ক্ষমা কৰে যেন ।"

গৃহস্থজনে মোৰ সহোদৰৰ কথা শুনি পাৰে মানে হাঁহিলে ; তাৰ পিচত ক'লে—"বহুত দিন ধৰি মানুহক পেংলাই কৰি আহিছো ; মোৰ সহচৰসকলৰ লগত এইবোৰ ধেমালি বহুত দিন কৰিলো। কিন্তু তোমাৰ বাহিৰে আন কোনেও মোৰ সকলো ৰসিকতা ধৈৰ্য ধৰি উপভোগ কৰা নাই। সেইদেখি মই তোমাক ক্ষমা কৰিলো। এতিয়াৰ পৰা তুমি মোৰ সহচৰ ৰূপে থাকিবা ।" এইবুলি কৈ তেওঁ লগুৱাহঁতক এইবাৰ সঁচাসচিকৈ খোৱাৰ যোগাৰ কৰিবলৈ আদেশ দিলে ; আগতে ৰসিকতা কৰি তেওঁ যিবোৰ খোৱাবস্তুৰ কথা উলিয়াইছিল, সেই সকলোবোৰ বস্তু লগুৱাই কাঁহীয়ে কাঁহীয়ে আনি খোৱা মেজত সজালেহি। গৃহস্থ আৰু মোৰ সহোদৰে পেট ভৰাই খালে। খাই বৈ উঠি তেওঁলোক সুৰাপান কৰা কোঠালৈ গ'ল ; তাত কেইজনীমান ৰূপহী গাভৰুৱে গীত গাই তেওঁলোকক আপ্যায়িত কৰিলে। বাগীয়ে ধৰালৈকে তেওঁলোকে সুৰাপান কৰিলে। গৃহস্থজনে মোৰ সহোদৰক নিজৰ ভায়েকৰ দৰে ব্যৱহাৰ কৰিলে আৰু তেওঁক মানী কাপোৰ এসাজো দিলে। দুয়ো সম্ভাৰেৰে খাই-বৈ, ৰং-ধেমালি কৰি কুৰি বছৰ কাল কটালে।

# ঘানিম বিন আয়ুবৰ কাহিনী

বহুত দিনৰ আগতে দামস্কছত এজন ডাঙৰ সদাগৰ আছিল। মানুহজন বৰ ধনী, তেওঁৰ বৰ ৰূপৱান আৰু মধুৰভাষী পুতেক এজন আছিল ; পুতেকৰ নাম ঘানিম বিন আয়ুব। ফিটনাহ নামেৰে তেওঁৰ ৰূপৱতী ছোৱালী এজনীও আছিল। বাপেকৰ মৃত্যুৰ পাচত তেওঁলোক অগাধ সম্পত্তিৰ অধিকাৰী হ'ল ; অন্যান্য সম্পত্তিৰ লগতে বাপেকে এৰি থৈ গ'ল পাট কাপোৰ, কস্তুৰী, মুকুতা আদিৰ এশটা টোপোলা। এই টোপোলাবোৰৰ ওচৰত লিখি থোৱা আছিল—"এইবোৰ বাগদাদলৈ নিবলগীয়া টোপোলা ।" বাপেকে বাগদাদলৈ যাবৰ কাৰণে সকলো ঠিকঠাক কৰি থৈছিল ; পিচে আল্লাই নিজৰ কাষলৈহে তেওঁক লৈ গ'ল।

এইবোৰ হ'ল খলিফা হাৰুণ-অল-ৰছিদৰ দিনৰ কথা।

কিছুদিনৰ মূৰত পুতেকে মাক, আত্মীয়-স্বজন আৰু নগৰবাসীৰ পৰা বিদায় লৈ এদল সদাগৰৰ লগত বাগদাদ অভিমুখে যাত্ৰা কৰিলে। আল্লাৰ কৃপাত তেওঁ কোনো হানি-বিঘিনি নোহোৱাকৈ সেই ঠাইত উপস্থিত হ'লগৈ। সেই ঠাইতে তেওঁ এটা ঘৰ ভাড়া কৰিলে ; বহুমূলীয়া সতৰঞ্চি আদিৰে ঘৰটো সজাই-পৰাই ৰাখি তেওঁ লগৈত নিয়া বয়বস্তুবোৰ তাতে থ'লে। তাৰ পিচত তাতে তেওঁ কিছুদিন জিৰণি ল'লে। ইতিমধ্যে বাগদাদৰ সদাগৰ আৰু ডা-ডাঙৰীয়াসকলে তেওঁক দেখা কৰি সন্মান জনালেহি। পিচত তেওঁ দামী দামী দহ বিধ কাপোৰ বাছি লৈ টোপোলা বান্ধিলে ; কাপোৰৰ দামো ওপৰত লিখি দিলে। সেই টোপোলা লৈ তেওঁ বজাৰ পালেগৈ। বজাৰৰ সকলোৱে তেওঁক মান-সন্মান দেখুৱাই আদৰণি জনালে। আদৰ-সাদৰ কৰি তেওঁক ঘোঁৰাৰ পৰা নমাই আনি বজাৰৰ দালালজনৰ দোকানত বহুৱালে। তেওঁ দালালজনৰ হাতত টোপোলাটো দিলে আৰু সিজনেও কাপোৰবোৰ বেচিবলৈ ধৰিলে ; এটকা খৰচত তিনি টকাকৈ লাভ ৰ'ল। তাকে দেখি ঘানিমে বৰ সন্তোষ পালে ; তেওঁ এপদ এপদকৈ পাট কাপোৰ

আৰু অন্যান্য বস্তু বেচিবলৈ ধৰিলে। এইদৰে ওৰে বছৰটো ধৰি তেওঁ বস্তুবোৰ বেচিলে।

পিচৰ বছৰৰ প্ৰথম দিনা আগৰ দৰেই তেওঁ বজাৰলৈ গ'ল ; কিন্তু গৈ দেখিলে যে দুৱাৰ বন্ধ। ইয়াৰ কাৰণ সুধিলত এজনে ক'লে—"এজন সদাগৰৰ মৃত্যু হৈছে ; অন্যান্য সদাগৰ সকলে শৱ-যাত্ৰাত যোগ দিছেগৈ। তেওঁলোকৰ লগতে যোগ দি আপুনিও সৎ কাম এটাৰ ভাগ নলয় কিয় ?" তেওঁ সন্মত হ'ল আৰু কোনটো ঘৰৰ পৰা শ-যাত্ৰা কৰা হ'ব, সেই কথাটো সুধিলে। এজনে তেওঁক বাটটো দেখুৱাই দিলে। তেওঁ আত্মশুদ্ধি কৰি আনবোৰ সদাগৰৰ লগত যোগ দিলেগৈ। তেওঁলোকে মৃতকৰ হৈ প্ৰাৰ্থনা জনালে আৰু তাৰ পিচত চাঙিৰ আগে আগে কবৰখানা অভিমুখে আগবাঢ়িল। ঘানিম অলপ লাজকুৰীয়া বিধৰ মানুহ আছিল ; দলটোৰ পৰা ফালৰি কাটি আহিবলৈ কুণ্ঠাবোধ কৰি তেওঁ তেওঁলোকৰ পাচে পাচে গ'ল। অলপ দূৰ গৈ দলটো নগৰৰ বাহিৰ হ'ল আৰু কবৰবোৰৰ মাজে মাজে গৈ মৃতকৰ বাবে নিৰূপিত সমাধিস্থল পালে। সেইখিনিতে মৃতকৰ আত্মীয়-কুটুম্বসকলে কবৰৰ ওপৰত এটা তম্বু তৰি তাত চাকি আৰু মম জলাই থৈছিল। মৃতকক তাতে কবৰ দি সকলো বহিল আৰু পাঠকসকলে কোৰাণ পাঠ কৰিলে। লাজত কুচিমুচি ঘানিমো তেওঁলোকৰ লগতে বহিল ; তেওঁ ভাবিলে "বাকীবোৰ মানুহ নৌ-যাওঁতেই মই ইয়াৰ পৰা যোৱাটো ঠিক নহ'ব।"

নিশালৈকে তেওঁলোক কোৰাণ পাঠ শুনি থাকিল ; তাৰ পিচত লগুৱাই আনি নৈশ ভোজনৰ যোগাৰ দিলেহি। সকলোৱে খোৱা-বোৱা কৰি হাত ধুই উঠি আকৌ নিজৰ ঠাইত বহিলহি। কিন্তু ঘানিমৰ চিন্তা লাগিল নিজৰ ঘৰৰ বাবে আৰু বয়বস্তুবোৰৰ কাৰণে। জানোচা ডকাইত সোমাইহি ! তেওঁ মনতে ভাবিলে "মই এই ঠাইৰ আচহুৱা মানুহ ; মোৰ ধন আছে বুলিয়েই মানুহে জানে। মই নিশা ঘৰত নাথাকিলে চোৰে মোৰ টকা, কাপোৰৰ টোপোল্লা আদি সকলো চুৰ কৰি নিব।" সেইদেখি ভয় খাই তেওঁ ঘৰলৈ যাবলৈ ওলাল ; জৰুৰী কাম আছে বুলি বিদায় মাগি তেওঁ সেই ঠাই ত্যাগ কৰিলে। বাটৰ চিন ধৰি ধৰি তেওঁ আহি নগৰৰ দুৱাৰমুখ পালে। পিচে তেতিয়া মাজ নিশা ; তেওঁ দেখিলে যে দুৱাৰত তলা লগাই থোৱা হৈছে। কেনিও কোনো অহা যোৱা কৰা নাই ; কাৰো মাত শুনিবলৈ নাই। মাত্ৰ কুকুৰ নেচীয়া বাঘৰহে গোজৰণি শুনিবলৈ পালে। আল্লাৰ নাম লৈ তেওঁ ক'লে—"আল্লাৰ সমান মহৎ নাই ! মোৰ সম্পত্তি



হেৰোৱাৰ ভয়ত মই উলটি আহিছিলো ; কিন্তু এতিয়া দেখিছো দুৱাৰ বন্ধ আৰু মোৰ জীৱন লৈয়েই সংশয় জন্মিছে।" তেওঁ ইপিনে সিপিনে ঘূৰি চালে—ৰাতি নুপুৱালৈকে শুই থাকি নিশাটো কটাব পৰা ঠাই এডোখৰ দেখা পাই বুলি। হঠাৎ কবৰ এটা চকুত পৰিল ; চাৰিবেৰৰ দ্বাৰা পৰিবেষ্টিত হৈ আছে ; মাজ মজিয়াত এজোপা খেজুৰ গছ। দুৱাৰখন শিলৰ। দুৱাৰখন মেল খাই আছিল ; সেইদেখি তেওঁ সোমাই গ'ল। তেওঁ শুবৰ বাবে চেষ্টা কৰিলে ; টোপনি কিন্তু নাহিল। কবৰবোৰৰ মাজত তেওঁ অকলশৰে আছে। সেই ভয় আৰু অকলশৰীয়া ভাবটোৱে তেওঁক হেঁচা মাৰি ধৰিলেহি। সেইদেখি তেওঁ উঠি আহিল আৰু দুৱাৰখন মেলি বাহিৰৰ পিনে চালে। দেখিলে—বহুত নিলগত নগৰৰ দুৱাৰমুখত বিণি বিণি পোহৰ এটা। সেইপিনে তেওঁ অলপ দূৰ আগবাঢ়ি গৈ দেখিলে যে সেইটো পোহৰ দেখা গৈছে কবৰটোলৈ যোৱা বাটটোতহে। তেওঁৰ ভয় লাগি গ'ল ; সেইদেখি উলটি আহি লৰালৰিকৈ দুৱাৰখন জপাই দিলে। তাৰ পিচত খেজুৰ গছজোপাৰ ওপৰলৈ উঠি গৈ পাতৰ আঁৰত লুকাই থাকিল। পোহৰটো ক্ৰমে কাষ চাপি আহি শেষত কবৰটোৰ সমুখত ৰ'লহি। তেওঁ দেখিবলৈ পালে—তিনিটা দাস ; তাৰে দুটাই এটা পেৰা কঢ়িয়াই আনিছে আৰু তৃতীয়টোৰ হাতত এটা লণ্ঠন, এখন কুঠাৰ আৰু চূণ-বালি থকা টিন এটা।

কবৰটোৰ ওচৰ পাই, পেৰা কঢ়িয়াই অনা মানুহ দুটাৰে এটাই ক'লে—"এইটো কেনে কথা !" সিটোৱে সুধিলে—"কি হ'ল নো ?" প্ৰথম মানুহটোৱে ক'লে—"আমি ৰাতি ইয়াতে খাই বৈ যোৱা নাছিলো জানো ? আৰু তেতিয়া জানো দুৱাৰখন মেলি থৈ যোৱা নাছিলো ?" দ্বিতীয় মানুহটোৱে ক'লে—"হয় ! মেলি থৈ গৈছিলো।" প্ৰথম মানুহটোৱে মাত লগালে—"কিন্তু এতিয়া দেখোন দুৱাৰখন বন্ধ হৈ আছে !" কুঠাৰ লৈ যোৱা মানুহটোৱে ক'লে—"তহঁতৰ বুধি তেনেই ভোটা হৈ পৰিল ! তহঁতে জানো নেজান যে বাগিচাবোৰৰ গিৰিহঁতবোৰে বাগদাদৰ পৰা আহি এইবোৰৰ যতন লয়। বেলি পৰিলেই সিহঁতে এই ঠাইতে দুৱাৰ মাৰি সোমাই থাকে। আমাৰ নিচিনা ক'লা চামৰাৰ দগাবাজ মানুহে সিহঁতক ধৰি জুইত পুৰি খাই থয় বুলি সিহঁতে ভয় কৰে।" তাকে শুনি বাকী দুটাই ক'লে—"তই ঠিকেই কৈছ। পিচে সেইবোৰ যিয়েই নহওক, আমাৰ এটাৰো বুধি তোৰ দৰে ভোটা নহয়।" তৃতীয় মানুহটোৱে তেতিয়া ক'লে—"মোৰ কথাত যদি তহঁত পতিয়ন যোৱা নাই, তেন্তে ব'ল আমি কবৰটোৰ ভিতৰ সোমাই যাওঁ। মই সেই দগাবাজটোক তহঁতৰ আগত উলিয়াই দিম। মই ঠিক

ধৰিছো—সি চাকিৰ পোহৰ দেখিলে আৰু আমিও এইপিনে অহা দেখিলে। তেতিয়া সি লৰমাৰি খেজুৰ গছত উঠিলগৈ আৰু আম্নাৰ ভয়ত লুকাই আছে।"

এই কথা শুনি ঘানিমে ভাবিলে—"ভাল আপদীয়া দাস কেইটা ওলালহি। আল্লাই তেওঁৰ পবিত্ৰ পৃথিৱীত তহঁতক এনেবোৰ কাম কৰিবলৈ পৃথিৱীৰ মুখ নেদেখুৱাই ভাল আছিল, হে আল্লা!! তোমাৰ সমান মহৎ নাই! মই এই কৃষ্ণকায় দাসবোৰৰ পৰা মুক্তি পাম কেনেকৈ?" তেতিয়া সেই পেৰা কঢ়িয়াই নিয়া মানুহ দুটাই তৃতীয়টোক ক'লে—"হেৰ! তই বেৰখন বগাই গৈ দুৱাৰখন মেলি দে। পেৰাটো কঢ়িয়াই আনোতে আমাৰ ভাগৰ লাগি গৈছে। তই দুৱাৰ খুলি দিয়াৰ পিচত আমি যিবোৰক ধৰিম তাৰে এটা তোৰ ভাগত পৰিব; নোদোকা দগাবাজ এটাক আমি তোক পুৰি দিম—ইমান ভালকৈ পুৰি দিম যে তাৰ গাৰ এচিকটা তেলো নষ্ট হ'বলৈ নাপায়।" পিচে তৃতীয় মানুহটোৱে ক'লে—"মোৰ ভোটা বুদ্ধিয়ে কিন্তু মনত ভয় সুমাই দিছে। মোৰ মনেৰে দুৱাৰৰ ওপৰেদি আমাৰ পেৰাটো দলিয়াই দিয়াটোহে ভাল হ'ব।" বাকী দুটাই উত্তৰ দিলে—"দলিয়াই দিলে পেৰাটো ভাগি থাকিব।" সি তেতিয়া ক'লে—"মোৰ সন্দেহ হৈছে—জানোচা কবৰৰ ভিতৰত মানুহ মাৰি বয়বস্তু লুটি-পুতি নিয়া ডকাইতেই সোমাই আছে! কিয়নো নিশা সিহঁতে এনেবোৰ ঠাইতে সোমাই লুটি অনা বস্তুবোৰ ভগাই লয়।" পেৰা কঢ়িয়াই নিয়া মানুহ দুটাই মাত লগালে—"কৈছো নহয়—তোৰ বুধি তেনেই ভোটা বুলি! সিহঁত ইয়াৰ ভিতৰত সোমাব কেনেকৈ?" তাৰ পিচত সিহঁতে পেৰাটো নমাই থৈ বেৰখন বগাই গ'ল; ভিতৰ সোমাই দুৱাৰখন মেলি দিলে। সিহঁতৰ মাজতে থিয় দি থাকিল কুঠাৰ, লণ্ঠন আৰু টিনটো লৈ অহা মানুহটো। সিহঁতে দুৱাৰত তলা লগাই ভিতৰতে বহিল। এনেতে এটাই ক'লে—"ভাইহঁত! খোজ কাঢ়োতে কাঢ়োতে, পেৰাটো উঠাই-নমাই থাকোতে আৰু দুৱাৰৰ তলা খোলা-মেলা কৰি থাকোতে ভাগৰ লাগি গৈছে। এতিয়া আৰু এই মাজনিশা কবৰ খুলি পেৰাটো পুতি থবলৈ মন যোৱা নাই। তাতকৈ দুঘণ্টামান জিৰাওঁ। তাৰ পিচতহে কামত ধৰিম।"

"ইতিমধ্যে আমাৰ প্ৰত্যেকে নিজৰ নিজৰ কাহিনী ক'ম—কেনেকৈ বীৰ্যহীন হ'লো, সকলো আতিগুৰি মাৰি ক'ম। এইদৰে সময়কণ কটোৱা হ'ব আৰু জিৰণিও লোৱা হ'ব।" তেতিয়া লণ্ঠন লোৱা মানুহটোৱে ক'লে—"মোৰ কাহিনীটোকে কওঁ।" এইবুলি বুখায়ৎ নামৰ সেই মানুহটোৱে ক'বলৈ ধৰিলে।

●

# প্ৰথম নপুংসক বুখায়তৰ কাহিনী

ভাইহঁত! সৰুতে মোৰ বয়স পাচ বছৰমান থাকোতেই মোৰ গাঁৱৰ ঘৰৰ পৰা দাস গাৰোৱান এটাই মোক নি বিষয়া এজনক বেচি দিলে। মোক কিনি নিয়া মানুহজনৰ তিনি বছৰীয়া ছোৱালী এজনী আছিল। গিৰিহঁতে মোক সেই ছোৱালী-জনীৰ লগত ধেমালি কৰি, নাচি-বাগি ফুৰিবলৈ দিলে। লাহে লাহে ছোৱালীজনী গাভৰু হ'লগৈ, তেতিয়াও সেই ছোৱালীজনীৰ লগত খেলিবলৈ মোক নিষেধ কৰা নাছিল। এদিন মই ছোৱালীজনীৰ কাষলৈ গ'লো। তাই গা ধুই ভিতৰৰ কোঠাত বহি আছিল; গাত আতৰ. চন্দন আদি সানি থৈছিল। ছোৱালীজনীৰ মুখখন পূৰ্ণিমাৰ জোনটোৰ দৰে জিলিকি থকা দেখিলো। মই ছোৱালীজনীৰ প্ৰতি আকৃষ্ট হৈ পৰিলো। ফলত ছোৱালীজনীৰ কুমাৰী জীৱন নাশ পালে।

ইয়াৰ পিচত মই সেই ঠাইৰ পৰা পলাই লগৰীয়া এজনৰ ওচৰত আশ্ৰয় ললোগৈ। ছোৱালীজনীৰ মাকে কথাটো গম পালে। তেওঁ পিচে গিৰিয়েকৰ আগত কথাটো নক'লে। মোৰ প্ৰতিও ভাল ব্যৱহাৰ দেখুৱালে আৰু মোক আকৌ তালৈ লৈ গ'ল। দুমাহৰ মূৰত মাকে ছোৱালীজনীক ডেকা নাপিত এটালৈ বিয়া দিলে। তাৰ পিচত এদিন অতৰ্কিতে মোক ধৰি নি বীৰ্যহীন কৰি পেলালে। ছোৱালীজনীক দৰাৰ ঘৰলৈ পঠাওঁতে মোকো লিগিৰা হিচাপে লগতে পঠালে। ছোৱালীজনী গা ধুবলৈকে যাওক বা বাপেকৰ ঘৰলৈকে যাওক—সকলো ঠাইলৈকে মই লগতে যাব লাগে। এইদৰে মই ছোৱালীজনীৰ সহচৰ্য লাভ কৰি বহুত দিন কটালো। মূৰকত ছোৱালীজনী, তাইৰ গিৰিয়েক, মাক আৰু বাপেকৰ মৃত্যু হ'ল। শেষত মই আহি তহঁতৰ লগ লাগিলো। মই নপুংসক হোৱাৰ কাহিনী এইটোৱেই।

তেতিয়া কাফুৰ নামৰ আন এটাই আৰম্ভ কৰিলে।

●

# দ্বিতীয় নপুংসক কাফুৰৰ কাহিনী

মই আঠ বছৰ বয়সতে কামত সোমাওঁ ; দাস ব্যৱসায়ীবোৰক মই নিয়মিতভাৱে বছৰি এবাৰকৈ মিছা কথা কওঁ ; ফলত সিহঁতৰ মাজতে কাজিয়া-পেচাল লাগে। শেষত মোৰ গিৰিহঁতে আৰু মোৰ কথাকাণ্ড সহ্য কৰি থাকিব নোৱাৰা হ'ল। তেওঁ মোক বজাৰলৈ লৈ গ'ল আৰু ফালেঙ্গিবোৰক চিঞৰিবলৈ আদেশ দিলে—"এই দাসটোৰ দায়-দোষৰ কথা জানিও কোনে ইয়াক কিনিব ?" ফালেঙ্গিয়ে এইবুলি চিঞৰাত মানুহবোৰে সুধিলে—"তাৰনো কি কি দোষ আছে ?" উত্তৰত কোৱা হ'ল—"প্ৰতি বছৰে সি এটাকৈ মিছা কথা মোৰ আগত কয়।" তেতিয়া সদাগৰ এজনে আগবাঢ়ি আহি ফালেঙ্গিক সুধিলে—"দায়-দোষৰ হিচাপ ধৰি তাৰ দামনো কিমানত ঠিক কৰা হৈছে ?" তেওঁ উত্তৰ দিলে—"ছয়শ দাৰহাম।" তেতিয়া সিজনে ক'লে—"বাৰু। তুমিও কুৰি দাৰহাম লবা।" এইদৰে দাস-ব্যৱসায়ী আৰু তেওঁৰ মাজত বন্দৱস্ত হৈ গ'ল ; দাস-ব্যৱসায়ীজনে তেওঁৰ পৰা ধনখিনি গণি ল'লে আৰু ফালেঙ্গিয়ে মোক নি সদাগৰৰ ঘৰ পোৱালেগৈ। সদাগৰে মোক কানি-কাপোৰ দিলে ; মই বাৰটা মাহ তেওঁৰ লগত থাকিলো। নতুন বছৰটো কোনো বিঘিনি নঘটাকৈ আৰম্ভ হ'ল।

সেইবাৰ বতৰ ভাল ; দেশত খেতি উপচি পৰিছে। সদাগৰবিলাকে নিতৌ একোঘৰত ভোজ পাতি খোৱা-বোৱা কৰিছে। শেষ ভোজপতাৰ ভাৰ পৰিল মোৰ গিৰিহঁতৰ ওপৰত। তেওঁ নগৰৰ বাহিৰত থকা ফুলনি এখনত ভোজৰ আয়োজন কৰিলে। লগৰ সকলো সদাগৰ লৈ তেওঁ সেই ফুলনিত উপস্থিত হ'লগৈ।

তেওঁলোকে দুপৰীয়ালৈকে খাই-বৈ, সুৰাপান কৰি ৰংধেমালিৰ মাজেৰে কটালে। তেনেতে মোৰ গিৰিহঁতে কিবা কামত মোক তেওঁৰ ঘৰলৈ পঠাব লগা হ'ল ; তেওঁ ক'লে—"তই এতিয়াই গাধজনীৰ ওপৰত উঠি মোৰ ঘৰলৈ



যা। আয়েৰক লগ ধৰিবি ; তেওঁ বস্তুকেইটামান দিব। সেইকেইটা লৈ তই ততালিকে গুচি আহিবি।" মই সেইমতেই তেওঁৰ ঘৰলৈ যাত্ৰা কৰিলো ; পিচে ঘৰৰ ওচৰ পাওঁতেই মই চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলো। তাকে শুনি ওচৰৰ-পাজৰৰ সকলো মানুহে আহি জুম বান্ধিলে। মোৰ চিঞৰ-বাখৰ শুনি গিৰিহঁতৰ ঘৈণীয়েক আৰু জীয়েকহঁতো বাহিৰ ওলাই আহিল। কিনো হৈছে তেওঁলোকে সুধিলেহি। মই তেতিয়া ক'লো—"মোৰ গিৰিহঁত আৰু তেওঁৰ সন্ধু-বান্ধৱ সকলো বহি আছিল পুৰণি দেৱাল এখনৰ কাষত ; হঠাৎ দেৱালখন খহি তেওঁলোকৰ গাতে পৰিল। ঘটনাটো দেখিয়েই মই গাধত উঠি উধাতু খাই এইখিনি পালোহি—কথাটো আপোনালোকক জনাবৰ মনেৰে।"

গিৰিহঁতনী আৰু জীয়েকহঁতে চিঞৰ-বাখৰ লগাই বুকু ভুকুৱাই কান্দিবলৈ ধৰিলে। ওচৰ-চুবুৰীয়া মানুহ আহি তেওঁলোকৰ কাষ চাপিল। গিৰিহঁতনীয়ে তেতিয়া ঘৰৰ চকী-মেজ সকলো বগৰাই পেলাই দিলে ; খিড়িকীবোৰ ভাঙি পেলালে ; পৰ্দাবোৰ ফালি ছিটাছিট কৰিলে ; বেৰত বোকা ছটিয়াই গোটেইখন লেতেৰা কৰি পেলালে। তেওঁ বিলাপ কৰি কৰি মোক ক'লে—"হেৰৌ আপদীয়া কাফুৰ ! কি চাই আছ ! এইবোৰ সকলো ভাঙিছিঙি পেলা। বাচন-বৰ্তন, থাল-পিয়লা সকলো ভাঙ।" তেতিয়াময়ো আগবাঢ়ি গ'লো আৰু তেওঁৰ লগতে ময়ো এপিনৰ পৰা সকলো ভাঙি-ছিঙি পেলালো। আটাইবোৰ কোঠালৈ সোমাই গৈ যি য'ত পালো সকলো ভাঙিলো। ঘৰত চীনা মাটিৰ বাচন এটাও বাকী নৰল। তাৰ পিচত গিৰিহঁতনী ওৰণীখন টানি লৈ ওলাই গ'ল ; ল'ৰা ছোৱালী-বোৰো তেওঁৰ লগতে ওলাল। গিৰিহঁতনীয়ে মোক ক'লে—"কাফুৰ তই আগবাঢ়! আমাক বাট দেখুৱাই লৈ ব'ল—তেখেতৰ মৃত্যু হোৱা ঠাইলৈ। আমি তেখেতক দেৱালৰ তলৰ পৰা চাঙিত তুলি ঘৰলৈ লৈ আহি সৎকাৰৰ দিহা কৰিম।"

সেইমতে মই গিৰিহঁতৰ নাম লৈ বিলাপ কৰি আগুৱাই গ'লো ; মোৰ পিচে পিচে তেওঁলোকো কান্দিকাটি যাবলৈ ধৰিলে। ঘৰখনৰ মতা, মাইকী, ল'ৰা-বুঢ়া, দাস-দাসী কোনো বাদ নপৰিল ; সকলোৱে কান্দি কাটি মোক অনুসৰণ কৰিলে আৰু মই তেওঁলোকক নগৰৰ মাজেদি লৈ গ'লো। বাটত মানুহে তেওঁলোকক সুধিলে—কিনো হৈছে। তেওঁলোকেও মোৰ পৰা শুনা কথাকে সকলোকে ক'লে। সেইকথা শুনি এজনে ক'লে—"তেওঁ খ্যাতিৰন্ত মানুহ আছিল ; সেইদেখি ৰাজ্যপালৰ ওচৰলৈ গৈ তেওঁক কথাটো জনোৱাহে

ভাল হ'ব।" সেইকথা শুনি ৰাজ্যপালেও ঘোঁৰাত উঠি মোৰ পাচ ল'লে ; লগতে কোৰ আৰু টুকুৰী লৈ কিছুমান বনুৱাও ওলাল। অন্যান্য বহুতো লোকেও পাচ ল'লে। মই মূৰে-গায়ে ধূলি মাকতি সানি, বুকু ভুকুৱাই কান্দি-কাটি আগ বাঢ়িলো। গিৰিহঁতনী আৰু ল'ৰাছোৱালীবোৰো পাচে পাচে আহিল। পিচে মই তেওঁলোকতকৈ আগবাঢ়ি গৈ সকলোতকৈ আগতে ফুলনিখন পালোগৈ। গিৰিহঁতে মোক দেখা পোৱা মাত্ৰেই মই আৰম্ভ কৰিলো—"দেহি ঐ ! আই-দেউৰ কি অৱস্থা হ'ল ঐ ! আইদেউ গ'ল যেতিয়া আজিৰ পৰা মই কাৰ পৰা মৰম চেনেহ পাম ? তেওঁৰ সননি মোকে মাৰি নিনিলা কিয় ?" গিৰিহঁতে হাঁ কৰি চাই থাকিল ; তেওঁৰ মুখ ক'লা পৰি গ'ল। মোক সুধিলে—"তোৰ কি হৈছে কাফুৰ ? কি হ'ল ?"

মই উত্তৰ দিলো—"আপুনি পঠোৱা মতে ঘৰলৈ গৈ দেখিলো ঘৰৰ দেৱাল এখন খহি আইদেউ আৰু ল'ৰাছোৱালীবোৰক পুতি পেলালে।" "আয়েৰ সাৰিব নোৱাৰিলে নেকি ?" "নোৱাৰিলে। আল্লাই কাকো নাৰাখিলে! প্ৰথমতে আইদেউ ঢুকাল আৰু তাৰ পাচত আপোনাৰ বৰ জীয়েক ঢুকাল।" "মোৰ সৰু জনী ছোৱালীও সাৰিব নোৱাৰিলে ?" "নাই, নোৱাৰিলে।" "মোৰ ঘোঁৰাটো এক ? সেইটোও মৰিল নেকি ?" "আল্লাই কাকো ৰক্ষা নকৰিলে। ঘৰটোৰ আৰু আস্তাবলৰ বেৰকেইখনে চাবি বেৰৰ ভিতৰত থকা জন-প্ৰাণী কাকো বাদ নিদিলে, সকলোকে পুতি পেলালে ; আনকি ভেৰা, হাঁহ আৰু কুকুৰা জাকো চেপেটা লাগিল। এতিয়া কুকুৰ-মেকুৰীয়ে সেইবোৰ খাব লাগিছে।" "ডাঙৰ ল'ৰাটোও সাৰিব নোৱাৰিলে নে ?" "নোৱাৰিলে। গোটেই ঘৰে-ঘৰোৱাহে গ'ল ; একো চিন চাব নৰ'ল।"

মোৰ কথা শুনি গিৰিহঁতে ধোঁৱাকোৱা দেখিলে ; মুখৰ মাত নোহোৱা হৈ পৰিল। বজ্ৰ পৰা মানুহৰ দৰে তেওঁ তেনেই থৰ লাগিল। তেওঁ মনৰ দুখত গাৰ কানি-কাপোৰ আজুৰি নেফা-নেফ কৰিলে, ডাড়ি-গোঁফ আজুৰি আজুৰি ছিঙিলে; মূৰৰ পাগুৰি খুলি দলিয়াই পেলালে। নিজৰ গালতে নিজে চৰিয়াওঁতে তেজ বৈ গ'ল। তাৰ পিচত তেওঁ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে—"হায়! মোৰ কি দুৰ্কপাল ! ল'ৰা-তিৰোতা সকলো গ'ল ! মোৰ নিচিনা দুৰ্গতি কাৰ হৈছে ?" তেওঁ কন্দাকটা কৰা দেখি লগৰ সদাগৰ সকলেও কান্দিবলৈ ধৰিলে, চকুলো টুকি তেওঁলোকেও বেজাৰত নিজৰ গাৰ কাপোৰ ফালি ছিৰাছিৰ কৰিলে। মোৰ গিৰি-



হঁত বুকু ভুকুৱাই বিলাপ কৰি কৰি বাগিচাখনৰ পৰা ওলাই আহিল। পিচে তেওঁ আৰু লগৰ সদাগৰ সকলে আহি বাগিচাৰ নঙলামুখ পাওঁতেই দূৰত চিঞৰ-বাখৰ কান্দোন-কাটোন শুনিবলৈ পালে। তেওঁলোকে সেইপিনে চাই থাকিল। দেখিবলৈ পালে—ৰাজ্যপাল, অনুচৰবৰ্গ, নগৰবাসী আদি ডেধাৰ মানুহ আহিছে ; তেওঁলোকৰ পাচে পাচে আহিছে মোৰ গিৰিহঁতৰ পৰিয়াল। সকলো কান্দিকাটি বাউল হৈ আহিছে।

ঘৈণীয়েক আৰু লৰা-ছোৱালীৰ লগত মোৰ গিৰিহঁতৰ ভেটাভেটি হ'ল ; তেওঁলোকক দেখি তেওঁ তেনেই অবাক হৈ উঠিল ; তেওঁ সুধিলে "কি হৈছিল ঘৰত ? কি হৈছিল তোমালোকৰ ?" ইপিনে তেওঁক দেখি ঘৈণীয়েকহঁতে আচৰিত হৈ ক'লে—"আপুনি তেন্তে আল্লাৰ দয়াত ৰক্ষা পৰিল !" এইবুলি তেওঁক গৰা মাৰি ধৰিলেহি আৰু জীয়েকহঁতেও উচুপি উচুপি বাপেকৰ গাত সাৱটি ধৰি ক'লে—"দেউতা ! আপুনি যে ৰক্ষা পৰিল তাৰ বাবে আল্লাৰ চৰণত প্ৰণাম জনাইছো।" ঘৈণীয়েকে সুধিলে—"আপুনি গঁচাকৈ ভালে আছেনে ? আল্লাই যে সোঁ শৰীৰে আপোনাক আমাৰ সমুখত উলিয়ালেহি !" তেওঁক তেনেকৈ দেখা পাই মানুহজনী তেনেই অবাক হৈ উঠিছিল ; তেওঁ আকৌ সুধিলে—"আপুনি বাৰু কেনেকৈ সাৰিল ? আপোনাৰ বন্ধু-বান্ধৱ আৰু সদাগৰসকলৰ কেনে ?" আনহাতে মানুহজনে সুধিলে—"আমাৰ ঘৰত নো তোমালোকৰ কি হৈছিল ?" তেওঁলোকে ক'লে—"আমাৰ ঘৰত একো অঘটন ঘটা নাই ; সকলোৰে ভাল। আপোনাৰ লগুৱা কাফুৰেহে গাৰ কানি-কাপোৰ ফালি-ছিৰি ৰাউচি জুৰি গৈ ক'লে বোলে 'হায় ! হায় ! আমাৰ গিৰিহঁতৰ কি দশা হ'ল ঐ !' আমি তেতিয়া কি হ'ল বুলি সোধাত সি ক'লে—'বাগিচাৰ দেৱাল এখন খহি আপোনাৰ আৰু সদাগৰ সকলৰ গাতে পৰিল। ফলত ঠিতাতে সকলোৰে মৃত্যু হ'ল।" মোৰ গিৰিহঁতে তেতিয়া ক'লে—"হে আল্লা ! এইমাত্ৰ সি দেখোন মোৰ আগত আহি কান্দিকাটি ক'লে—"দেহি ঐ ! আইদেউ আৰু ল'ৰা-ছোৱালীহঁতৰ কি দশা হ'ল ঐ ! আই-দেউ আৰু ল'ৰাছোৱালী সকলোৰে মৃত্যু হ'ল ! কোনো সাৰিব নোৱাৰিলে।"

তেওঁ তেতিয়া ঘূৰি চাই মোক দেখি ক'লে—"হেৰৌ হতচিৰি হোৱা ! কুল-ক্ষণীয়া ! তই কিয় এইটো কামোৰ মাৰিলি ? আল্লাৰ নামত শপত কাঢ়ি কৈছো—মই তোক কোবাই পিঠি বখলাবখল কৰিম। তোৰ গাৰ মঙহ টুকুৰা-টুকুৰকৈ কাটিম।" মই তেতিয়া মাত লগালো—"আপুনি তেনে কাম কৰিব

নোৱাৰে ; কিয়নো মোৰ দোষ-ক্ৰটীৰ কথা জানি-শুনিয়েই আপুনি মোক কিনি আনিছে। মোৰ যে বছৰত এটাকৈ মিছা কথা কোৱাৰ দোষ আছে সেই কথা জানি-শুনিও আপুনি মোক কিনি অনা বুলি আপোনাৰ বিৰুদ্ধে সাক্ষী দিয়া সাধু লোকৰো অভাৱ নহব। এইবাৰ মই এটা মিছা কথাৰ আধাখিনিহে কৈছো ; বছৰটোৰ শেষৰ ভাগলৈ বাকীখিনি ক'ম। তেতিয়াহে এটা মিছা পূৰা হ'বগৈ।" গিৰিহঁতে ভেকাহি মাৰি ক'লে—"কটা কুকুৰ! নিধক ক'ৰবাৰ! এইটো হবলা এফাল মিছা কথাহে! এই এফালেই আঁতিছে। তই মোৰ ওচৰৰ পৰা যাগৈ ; মই তোক মুক্তি দিলো।" মই তেতিয়া ক'লো—"আপুনি মুক্তি দিলেও এবছৰ পূৰা নোহোৱালৈকে আৰু ক'বলৈ বাকী থকা মিছা কথাষাৰ নোকোৱালৈকে মই আপোনাৰ ওচৰৰ পৰা নাযাওঁ। সেই সময় উপস্থিত হোৱাৰ পিচত আপুনি মোক দাসৰ বজাৰলৈ লৈ যাব আৰু যিদৰে কিনি আনিছিল সেইদৰেই বেচি দিব। আপুনি মোক এতিয়াই এৰি নিদিব ; মই একো কাম-বন নাজানো—এনেস্থলত মই ভাত মোকলাম কেনেকৈ? মই এইবোৰ আইনৰ কথাহে কৈছো ; সুধীসকলে আইনতে সেইবোৰ কথা লিখি গৈছে।"

আমি এইদৰে কথা হৈ থাকোতেই এজাক মানুহ সেইখিনিত উপস্থিত হলহি —মোৰ গিৰিহঁতৰ ওচৰ-চুবুৰীয়া পুৰুষ, মহিলা, ল'ৰা-ছোৱালী সকলোবোৰ আহিছিল। লগতে ৰাজ্যপালো সদলে উপস্থিত হ'লহি। তেওঁক দেখা পাই মোৰ গিৰিহঁত আৰু তেওঁৰ লগৰীয়া সদাগৰসকল ৰাজ্যপালৰ কাষ পালেগৈ ; তেওঁলোকে ৰাজ্যপালক সকলো কথা ভাঙিপাতি ক'লে আৰু জনালে যে মোৰ এইটো আধা-ডুখৰীয়া মিছা কথাহে। কথা শুনি সকলোৱে গৰজি উঠি মোক পাৰেমানে গালি শপনি পাৰিলে। মই হাঁহি হাঁহি থিয় দি থাকি শেষত ক'লো—"মোৰ দোষ-ক্ৰটীৰ কথা জানি-শুনিও গিৰিহঁতে মোক কিনি আনিছে যেতিয়া তেওঁ মোক বধ কৰিব পাৰিব কেনেকৈ?" ইপিনে মোৰ গিৰিহঁতে তেওঁৰ ঘৰলৈ উলটি গৈ দেখিলে যে ঘৰৰ সকলো ভাঙিছিঙি সাং কৰিলে ; লগতে গম পালে যে সৰহভাগ বহুমূলীয়া বস্তু মইহে ভাঙিলো। তেওঁৰ ঘৈণীয়েকেও ক'লে—"চীনা মাটিৰ বাচন বৰ্তনবোৰ কাফুৰেহে ভাঙিলে।" তেতিয়া গিৰিহঁতে খঙত গুজৰিবলৈ ধৰিলে—"মই এনেকুৱা দগাবাজ দাস এটা জীৱনত আৰু দেখা নাই। সি আকৌ কৈছে বোলে এইটো হেনো আধাডুখৰীয়া মিছা কথাহে!" তেন্তে সম্পূৰ্ণ মিছা কথা এটা কোৱা হ'লে মোৰ কি অৱস্থা হ'লহেঁতেন। সি তেতিয়া দুই এখন নগৰকে চাৰখাৰ কৰিলেহেঁতেন।" এইদৰে খঙতে গুজৰিগুমৰি তেওঁ ৰাজ্যপালৰ



ওচৰত উপস্থিত হ'লগৈ। তেতিয়া তেওঁলোকে মোক উৰাই-ঘূৰাই কোবালে ; মাৰৰ কোবত মই অচেতন হৈ পৰিলো আৰু সেই অৱস্থাতে তেওঁলোকে মোক বীৰ্যহীন কৰি পেলালে।

জ্ঞান পাই দেখিলো যে মই নপুংসক হৈ পৰিলো। মোৰ গিৰিহঁতে তেতিয়া মোক বেচিবলৈ লৈ গ'ল আৰু মই নপুংসক হোৱা বাবে সৰহ দামত বেচি দিলে। যিজনেই মোক কিনিলে তেওঁকেই মই নানা আহুকাল দিলো ; এইদৰে মোৰ সবাকী সলনি হৈ থাকিল। শেষত মই বল শক্তি হেৰুৱাই পেলালো, আগৰ বুধি কৌশলবোৰো নোহোৱা হ'ল।"

তাৰ কাহিনী শুনি বাকী দুটা দাসে হাঁহিবলৈ ধৰিলে আৰু মস্কৰাৰ সুৰত তাক ক'লে—"তোৰ নিচিনা সাত ঘাটৰ চেঙেলী এটা নাই! ভাল জীয়া ফাঁকিটো আমাৰ আগত দিছ!" তেতিয়া সিহঁতে তৃতীয়টো দাসক ক'লে—"এইবাৰ তোৰ কাহিনী আৰম্ভ কৰ।" সি ক'লে—"মোৰ কাহিনী বৰ দীঘল হ'ব। সেইবোৰ ক'বলৈ এতিয়া সময় নহব। ৰাতিপুৱাবৰ হলেই। ৰাতি নৌ পুৱাওঁতেই আমি পেৰাটো পুতি থবই লাগিব। নহ'লে বৰ কেলেঙ্কাৰী হ'ব ; আনকি আমাৰ জীৱন লৈয়েই টনাটনি হ'ব। সেইদেখি খৰখেদা লগা এতিয়া।" এইবুলি কৈ সি দেৱালৰ ওপৰৰ পৰা জাপ মাৰি ভিতৰ সোমাই গ'ল আৰু দুৱাৰখন খুলি দিলে। তেতিয়া বাকীকেইটাও সোমাই গ'ল। লণ্ঠনটো মাটিত নমাই থৈ সিহঁতে চাৰিটা কবৰৰ মাজৰ ঠাইত পেৰাটো সোমাব পৰা জোখৰ গাত এটা খান্দিলে। গাতটো খানি উঠি সিহঁতে পেৰাটো তাত ভৰালে আৰু মাটি দি পুতি থ'লে। তাৰ পিচত দুৱাৰখন জপাই সিহঁত গুচি গ'ল গৈ। তেতিয়া ঠাইডোখৰত কাৰো সাৰসুৰ নোহোৱা হ'ল। ঘানিমে বুজিলে যে ওচৰত কোনোৱেই নাই। পেৰাটোত কি আছে সেই কথাটো জানিবৰ বাবে তেওঁৰ মনটো উচপিচাই থাকিল। পিচে তেওঁ বেলি ওলোৱাৰ সময়লৈকে বাট চালে। বেলি ওলোৱাৰ পিচত তেওঁ খেজুৰ গছজোপাৰ পৰা নামি আহিল। দুয়ো হাতেৰে মাটিবোৰ খান্দি তেওঁ পেৰাটো গাঁতৰ পৰা উলিয়ালে। তাৰ পিচত শিল এটুকুৰাৰে খুন্দিয়াই তলাটো ভাঙি পেলালে ; সাঁফৰখন খুলি দেখিলে যে ভিতৰত সুন্দৰী গাভৰু এগৰাকী আছে— তেওঁৰ গাত বহুমূলীয়া সাজপাৰ আৰু সোণৰ গহনা। ডিঙিত বহুমূলীয়া পাথৰৰ হাৰ এডাল আছে। তেওঁক কোনোবাই ভাং খুৱাই অচেতন কৰি থৈছে। কিন্তু বুকুখন উঠা-নমা কৰাৰ পৰা বুজা গ'ল যে তেওঁ তেতিয়াও উশাহ লৈ আছে।

তেওঁক দেখিয়েই ঘানিমে বুজিলে যে কোনোবাই ৰাগিয়াল বস্তু খুৱাই তেওঁক অচেতন কৰি এই অৱস্থা কৰিলে। তেওঁ গাভৰু গৰাকীক পেৰাৰ পৰা উলিয়াই আনি মাটিত শুৱাই দিলে। মুকলিলৈ ওলাই অহাৰ লগে লগে তেওঁ কাহিবলৈ ধৰিলে আৰু মুখৰ পৰা ডাঙৰ বড়ি এটা ওলাই পৰিল। ইয়াৰ গোন্ধ পালে হাতীও অচেতন হৈ পৰিব। চকু মেলি গাভৰুৱে কেউপিনে চালে আৰু তাৰ পিচত মিহি মাতেৰে ক'লে—"জহৰ-অল-বস্তন ক'ত? ছাবিবা? ছজবৎ-অল-ভুব? নুৰ-অল-হুদা! নজমৎ-অল-স্থভ! সাৰ পোৱা নাই নেকি? শ্বাহৰা, নুজা, হালৱা, জৰিফা? কোনেও নামাতে কিয়?" কোনেও নমতা দেখি তেওঁ ইফালে সিফালে চাই ক'লে—"মোক কবৰ দি থলে নেকি? হেৰেমৰ সুসজ্জিত কোঠাৰ পৰা মোক আনি কোনে এই কবৰ চাবিটাৰ মাজত থলেহি?"

ইমান পৰে ঘানিম মাতবোল নোহোৱাকৈ থিয় দি আছিল। এইবাৰ তেওঁ মাত লগালে—"মহোদয়া! আপুনি সুসজ্জিত হেৰেমতো থকা নাই, কবৰৰ মাজতো থকা নাই। আপোনাৰ কাষত আপোনাৰ প্ৰেমৰ ভিক্ষাৰী হৈ মইহে আছো—মোৰ নাম ঘানিম-বিন-আয়ুব। আপোনাক বিপদৰ পৰা উদ্ধাৰ কৰি আপোনাৰ মনোবাঞ্ছা পূৰণ কৰিবৰ বাবে আল্লাই মোক আপোনাৰ কাষলৈ পঠাইছে।" তেওঁৰ কথা শুনি আশ্বস্ত হৈ গাভৰুৱে সুধিলে—"হে যুৱক! মোক এই ঠাইলৈ কোনে আনিলে?" ঘানিমে তেতিয়া ক'লে—"তিনিটা দাসে এই পেৰাটো ইয়ালৈ লৈ আহিছিল।" এইবুলি তেওঁ সকলো কথা ভাঙি-পাতি ক'লে। তেওঁৰ কি ঘটনা ঘটিছিল, কেনেকৈ নিশা সেই ঠাইতে থাকিব লগা হোৱাৰ কাৰণেই গাভৰুৰ জীৱন ৰক্ষা পৰিল—এই সকলোবোৰ কথা তেওঁ ক'লে। তেতিয়া গাভৰুৱে ক'লে—"আপোনাক আনি আল্লাই মোক ৰক্ষা কৰালে—তাৰ বাবে মই আল্লাৰ ওচৰত মূৰ দোঁৱাইছো। পিচে এতিয়া আপুনি মোক আকৌ পেৰাটোৰ ভিতৰত ভৰাই থওক। তাৰ পিচত বাটলৈ ওলাই গৈ গাড়ী এখন বিচাৰি আনি মোক আপোনাৰ ঘৰলৈ লৈ ব'লক। আপোনাৰ ঘৰলৈ গৈ মই মোৰ সকলো কথা ক'ম।"

এই কথা শুনি ঘানিম বং মনেৰে ওলাই গ'ল। ঘোঁৰা গাড়ী এখন কেৰেয়ালৈ আনিলে আৰু সেই পেৰাটো গাড়ীত তুলি ঘৰমুৱা হ'ল। গাভৰুৰ প্ৰেমত তেওঁৰ মন আপ্লুত হৈ পৰিল। ছোৱালীজনীৰ মূল্য দহ হেজাৰ সোণৰ মোহৰৰ সমান হ'ব; গাৰ সাজপাৰ আৰু গহনাপাতিৰ মূল্যও বহুত হ'ব। ঘৰ পায়েই তেওঁ পেৰাটো ভিতৰলৈ নি সাফৰখন খুলিলে আৰু ছোৱালীজনীক বাহিৰলৈ



উলিয়াই আনিলে। ছোৱালীজনীয়ে ঘৰটোৰ বয়বস্তুবোৰলৈ লক্ষ্য কৰিলে। দেখিলে যে ঘৰটো বঢ়িয়াকৈ সজাই থৈছে, বহুমূলীয়া দলিচা পাৰি থোৱা আছে। গাথ বান্ধি বহুতো বয়বস্তু দ'মাই থৈছে। সেইবোৰ দেখিয়েই তেওঁ বুজিলে যে মানুহজন এজন ডাঙৰ সদাগৰ আৰু তেওঁ ধনী মানুহ। তেওঁ বোৰ্খা খুলি মানুহজনৰ ফালে চালে—তেওঁ দেখিবলৈকো ধুনীয়া। তেওঁৰ প্ৰতি গাভৰুৰ মৰম উপজিল।

গাভৰুৱে তেতিয়া ভোক লাগিছে বুলি কোৱাত ঘানিম বজাৰলৈ ওলাই গ'ল। তেওঁ মঙহ, মিঠাই, ফল, সুৰা, মম, আতৰ আদি কিনি আনিলে। ঘানিম গাভৰুৰ প্ৰতি অনুৰক্ত হৈ পৰিল। তেওঁ গাভৰুক একান্ত নিজৰ ভাৱে পাবলৈ বিচাৰিলে। কিন্তু গাভৰুৱে আপত্তি দৰ্শোৱাত তেওঁ তাৰ কাৰণ সুধিলে। তেতিয়া তেওঁ নিজৰ কাহিনী আৰম্ভ কৰিলে :—

"মই খলিফাৰ ৰক্ষিতা। মোৰ নাম কুট-অল-কুলুব। মই তেখেতৰ কাৰেঙতে ডাঙৰ দীঘল হলো। গাভৰু হ'লত খলিফা মোৰ ৰূপত মুগ্ধ হ'ল। তেওঁ মোক থাকিবৰ বাবে সুকীয়া ঘৰ এটা দিলে; মোৰ আল ধৰিবৰ বাবে দহজনী দাসী দিলে, আৰু আপুনি যে দেখিছে এই গহনা-পাতিবোৰ, সেইবোৰ তেখেতেই মোক দিছে। এদিন খলিফা দেশ ভ্ৰমণ কৰিবলৈ যাওঁতে প্ৰধান মহিষী জুবেদাই মোৰ দাসী এজনীক লগধৰি ক'লে—"তই মোক এটা কাম কৰি দিব লাগে।" কি কাম কৰি দিব লাগে বুলি সোধাত খলিফাৰ মহিষীয়ে ক'লে—"তহঁতৰ গিৰিহঁতনী কুট-অল-কুলুব শুই থাকোতে নাকত এই ভাং টুকুৰা সুমাই দিবি আৰু এইখিনি পানীৰ লগত মিহলাই দিবি। তাকে কৰিলে মোৰ পৰা তই হেপাহ পলুৱাই ধন-সোণ লব পাৰিবি।" দাসীজনী ৰংমনেৰে সন্মত হ'ল—কিয়নো বহুতো ধন-সোণ পোৱাৰ আশা আছে। তদুপৰি তাই পূৰ্বতে জুবেদাৰ দাসী আছিল। তাই ভাংখিনি মোৰ পানীৰ লগতে মিহলাই থ'লে। নিশা তাকে খোৱাৰ লগে লগে মোৰ মূৰ আচন্দ্ৰায় কৰিবলৈ ধৰিলে আৰু মই একোকে ক'ব নোৱাৰা হৈ পৰিলো। এই ফন্দী সফল হোৱাত জুবেদাই মোক এই পেৰাটোতে ভৰাই থোৱালে। তেওঁ মনে মনে দাস আৰু দুৱৰীবোৰক মতাই আনি সিহঁতক বহুতো ধন সোণ দিলে। তাৰ পিচত নিশা দাসবোৰৰ হতুৱাই মোক কি কৰাৰ খুজিছিল, সেই ঘটনা আপুনি নিজেই খেজুৰ গছৰ ওপৰৰ পৰা দেখা পাইছিল।

আপুনিয়েই মোক উদ্ধাৰ কৰিলে আৰু এই ঘৰটোলৈ আনিলে। আপুনি মোৰ প্ৰতি সন্মানজনক ব্যৱহাৰ কৰিছে। এয়ে মোৰ কাহিনী। মোৰ অবিহনে খলিফাৰ কি দশা হ'ব, মই নাজানো। এতিয়া আপুনি মোৰ সকলো কথা গম পালে ; পিচে তাকে সদৰি কৰি নুফুৰিব।"

তেওঁ খলিফাৰ ৰক্ষিতা বুলি গম পাই ঘানিমৰ মন কোঁচ খাই গ'ল। খলিফাৰ প্ৰতি থকা শ্ৰদ্ধা ভক্তি আৰু ভয়ে তেওঁক আড়ষ্ট কৰি তুলিলে। তেওঁ গাভৰুৰ প্ৰতি প্ৰণয় নিবেদন কৰাৰ পৰা বিৰত থাকি তেওঁৰ পৰা আলেঙে-আলেঙে থাকিবলৈ ধৰিলে। এইদৰেই তেওঁলোকে বহুত দিন কটালে।

ইপিনে খলিফাৰ অনুপস্থিতিত প্ৰধান মহিষী জুবেদাই কুট-অল-কুলুবক কবৰত ভৰাই থোৱাৰ মূৰত তেওঁ চিন্তাৰ পাৰ নোপোৱা হ'ল। তেওঁ মনতে ভাবিলে— "খলিফাই উলটি আহি তাইৰ কথা সুধিলে মই কি ক'ম ? মই কি বুলি উত্তৰ দিম ?" তেওঁ বুঢ়ী এজনীক মতালে ; বুঢ়ী তেওঁৰ লগতে থাকে আৰু তাই সকলো গুপুত কথাৰে ভু পায়। তেওঁ বুঢ়ীক সুধিলে—"কুট-অল-কুলুব অকালতে এনেকৈ মৰা সম্পৰ্কে মই কি বুলি ক'ম ? কি কৰো এতিয়া মই ?" বুঢ়ীয়ে ক'লে—"খলিফা উলটিবলৈ আৰু বেছি দিন নাই। আপুনি বেগেতে বাঢ়ৈ এটাক মাতি আনি কাঠৰ মৰাশ এটা গঢ়ি দিবলৈ কওক। আমি কাৰেঙৰ মাজতে কবৰ এটা খান্দি তাতে সেইটো পুতি থ'ম। তাৰ পাচত আপুনি তাৰ ওপৰতে বেদী এখন সজাই তাত ধূপ-ধুনা, মমবাতি জলাই থোৱাব আৰু কাৰেঙৰ সকলোকে ক'লা সাজ পিন্ধিবলৈ আদেশ দিয়ক। লগতে দাস-দাসীবোৰক আদেশ দি থওক যে খলিফা উলটি অহাৰ সংবাদ পালেই সিহঁতে বাট চ'ৰাত ধানখেৰ পাৰি থব আৰু ভিতৰ সোমাই আহি খলিফাই যেতিয়া কি হৈছে বুলি সুধিব তেতিয়া সিহঁতে এইবুলি কব—"কুট-অল-কুলুব ঢুকাল। তেওঁক হেৰুৱাৰ ক্ষতিপূৰণ হিচাপে আল্লাই যেন আপোনাক প্ৰচুৰ পৰিমাণে দান কৰে।" সিহঁতে লগতে এইবুলিও ক'ব যে প্ৰধান মহিষীয়ে তেওঁক বৰ সন্মানৰ চকুৰে চায় আৰু সেই কাৰণেই নিজৰ হাউলিৰ মাজতে তেওঁক কবৰ দিয়ালে। খলিফাই এই কথা শুনি কন্দা-কটা লগাই বিলাপ কৰিব ; তাৰ পিচত তাইৰ সদগতি কামনা কৰি কোৰাণ পাঠ কৰাব আৰু নিশাটো কবৰৰ কাষতে কটাব। তেওঁ মনতে এইবুলি ভাবিব :



বাস্তৱিকতে কুট-অল-কুলুবৰ মৃত্যুৰ ফলত জুবেদাৰ হিংসাৰ ভাব নোহোৱা হ'ল। নাইবা শোকত আতুৰ হৈ খলিফাই যদি তাইৰ কবৰৰ কাষলৈ তেওঁক লৈ যাবলৈ আপোনাক নিৰ্দেশ দিয়ে, তেতিয়াও আপুনি ভয় খোৱাৰ কাৰণ নাই। কিয়নো কবৰটো যদি খান্দি পেলোৱা হয়, তেন্তে দামী শ ঢাকনিৰে মানুহৰ আকৃতিৰ সেই মূতিটো আবৃত হৈ থকাহে দেখা পাব। তাইক চাবৰ মনেৰে খলিফাই যদি ঢাকনিখন গুচাই দিব খোজে, তেতিয়া আপুনি নিজে বা আন কাৰবাৰ হতুৱাই তেওঁক বাধা দি এইবুলি ক'ব : "মানুহজনীৰ উদং গাটো চাব নাপায়।" পৰকালৰ কথা ভাবি খলিফাই ভয় খাব আৰু তেতিয়া তেওঁ সেই কামৰ পৰা বিৰত থাকিব। তেওঁ মানুহজনী মৰিল বুলিয়েই বিশ্বাস কৰিব আৰু মূতিটো আগৰ ঠাইতে থৈ দিবলৈ ক'ব। তেতিয়া আপুনি কৰা কামবোৰৰ বাবে খলিফাই আপোনাৰ গুণ গাব। এইদৰে আল্লাৰ কৃপাত আপুনি সাৰিব পাৰিব।"

প্ৰধান মহিষীয়ে বুঢ়ীৰ কথা শুনি তাইৰ বুদ্ধিটোকে গ্ৰহণ কৰিলে। তেওঁ বুঢ়ীক কাপোৰ এসাজ আৰু ধনৰ টোপোলা এটা দিলে। বুঢ়ীয়ে যিবোৰ কাম কৰাৰ কথা কৈছিল, সেইবোৰ কৰিবলৈকো বুঢ়ীৰ ওপৰতে ভাৰ দিলে। বুঢ়ীও ততালিকে সেইমতে কামত লাগি গ'ল। বাঢ়ৈ এটাক কাঠৰ মূতি এটা গঢ়িবলৈ দিলে। মূতিটো আনি দিয়াত তাই জুবেদাৰ ওচৰলৈ সেইটো লৈ আহিল। তেওঁ মূতিটো কাপোৰেৰে ঢাকি কবৰ দিয়ালে। কবৰৰ ওপৰত গম্বুজ এটা সজাই তাত মম আৰু চাকি জ্বলাই দিয়ালে ; কবৰটোৰ ওপৰত দলিচা পাৰিও থোৱালে। তদুপৰি নিজে ক'লা কাপোৰ পিন্ধি হেৰেমত ৰাষ্ট্ৰ কৰি দিয়ালে যে কুট-অল-কুলুবৰ মৃত্যু হ'ল। কেইদিনমানৰ মূৰত খলিফা দেশ ভ্ৰমণ কৰি উলটি আহিল। কাৰেঙলৈ উলটি আহোতে তেওঁ মাত্ৰ কুট-অল-কুলুবৰ কথাকে ভাবি আহিছিল। দাস-দাসী সকলোৰে ক'লা সাজ পিন্ধা দেখি তেওঁৰ মনত শঙ্কা উপজিল। প্ৰধান মহিষী জুবেদাৰ কাষলৈ গৈ দেখিলে যে তেৱোঁ ক'লা সাজ পিন্ধিছে। তেতিয়া তেওঁ ইয়াৰ কাৰণ কি সেই কথা সুধিলে ; তেওঁলোকে কুট-অল-কুলুবৰ মৃত্যুৰ সংবাদ দিয়াত তেওঁ ঠিতাতে মূৰ্চা গ'ল। পুনৰ জ্ঞান লাভ কৰাৰ মূৰত তেওঁ কবৰটো ক'ত আছে, সেই কথা সুধিলে। জুবেদাই তেতিয়া ক'লে—"বিশেষ সন্মান সহ মই তেওঁক মোৰ কাৰেঙতে কবৰ দিয়ালো।" সাজপাৰ নসলোৱাকৈয়ে তেওঁ কবৰৰ কাষ পালেগৈ। গৈ দেখিলে যে তাত দলিচা পৰা আছে আৰু মম আৰু চাকি জ্বলোৱা আছে।

তাকে দেখা পাই এই ভাল কামবোৰৰ বাবে তেওঁ জুবেদাক শলাগিলে। অৱশ্যে তেওঁৰ মনত খুদুৰনি লাগি আছিল; শেষত তেওঁ সন্দেহ সামৰিব নোৱাৰি কবৰটো মুকলি কৰি মৃতদেহটো উলিয়াবলৈ আদেশ দিলে। শ চকা কাপোৰখন দেখি সেইখন আঁতৰাই কুট-অল-কুলুবক চাবৰ মন গ'ল, কিন্তু আল্লাই দোষ ধৰে বুলি দ্বিধাবোধ কৰিলে। তেওঁ কেৰঘেঁহাই থকা দেখি তাৰে সুযোগ লৈ বুঢ়ী-জনীয়ে মাত লগালে "তেওঁক শান্তিত থাকিবলৈ দিয়ক।" তেওঁ ফকীৰ আৰু কোৰাণ-পাঠক সকলক মতাই আনি কবৰৰ সমুখত কোৰাণ পাঠ কৰিবলৈ আদেশ দিলে আৰু নিজেও কবৰৰ কাষতে বহি বিলাপ কৰিবলৈ ধৰিলে। ঘণাই কবৰৰ কাষলৈ আহি তেওঁ সেইখিনিতে বহি থাকে। এনেকৈ এটা মাহ পাৰ হৈ গ'ল। এদিন তেওঁ আমিৰ, ৱাজিৰসকলক বিদায় দি শয়ন কক্ষলৈ গৈ ক্ষন্তেক শুবলৈ লৈছিল। শিতানৰ পিনে বহি দাসী এজনীয়ে তেওঁক বিচি আছে আৰু ভৰিপথা-নৰ পিনে বহি আন এজনী দাসীয়ে তেওঁৰ ভৰি পিটিকি আছে। হঠাৎ খলিফাই সাৰ পালে; পিচে তেতিয়াও তেওঁ চকু মুদি বিচনাতে পৰি থাকিল। এনেতে শিতানৰ পিনে বহি থকা দাসীজনীয়ে সিজনীক কোৱা শুনিলে—"বুজিছ খায়-জৰাণ! ভাল লীলাখন দেখুৱাইছে।" সিজনীয়ে সুধিলে—"কিহৰ কথা কৈছ অ', কাজিবৰ-অল-বান?" প্ৰথম দাসীজনীয়ে আকৌ ক'লে—"খলিফাই গমকে পোৱা নাই। কবৰৰ ভিতৰত বাঢ়ৈয়ে সাজি দিয়া কাঠৰ টুকুৰাটোহে আছে। খলিফা তাৰ কাষতে বহি আছেগৈ।" সিজনীয়ে তেতিয়া সুধিলে—"কুট-অল-কুলুবৰনো কি হ'ল?" প্ৰথম দাসীজনীয়ে ক'লে—"দাসী এজনীক ভাৰ-ভেটী দি জুবেদাই ভাঙৰ বড়ি এটা দিলে—তেওঁক খুৱাই দিবৰ বাবে। তেওঁ অচেতন হৈ পৰাত জুবেদাই তেওঁক পেৰা এটাৰ ভিতৰত ভৰালে আৰু ছাৱাব, কাফুৰ আৰু বুখায়তক আদেশ দিলে যে সেইটো কবৰবোৰৰ মাজত পেলাই দিবগৈ লাগে। খায়জৰাণে অবাক হৈ সুধিলে—"কি কৈছ তই? কুট-অল-কুলুব মৰা নাই নেকি?" তাই উত্তৰ দিলে—"নাই মৰা! আল্লাই তেওঁক ৰক্ষা কৰিব। জুবেদাই কোৱা শুনিছো বোলে তেওঁ হেনো এতিয়া দামস্কছৰ ডেকা সদাগৰ ঘানিম বিন আয়ুবৰ ঘৰত আছে। সেইজন মানুহৰ লগতে তেওঁ চাৰিমাহ আছে। ইপিনে আমাৰ খলিফাই মৰা শ নথকা কবৰ এটাৰ সমুখত ওৰেনিশা কান্দি-কাটি আছে।"

এইদৰেই খলিফাই ওৰে নিশা কথা-বতৰা শুনি থাকিলে। সিহঁতৰ কথাৰ পৰা তেওঁ ভালকৈ বুজিলে যে কবৰটোৱে তেওঁক আভুৱা ভাবিছে। আচলতে কুট-অল-কুলুব চাৰিমাহ ধৰি ঘানিমৰ ঘৰতে আছে। তেওঁ খঙত অস্থিৰ হৈ



পৰিল। ততালিকে তেওঁ আমিৰসকলক মাতি পঠালে; তেওঁলোকে আহি তেওঁক সেৱা জনালে। তেওঁ ৱাজিৰক আদেশ দিলে—"সৈন্য-সামন্ত লৈ ঘানিমৰ ঘৰ বিচাৰি উলিওৱা। তাৰ ঘৰ ভাঙি-ছিঙি খান্তাং কৰিবা আৰু তাক আৰু লগতে মোৰ দাসী কুট-অল-কুলুবক মোৰ ওচৰলৈ ধৰি আনিবা। মই তাক কঠোৰ শাস্তি দিম।" আদেশ পাই ৱাজিৰে ৰাজ্যপাল আৰু সৈন্য-সামন্তক লগত লৈ ঘানিমৰ ঘৰ বিচাৰি গ'ল। ঠিক সেইসময়তে ঘানিমে কুট-অল-কুলুবৰ লগত খাবলৈ বহি-ছিল; এনেতে কুট-অল-কুলুবে বাহিৰৰ ফালে চাই সমাগত দুৰ্যোগৰ কথা বুজিব পাৰিলে। ৱাজিৰ, ৰাজ্যপাল, সৈন্য-সামন্ত সকলোৰে হাতত খোলা তৰোৱাল লৈ ঘৰটো আগুৰি ধৰিছে। তেওঁ বুজিলে যে খলিফাই তেওঁৰ কথা গম পালে। বিপদৰ কথা গম ধৰি তেওঁ তেনেই শেতা পৰি গ'ল।

ঘানিমৰ পিনে চাই তেওঁ ক'লে—"তুমি এতিয়াই পলাই জীৱন ৰক্ষা কৰা।" ঘানিমে ক'লে—"মই কি কৰিম? ক'লৈ যাম? মোৰ টকা-পইচা, বেপাৰৰ বয়বস্তু সকলো এই ঘৰতে আছে।" কিন্তু গাভৰুৱে ক'লে—"পলম নকৰিবা। নহ'লে তুমি ধনৰ লগতে প্ৰাণো হেৰুৱাব লাগিব।" ঘানিমে ক'লে—"সিহঁতে গোটেই ঘৰটো ঘেৰাও কৰি ধৰিছে—এনে স্থলত মই পলাম কেনেকৈ?" গাভৰুৱে তেতিয়া ক'লে—"তাৰবাবে ভয় খাব নালাগে।" এইবুলি তেওঁ ঘানিমৰ গাৰ বহুমূলীয়া কানি-কাপোৰবোৰ খুলি পেলালে আৰু তাৰ ঠাইত লাংফটা কানি-কাপোৰ পিন্ধাই দিলে; তাৰ পিচত কলহ এটা আনি তাত ৰুটি কেইটুকুৰামান আৰু মঙহৰ পাত্ৰ এটা ভৰাই দিলে। এই গোটেইখিনি বস্তু টুকুৰী এটাত ভৰাই লৈ ঘানিমৰ মূৰৰ ওপৰত দি ক'লে—"এইদৰে ভেশচন কৰি তুমি ওলাই যোৱা। মোৰ কাৰণে একো চিন্তা কৰিব নালাগে। খলিফাৰ ওচৰলৈ গৈ কি কৰিব লাগিব, সেই কথা মই ভালকৈ জানো।" সেইমতেই ঘানিম বাহিৰলৈ ওলাই গ'ল। এইদৰে তেওঁ বিপদৰ গৰাহৰ পৰা সাৰি আহিল।

ইপিনে ৱাজিৰ ঘোঁৰাৰ পৰা নামি ঘৰৰ ভিতৰ সোমাই গ'ল। তেওঁ ঘৰৰ ভিতৰত কুট-অল-কুলুবক দেখা পালে; কুট-অল-কুলুব জকমকীয়া সাজ-পাৰ আৰু গহনা-পাতি পিন্ধি সাজু হৈ আছিল। সোণ, গহনা-পাতি, বহুমূলীয়া পাথৰ আৰু অন্যান্য মূল্যবান বস্তুবোৰ তেওঁ টোপোলা বান্ধি লৈছিল। ৱাজিৰক দেখা পাই তেওঁ থিয় দিলে আৰু সেৱা জনালে। ৱাজিৰে ক'লে—"আয়ুবৰ পুতেক ঘানিমক গ্ৰেপ্তাৰ কৰিবলৈ মই আদেশ লৈ আহিছো।" গাভৰুৱে তেতিয়া ক'লে—"তেওঁ

তেওঁৰ বয়বস্তু সকলো ঠিকঠাক কৰি থৈ দামস্কছলৈ গ'লগৈ। মই এতিয়া তেওঁৰ বিষয়ে একোকে নাজানো। এতিয়া আপুনি অনুগ্ৰহ কৰি এই টোপোলাটোৰ দায়িত্ব ল'লে সন্তোষ পাম। খলিফাৰ হেৰেমত মোক সেইটো ঘূৰাই দিলেই হ'ব।" ৰাজিৰে তেওঁৰ লগত যোৱা মানুহবোৰক সেই টোপোলাটো খলিফাৰ কাৰেঙলৈ নিবলৈ আৰু লগতে কুট-অল-কুলুবকো সসন্মানে লৈ যাবলৈ আদেশ দিলে। মানুহবোৰে ঘানিমৰ ঘৰ ভাঙি-ছিঙি বয়বস্তু লুটিবলৈ ধৰিলে আৰু তাৰ পিচত ৰাজিৰৰ আদেশ মতে যাত্ৰা কৰিলে। উলটি গৈ ৰাজিৰে খলিফাক সকলো কথা ক'লে—; খলিফাই কুট-অল-কুলুবক এন্ধাৰ কোঠা এটাত বন্ধ কৰি থোৱালে আৰু বুঢ়ী এজনীক তেওঁক আল ধৰিবৰ বাবে পাচিলে। খলিফাই মনতে সুদৃঢ় বিশ্বাস লৈ থাকিল যে ঘানিমৰ লগত তেওঁ অসৎ ভাৱে জীৱন কটালে। ইয়াৰ পিচত খলিফাই দামস্কছৰ ৰাজ প্ৰতিনিধি আমিৰ মহম্মদ বিন ছুলেমান-অল-জিয়ানিলৈ এইমৰ্মে আদেশ লিখি পঠালে—"আমাৰ চিঠি হাতত পৰাৰ লগে লগে আপুনি ঘানিম-বিন-আয়ুবক গ্ৰেপ্তাৰ কৰি আমাৰ ওচৰলৈ পঠাই দিব।"

এই আদেশ পাই ৰাজ প্ৰতিনিধিয়ে হাটে-বজাৰে ঘোষণা কৰাই দিয়ালে—"যাৰে লুট-পাত কৰিবৰ ইচ্ছা আছে, তেৰেঁই আয়ুবৰ পুতেক ঘানিমৰ ঘৰলৈ গৈ লুট কৰিব পাৰে।" এই ঘোষণা শুনি সকলো মানুহ ঘানিমৰ ঘৰৰ মুখত জুম বান্ধিলেহি; তেওঁলোকে দেখিলে যে ঘৰৰ মাজতে ঘানিমৰ নামত কবৰ এটা সজাই তেওঁৰ মাক আৰু ভনীয়েকে বিলাপ কৰি আছে। মানুহবোৰে ঘৰবাৰী লুট কৰিলে আৰু একো কাৰণ নজনোৱাকৈ ঘানিমৰ মাক আৰু ভনীয়েকক ধৰি ৰাজপ্ৰতিনিধিৰ ওচৰলৈ লৈ গ'ল। তেওঁ ঘানিমৰ কথা তেওঁলোকক সোধাত তেওঁলোকে ক'লে—"প্ৰায় এবছৰ কাল আমি তেওঁৰ একো খবৰ নাতৰি পোৱা নাই।" তেতিয়া তেওঁলোকক এৰি দিলে।

ইপিনে ঘৰ-বাৰী সা-সম্পত্তি সকলো নষ্ট হৈ যোৱা দেখি ঘানিম বেজাৰতে মৰাৰ তুল্য হ'ল। মনৰ দুখতে তেওঁ অনাই-বনাই ফুৰিবলৈ ধৰিলে। এদিন ভোকত তৎ নেপাই আৰু খোজকাঢ়ি ভাগৰি পৰি তেওঁ এখন গাঁৱত সোমাই মছজিদ এটাত উপস্থিত হ'লগৈ। তাতে পাটী এখনত বহি বেৰত আউজি খন্তেক জিৰণি লওঁতে ভাগৰ আৰু ভোকত তেওঁ টোপনি গ'ল। তেওঁৰ গাৰ ঘামত ওকণিবোৰ ছালৰ ওপৰত বগাই ফুৰিবলৈ ধৰিলে। গাঁৱৰ মানুহে পুৱা নামাজ পঢ়িবলৈ আহি দেখিলে যে মানুহ এটা লাং-খাই পৰি আছে, বেমাৰত ভুগি আৰু খাবলৈ নাপাই



মানুহটোৰ ছাড়-চালহে আছেগৈ। অথচ একালত যে মানুহটো আঢ্যৱন্ত আছিল, তাৰ চিনো তেওঁলোকৰ চকুত পৰিল। নামাজ শেষ হ'লত মানুহবোৰ তেওঁৰ কাষ চাপিলহি। খাবলৈ পিন্ধিবলৈ একো নাই বুলি জানি তেওঁলোকে পুৰণি চোলা এটা আনি দি সুধিলে—"তুমি ক'ৰ মানুহ? তোমাৰ কি বেমাৰ হৈছে?" ঘানিমে চকু মেলি চালে। তেওঁৰ চকুপানী ওলাবলৈ ধৰিলে—কিন্তু মুখৰ মাত নোলাল। তেতিয়া এজন মানুহে অলপ মৌ আৰু দুটুকুৰা ৰুটি আনি দিলে। ঘানিমে তাৰে অলপ খালে আৰু মানুহবোৰেও বেলি নোলোৱালৈকে তেওঁৰ কাষত বহি থাকি পিচত নিজৰ নিজৰ কামে-কাজে গুচি গ'ল।

এইদৰে ঘানিম তেওঁলোকৰ মাজত এবছৰ থাকিল। তেওঁৰ দুৰ্ব্বলতা আৰু বেমাৰো বাঢ়ি গ'ল। তেওঁৰ অৱস্থা দেখি মানুহবোৰে দুখ কৰিলে। পিচত মানুহবোৰে গুণাগথা কৰি ঠিক কৰিলে যে মানুহটোক বাগদাদৰ হাস্পতাললৈকে পঠাই দিয়া যাওক। এনে সময়তে সেই মছজিদত দুজনী মগনীয়া তিৰোতা উপস্থিত হ'লহি—তেওঁলোকেই ঘানিমৰ মাক আৰু ভনীয়েক। তেওঁলোকক দেখি ঘানিমে নিজৰ ভাগৰ ৰুটিকে খাবলৈ দিলে। নিশাটো তেওঁলোক ঘানিমৰ কাষতে শুই থাকিল। কিন্তু ঘানিমে তেওঁলোকক চিনি পোৱা নাছিল। পিচদিনা গাঁৱৰ ৰাইজে উট এটা লৈ সেই ঠাইলৈ আহি উট-চালকজনক ক'লে—"এই বেমাৰী মানুহজনক তোমাৰ উটৰ ওপৰত তুলি বাগদাদৰ হাস্পতাললৈ লৈ যোৱা। তাৰবাবে তোমাক ভাড়া দিয়া হ'ব।" মানুহটোও ৰাজি হ'ল। তেতিয়া ঘানিমক টোপনিতে মছজিদৰ পৰা উলিয়াই আনি পাটীৰ সৈতে উটৰ ওপৰত তুলি দিয়া হ'ল। তেওঁৰ ওচৰত গোট খোৱা মানুহবোৰৰ মাজত তেওঁৰ মাক আৰু ভনীয়েকো আছিল; কিন্তু তেওঁলোকেও ঘানিমক চিনি পোৱা নাছিল। অৱশ্যে মানুহজনৰ পিনে চাই তেওঁলোকে কোৱাকুই কৰিলে—"বেচেৰা মানুহটো দেখা-শুনাই আমাৰ ঘানিমৰ লেখিয়া।"

এনেতে ঘানিমে সাৰ পালে। উটৰ পিঠিত ৰচীৰে বান্ধি থোৱা দেখি তেওঁ কান্দি-কাটি ওজৰ-আপত্তি কৰিবলৈ ধৰিলে। উট-চালকজনে ঘানিমক নি নগৰৰ দুৱাৰমুখত থৈ আহিল। ৰাতিপুৱা সেইদৰে মাটিত পৰি থকা বেমাৰী মানুহটো দেখা পাই বাটৰুৱা মানুহে বেৰি ধৰিলে। শুকাই খৰিকাডালৰ লেখিয়া হোৱা মানুহটোক সকলোৱে চাবলৈ ধৰিলে। এনেতে হাতখোৱাজন সেই ঠাইত উপস্থিত হ'লহি। তেওঁ জুম বান্ধি থকা মানুহবোৰক খেদাই দিলে। তেওঁ ভাবিলে

—"এই দুখীয়া মানুহটোৰ প্ৰতিপাল কৰিলে মই আচমানলৈ যাব পাৰিম ; তাক হাস্পতাললৈ পঠালে সি একেদিনাই মৰিব।" সেইবুলি ভাবি তেওঁ ডেকা কেইজনমানৰ সহায়ত মানুহটোক নিজৰ ঘৰলৈ লৈ গ'ল ; ঘৰলৈ গৈ বৈণীয়েকক ক'লে—"এই মানুহটোৰ ভালকৈ যতন ল'বা।" মানুহটোক শুবলৈ বিচনা দিয়া হ'ল। তিৰোতাগৰাকীয়ে গৰমপানী লৈ মানুহটোৰ গা ধুৱাই দিলে ; দাসী এজনীৰ কাপোৰকে আনি পিন্ধাই দিলে আৰু সুৰাপান কৰিবলৈ দি গাত গোলাপ-জল ছটিয়াই দিলে। এনেকৈয়ে ঘানিমে গা টঙাবলৈ ধৰিলে ; কিন্তু কুট-অ-ল কুলুবৰ স্মৃতিয়ে তেওঁৰ মনৰ যাতনা বঢ়াইহে দিলে।

এইবাৰ কুট-অল-কুলুবৰ কথালৈ অহা যাওক। খলিফাই খঙতে কুট-অল-কুলুবক এন্ধাৰ কোঠা এটাত আশীটা দিন আৱদ্ধ কৰি থোৱালে। তাৰ পিচত এদিন তেওঁ থকা ঠাইৰ কাষেদি যাওঁতে খলিফাৰ কাণত পৰিল—কুট-অল-কুলুবে কিবা পাঠ কৰি থকা। পাঠ কৰা শেষ হোৱাত কুট-অল-কুলুবে এইবুলি কোৱা খলিফাই শুনিলে—"হে প্ৰিয় ঘানিম ! তুমি কিমান মহৎ আৰু নীতিপৰায়ণ লোক ! যি তোমাৰ অপকাৰ কৰিলে তুমি তেওঁৰেই ভালৰ হকে কাম কৰিছিলা ! তুমি যাৰ হেৰেমৰ লোকক ৰক্ষা কৰিলা তেৱেঁই তোমাক আৰু তোমাৰ ঘৰৰ মানুহ-দুনুহক দুৰ্গতিত পেলালে। কিন্তু এদিন তুমি আৰু খলিফা ন্যায় বিচাৰৰ সন্মুখীন হ'ব লাগিবই। সেই বিচাৰত আল্লাই কাজী হিচাপে আসন গ্ৰহণ কৰিব আৰু আচমানৰ স্বৰ্গীয় দূতসকলে তাত সাক্ষী দিব। তুমি সেই বিচাৰত নিশ্চয় বিচাৰ পাবা।" খলিফাই সেই কথা শুনি বুজিলে যে কুট-অল-কুলুবৰ প্ৰতি সুবিচাৰ কৰা হৈছে। কাৰেঙলৈ উলটি গৈ তেওঁ কুট-অল-কুলুবক মাতি পঠালে। তেওঁ খলিফাৰ আগত উপস্থিত হৈ সেৱা জনালে। মানুহজনীৰ চকুলো বৈ আছিল আৰু অন্তৰখন বেজাৰত গধুৰ হৈ পৰিছিল। খলিফাই ক'লে—"কুট-অল-কুলুব ! মই গম পাইছো যে মই অন্যায় আৰু উৎপীড়ন কৰা বুলি তুমি মোৰ বিৰুদ্ধে অভিযোগ তুলিছা। তুমি ভাবিছা যে যিজনে মোৰ ভালৰ হকে কাম কৰিলে, মই তেওঁৰেই অপকাৰ কৰিলো। কোনে মোৰ সন্মান ৰক্ষা কৰিছিল আৰু মই কাৰ সন্মান ক্ষুণ্ণ কৰিলো ? কোনে মোৰ হেৰেমৰ মান ৰক্ষা কৰিলে আৰু মই কাৰ হেৰেমৰ অপকাৰ সাধিলো ?"

তেওঁ উত্তৰ দিলে—"তেৱেঁই হ'ল—আয়ুবৰ পুতেক ঘানিম। হে খলিফা ! মই আপোনাৰ নামত শপত কাঢ়ি কব পাৰো যে মোৰ লগত তেওঁৰ একো ব্যভি-



চাৰমূলক সম্পৰ্ক ঘটা নাছিল।" তেতিয়া খলিফাই ক'লে—"এতিয়া মই কি কৰাটো উচিত বুলি তুমি ভাবা ?" তেওঁ উত্তৰ দিলে—"আপোনাৰ ওচৰত মোৰ একমাত্ৰ ভাবনা এয়ে— ঘানিমক মই বিচাৰি উলিয়াব লাগিব।" খলিফা তাৰ বাবে সন্মত হোৱাত তেওঁ ক'লে—"মই যদি তেওঁক আনি আপোনাৰ আগত উপস্থিত কৰাওঁ, তেতিয়া আপুনি মোক তেওঁৰ হাতত অৰ্পণ কৰিবলৈ সন্মত হ'ব জানো ?" খলিফাই ক'লে—"যদি তেওঁ মোৰ আগত উপস্থিত হয়হি, তেতিয়া মই তেওঁৰ হাততে তোমাক দান কৰিম।" কুট-অল-কুলুবে তেতিয়া ক'লে—"তেন্তে তেওঁক বিচাৰি যাবলৈ মোক অনুমতি দিয়ক।" খলিফাই অনুমতি দিয়াত তেওঁ আনন্দ মনেৰে ঘানিমক বিচাৰি ওলাল ; লগত এহেজাৰ সোণৰ মোহৰ লৈ গ'ল। ভিন ভিন সম্প্ৰদায়ৰ মোল্লা মৌলবী আদিক লগ ধৰি ঘানিমৰ নামত দান-দক্ষিণা দিলে। পিচদিনা তেওঁ বজাৰলৈ গ'ল আৰু হাটখোৱাজনক লগ ধৰি তেওঁ অহাৰ কাৰণ সম্পৰ্কে জনালে আৰু তেওঁৰ হাতত কিছু ধন দি ক'লে—"এইখিনি ধন আতুৰত পৰা অচিনাকি মানুহক দান কৰিব।" জুম্মা বাৰৰ দিনা আকৌ এহেজাৰ সোণৰ মোহৰ লৈ তেওঁ বজাৰলৈ গ'ল ; এইবাৰো হাটখোৱাজনক লগ ধৰি তেওঁৰ হাতত ধনখিনি দি ক'লে—"আতুৰত পৰা অচিনাকি মানুহক এইখিনি দান কৰিব।" এইজন মানুহেই ঘানিমক আশ্ৰয় দিছিল ; তেওঁ তেতিয়া ক'লে—"আপুনি অনুগ্ৰহ কৰি মোৰ ঘৰলৈ যাবনে ? মোৰ ঘৰতে অচিনাকি ডেকা এজনক থাকিবলৈ দিছো।"

এই অচিনাকি মানুহজনেই যে ঘানিম সেই কথা হাটখোৱাজনে জনা নাছিল। তেওঁ ভাবিছিল যে সেইটো ক'ৰবাৰ টোকোনা মানুহ। সেই কথা শুনি কুট-অল-কুলুবৰ খুদুৰনি লাগিল। তেওঁ ক'লে—"আপোনাৰ ঘৰটো দেখুৱাই দিবৰ বাবে কোনোবা এজনক মোৰ লগত দিয়ক।" তেতিয়া ল'ৰা এটাই তেওঁক বাট দেখুৱাই সেই ঘৰটোলৈ লৈ গ'ল। হাটখোৱাৰ বৈণীয়েকে তেওঁক চিনি পাই আদৰি নিলে। তেতিয়া কুট-অল-কুলুবে সুধিলে—"আপোনালোকৰ লগত থকা বেমাৰী মানুহটো ক'ত আছে ?" মানুহজনীয়ে ক'লে—"সৌৱা ইয়াতে আছে। দেখাই শুনাই মানুহজন ভাল মানুহৰ ঘৰৰ যেনেই লাগে। সৌ বিচনাখনতে শুই আছে।" কুট-অল-কুলুবে ঘূৰি চালে ; কিন্তু খৰিকা যেন শুকান মানুহটোৰ একো চিন ধৰিব নোৱাৰিলে। তথাপি মানুহটোৰ প্ৰতি তেওঁৰ দুখ লাগিল। তেওঁ ক'লে—"নিজৰ ঠাইত মানুহটো ৰাজকোঁৱৰৰ লেখিয়াকৈ থাকিলেও বেচেৰা এতিয়া বৰ

দুখত পৰিছে।" বেমাৰীৰ বিচনাৰ শিতানতে বহি তেওঁ সুৰা আৰু ঔষধ পুৰাই দিলে। তাৰ পিচত কাৰেওঁলৈ উলটি গ'ল। এইদৰে তেওঁৰ প্ৰিয়জনক বিচাৰি তেওঁ বজাৰে বজাৰে ঘূৰি ফুৰিলে।

ইতিমধ্যে ঘানিমৰ মাক আৰু ভনীয়েকো বাগদাদত উপস্থিত হ'লহি। তেওঁলোকে হাটখোৰাজনক লগ ধৰিলেহি। তেওঁ তেতিয়া দুয়োকো কুট-অল-কুলুবৰ কাষলৈ লৈ গৈ ক'লে—"আমাৰ নগৰলৈ এজনী বুঢ়ী আৰু তাইৰ জীয়েক এজনী আহিছে। দেখাই শুনাই মানুহ দুজনী ভাল বংশৰ যেনেই লাগিছে। পিচে সিহঁতৰ গাত লাং-ফটা সাজ। ডিঙিত ভিক্ষাৰ জোলোঙা ওলোমাই লৈ ফুৰিছে। দুয়োৰে চকুৰে মুখে দুখ বেজাৰৰ চিন ফুটি উঠিছে। সেইদেখি মই সিহঁতক আপোনাৰ কাষলৈকে লৈ আহিছো। ভাবিলো যে আপুনি হয়তো সিহঁতক আশ্ৰয় দি ভিক্ষা কৰি খোৱাৰ পৰা উদ্ধাৰ কৰিব পাৰে। সিহঁত সৰচালতে খোজনীয়া মানুহ নহয়। সেইফেৰা পুণ্যৰ কাম কৰিলে আমি আল্লাৰ কৃপাত হয়তো আচমানলৈ যাব পাৰিম।" সেইকথা শুনি তেওঁ সিহঁতক মাতি আনিবলৈ কলে। তেওঁ দেখিবলৈ পালে যে সিহঁতৰ ৰূপ আছে; তেওঁ মনতে ভাবিলে—"এওঁলোকৰ অৱস্থা একালত নিশ্চয় ভাল আছিল; তাৰ চিন এতিয়াও স্পষ্ট ভাৱে দেখা গৈছে।' হাটখোৰাৰ ঘৈণীয়েকে তেতিয়া মাত লগালে—"আমি দুখীয়া নিঠৰুৱা মানুহক মৰম কৰো; আমাৰ এই মৰমৰ প্ৰতিদান আমি এদিন আল্লাৰ পৰা পাম। অত্যাচাৰীহঁতে তেওঁলোকৰ বৰ অপকাৰ সাধিলে; সা-সম্পত্তি লুটি-পুতি নিলে আৰু ঘৰ-বাৰীও ভাঙি খাস্তাং কৰিলে।"

ঘানিমৰ মাক আৰু ভনীয়েকে কান্দিবলৈ ধৰিলে; অতীতৰ অৱস্থাৰ কথা তেওঁলোকৰ মনত পৰিল। ঘানিমৰ মাকে ক'লে—"আমি আল্লাৰ চৰণত খাটনি জুৰিছো যাতে তেওঁ মোৰ ল'ৰা ঘানিমক আমাৰ লগলৈ আনি দিয়ে।" এইকথা শুনি কুট-অল-কুলুবে বুজিলে যে এওঁলোকেই তেওঁৰ প্ৰিয়জন ঘানিমৰ মাক আৰু ভনীয়েক। তেওঁৰ চকুলো বৈ গ'ল। তাৰ পিচত ক'লে—"আপোনালোকে একো ভয় নকৰিব, দুখ বেজাৰ কৰি থাকিব নালাগে। আজিৰ দিনটোৱেই আপোনালোকৰ সমৃদ্ধিৰ বাট উলিয়াই দিব আৰু আপোনালোকৰ দুখ-দুৰ্দ্দশাবো ওৰ পেলাব।"

কুট-অল-কুলুবে তেওঁলোকক বুজনি দি হাটখোৰা জনক ক'লে যে তেওঁ তেওঁলোকক নিজৰ ঘৰলৈকে লৈ যাব লাগে। তেওঁলোকক গা-পা ধুৱলৈ দি



ভাল কানি-কাপোৰ পিন্ধিবলৈ দিবলৈকো ক'লে। তেওঁলোকৰ প্ৰতি সকলো প্ৰকাৰে সন্মান দেখুৱাবলৈকো ক'লে। তাৰবাবে কুট-অল-কুলুবে যথেষ্ট টকা-পইচা তেওঁৰ হাতত দিলে। পিচদিনা তেওঁ আকৌ সেইটো ঘৰলৈ গ'ল। হাতখোৰাৰ ঘৈণীয়েকে তেওঁক আদৰি নিলে। তেওঁ দেখিবলৈ পালে যে ঘানিমৰ মাক আৰু ভনীয়েকে গা-ধুই ভাল কানি-কাপোৰ পিন্ধি আছে। তেওঁলোকৰ লগত অলপ সময় কথা-বতৰা পাতি মূৰকত ঘৰৰ গৃহিণীক বেমাৰী মানুহটোৰ কথা সুধিলে। গৃহিণীয়ে ক'লে "তেওঁৰ অৱস্থা একেদৰেই আছে।" তেতিয়া তেওঁ, গৃহিণী, ঘানিমৰ মাক আৰু ভনীয়েক ঘানিম থকা কোঠাটোলৈ গ'ল।

তেওঁলোকে কথাৰ মাজতে কুট-অল-কুলুবৰ নাম উল্লেখ কৰোতে সেই কথা ঘানিমৰ কাণত পৰিলগৈ। সেইটো নাম শুনিয়েই ঘানিমৰ জীৰ্ণ শৰীৰৰ মাজলৈ যেন জীৱন উলটি আহিল। তেওঁ গাৰুৰ পৰা মূৰ দাঙি কুট-অল-কুলুবৰ নাম উচ্চাৰণ কৰিলে। কুট-অল-কুলুবে তাকে শুনিয়েই ঘূৰি চালে আৰু ঘানিমক চিনি পাই উৎকণ্ঠাৰে সুধিলে—"তুমিয়েই ঘানিম বিন আয়ুব ?"

ঘানিমে কলে—"হয় ময়েই।" এই কথা শুনি কুট-অল-কুলুবে সংজ্ঞা হেৰুৱাই পেলালে। ইপিনে সেইকথা শুনি আনন্দত অধীৰ হৈ ঘানিমৰ মাক আৰু ভনীয়েকো মুৰ্চ্ছা গ'ল। সুস্থ হৈ উঠাৰ মূৰত কুট-অল-কুলুবে ক'লে—"আল্লাই আমাৰ দুয়োকে আকৌ লগ লগাই দিলে।" তাৰ পিচত কুট-অল-কুলুবে খলিফাৰ লগত হোৱা সকলো কথা ভাঙি পাতি ক'লে আৰু শেষত ক'লে—"মই খলিফাক সকলো কথা কোৱাত তেওঁ কথাবোৰ বিশ্বাস কৰিলে। তেতিয়া তেওঁ তোমাৰ প্ৰতি তুষ্ট হ'ল। তেওঁ এতিয়া তোমাক লগ পাব খুজিছে।" লগতে ক'লে—"তেওঁ মোক তোমাৰ হাততে অৰ্পণ কৰিব খুজিছে।"

এই কথা শুনি ঘানিমৰ মনত আনন্দই নধৰা হ'ল। তেনেতে কুট-অল-কুলুবে ক'লে—"মই ঘূৰি নহালৈকে এই ঠাই ত্যাগ নকৰিবা।" এইবুলি কৈ তেওঁ কাৰেওঁলৈ উলটি গ'ল। কাৰেওঁলৈ গৈ তেওঁ ঘানিমৰ ঘৰৰ পৰা অনা টোপোলাটো খুলি তাৰ পৰা টকা অলপ উলিয়াই হাতখোৰাৰ হাতত দি ক'লে—"এইখিনি টকাৰে তেওঁলোকৰ প্ৰত্যেকৰে কাৰণে চাৰিযোৰকৈ কাপোৰ আৰু অন্যান্য আৱশ্যকীয় বস্তু কিনিব।" তেওঁলোকক গা-পা ধুৱাই দিলে আৰু খোৱা-বোৱাৰ যা-যোগাৰ কৰি দিলে। গা-ধুই উঠাৰ মূৰত তেওঁলোকক নতুন কাপোৰ পিন্ধিবলৈ দিয়া হ'ল। কুট-অল-কুলুব তেওঁলোকৰ লগতে তিনি দিন

থাকিল আৰু তেওঁলোকক কুকুৰাৰ চুৰুহা, চৰ্ব্ত আদি খাবলৈ দিলে। তিনি দিনৰ মূৰত তেওঁলোকে বহুতখিনি গা টঙালে।

ইয়াৰ পিচত কাৰেঙলৈ উলটি গৈ কুট-অল-কুলুবে খলিফাৰ সাক্ষাৎ বিচাৰিলে! অনুমতি পাই তেওঁ খলিফাৰ ওচৰলৈ গৈ সকলো কথা ভাঙি-পাতি ক'লে আৰু জনালে যে ঘানিম, তেওঁৰ মাক আৰু ভনীয়েক বাগদাদতে আছেহি। এইকথা শুনি খলিফাই ঘানিমক তেওঁৰ ওচৰলৈ আনিবলৈ আদেশ দিলে। আদেশ পাই ঘানিমক আনিবৰ বাবে ৰাজিৰে যাত্ৰা কৰিলে। পিচে তাৰ আগতে ঘানিমৰ আগত উপস্থিত হৈ কুট-অল-কুলুবে ঘানিমক ক'লে—"খলিফাই তোমাৰ ওচৰলৈ নিবলৈ মানুহ পঠাই দিছে।" লগতে তেওঁ ঘানিমক বুজাই ক'লে যাতে তেওঁ মনত সাহস অটুট ৰাখে আৰু মধুৰভাৱে কথা-বতৰা পাতে।

ইয়াৰ পাচত কুট-অল-কুলুবে ঘানিমক জাকজমক সাজ এটা পিন্ধাই দিলে আৰু তেওঁৰ হাতত বহুতো ধন গুজি দিলে। লগতে ক'লে—"তুমি দেখা কৰিবলৈ যাওঁতে খলিফাৰ ঘৰৰ মানুহক মুকলি হাতেৰে টকা দান কৰি যাবা।" এনেতে তেওঁক নিবলৈ ৰাজিৰ উপস্থিত হ'লহি। ঘানিমে তেওঁক সেৱা জনাই আদৰি নিলে। ৰাজিৰৰ লগত তেওঁ খলিফাৰ কাৰেঙলৈ বুলি যাত্ৰা কৰিলে। তাত উপস্থিত হৈ ঘানিমে আমিৰ ওমৰাহ, ৰাজপ্ৰতিনিধি, সেনাপতি আদি সকলোকে দেখা পালে; শেষত খলিফাৰ লগত সাক্ষাৎ হ'ল। খলিফাক দেখা পাই ঘানিমে দীঘল দি পৰি সেৱা জনালে আৰু মধুৰ কণ্ঠেৰে আবৃত্তি কৰিলে—

খলিফাৰ জীৱন দীৰ্ঘায়ু হওক !
যাৰ দানৰ মহিমাত আজি সকলো অভিভূত,
যাৰ আসন আজি মহান উচচ শিখৰত,
সেই মহামানৱক প্ৰণমিছে শতেক নৃপতি
শিৰৰ হীৰকে চুমিছে যাৰ পদধূলি।
ভূমিত লুণ্ঠিত হৈ কৰিছেহি আত্মনিবেদন,
যাৰ কৰুণা লৈ সকলো হৈছে প্ৰতিভাত
পদ আৰু মৰ্যাদাৰে অলঙ্কৃত হৈ।
ধৰণীৰ ক্ষুদ্ৰ গণ্ডী নোহে যোগ্য তব প্ৰতিভাৰ
বেহেস্তত হওক স্থান মহান জনৰ।
পৰমজনৰ স্নেহে আৱৰি ৰাখক,



আশীষ-নিৰ্ম্মালি দিয়ক — ন্যায়ৰ সাধক ৰূপে;
সেই ন্যায়ৰ জ্যোতি উদ্ভাসিত হওক দিগন্ত বিয়পি
ভেদাভেদ বিনাশি উঠক সমতাৰ বাণী।

এই স্তুতি-স্তৱক শুনি খলিফাই পৰম সন্তোষ পালে; ঘানিমৰ মধুৰ বচনে তেওঁক অভিভূত কৰি তুলিলে। তেতিয়া তেওঁ ঘানিমক কাষলৈ মাতি ক'লে—"তোমাৰ সমস্ত কাহিনী মোৰ আগত কোৱা।" ঘানিমেও সকলো কথা তেওঁৰ আগত ক'লে—কেনেকৈ বাগদাদলৈ আহিল, কবৰত শুই থাকোতে কি হৈছিল, দাস তিনিটা গুচি যোৱাৰ মূৰত পেৰাটো খুলি কি দেখা পালে ইত্যাদি সকলো কথা আদিৰ পৰা অন্তলৈকে তেওঁ খলিফাৰ আগত ক'লে।

ঘানিম যে সৎ লোক, সেই কথাত খলিফা পতিয়ন গ'ল। সেইদেখি তেওঁ ঘানিমক মান ধৰা সাজ এটা দিলে আৰু নিজৰ সিংহাসনৰ কাষৰ আসনতে বহুৱাই ক'লে—"মই কৰা দোষৰ বাবে তুমি মোক ক্ষমা কৰিবা।" ঘানিমে তেতিয়া ক'লে—"জাহাপনা! মই আপোনাৰ দাস মাত্ৰ; আপুনি কৰা সকলো কামকে মই প্ৰভুৰ আশীৰ্বাদ বুলিয়েই ল'ম।" এইকথা শুনি খলিফাই তৃপ্তি বোধ কৰিলে; তেওঁ কাৰেঙৰ এটা ভাগত ঘানিমক থাকিবলৈ দিলে। ঘানিমৰ কাৰণে দৰমহা-পাতিৰ বন্দৱস্ত হ'ল, তদুপৰি তেওঁক বচদ-পাতি আৰু বিপুল পৰিমাণে উপঢৌকন দিবলৈকো নিৰ্দেশ দিলে। মাক আৰু ভনীয়েকক লৈ ঘানিমে কাৰেঙতে থাকিবলৈ ল'লে। পিচত খলিফাই শুনিবলৈ পালে যে ঘানিমৰ ভনীয়েক ফিট্না বৰ ৰূপৱতী ছোৱালী; সেইদেখি তেওঁ ফিট্নাক বিয়া কৰাব খুজিলে। ঘানিমে ক'লে—"মই যেনেকৈ আপোনাৰ দাস, মোৰ ভনীও আপোনাৰ দাসী মাত্ৰ।" খলিফাই ঘানিমক ধন্যবাদ জনালে আৰু তেওঁক একলাখ টকা বঁটা স্বৰূপে দিয়ালে। ইয়াৰ পিচত খলিফাই কাজীক মতাই আনি একেদিনাই এহাতে খলিফা আৰু ফিট্না আৰু আনহাতে ঘানিম বিন আয়ুব আৰু কুট-অল-কুলুবৰ বিবাহ-চুক্তি সম্পন্ন কৰালে। একে নিশাতে দুয়োখন বিয়া হৈ গ'ল। পিচদিনা ৰাতিপুৱা খলিফাই আদেশ দিলে যে ঘানিমৰ গোটেই কাহিনীটো লিপিবদ্ধ কৰি ৰাজকীয় পুথিশালত সাঁচি থব লাগে। ভৱিষ্যতৰ বংশধৰসকল ভাগ্যৰ এই অপূৰ্ব লীলা সম্পৰ্কে পঢ়িবলৈ পাই অভিভূত হৈ পৰিব আৰু সৃষ্টিকৰ্তা আল্লাৰ ওপৰত বিশ্বাস স্থাপন কৰিবলৈকো তেওঁলোকে ইয়াৰ পৰাই শিক্ষা লাভ কৰিব।

# পশু-পক্ষী আৰু বাঢ়ৈৰ সাধু

পুৰণি কালত এখন সাগৰৰ পাৰত এজোৰ ম'ৰা চৰাই আছিল। জান-জুৰি, গছ-গছনিৰে ভৰি থকা সেই ঠাইডোখৰত সিংহ আৰু অন্যান্য বহুতো বনৰীয়া জন্তুৰেও বাস কৰিছিল। জন্তবোৰৰ ভয়তে ম'ৰা চৰাই হালে নিশা গছত উঠি থাকে আৰু দিনত সিহঁতৰ আহাৰ বিচাৰি ফুৰে। এইদৰেই সিহঁতে দিন নিয়াবলৈ ধৰিলে। কিন্তু ক্ৰমে সিহঁতৰ ভয় বাঢ়ি গ'ল। তেতিয়া সিহঁতে আন এডোখৰ ঠাইত বাস কৰিবলৈ মন মেলিলে। এইদৰে ঠাই বিচাৰি ফুৰোতে সিহঁত এটা দ্বীপ পালেগৈ। তাত জান-জুৰি, গছ-গছনি ভৰি আছে। সিহঁতে তাতে নামি গছৰ গুটি আৰু জুৰিৰ পানী খালে। পিচে সিহঁতে খাই থাকোতেই দেখিলে যে হাঁহ এজনী উধাতু খাই সিহঁতৰ পিনে আহিছে। ম'ৰা চৰাইযোৰ দেখা পাই হাঁহজনীৰ যেন সাহ জন্মিল।

হাঁহজনীৰ যে কিবা এটা ঘটনা ঘটিছে, সেই বিষয়ে ম'ৰা চৰাইটোৰ মনত সমূলি সন্দেহ নাথাকিল। সেইদেখি সি হাঁহজনীক কিনো হৈছে সুধিলে। হাঁহজনীয়ে উত্তৰ দিলে—"বেজাৰত মোৰ মন মৰি গৈছে। মানুহৰ ভয়ত মই তৰণি নোপোৱা হৈছো। সেইদেখি তোমালোককো কৈছো—মানুহৰ পৰা সাৱধানে থাকিবা।" ম'ৰাটোৱে তেতিয়া ক'লে—"এতিয়া আৰু ভয় নকৰিবা। আমি তোমাক ৰক্ষা কৰিম।" মাইকী ম'ৰাজনীয়ে তেতিয়া হাঁহজনীৰ কাষলৈ আহি ক'লে—"আহাঁ! এতিয়া মন মাৰি থাকিব নালাগে। ইয়াত তোমাৰ একো বিঘিনি নহয়। এই দ্বীপটো আছে সাগৰৰ মাজত—ইয়ালৈ মানুহ আহিব কেনেকৈ? সেইদেখি চিন্তা নকৰিবা। বাৰু কোৱাচোন মানুহেনো কি কৰিলে?" হাঁহজনীয়ে মাত লগালে—"এইটো দ্বীপতে মই সুখে শান্তিৰে ইমান দিন কটালো; ক'তো একো অঘটন ঘটা নাছিল। পিচে এদিন নিশা শুই থাকোতে সপোনত



এটা মানুহ দেখা পালো; সি মোৰ লগত কথা পাতি আছিল। এনেতে কোনোবাই মোক কোৱা শুনিলো—"হেৰা হাঁহ! মানুহৰ পৰা সাৱধানে থাকিবা, মানুহৰ কথাত ভোল নেযাবা। ভিতৰি ভিতৰি মানুহ বৰ শিয়ান। সেইদেখি সাৱধান। কবিৰ কবিতায়ো মানুহৰ টেঙৰালিৰ কথা এইবুলি কৈছে—

মানুহৰ কথাত মৌ বৰষে
কিন্তু শিয়াল বাগি দিয়া টেঙৰালি থাকে মনত।

সাগৰৰ পানীৰ মাজৰ পৰা মানুহে মাছ ধৰে; বাটলু গুটি মাৰি চৰাই মাৰিব পাৰে আৰু ফান্দ পাতি হাতীও ধৰে। মানুহৰ অপকাৰৰ পৰা চৰাই-চিৰিকতি, জীৱ-জন্তু কোনো সাৰিব নোৱাৰে। সেয়েহে মই মানুহৰ বিষয়ে যি কথা শুনিছো, তাকে তোমাৰ আগত কৈছো।"

সাৰ পাই উঠি মই ভয়তে কঁপিবলৈ ধৰিলো; সেই মুহূৰ্তৰ পৰা মানুহৰ ভয়ত মোৰ শান্তি নোহোৱা হ'ল। মই টলকিব নোৱাৰাকৈয়ে কিবা ফান্দত পেলাই মোক ধৰে বুলি মোৰ ভয়ত তৎ নোহোৱা হ'ল। দিনটো উকলি যোৱাৰ লগে লগে মই বল শক্তি সকলো হেৰুৱালো। সেইদেখি কিবা অলপ খাবৰ মন গ'ল; মই তেতিয়া সৌ পাহাৰটো পালোগৈ; তাতে দেখা পালো গুহা এটাৰ মুখত সিংহৰ পোৱালি এটা। মোক দেখা পাই তাৰ ৰং লাগিল; মোৰ গাৰ বৰণ আৰু গঢ়টো দেখি তাৰ হেনো ভাল লাগিছিল। সি চিঞৰ মাৰি ক'লে—"মোৰ কাষ চাপি আহাঁ।" মই ওচৰলৈ গ'লত সি মোক সুধিলে—"তোমাৰ নাম কি?" মই ক'লো—"মোৰ নাম হাঁহ; মই এবিধ চৰাই। পিচে এটা কথা কওঁ। তুমিনো বাৰু এই ঠাইত এতিয়ালৈকে সোমাই আছা কিয়?" সিংহৰ পোৱালিটোৱে ক'লে—"মোৰ দেউতাই কেইবাদিনো মোক মানুহৰ পৰা সাৱধানে থাকিবলৈ বুলি সতৰ্ক কৰি দিছে। তাতে আকৌ কালি সপোনত মই মানুহ এটা দেখা পালো।" এইবুলি কৈ সিংহৰ পোৱালিটোৱেও মই তোমাক কোৱাৰ দৰেই কথাখিনি ক'লে।

তাৰ কথা শুনি মই ক'লো—"হে সিংহ! মই তোমাৰ ওচৰত আশ্ৰয় বিচাৰিছো। তুমি মানুহক বধ কৰিব পাৰিবা। সেই সংকল্পকে তুমি গ্ৰহণ কৰা। মানুহলৈ মোৰ বৰ ভয় লাগে; পিচে তোমালোক হ'লা বনৰীয়া জীৱজন্তুৰ ছুলতান—তোমালোকেও মানুহলৈ ভয় কৰা দেখি মোৰ ভয় আৰু বেছি হৈছে।"

বুজিছা বাইদেউ ? এইদৰেই মই সিংহৰ পোৱালিটোক উদগনি দিবলৈ ধৰিলো যাতে সি মানুহক মাৰিবলৈ যায়। মূৰকত সি হঠাৎ থিয় দিলে ; তাৰ পিচত নেজডাল জোকাৰি জোকাৰি যাবলৈ ধৰিলে ; ময়ো তাৰ পাচে পাচে গ'লো। এইদৰে গৈ গৈ আমি এডোখৰ ঠাইত উপস্থিত হ'লো—সেইখিনিতে কেবাটাও বাট লগালগি হৈছে। এটা বাটত ধূলি উঠি ধুঁৱলীকুঁৱলী হোৱা দেখা পালো ; ধূলি মাৰ যোৱাত দেখিলো যে গাধ এটাই তৰানৰা ছিঙি লৰমৰাত সেইদৰে ধূলি উৰিছিল। সিংহই গাধটো দেখা পাই তাক মাতিলে আৰু গাধটোৱে আহি ওচৰত থিয় দিলে। সিংহই তেতিয়া সুধিলে—"তই কি ধৰণৰ প্ৰাণী ? এইখিনি পালিহি কেনেকৈ?" গাধই উত্তৰ দিলে—"হে পশুৰাজ-পুত্ৰ ! মই গাধ। মানুহৰ কাষৰ পৰা পলাই মই এইখিনি পালোহি।" সিংহই আকৌ সুধিলে—"মানুহে ধৰি মাৰি পেলাব বুলি তই ভয় কৰ নেকি ?" গাধই ক'লে—"হে পশুৰাজ-পুত্ৰ ! সেই কাৰণে মই ভয় নকৰো। মানুহে মোক ধৰি নি পিঠিত উঠি ফুৰে বুলিহে মোৰ ভয় লাগে। মানুহে মোক ধৰি নি মোৰ পিঠিত জীন এখন বান্ধি দিব ; পেটৰ ওপৰত পেটী এডাল বান্ধি দিব আৰু মুখত লেকাম এডাল লগাই দিব। গজাকোঁহ এডালেৰে মোৰ গাত খুচি মানুহে মোক পাৰেমানে দৌৰাব। ক'ৰবাত যদি উজুতি মাৰি দিওঁ, তেতিয়া মোক গালি-শপনি পাৰিব। মই যদি বেৰাওঁ তেতিয়াও মোক গালি পাৰিব। বুঢ়া হ'লে মই দৌৰিব নোৱাৰা হ'ম। তেতিয়া মানুহে মোৰ কান্ধত যুঁৱলী লগাই পানী কঢ়িওৱা মানুহৰ হাতত মোক গতাই দিব। তেতিয়া সেই পানী কঢ়িওৱা মানুহটোৱে ছালৰ মোনা, কলহ আদিত নদীৰ পানী ভৰাই মোৰ পিঠিত বোজা দিব। এইদৰে দুখ-দুৰ্দ্দশা, লঘু-লাঞ্ছনাৰ মাজেদি দিন কটাই মূৰকত এদিন মই মৰি থাকিম। তেতিয়া সিহঁতে মোক নি জাবৰ-জোথৰৰ মাজত পেলাই দিবগৈ আৰু কুকুৰে মোৰ শটো খাবলৈ ল'ব। ইয়াতকৈ দুখৰ জীৱন আৰু কি হ'ব পাৰে ? ইয়াতকৈ ডাঙৰ দুৰ্যোগ আৰু কিবা হ'ব পাৰিবনে ?"

গাধৰ কথা শুনি মোৰ গা শিয়ৰি উঠিল। মই তেতিয়া সিংহৰ পোৱালিটোক ক'লো—"হে পশুৰাজ ! গাধই সঁচা কথাকে কৈছে। তাৰ কথা শুনি মোৰ পেটত হাতভৰি লুকাইছে।" তেতিয়া সিংহৰ পোৱালিটোৱে গাধক সুধিলে—"তই এতিয়া ক'লৈ যাবলৈ ওলাইছ ?" গাধই ক'লে—"বেলি নৌ ওলাওঁতেই মই দূৰতে মানুহক দেখা পালো ; তাক দেখি মই তেতিয়াই পলালো। মই ভাবিছো এইদৰে লৰি লৰি যিমান দূৰলৈ পাৰো সিমান দূৰলৈ পলাই যাম ;



জানোচা শিয়ান মানুহে বিচাৰি নোপোৱা ঠাই এডোখৰত ওলাবগৈ পাৰোৱেই।" এইদৰে সিংহৰ পোৱালিটোৰ লগত কথা পাতি গাধটোৱে মূৰকত আমাৰ পৰা বিদায় ল'ব খুজিছেহে ; এনেতে ধূলিয়ে গোটেইখন ধুঁৱলী-কুঁৱলী কৰি পেলালে। গাধটোৱে ভয়তে বেৰাবলৈ ধৰিলে। ধূলি মাৰ যোৱাত দেখা গ'ল যে এটা ক'লা ঘোঁৰা সেইফালে আহিব লাগিছে। ঘোঁৰাটোৰ তেল পৰি পিচলা গা ; কপালত বগা ফোট এটাৰ দৰে একোচা নোম ; খুড়াকেইটাৰ কাষলৈকে ঠেংকেইটা ধক-ধককৈ বগা—সেয়ে ঘোঁৰাটোৰ সবল ঠেংকেইটা দেখনিয়াৰ কৰি তুলিছে। ঘোঁৰা-টোৱে ভয়তে বেৰাই আছে। চেকুৰি আহি ঘোঁৰাটোৱে সিংহৰ পোৱালিটোৰ কাষত থিয় দিলে। এই ধুনীয়া ঘোঁৰাটো দেখি সিংহই ভাবিলে এইটো কিবা বৰ ডাঙৰ জন্তু। সেইদেখি সি সুধিলে—"হে মহান বন্য জন্তু ! আপুনিনো কি ? কিয় আপুনি এই বিশাল মৰুভূমিৰ মাজলৈ পলাই আহিছে ?"

ঘোঁৰাই ক'লে—"হে পশুৰাজ ! মই হলো ঘোঁৰা। মানুহৰ ভয়ত মই এইদৰে পলাই আহিছো।" ঘোঁৰাৰ কথা শুনি সিংহৰ পোৱালিটো আচৰিত হ'ল ; সি ঘোঁৰাক ক'লে—"এনে কথা নকব। আপুনি ইমান ওখ-ডাঙৰ আৰু শক্তিৱন্ত ; এনেস্থলত আপুনি এইদৰে কোৱাটো লাজৰ কথা। ইমান বিৰাট শৰীৰ লৈ আৰু বিজুলী-বেগে দৌৰিব পৰা শক্তি থকা সত্ত্বেও আপুনি মানুহলৈ ভয় কৰিব লাগে নে ? কিন্তু মোলৈ চাওক—আকাৰত মই সৰু ; তথাপি মই সংকল্প গ্ৰহণ কৰিছো যে মই মানুহৰ লগত যুজি তাৰ গা নেফানেফ কৰিম আৰু তাকে কৰি মই বেচেৰী হাঁহজনীৰ ভয় ভাঙিম আৰু তাই সুখে-শান্তিৰে বাস কৰিব পৰাৰ দিহা কৰিম। কিন্তু এতিয়া আপোনাৰ কথা শুনি মোৰ মনৰ বান্ধোন শিথিল হৈ গ'ল ; মই মনৰ সংকল্প পৰিত্যাগ কৰিবলগীয়া হ'ল। কিয়নো এনে এটা বিৰাট শৰীৰ থকা সত্ত্বেও মানুহে আপোনাৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিছে ; আপোনাৰ কলেৱৰ বা শক্তিলৈ মানুহে কেৰেপ কৰা নাই। অথচ আপুনি খুড়াৰে লাঠি মাৰিয়েই মানুহক মাৰি পেলাব পাৰে ; তেতিয়া আপো-নাৰ আগত মানুহ তিষ্ঠিবই নোৱাৰিব।"

সিংহৰ পোৱালিটোৰ কথা শুনি ঘোঁৰাটোৱে হাঁহি মাৰি ক'লে—"হে যুৱৰাজ ! মানুহক ঘটুৱাব পৰা শক্তি মোৰ নাই। মোৰ কলেৱৰৰ লগত বিজাৰলৈ গৈ আপুনি মানুহৰ শক্তিক তুচ্চ জ্ঞান নকৰিব। মানুহ হ'ল বুদ্ধি আৰু কৌশলৰ শিৰোমণি। মোৰ খুড়াত গজাল মৰা কৌশল এটা মানুহে জানে ; জোটাশলীয়াকৈ

মোৰ চাৰিওটা ঠেং বান্ধি থয় আৰু ডিঙিত ৰচী লগাই খুটিত বান্ধি থয়। এইদৰে বান্ধি মোক থিয় কৰাই থব—তেতিয়া মই বহিবও নোৱাৰো, শুবও নোৱাৰো। মোৰ পিঠিত উঠি যাব খুজিলে মানুহে মোৰ পিঠিত জীন এখন দি মোৰ গাত বান্ধি দিয়ে; নিজৰ ভৰি থব পৰাকৈ লোৰ কেৰেপা দুডালো বান্ধি থয়। ইপিনে মোৰ মুখৰ সৈতে সাঙুৰি চামৰাৰ লেকাম এডাল লগায়। মোৰ পিঠিৰ জীনখনৰ ওপৰত বহি লৈ লেকামডাল হাতত লয় আৰু তাৰ সহায়তে মোক বাট দেখুৱাই লৈ যায়; ইপিনে লোৰ কেৰেপা দুডালেৰে মোৰ গা হেচুকি যাব—কেৰেপাৰ হেচাত মোৰ গাৰ পৰা তেজ বৈ যায়। সেইদেখি মানুহৰ হাতত পৰি কি লাঞ্চনা ভুগিছো, সেইবোৰ কথা আৰু নুসুধিব। বুঢ়া হলে মোৰ হাড়-ছাল ওলোৱা অৱস্থা হ'ব; তেতিয়া আৰু মোৰ চেকুৰ ধৰিব পৰা অৱস্থা নাথাকিব। তেতিয়া মোক মানুহে তেলীয়াৰ হাতত বেচি দিব। তেলীয়াই মোক তেলীশাল ঘূৰাবলৈ লগাই দিব; দিনে নিশাই এই কামকে কৰোতে কৰোতে মই আলৰ বুঢ়া হ'মগৈ। তেতিয়া মোক কচাইৰ হাতত বেচি দিব; কচায়ে মোৰ ডিঙি কাটি পেলাব; গাৰ ছালখন চেলাই পেলাব। নেজৰ নোমকোচাও ছিঙি বেচিব। মোৰ গাৰ চৰ্বীখিনি গলাই চৰ্বীৰ চাকি তৈয়াৰ কৰা কামত ব্যৱহাৰ কৰিব।"

ঘোঁৰাৰ কথা শুনি সিংহৰ পোৱালিটোৱে খঙতে গৰজিবলৈ ধৰিলে—"মানুহৰ ওচৰৰ পৰা আপুনি কেতিয়া পলাই আহিছে?" ঘোঁৰাই ক'লে—"আজি দুপৰীয়া; সি এতিয়া মোৰ পাচে পাচে খেদি আহিছে।" এইদৰে সিংহ আৰু ঘোঁৰাই কথা পাতি থাকোতেই আকৌ আলিবাটৰ ধূলি উৰিবলৈ ধৰিলে। এইবাৰ উট এটা ওলালহি। সি খঙতে ডেডাউৰিয়াই আৰু ঠেঙেৰে মাটিত খুন্দিয়াই খুন্দিয়াই আমাৰ ওচৰ পালেহি। এই বিৰাট জন্তুটো দেখা পাই সিংহৰ পোৱালিটোৱে ভাবিলে যে এইটোৱেই মানুহ। তাকে ভাবি সি আক্ৰমণ কৰিবলৈ চোঁচা লৈছিলেই; পিচে সেই সময়তে মই ক'লো—"হে যুৱৰাজ! এইটো মানুহ নহয়। এইটো এটা উট। ইয়ো বোধকৰো মানুহৰ ভয়তে পলাই আহিছে।" মই এইদৰে সিংহক কোৱাৰ লগে লগে উটটোৱে আগবাঢ়ি আহি সিংহৰ পোৱালিটোৰ ওচৰত মূৰ দোঁৱালে। সিয়ো ওলোটাই মূৰ দুপিয়াই সুধিলে—"তুমি কিয় ইয়ালৈ আহিলা?"

উটে উত্তৰ দিলে—"মানুহৰ ভয়তে মই পলাই আহিছো।" সিংহৰ পোৱালি-টোৱে তেতিয়া ক'লে—"এনে এটা প্ৰকাণ্ড শৰীৰ লৈ তুমি মানুহলৈ ভয় কৰানে? তুমি দেখোন লথিয়াই মানুহক বধ কৰিব পাৰিবা।" উটে ক'লে—"হে পশুৰাজ



পুত্ৰ! বুধি আৰু টেঙৰালিত মানুহৰ লগত কোনেও ফেৰ মাৰিব নোৱাৰে। মৃত্যুৰ বাহিৰে আন একোৰে ওচৰত মানুহে হাৰ নামানে। মানুহে ছাগলিৰ নোমৰ বটীয়া এডাল মোৰ নাকৰ ফুটাত নাক-ফুল পিন্ধোৱাদি বান্ধি দিয়ে আৰু তাৰ লগতে মোৰ মূৰত ৰচী এডাল বান্ধে। তেতিয়া পানী কেচুৱা ল'ৰাটোৱেই মোৰ নাকীত ধৰি মোক টানি লৈ ফুৰিব পাৰে—তেহেলৈ মোৰ কলেৱৰ যিমানেই ডাঙৰ নহওক আৰু গাত যিমানেই শক্তি নাথাকক। মানুহে মোৰ পিঠিত গধুৰ বোজা লাদি বহুত দূৰলৈ লৈ যায়; দিনে নিশাই এইদৰে মই কঠোৰ শ্ৰম কৰিব লাগে। বুঢ়া হলে মই অকামিলা হৈ পৰো; তেতিয়া আৰু গিৰিহঁতে মোক নিজৰ লগত নেৰাখে। কচাইক বেচি দিব; কচায়ে মোৰ নেলু কাটি পেলাব আৰু ছালখন চমাৰক বেচি দিব; মঙহবোৰ মানুহে কিনি নি খাব। মানুহৰ হাতত মোৰ কি দুৰ্গতি হৈছে, সেইবোৰ কথা মোক আৰু নুসুধিব।"

সিংহ পোৱালি'টোৱে সুধিলে—"মানুহৰ কাষৰ পৰা পলাই অহা তোমাৰ কিমান সময় হ'ল?" উটে উত্তৰ দিলে—"বেলি পৰোতেই মই গুচি আহিলো। বোধকৰো মই যি ঠাইত থাকো সেই ঠাইত বিচাৰি নাপাই গিৰিহঁতে এতিয়া মোক বিচাৰি ফুৰিছে। সেইদেখি মোক এতিয়া যাবলৈ দিয়ক—তেহে মই বহুত দূৰলৈ পলাই যাব পাৰিম।" সিংহৰ পোৱালিটোৱে উত্তৰ দিলে—"খন্তেক বাট চোৱা। মই তাক কেনেকৈ নেফানেফ কৰো, তাকে তুমি চাই যাবা। তাৰ গাৰ মঙহ তোমাক খাবলৈ দিম। মই তাৰ হাড়লৈকে চোবাম আৰু তেজ পি হেঁপাহ পলু-ৱাম।" কিন্তু উটে ক'লে—"হে পশুৰাজ-পুত্ৰ! মানৱ সন্তানে আপোনাৰ কিবা বিপদ ঘটাই বুলি মোৰ মনত শঙ্কা উপজিছে—কিয়নো মানুহ অতিশয় চতুৰ।" এইবুলি কৈ সি কথা একাঁকি গাই শুনালে—

দুৰন্ত দুৰ্জনৰ যদি হয় আবিৰ্ভাৱ
নিমাষিত জনে কৰে শীঘ্ৰে পলায়ন
অন্যথা ঘটিলে তাৰ ঘটে অথন্তৰ।

এইদৰে উটটোৱে সিংহৰ পোৱালিটোৰ লগত কথা পাতি থাকোতেই আলি-বাটত আকৌ ধূলি উৰিবলৈ ধৰিলে। ধূলি মাৰ যোৱাত দেখা গ'ল এটা বুঢ়া মানুহ আহিব লাগিছে—মানুহটো নিচেই চুটি-চাপৰ। বাটৈৰ সা-সজুলিৰ টোপোলা এটা সি কান্ধত ভাৰ বৈ আনিছে; তাৰ মূৰত গছৰ ডাল এটা আৰু আঠ-ছটা কাঠ। সি সৰু ল'ৰা ছোৱালীকেইটামান হাতত ধৰি বেগাই খোজ কাঢ়ি আহিছে।

মানুহটো আহি সিংহৰ পোৱালিটোৰ কাষ পালে। তাক দেখিয়েই ভয়তে মোৰ গাৰ নোম শিয়ৰি উঠিল। কিন্তু সিংহৰ পোৱালিটোৱে মানুহটোক দেখা পায়েই থিয় দিলে আৰু আগবাঢ়ি গ'ল। মানুহটোৱে সিংহৰ পিনে চাই হাঁহি মাৰি কোনো কুণ্ঠাৰ ভাব নেৰাখি অথচ সম্ভ্ৰম সহ সিংহক ক'লে—"হে বিপদ ভঞ্জনকাৰী, শক্তিমান পশুৰাজ! আল্লাই আপোনাৰ উন্নতি সাধক, আপোনাৰ সাহস আৰু শক্তি বৃদ্ধি কৰক। মোক দুখ বেজাৰ বিপদ বিঘিনিৰ পৰা আপুনি মোক ৰক্ষা কৰক। আপোনাৰ বাহিৰে আন কোনেও মোক সহায় নকৰে।" এইবুলি কৈ বাঢ়ৈয়ে কান্দিবলৈ ধৰিলে।

মানুহটোৱে এইদৰে বিলাপ কৰা শুনি সিংহৰ পোৱালিটোৱে ক'লে - "তোমাৰ শঙ্কা মই দূৰ কৰিম। কোনে তোমাৰ অপকাৰ কৰিছে? তুমি নো কি? তোমাৰ নিচিনা বনৰীয়া জন্তু মই জীৱনত কেতিয়াও দেখা নাই। এনেকুৱা ধুনীয়া আকৃতি আগতে মই দেখাও নাই, শুনাও নাই। তোমাৰ কি হৈছে কোৱাঁ।" মানুহটোৱে তেতিয়া ক'লে--"হে পশুৰাজ! মই বাঢ়ৈ। মানুহেই মোৰ অপকাৰ কৰিছে। আজি নিশাটো পাৰহৈ যোৱাৰ মূৰত কাইলৈ ৰাতি পুৱাতে সেই মানুহ আহি আপোনাৰ আগত উপস্থিত হ'ব।" বাঢ়ৈৰ কথা শুনি থাকোতেই বেলি মাৰ গ'ল--নিশাৰ এন্ধাৰে ছাটি ধৰিলেহি। সিংহয়ো খঙতে গুজৰিবলৈ ধৰিলে—চকুৰেদি যেন জুইৰ ফিৰিঙটিহে ওলাইছে। তাৰ পাচত সি কলে—"আল্লাৰ নামত শপত কাঢ়ি কৈছো! মই ৰাতিপুৱালৈকে খপি থাকিম। মোৰ ইচ্ছা পূৰণ নোহোৱালৈকে মই পিতৃৰ কাষলৈ উলটি নাযাওঁ।" বাঢ়ৈৰ পিনে ঘূৰি সি আকৌ ক'লে—"মোৰ উদাৰ অন্তৰ লৈ তোমাৰ মনত দুখ দিব খোজা নাই। তথাপি এটা কথা কওঁ। তুমি দেখোন বেগাই যাব নোৱাৰা; তুমিতো বনৰীয়া জন্তুৰ লগত সমানে খোজ মিলাই যাব নোৱাৰিবা। তুমিনো ক'লৈ যাবলৈ ওলাইছা?" বাঢ়ৈয়ে ক'লে--"মই আপোনাৰ পিতৃৰ ৱাজিৰ বন-বোন্দাৰ ওচৰলৈ যাবলৈ ওলাইছো। এই অঞ্চললৈ মানুহ অহা বুলি শুনি তেওঁ বৰ ভয় খাইছে; তেওঁ জন্তু এটা পঠাই মোক খবৰ দিয়ালে যে তেওঁক ঘৰ এটা সাজি দিব লাগে। সেই ঘৰটোৰ ভিতৰত সোমাই থাকি তেওঁ শত্ৰুৰ পৰা আঁতৰি থাকিব। তেতিয়া মানুহেও তেওঁক একো কৰিব নোৱাৰে। সেইদেখি মই এই কাঠ কেইচলা লৈ আহিছো; এতিয়া মই তেওঁকেই বিচাৰি যাম।"

এই কথা শুনি সিংহৰ পোৱালিটোৰ বোন্দালৈ হিংসা লাগিল; সেইদেখি সি বাঢ়ৈক ক'লে—"মোৰে শপত! তুমি বোন্দাৰ কাৰণে ঘৰ সজাৰ আগতে এই



কাঠ কেইচলাৰে মোলৈ এটা ঘৰ সাজি দিবই লাগিব। মোৰ কাম শেষ কৰি তেওঁৰ ওচৰলৈ গৈ তেওঁৰ কাম কৰি দিবা।" বাঢ়ৈয়ে উত্তৰ দিলে—"হে পশুৰাজ! বোন্দাৰ ইচ্ছা পূৰণ কৰাৰ আগতে মই আপোনাৰ কাম কৰিব নোৱাৰিম। তেওঁৰ কাম শেষ কৰি মই আপোনাৰ ওচৰলৈ উলটি আহিম আৰু দুৰ্গৰ লেখিয়া ঘৰ এটা আপোনাক সাজি দিম—তেতিয়া আৰু আপোনাৰ শত্ৰুৱে গাৰ নোম এডালো চুব নোৱাৰিব।" কিন্তু সিংহই গৰজি উঠি ক'লে—"আল্লাৰ শপত! মোক কাঠৰ ঘৰ এটা সাজি নিদিয়ালৈকে মই তোমাক এই ঠাইৰ পৰা যাবলৈ নিদিওঁ।" এইবুলি কৈ বাঢ়ৈক ভয় খুৱাবৰ মনেৰে তাৰ গাৰ ওপৰত জপিয়াই পৰিল আৰু হাঁতোৰাৰে থপৰিয়াই দিলে; মানুহটোৰ কান্ধৰ পৰা টোপোলাটো বাগৰি পৰিল। বাঢ়ৈ মাটিত হানখুৰি খাই পৰিল। তাকে দেখি সিংহৰ পোৱালিটোৱে হাঁহি মাৰি ক'লে—"তোমাৰ গাত দেখোন সমূলি বল নাই। সেইদেখি মানৱৰ সন্তানলৈ তুমি ভয় কৰাটো একো আচৰিত কথা নহয়।" মাটিত বাগৰি পৰাত বাঢ়ৈৰ বৰ খং উঠিছিল। পিচে সিংহৰ ভয়ত সকলো সহি-সামৰি থাকিল। তাৰ পিচত হাঁহি মাৰি ক'লে—"বাৰু মই আপোনাৰ ঘৰটোকে সাজি দিম।"

তেতিয়া সি কাঠ কেইচলাত গজাল মাৰি ঘৰ এটা সাজিলে; ঘৰটো দেখাত পোৱালি সিংহটোৰ গাৰ জোখৰ গৰালটোৰ লেখিয়া। সেই বাকচটোৰ মুখৰ পিনে ডাঙৰ ফুটা এটা কৰি সেই ফালটো খুলি ৰাখিলে। তাৰ ওপৰত ঢাকনি এখন লগাই থ'লে আৰু তাত ফুটা কিছুমান কৰি থ'লে। তেতিয়া নতুন গজাল কেইটামান আৰু হাতুৰী এটা হাতত লৈ সি সিংহক ক'লে—"এই ফুটাটোৰেদি ঘৰৰ ভিতৰলৈ সোমাই যাওক। আপোনাৰ গাৰ জোখ মতে হৈছে নে নাই তেতিয়াহে চাব পাৰিম।" সেই কথা শুনি সিংহৰ পোৱালিটোৰ বং লাগিল; সি ফুটাটোৰ কাষলৈ আহিল। বাঢ়ৈয়ে ক'লে—"বগুৱা বাই ফুটাটোৰ ভিতৰলৈ সোমাই যাওক।" সিংহও সেইদৰে ভিতৰ সোমাই গ'ল; পিচে নেজডাল বাহিৰত ওলাই থাকিল। সিংহই পিচে হুহকি ওলাই আহিবই খুজিছিল; পিচে বাঢ়ৈয়ে তেনেতে ক'লে—"অকণমান সময় ধৈৰ্য ধৰক। আপোনাৰ নেজডাল সোমায় নে নোসোমায়—তাকে চাই লব খুজিছো।" এইবুলি নেজডাল হাতেৰে পকাই গৰালৰ ভিতৰত ভৰাই দিলে। সিংহই তেতিয়া চিঞৰ-বাখৰ লগাই দিলে—"কি ঘৰ সাজিলা এইটো! ইমান সৰু! চাও মই ওলাই যাওঁ।" কিন্তু বাঢ়ৈয়ে ক'লে—"সেইটো নহৈছে! এইকথা মনৰ পৰা বিসৰ্জন দে! তই আৰু ইয়াৰ পৰা ওলাব নোৱাৰ!" এইবুলি কৈ সি হোঁ-হোঁৱাই হাঁহিবলৈ ধৰিলে; তাৰ

পিচত আকৌ ক'লে—"হেৰৌ অধম জন্তু! তই কান্দত পৰিলি! এতিয়া শাস্তি ভোগাৰ পৰা আৰু নিস্তাৰ নাই।" সিংহৰ পোৱালিটোৱে তেতিয়া ক'লে—"ভাই! তুমিনো এনেকুৱা সুৰত কথাবোৰ কৈছা কিয়?" বাটৈয়ে সমিধান দিলে—"হেৰৌ নিধক, শুন! তই যালৈ আটাইতকৈ বেছি ভয় কৰ, তাৰ হাততে পৰিছহি।"

সিংহৰ পোৱালিটোৱে এই কথা শুনিহে গম ধৰিব পাৰিলে যে সেইটোৱেই মানুহ। তাৰ বাপেকে আৰু সপোনত শুনা মায়াবী কণ্ঠই এই মানুহৰ পৰাই সাৱধানে থাকিবলৈ তাক সতৰ্ক কৰি দিছিল। ইপিনে মোৰো বুজিবলৈ বাকী নাথাকিল যে এইটোৱেই মানুহ; ভয়ত মই থৰ লাগিলো। তাৰ পিচত লুকাবৰ মনেৰে লাহে লাহে আতৰি গ'লো আৰু সিংহ পোৱালিটোক নো সি কি কৰে তাকে চাই থাকিলো। মানুহটোৱে গৰালৰ নিচেই কাষতে গাত এটা খান্দিলে। তাৰ পিচত ঠেলা মাৰি গৰালটো গাঁতত পেলাই দিলে আৰু তাৰ ওপৰত শুকান কাঠ কিছুমান জাপি দি জুই জ্বলাই দিলে; সিংহ পোৱালিটোক সি জীয়াই জীয়াই পুৰি মাৰিলে। এই কাণ্ড দেখি মানুহৰ প্ৰতি মোৰ ভয় দুগুণে বাঢ়িল। তেতিয়াৰে পৰা দুদিন ধৰি মই এইদৰে পলাই ফুৰিছো।

হাঁহজনীৰ পৰা এই কাহিনীটো শুনি ম'ৰা চৰাইজনী অবাক হ'ল; পিচে তাই হাঁহজনীক অভয় দি ক'লে—"ইয়াত তুমি মানুহৰ পৰা নিৰাপদে থাকিব পাৰিবা; কিয়নো এইটো হ'ল এটা দ্বীপ—কেওপিনে সাগৰে আগুৰি আছে। ইয়ালৈ মানুহ আহিব পৰা বাট নাই। সেইদেখি তুমি আমাৰ লগতে থাকা। আল্লাই দয়া কৰিলে তুমি-আমি সকলোৱে শান্তিৰে থাকিব পাৰিম।"

হাঁহজনীয়ে মাত লগালে—"নিশা হ'লে কিবা অঘটন ঘটে বুলি মোৰ বৰ ভয় লাগে। পলাই ফুৰিলে জানো কাৰবাৰ কপালৰ লিখন খণ্ডাব পাৰে?" ম'ৰাজনীয়ে ক'লে—"চিন্তা নকৰিবা—আমাৰ লগতে তুমি থাকা।" এইদৰে বুজনি দিয়াত হাঁহজনীয়ে শেষত ক'লে—"বাইদেউ! তুমি জানাই, মোৰ গাত বলশক্তি নাই। তোমাক ইয়াত লগ নোপোৱা হ'লে মই ইয়াত নাথাকিলোহেঁতেন।" ম'ৰাজনীয়ে ক'লে—"এইবোৰ কপালৰ লিখন। আমি সেইমতেই চলিব লাগিব। আমাৰ কাল যদি চমু চাপি আহে, তেতিয়া আৰু কোনে ৰাখিব? পিচে যাৰ আয়ুসত যিমান দিনলৈ চাউল থাকিব, সিমান দিনলৈকে জীয়াই থাকিব—তাৰ আগতে কোনো নমৰে।"



এইদৰে কথা পাতি থাকোতেই সিহঁতে ধূলি উৰা দেখিবলৈ পালে। তাকে দেখি হাঁহজনীয়ে ভয়তে চিঞৰ মাৰি দিলে আৰু সাগৰৰ পিনে উৰা মাৰিলে। অলপ পিচতে ধূলি মাৰ যোৱাত দেখা গ'ল যে শিঙাল পহু এটা আহিছে। তাক দেখা পাই হাঁহজনী আৰু ম'ৰাজনীৰ ভয় পাতলিল। ম'ৰাজনীয়ে তেতিয়া হাঁহক ক'লে—"এয়া শিঙাল পহু—আমাৰ ওচৰলৈ আহিছে। তেওঁ আমাৰ একো হানি নকৰে; পহুৱে ঘাঁহ-বনহে খায়। তুমি যেনেকৈ পক্ষীৰ শ্ৰেণীত পৰিছা, এওঁ সেইদৰে জন্তুৰ শ্ৰেণীভুক্ত হৈছে। সেইদেখি ভয় কৰিব নালাগে, পলাবও নালাগে। এইদৰে কৈ শেষ কৰাৰ লগে লগে পহুটোৱে গছ জোপাৰ ছাঁত আশ্ৰয় লবৰ মনেৰে সিহঁতৰ কাষ চাপি আহিল। হাঁহ আৰু ম'ৰাক দেখা পাই সি নমস্কাৰ জনালে আৰু তাৰ পিচত ক'লে, "মই এই দ্বীপটোলৈ আজিহে আহিছো; ইয়াত ঘাঁহ-বনো ভৰি আছে, থাকিবলৈকো ভাল লাগিব।" সি সিহঁতৰ লগতে মিলিজুলি থকাৰ ইচ্ছা প্ৰকাশ কৰিলে। তাৰ সজ আচৰণ দেখা পাই সিহঁতেও সন্তোষ পালে আৰু ৰং মনেৰে তাৰ প্ৰস্তাৱত সম্মতি জনালে। এইদৰে সিহঁতৰ মাজত মিতিৰালি গঢ়ি উঠিল। সিহঁতে একে ঠাইতে শোৱে আৰু একেলগে খোৱাবোৱা কৰে। নিৰাপদে সিহঁতে বাস কৰিবলৈ ধৰিলে। কিন্তু মূৰকত সেই ঠাইত এখন জাহাজ উপস্থিত হলহি—সাগৰত বাট হেৰুৱাই জাহাজখন সেইখিনি পাইছিলহি।

জাহাজখনে পাৰত লঙ্গৰ পেলালে। জাহাজৰ পৰা নামি মানুহবোৰে দ্বীপটোৰ কেওপিনে ঘূৰিবলৈ ধৰিলে। পহু, ম'ৰা আৰু হাঁহ--এই তিনি বন্ধুক দেখা পাই সিহঁত সেইপিনলৈ গ'ল। তাকে দেখি ম'ৰাজনী গছত উঠিলগৈ আৰু তাৰ পৰা উৰি গুচি গ'ল। পহুটোও লৰ মাৰি পলাল; কিন্তু হাঁহজনী ভয়তে সেই ঠাইতে থৰ লাগি ৰ'ল। মানুহবোৰে খেদি নি হাঁহজনীক ধৰিলে; হাঁহজনীয়ে মাত্ৰ কলে—"সাৱধান হোৱা সত্বেও ভাগ্যৰ গৰাহৰ পৰা মই ৰক্ষা নপৰিলো।" মানুহবোৰে হাঁহজনীক জাহাজলৈ লৈ গ'ল। হাঁহৰ অৱস্থা দেখি ম'ৰাজনী দ্বীপটোৰ পৰা আঁতৰি গ'ল; তাই ভাবিলে—"বিপদে সকলোৰে কাৰণে খাপ পাতি থাকে। জাহাজখন যদি নাহিলহেঁতেন, তেতিয়াহলে মোৰ প্ৰিয় বান্ধৱী হাঁহজনীৰ লগত মোৰ এইদৰে বিচ্ছেদ নহলহেঁতেন।" এইবুলি ম'ৰাজনী উৰি গৈ পহুটোৰ কাষ চাপিল। তাই নিৰাপদে অহা দেখি পহুৱে সন্তোষ পালে; সি তেতিয়া হাঁহজনীৰ কথা সুধিলে। ম'ৰাই ক'লে,—"শত্ৰুৱে তাইক ধৰি নিলে। তাইৰ অবিহনে মোৰ আৰু এই দ্বীপত থাকিবৰ মন যোৱা নাই।"

এই দুখৰ বাতৰি পাই শিঙাল পহুটোৰে বৰ বেজাৰ কৰিলে। সি পিচে ম'ৰাজনীক দ্বীপটোৰ পৰা গুচি যাবলৈ হাক দিলে। সেইবুলি কোৱাত ম'ৰাজনী তাৰ লগতে থাকিল; সিহঁতে তাতে খাই-বৈ সুখেৰে দিন কটালে। অৱশ্যে হাঁহজনীৰ কথা মনত পেলাই সিহঁতে বেজাৰ নকৰাকৈ থকা নাছিল।

পহুটোৰে ম'ৰাক ক'লে—"ভনীটি! তুমি দেখিলা নহয়! জাহাজৰ মানুহবোৰৰ কাৰণেই আমি হাঁহজনীৰ সঙ্গ হেৰুৱালো আৰু সিহঁতৰ হাততে তাই প্ৰাণ হেৰুৱাবলগীয়া হ'ল। সেইদেখি মানুহৰ পৰা, সিহঁতৰ চল-চক্ৰান্তৰ পৰা নিজক সাৱধানে ৰাখিবা।" কিন্তু ম'ৰাজনীয়ে মাত লগালে—"মোৰ বিশ্বাস এয়ে যে অকল সেই কাৰণেই হাঁহজনী মৃত্যুৰ মুখত পৰা নাই; আল্লাৰ নাম স্মৰণ নকৰা বাবেহে মৃত্যু বৰণ কৰিবলগীয়া হ'ল। মই প্ৰায়েই তাইক এইবুলি কবলৈ কৈছিলো: 'হে আল্লা! তোমাক প্ৰণমো।' লগতে কৈছিলো—আল্লাৰ নাম নোলোৱা দেখি তোমাৰ কাৰণে মোৰ চিন্তা হয়। কিয়নো আল্লাই সৃষ্টি কৰা সকলোৱেই আল্লাৰ নাম লয়। যি তাকে নকৰে তাৰে ধ্বংস আসন্ন হৈ উঠে।'

ম'ৰাজনীৰ কথা শুনি শিঙাল পহুটোৰে ক'লে—"আল্লাই তোমাৰ মঙ্গল কৰক।" এইবুলি কৈ সি নিজেই আল্লাৰ নাম লবলৈ ধৰিলে।

# কুকুৰে খোৱা সোণৰ থাল চুৰ কৰা মানুহ

এটা মানুহ আছিল; সি ধাৰত পোত গ'ল। অৱস্থা অসহনীয় হৈ পৰাত সি হতাশ হৈ ঘৰবাৰী এৰি কৰবালৈ গুচি গ'ল। এইদৰে অনাই-বনাই ফুৰি সি মূৰকত গৈ এখন নগৰত উপস্থিত হ'ল। নগৰখন সুদৃঢ় দেৱালেৰে পৰিবেষ্টিত হৈ আছে। তাৰ মনত হতাশা, পেটত ভোক আৰু শৰীৰ তেনেই অৱশ—এই অৱস্থাৰেই সি নগৰৰ ভিতৰ সোমাল। ৰাজ আলিয়েদি গৈ থাকোতে সি বহুত মানুহ দল বান্ধি যোৱা দেখিলে; তাকে দেখি সিয়ো সেই দলটোৰ পাচে পাচে গ'ল।

মানুহবোৰ গৈ ৰজাৰ কাৰেঙৰ দৰে বৰ ডাঙৰ ঘৰ এটা পালে; বাকীবোৰৰ লগতে সিয়ো ভিতৰ সোমাই গ'ল। মানুহবোৰে গৈ এজন মানুহৰ ওচৰ পালে। মানুহজন ওখ আসন এখনত বহি আছে। খিতাপ থকা মানুহ যেন লাগিল; কেউপিনে লগুৱা-লিকচৌৰে বেৰি আছে। ৰাজিবৰ ল'ৰা যেনেই লাগিল। মানুহবোৰক দেখা পাই তেওঁ থিয় দি সকলোকে আদৰণি জনালে। কিন্তু এনে জাকজমক ঠাইত উপস্থিত হৈ আৰু লগুৱা-লিকচৌৰ পয়োভৰ দেখা পাই সেই দুখীয়া মানুহটো নিজৰ দুঃসাহসৰ কথা ভাবি পেপুৱা লাগিল। সি বিমোৰত পৰিল; নিজৰ জীৱনৰ সংশয়ো উপজিল। সি পিচ হুঁহকি গৈ কোনেও দেখা নোপোৱাকৈ চুক এটাত বহি থাকিল।

সি এইদৰে বহি থাকোতেই চাৰিটা চিকাৰী কুকুৰ লৈ এটা মানুহ সেই ঠাইত উপস্থিত হ'লহি। কুকুৰ কেইটাক ভমকাফুলীয়া পাটৰ কাপোৰ পিন্ধাই থৈছে; ডিঙিত সোণৰ ফিটা—শিকলি কেইডাল ৰূপৰ। কুকুৰ কেইটাক নিজ নিজ ঠাইত বান্ধি থৈ মানুহটো ওলাই গ'ল। অলপ পিচতে চাৰিখন সোণৰ থাল লৈ উলটি আহিল—থালত বঢ়িয়া খোৱাবস্তু দ'ম হৈ আছে। মানুহ-

টোৱে প্ৰতিটো কুকুৰৰ সন্মুখতে একোখন থাল আগবঢ়াই দিলে। তাৰ পিচত মানুহটো গুচি গ'ল। দুখীয়া মানুহটোৱে ক্ষুধাতুৰ চকুৰে খোৱা বস্তবোৰৰ পিনে চাই থাকিল। এটা কুকুৰৰ কাষ চাপি গৈ তাৰ ভাগৰ অলপ খাই থবৰ মন গৈছিল। কিন্তু কুকুৰ কেইটাৰ ভয়তে সি আগবাঢ়ি যাব নোৱাৰিলে। এনেতে এটা কুকুৰে তাৰ পিনে চালে; বোধকৰো আল্লাৰ অনুগ্ৰহত মানুহটোৰ অৱস্থাৰ কথা কুকুৰটোৱে বুজিব পাৰিলে। সেইদেখি সি থালখনৰ কাষৰ পৰা আতৰি গৈ মানুহটোক আগবাঢ়ি যাবলৈ ইঙ্গিত দিলে। তেতিয়া মানুহটোও আগবাঢ়ি গ'ল; সি হেপাহ পলুৱাই খাবলৈ ধৰিলে। ইয়াৰ পাচত মানুহটো আকৌ পিচুৱাই যাব খোজোতে কুকুৰটোৱে থালখন আৰু তাত থকা অৱশিষ্ট আহাৰ খিনি লৈ যাবলৈ তাক ইঙ্গিত দিলে; আনকি আগ ঠেঙটোৰে থালখন তাৰ পিনে ঠেলিও দিলে। সেইদেখি থাল খন তুলি লৈ মানুহটো ঘৰৰ পৰা ওলাই গ'ল; কোনেও তাক অনুসৰণ নকৰিলে।

মানুহটো আন এখন নগৰলৈ গ'ল আৰু তাতে সি থাল খন বেচি দিলে। থাল বেচি পোৱা ধনেৰে সি বেপাৰৰ বয়বস্তু কেতবোৰ কিনি নিজ নগৰলৈ উলটি গ'ল। তাত সি বয়বস্তুবোৰ বেচি দিলে আৰু ধাৰৰ টকাখিনি পৰিশোধ কৰিলে। তাৰ পিচত তাৰ অৱস্থা ক্ৰমে ভাল হবলৈ ধৰিলে আৰু মুৰকত বেছ্ আঢ্যৱন্ত মানুহ হলগৈ। এইদৰে নিজৰ ঠাইত কেই বছৰমান কটোৱাৰ মূৰত সি ভাবিলে—"থালৰ গৰাকীজন যিখন নগৰত আছে, সেই নগৰলৈ মই আকৌ যোৱাটো উচিত হ'ব; কুকুৰটোৱে মোক দিয়া থালখনৰ মূল্যৰ লগতে মই গৰাকী জনক বহুমূলীয়া উপহাৰ এটাও দিমগৈ।" সেইমতে সি থালৰ দাম আৰু এটা ভাল উপহাৰ লৈ যাত্ৰা কৰিলে; দিনে-নিশাই গৈ গৈ সি সেই নগৰত উপস্থিত হ'ল। নগৰ সোমাই সি সেই মানুহজনৰ ঘৰটো বিচাৰিবলৈ ধৰিলে। কিন্তু সি গৈ দেখিলে যে সকলো ধ্বংসস্তূপত পৰিণত হ'ল; কাউৰীবোৰে কেউপিনে ৰমলিয়াই আছে; ঘৰত জনপ্ৰাণী এটা নাই।

এই ধ্বংসস্তূপ দেখা পাই আৰু সময়ৰ নিৰ্মম হাতে আগৰ সমৃদ্ধিৰ একো চিনচাব নৰখা দেখি সি ইয়াৰ আতিগুৰি লবলৈ মন মেলিলে। এনেতে সি এটা মানুহ লগ পালে; মানুহটোৰ দুৰ্দশাৰ অন্ত নাই। তাৰ অৱস্থা দেখিলে দুখতে শিলো পমি যাব। সি সেই মানুহটোকে সুধিলে "হেৰা! এই ঘৰৰ গিৰিহঁতৰ কি হ'ল? তেওঁৰ ঘৰৰ ধুনীয়া মানুহবোৰৰ কি হ'ল? তেওঁৰ ঘৰবাৰী সকলো ধ্বংস হ'ল কেনেকৈ? এতিয়া দেখোন বেৰ কেইখনৰ জকা কেইটাহে আছে।"



সেই মানুহটোৱে তেতিয়া উত্তৰ দিলে, "যাক আপুনি বেজাৰ কৰি থকা দেখিছে সেই দুৰ্ভগীয়াই এই ঘৰৰ গিৰিহঁত! অৱস্থাই আজি মোক নওঠা কৰিলে। আপুনি জানো হজৰতৰ বাণী এষাৰৰ কথা নাজানে? সেই বাণীয়ে মানুহক শিক্ষা দিছে, সতৰ্ক কৰি দিছে আৰু মানুহক সৎ পথ দেখুৱাই দিছে। সেই বাণীত কৈছে—"আকৌ মাটিত পেলাই দিবৰ কাৰণেই সৰ্বশক্তিমান আল্লাই এই পৃথিৱীৰ সকলোকে ওপৰলৈ তুলি নিয়ে" আপুনি এইটো ঘটনাৰ কাৰণ সুধিছে। পিচে আচৰিত হবলগীয়া একো কাৰণ নাই—ভাগ্যই উঠা-নমা কৰিয়েই থাকে। মই এই ঠাইৰ গৰাকী আছিলো; এইবোৰ ঘৰবাৰী ময়েই সজাইছিলো। ইয়াৰ সকলো প্ৰাচুৰ্যৰ গৰাকী আছিলো ময়েই। কিন্তু সময়ে ওলোটা বাট ল'লে; মোক সাময়িক ভাৱে দিয়া ধন-সোণ, লগুৱা-লিকচৌ সকলো ঘূৰাই নিলে; তাৰ ঠাইত মোৰ বাবে সাচি থোৱা দুখ-দুৰ্গতি মোক দিলে। পিচে আপুনি এই প্ৰশ্ন সুধিছে কিয়? ইয়াৰ নিশ্চয় কিবা কাৰণ আছে। কি কথা মোৰ আগত কওক।"

তেতিয়া মানুহটোৱে সকলো কথা ভাঙি-পাতি কোৱাৰ মূৰত এইবুলি কলে-"মোৰ অন্তৰৰ বাসনা অনুসৰি মই আপোনালৈ এটা উপহাৰ আনিছো আৰু মই নিয়া আপোনাৰ সোণৰ থাল খনৰ দামটোও দিবলৈ আহিছো। মোৰ দুখ-দুৰ্গতি আৰু হতাশাৰ মূৰত মই যে দুখীয়া অৱস্থা দূৰ কৰি আঢ্যৱন্ত হব পাৰিলো আৰু ঘৰ-বাৰী ভাল কৰি লব পাৰিলো তাৰ মূল কথা হ'ল এয়ে।" কিন্তু সেই দুৰ্ভগীয়া মানুহটোৱে আপত্তি কৰিলে; চকু পানী টুকি বিলাপ কৰি সি ক'লে—"সেইটো কেনেকৈ হব পাৰে? আপুনি বলিয়া হৈছে নেকি? সুস্থিৰ মনৰ মানুহে জানো এনে কথা কয়? মোৰ কুকুৰে কেনেকৈ আপোনাক সোণৰ থাল খন উপহাৰ দিব পাৰে? আৰু কুকুৰে দিয়া বস্তু এটাৰ বাবে দাম লোৱাৰ নিচিনা নীচ কাম এটা মই কেনেকৈ কৰিম? এইটো সঁচাকৈ বৰ আচৰিত কথা। আল্লাই যদি মোক আৰু দুখ-দুৰ্দশাত পেলায়, তথাপিও মই আপোনাৰ পৰা একো গ্ৰহণ কৰিব নোৱাৰিম। সেইদেখি আপুনি আপোনাৰ ঘৰলৈ উভতি যাওক।" সেই কথা শুনি সদাগৰে মানুহজনৰ ভৰিত চুমা খাই তেওঁৰ পৰা বিদায় ল'লে আৰু তেওঁৰ গুণ বখানিবলৈ ধৰিলে।

# সপোনে চহকী কৰা মানুহ

এসময়ত বাগদাদত এজন ধনী মানুহ আছিল ; তেওঁ বহুত টকা-পইচা ঘটিলে । কিন্তু মূৰকত তেওঁ সকলো হেৰুৱালে । তেওঁ ইমান দুখীয়া হৈ পৰিল যে কঠোৰ কায়িক শ্ৰম কৰি দুবেলা দুমুঠি যোগাৰ কৰিবলগীয়া হ'ল । এদিন শুই থাকোতে সপোনত তেওঁক কোনোবাই ক'লে,--"কাইৰলৈ গলে তুমি সম্পদৰ গৰাকী হব পাৰিবা । তালৈ গৈ তাৰে সন্ধান লোৱা ।" মানুহজন সেইমতে কাইৰলৈ গ'ল । সেই ঠাইত উপস্থিত হওঁতেই সন্ধিয়া হ'ল আৰু তেওঁ মছজিদতে শুই থাকিলে ।

নিশা এদল ডকাইত মছজিদলৈ আহিল আৰু তাৰ পৰা ওচৰৰে ঘৰ এটাত সোমালগৈ । ডকাইত অহা গম পাই ঘৰৰ গিৰিহঁতে চিঞৰ-বাখৰ লগালে ; তেতিয়া নগৰ-পাল ৰক্ষীবাহিনী লৈ তেওঁলোকৰ সহায়ৰ কাৰণে সেই ঠাইত উপস্থিত হলহি । ডকাইতৰ দলে তেওঁলোকক দেখি পলাই পত্ৰং দিলে । নগৰপালে মছজিদৰ ভিতৰ সোমাই বাগদাদৰ সেই মানুহজনক শুই থকা দেখা পাই তেওঁকে ধৰি নিলে ; মানুহজনক এনেকৈ কোবালে যে তেওঁ মৃতপ্ৰায় হৈ পৰিল । তেওঁক নি ফাটেকত বন্দী কৰি থোৱা হ'ল । তিনিদিনৰ মূৰত নগৰ-পালে তেওঁক মতাই নি সুধিলে--"তই ক'ৰ মানুহ ?" তেওঁ কলে,--"মই বাগদাদৰ পৰা আহিছো ।" নগৰপালে আকৌ সুধিলে--"কাইৰলৈ তই কিয় আহিলি ?" মানুহজনে উত্তৰ দিলে--"মোক সপোনত কোনোবাই কলে : 'কাইৰলৈ গলে তুমি সম্পদৰ গৰাকী হব পাৰিবা । তালৈ গৈ তাৰে সন্ধান লোৱা ।' পিচে কাইৰলৈ আহি মই সম্পদৰ সলনি আপোনাৰ লাঠীৰ কোবহে খাব লগীয়া হ'ল ।"

এই কথা শুনি নগৰপালে পাৰেমানে হাঁহিলে ; তাৰ পিচত ক'লে--"হেৰৌ গোট গৰু ! সপোনত তিনিবাৰ মোক কোনোবাই কৈছিল : 'বাগদাদৰ অমুক



জিলাত এনেকুৱা ধৰণৰ ঘৰ এটা আছে ; সেই ঘৰটোৰ চোতালখন ফুলনিৰ লেখিয়া । তাৰে চাপৰ ফালটোত এটা নিজৰা আছে আৰু তাৰ তলতে বহুতো ধন-সোণ পুতি থোৱা আছে । তালৈ গৈ সেইবোৰ তুমি লোৱা ।' তথাপি মই নগলো । অথচ তই গাধই সপোনৰ কথাকে বিশ্বাস কৰি ইমান দূৰ বাটকুৰি বাই আহিলি ।" এইবুলি কৈ নগৰ পালে মানুহজনৰ হাতত অলপ ধন দি কলে--"ইয়াকে লৈ তই তোৰ নিজৰ দেশলৈ উলটি যা ।" মানুহজনো তাকে লৈ ঘৰলৈ উলটিল । পিচে নগৰপালে যিটো ঘৰৰ কথা কৈছিল, সেইটো এই মানুহজনৰ বাগদাদত থকা ঘৰটোৱেই । সেইদেখি ঘৰ পায়েই তেওঁ ফুলনিৰ নিজৰাৰ তলত খান্দিবলৈ ধৰিলে ; খান্দোতে খান্দোতে তেওঁ মাটিৰ তলত বহুতো ধন সোণ পালে । এইদৰেই আল্লাৰ অনুগ্ৰহত মানুহজন বহুতো ধন সোণৰ গৰাকী হ'ল । সপোন এইদৰেই ফলিয়ালে ।

# কাঠৰ ঘোঁৰা

অতি পুৰণি কালত পাছিয়ানসকলৰ প্ৰতাপী ছুলতান এজন আছিল। তেওঁৰ নাম ছাবুৰ। তেওঁৰ সমান বিশাল ৰাজ্যৰ গৰাকী, সমৃদ্ধিশালী আৰু বুদ্ধিমান লোক সেই কালত আৰু কোনো নাছিল। তেওঁ বৰ উদাৰ; মুক্তহস্তে দান-দক্ষিণা দিয়ে। তেওঁৰ পৰা সহায় বিচৰা আৰু তেওঁৰ ওচৰত আশ্ৰয় বিচৰা কোনো লোককে তেওঁ বিমুখ নকৰে। দুখীয়া মানুহক পুতৌ কৰিছিল; বিদেশী মানুহক আদৰ-সাদৰ কৰিছিল আৰু লোকক উৎপীড়ন কৰা মানুহক শাস্তি দিছিল।

তেওঁৰ তিনিজনী জীয়েক; জীয়েকহঁতৰ ৰূপ পূৰ্ণিমাৰ জোনৰ দৰে; ধুনীয়া ফুলৰ দৰে। তেওঁৰ পুতেকো বৰ ৰূপবান আছিল। ছুলতানে বছৰি নতুন বছৰৰ দিনটোত আৰু দক্ষিণায়নৰ দিনা একোটাকৈ উৎসৱ পাতে। সেই উৎসৱত ৰাজ কাৰেঙৰ দুৱাৰ সকলোৰে কাৰণে মুকলি ৰখা হয়। ছুলতানে দান-দক্ষিণা দিয়ে; পাত্ৰ-মন্ত্ৰীসকলক উচ্চ পদ-মৰ্য্যাদা দান কৰে। প্ৰজায়ো সেই উৎসৱত ছুলতানক অভিবাদন জনায়হি আৰু দাস-দাসী আৰু ভাৰ-ভেটী দিয়ে।

বিজ্ঞান আৰু জ্যামিতি ছুলতানৰ প্ৰিয় বিষয় আছিল। এদিন উৎসৱৰ দিনা তেওঁ সিংহাসনত বহি থাকোতে তিনিজন জ্ঞানীলোক তেওঁৰ সমুখত উপস্থিত হ'লহি। তেওঁলোক যাদু-বিদ্যাত সিদ্ধহস্ত; তেওঁলোকে এনে অদ্ভুত বস্তুবোৰ সৃষ্টি কৰিব পাৰে যে মানুহ তেনেই অবাক হৈ পৰে। তেওঁলোক ভিন ভিন তিনিখন দেশৰ পৰা আহিছে—প্ৰত্যেকৰে ভাষা বেলেগ বেলেগ। প্ৰথম জন ভাৰতীয় হিন্দু, দ্বিতীয়জন গ্ৰীক আৰু তৃতীয়জন ফাৰ্চী। ভাৰতীয়জনে আগবাঢ়ি আহি ছুলতানৰ আগত সাষ্টাঙ্গে প্ৰণিপাত কৰি কুশল কামনা কৰিলে আৰু উপহাৰ এটা আগবঢ়াই দিলে। উপহাৰটো হ'ল—সোণৰ মানুহ এটা; মানুহটোৰ গাত বহুমূলীয়া মণি-মুকুতা ভৰি আছে আৰু হাতত সোণৰ বিকুল এটা। সেইটো



দেখি ছাবুৰে সুধিলে—"মহোদয়, এই মূৰ্তিটোৰ কি গুণ আছে?" ভাৰতীয়জনে উত্তৰ দিলে—"মহাৰাজ! এই মূৰ্তিটো যদি নগৰৰ সিংহদ্বাৰত থৈ দিয়ে, তেন্তে ই নগৰ ৰক্ষা কৰিব পাৰিব। শত্ৰু অহা দেখিলে ই বিকুল বজাই দিব; আৰু লগে লগে শত্ৰু অসাৰ হৈ পৰি মৰি থাকিব।" এই কথা শুনি আচৰিত হৈ ছুলতানে কলে,—"এই কথা যদি সঁচা হয়, তেন্তে আপুনি যিহকে বিচাৰে মই তাকে দান কৰিম।"

তেতিয়া গ্ৰীকজন আগবাঢ়ি আহিল; ছুলতানক সেৱা কৰি তেওঁ ৰূপৰ পাত্ৰ এটা উপহাৰ স্বৰূপে আগবঢ়াই দিলে। পাত্ৰটোৰ সোঁ-মাজতে সোণৰ ম'ৰা চৰাই এটা আছে আৰু তাৰ কেওকাষে একুৰি চাৰিটা পোৱালি-সেইবোৰো সোণৰ।

ছুলতান ছাবুৰে গ্ৰীক জনক সুধিলে—"মহোদয়! এই ম'ৰা চৰাইটোৱে কি কৰিব পাৰে?" গ্ৰীকজনে তেতিয়া কলে—"মহাৰাজ! দিনতেই হওক বা ৰাতিয়েই হওক প্ৰতি ঘণ্টাৰ মূৰে মূৰে এই ম'ৰাটোৱে একোটা পোৱালিক খুটিয়াই দি চিঞৰিব আৰু পাখিৰে ধপ ধপাই দিব। এঘণ্টাৰ মূৰে মূৰে চাৰিঘণ্টা জুৰি এনেকৈ কৰি থাকিব। এমাহ পূৰা হ'লে ই মুখখন মেলি দিব আৰু তেতিয়া মুখৰ ভিতৰত জোনটো দেখিবলৈ পোৱা যাব।" তাকে শুনি ছুলতানে ক'লে,—"আপোনাৰ কথা যদি সঁচা হয়, তেন্তে মই আপোনাৰ মনোবাঞ্ছা পূৰণ কৰিম।"

ইয়াৰ পিচত ফাৰ্চীজন আগবাঢ়ি আহিল। ছুলতানক প্ৰণিপাত জনাই তেওঁ কাঠৰ ক'লা ঘোঁৰা এটা উপহাৰ স্বৰূপে দিলে; ঘোঁৰাটোৰ গাত সোণ আৰু মণিমুকুতা খটোৱা আছে। ঘোঁৰাৰ গাত জীন, লেকাম লগোৱা আছে। ছুলতান ছাবুৰ এই ধুনীয়া ঘোঁৰাটো দেখি মুগ্ধ হ'ল। তেওঁ সুধিলে, "এই ঘোঁৰাটোৰ গুণ কি? ইয়াৰ কি গুপ্ত ৰহস্য আছে?" ফাৰ্চীজনে উত্তৰ দিলে—"এই ঘোঁৰাটোৰ গুণ হ'ল এয়ে যে ইয়াৰ পিঠিত যদি কোনোবা উঠে তেন্তে আৰোহীজনে য'লৈকে যাব খোজে তালৈকে ই উৰা মাৰি লৈ যাব। এবছৰৰ বাট ই এদিনতে যাব পাৰে।" একে দিনাই ইটোৰ পিচত সিটোকৈ এই আচৰিত বস্তু কেইটা দেখি ছুলতান অবাক হ'ল। তেওঁ মানুহ জনক ক'লে—"আল্লাৰ নামত শপত কাঢ়ি কৈছো, আপোনাৰ কথা যদি সঁচা হয়, মই আপোনাৰ কামনা পূৰণ কৰিম। আপুনি যি বিচাৰে তাকে দিম।" ছুলতানে এই ফকীৰ তিনিজনক তিনিদিন আতিথ্য দান কৰিলে। তাৰ পিচত তেওঁ উপহাৰ কেইটাৰ প্ৰমাণ

চাব খুজিলে। তেওঁলোকেও তেতিয়া উপহাৰ কেইটা ছুলতানৰ ওচৰলৈ অনালে আৰু প্ৰত্যেকে নিজৰ নিজৰ বস্তুবোৰৰ অলৌকিক কাণ্ডবোৰ তেওঁৰ আগত দেখুৱালে। বিকুলধাৰী মানুহটোৱে বিকুল বজালে। ম'বাটোৱে পোৱালিবোৰক খুটিয়ালে। ফাৰ্চী ফকীৰজন কাঠৰ ঘোঁৰাটোৰ ওপৰত উঠাত ঘোঁৰাটোৱে তেওঁক ওপৰলৈ লৈ উৰা মাৰি আকৌ নামি আহিল। এইবোৰ দেখা পাই ছুলতান ছাবুৱে বৰ বং পালে। তেওঁ ফকীৰ তিনিজনক ক'লে,—"আপোনালোকৰ কথা সঁচা বুলি মই এতিয়া বিশ্বাস কৰিছো। এতিয়া ময়ো মোৰ অঙ্গীকাৰ পালন কৰিম। আপোনালোকক কি লাগে কওক, মই তাকেই দিম।"

ছুলতানৰ জীয়েকহঁতৰ কথা এই ফকীৰ কেইজনৰ কাণতো পৰিছিলগৈ। তেওঁলোকে ক'লে,—"মহাৰাজে যদি আমাৰ প্ৰতি তুষ্ট হৈ আমাৰ উপহাৰ সমূহ গ্ৰহণ কৰিছে, তেন্তে আমি এটা অনুৰোধ জনাব খুজিছো। মহাৰাজে যেন তিনি গৰাকী জীয়েকক আমালৈ বিয়া দি আমাক জোঁৱাই পাতি লয়।" ছুলতানে তেতিয়া ক'লে—"মই আপোনালোকৰ সেই মনোবাঞ্ছা পূৰণ কৰিছো।" এইবুলি তেওঁ ততালিকে কাজীক মতাই আনিলে, ফকীৰৰ লগত জীয়েকহঁতৰ বিয়া পাতি দিবৰ মনেৰে। ইপিনে জীয়েকহঁতে পৰ্দাৰ আঁৰৰ পৰা জুমি চাই আছিল। তেওঁলোকে কথাবোৰ শুনিলে। সৰুজনী জীয়েকে দেখিলে যে তেওঁৰ দৰা প্ৰায় এশ বছৰীয়া বুঢ়া; চুলিবোৰ পকিছে; মানুহটো অলপ কুজা; চেলাউৰিজোৰ দেখাত বৰ আভঁজা; কাণ দুখন ফুটাই থৈছে; দাড়ি-গোফত বং বোলাই থৈছে; চকু দুটা বঙা আৰু টেলেকা; গাল-মুখ সোমোৱা; নাকটোও বেঙেনাটোৰ লেখিয়া; দাঁত-বোৰ বেৰীয়া গজা; ওঠ দুটাও বৰ আগঢ়ী। মুঠতে ভয় লগা দৈত্যটোৰ দৰে দেখি। ইপিনে ছুলতানৰ নুমলীয়া জীয়েকৰ সমান ৰূপৱতী ছোৱালী সেইকালত দ্বিতীয় এজনী নাছিল। বায়েকহঁততকৈ তাই বেছি ধুনীয়া। সেইদেখি দৰা দেখি তাই নিজৰ শোৱনী কোঠালৈ গৈ কানি-কাপোৰ ফালি-ছিৰি, বুকু ভুকুৱাই কান্দি-কাটি বিলাপ কৰিবলৈ ধৰিলে।

সেই সময়তে তাইৰ ককায়েক যুৱৰাজ কামাৰ-অল-আক্‌মাৰ ক'ৰবাৰ পৰা আহি ঘৰ সোমাইছিল; নুমলীয়া ভনীয়েকলৈ তেওঁৰ বৰ মৰম। ভনীয়েকে কন্দা শুনি তেওঁ সুধিলে,—"কি হ'ল? কিয় বেজাৰ কৰিছ? কি হৈছে সকলো ভাঙি-পাতি ক।" ভনীয়েকে বুকু ভুকুৱাই কান্দি-কাটি ক'লে,—"দাদা! মই লুকাব লগীয়া একো কথা নাই। কাৰেওত স্থান নাই বুলি দেউতাই যদি কয়, তেন্তে



মই ওলাই যাম। সেই কুদ্ধচটোৰ লগত বিয়া পতাৰ সংকল্প যদি পৰিত্যাগ নকৰে, মই ঘৰৰ পৰা ওলাই যাম। ফুটা-কড়ি এটাও যদি মোক নিদিয়ে, তথাপি একো কথা নাই। আল্লাই মোক চাব।" যুৱৰাজে তেতিয়া সুধিলে,—"কিয় তই এইদৰে কৈছ? কিয় তোৰ খং উঠিছে? কান্দিছ কিয় তই?" ৰাজ-কুমাৰীয়ে উত্তৰ দিলে,—"দগাবাজ যাদুকৰ এটাৰ লগত দেউতাই মোৰ বিয়া পাতি দিব খুজিছে; যাদুকৰটোৱে দেউতাক ক'লা ঘোঁৰা এটা উপহাৰ দিছে আৰু তাৰ মন্ত্ৰৰ বলেৰে দেউতাক মন্ত্ৰমুগ্ধ কৰি থৈছে। মই কিন্তু সেইডালক বিয়া নকৰাওঁ।"

ভনীয়েকক শান্তনা দি যুৱৰাজ বাপেকৰ ওচৰলৈ আহিল। তেওঁ ছুলতানক সুধিলে,—"আমাৰ নুমলীয়া ভনীজনীক কোনটো যাদুকৰৰ লগত বিয়া দিব খুজিছে? সিনো আপোনালৈ কি উপহাৰ আনিছে? ছোৱালীজনীৰ মনত দুখ দি মাৰিব খুজিছে নেকি? আপুনি এইটো ভাল কাম কৰা নাই।" ফাৰ্চী যাদু-কৰ জন ওচৰতে থিয় দি আছিল; যুৱৰাজৰ কথা শুনি তেওঁ বেজাৰ পালে আৰু খঙো উঠিল। ইপিনে ছুলতানে মাত লগালে—"ঘোঁৰাটো তুমি দেখিলে অবাক হৈ যাবা।" এইবুলি কৈ তেওঁ লগুৱাক ঘোঁৰাটো আনিবলৈ ক'লে। যুৱৰাজে ঘোঁৰাটো দেখি সন্তোষ পালে। তেওঁ সুনিপুণ অশ্বাৰোহী; সেইদেখি একে চাবেই ঘোঁৰাটোৰ পিঠিত উঠি ৰিকাপিৰে ঘোঁৰাৰ গাত হেঁচুকি দিলে; কিন্তু ঘোঁৰাটোৱে লৰচৰ নকৰিলে। তেতিয়া চুলতানে ফকীৰক ক'লে— "ঘোঁৰাটো কেনেকৈ যায়, দেখুৱাই দিয়ক। আপোনাৰ অভিলাষ পূৰণ কৰাত তেতিয়া মোৰ ল'ৰাৰ পৰাও আপুনি সহায় পাব।" ভনীয়েকক বিয়া দিবলৈ আপত্তি কৰা বাবে ফাৰ্চী জনৰ যুৱৰাজৰ প্ৰতি আখেজৰ ভাব এটা জন্মিছিল। সেইদেখি ঘোঁৰাটোৰ সোঁফালে থকা শলখাডাল দেখুৱাই দি ক'লে যে সেইডাল পকাই দিলেই ঘোঁৰাটো ওপৰলৈ উঠি যাব। এইবুলি কৈ ফকীৰ আঁতৰি গ'ল।

যুৱৰাজেও শলখাডাল পকাই দিলে। দিয়া মাত্ৰেই ঘোঁৰাটোৱে তেওঁক লৈ চৰাইৰ দৰে উৰা মাৰিলে। গৈ গৈ ঘোঁৰাটো নেদেখা হৈ পৰিল। ছুলতানৰ তেতিয়া চিন্তা লাগিল; সেইদেখি ফাৰ্চী জনক ক'লে,—"হে ফকীৰ! যুৱৰাজক এতিয়া নমাই অনাৰ দিহা কৰক।" কিন্তু তেওঁ ক'লে—"মহাৰাজ! মই একো কৰিব নোৱাৰো। তেওঁক আৰু আপুনি দেখা নাপায়। অহঙ্কাৰ দেখুৱাই তেওঁ মোক ঘোঁৰাটো নমাই অনা শলখাডালৰ কথা নুসুধিলে আৰু ময়ো কবলৈ পাহৰি

গ'লো।" এই কথা শুনি চুলতান খঙতে অগ্নিশৰ্মা হৈ পৰিল ; তেওঁ যাদুকৰক মাৰকিল কৰি কাটেকত ভৰাই থবলৈ আদেশ দিলে। চুলতানে মূৰৰ মুকুট দলিয়াই দিলে আৰু কপাল চপৰিয়াই কান্দিবলৈ ধৰিলে। কাৰেঙৰ দুৱাৰখৰ বন্ধ কৰি চুলতান, ৰাণী আৰু ৰাজকুমাৰী সকলোৱে কান্দিকাটি বিলাপ কৰিবলৈ ধৰিলে। নগৰবাসীয়েও বিলাপ কৰিলে। এইদৰে আনন্দৰ ঠাইত বেজাৰে সকলোকে ঢাকি ধৰিলে।

ইপিনে যুৱৰাজৰ কি হ'ল সেই কথালৈ অহা যাওক। ঘোঁৰাটোৱে তেওঁক ওপৰলৈ নি বেলিৰ কায পোৱালেগৈ। তেওঁ বুজিলে যে তেওঁ মৃত্যুৰ মুখত পৰিব লাগিব—তাৰ বাহিৰে আৰু একো উপায় নাই। ঘোঁৰাটোত উঠাই ভুল হ'ল বুলি তেওঁ খেদ কৰিবলৈ ধৰিলে। যুৱৰাজে ভাবিলে—"ফকীৰে এইটো বুধি কৰি মোক মাৰিবৰ দিহা কৰিলে। কিন্তু আল্লা আছে। আল্লাৰ সমান মহান কোনো হ'ব নোৱাৰে। কিন্তু এটা কথা নহয়! ঘোঁৰাটো ওপৰলৈ উঠি যোৱা শলখা এডাল আছে যেতিয়া তললৈ নমাই নিয়া শলখা এডালো নাই নে ?" যুৱৰাজ বুধিয়ক মানুহ ; তেওঁ ঘোঁৰাটোৰ গাত হাতেৰে খেপিয়াই চালে ; কিন্তু সোঁ ফালে, বাওঁ ফাল—কোনো পিনে একো কলকব্জা থকা তেওঁ নেদেখিলে। সোঁ হাতৰ শলখা ডালকে তেওঁ পকাই দিলে ; কিন্তু ঘোঁৰাটো তেতিয়া আৰু বেগেৰেহে ওপৰলৈ যাবলৈ ধৰিলে। তেতিয়া তেওঁ সেই শলখাৰ পৰা হাতখন আঁতৰাই নিলে ; এনেতে ঘোঁৰাটোৰ কান্ধৰ কাষত এডাল শলখা থকা দেখা পাই তেওঁ সেইডাল পকাই দিলে। দিয়া মাত্ৰেই ঘোঁৰাৰ ওপৰমুৱা গতি মন্থৰ হৈ পৰিল আৰু লাহে লাহে তলৰ পিনে নামিবলৈ ধৰিলে। ঘোঁৰাটোৰ সকলো কলাকৌশল আয়ত্ত কৰিব পৰাত যুৱৰাজৰ মনত বৰ বং লাগিল। মৃত্যুৰ মুখৰ পৰা উদ্ধাৰ কৰা দেখি তেওঁ আল্লাৰ নামত প্ৰণতি জনালে।

ঘোঁৰাটোৱে তেওঁক পৃথিৱীৰ পৰা বহুত নিলগলৈ লৈ গৈছিল ; এটা দিন তেওঁ একেবাহে তললৈ নামি আহিল ; এইদৰে নামোতে তেওঁ আগতে নেদেখা বহুতো নগৰ আৰু দেশ দেখিবলৈ পালে। তাৰ ভিতৰত তেওঁ সেউজীয়া গছবনৰ মাজত এখন নগৰ দেখা পালে ; নগৰখন বৰ বঢ়িয়াকৈ পতা হৈছে। জান-জুৰি, গছ-গছনি ভৰি আছে। পথাৰত হৰিণবোৰ চৰি আছে। তাকে দেখি তেওঁ ভাবিলে এই নগৰখনৰ নাম কি বাৰু ? এইখননো কোন দেশ ? আকাশতে কেওপিনে ঘূৰি ঘূৰি তেওঁ নগৰখন চাবলৈ ধৰিলে। এনে সময়তে গধূলি হ'ল। বেলি মাৰ যাবৰ হৈছে। তেওঁ ভাবিলে—"নিশাটো কটাবৰ বাবে এইডোখৰ ঠায়েই আটাইতকৈ



ভাল হ'ব। ইয়াতে থাকি কাইলৈ নিচেই পুৱাতে আমাৰ ৰাজ্যলৈ ঘূৰি যাম আৰু সকলোকে মোৰ ঘটনাৰ কথা আৰু মই দেখা ঠাইবোৰৰ কথা ক'মগৈ।"

এইবুলি ভাবি তেওঁ এনে এডোখৰ ঠাই বিচাৰিবলৈ ধৰিলে য'ত থাকিলে তেওঁক আৰু তেওঁৰ ঘোঁৰাটোক কোনেও দেখা নাপায়। এনেতে তেওঁ এটা ৰাজ কাৰেং দেখা পালে—সেইটো বিৰাট কাৰেং ঘৰ ; কেওপিনে দেৱালেৰে ঘেৰি থৈছে। মাজে মাজে ওখ দুৰ্গবোৰ। যাঠী, তৰোৱাল, ধেনু-কাড় লৈ দুকুৰি কৃষ্ণকায় দাসে পহৰা দি আছে। তেওঁ ভাবিলে "মোৰ কাৰণে এয়ে উপযুক্ত ঠাই।" এইবুলি ভাবি তেওঁ ঘোঁৰাটো তললৈ নমাই নিয়া শলখাডাল পকাই দিলে ; ঘোঁৰাটোও চৰাইৰ দৰে তললৈ আহি কাৰেঙৰ ওপৰতে নামিল। আল্লাৰ নাম স্মৰণ কৰি যুৱৰাজে ঘোঁৰাটোক ভালকৈ নিৰীক্ষণ কৰি ক'লে—"যি এই ঘোঁৰাটো এনে নিপুণ ভাৱে তৈয়াৰ কৰিছে, সেই মানুহজন নিশ্চয় বৰ পাকৈত লোক। আল্লাই যদি মোৰ আয়ুস অটুট ৰাখি স্বদেশলৈ ওলোটাই নি পিতৃ-মাতৃৰ কাষ পোৱায়গৈ, তেন্তে মই সেইজন মানুহক বহুতো ধনসোণ দিম।" ইতিমধ্যে নিশা হ'ল ; সকলো শুলে বুলি ভাবি নিশ্চিন্ত হৈ তেওঁ কাৰেঙৰ মূধতে বহি থাকিল। নিজৰ ঘৰৰ পৰা অহাৰ পৰা তেওঁ একোকে মুখত দিয়া নাই। সেইদেখি ভোক আৰু পিয়াহে তেওঁক হেঁচি ধৰিছে। তেতিয়া তেওঁ ভাবিলে—"এনেকুৱা কাৰেং এটাত খোৱা-বস্তুৰ কেতিয়াও অভাৱ নঘটে।" সেইদেখি ঘোঁৰাটো তাতে থৈ তেওঁ খোৱাবস্তু বিচাৰি তললৈ নামি গ'ল।

তেওঁ খটখটিয়েদি তললৈ নামি এটা কোঠা পালেগৈ—মজিয়াখন বগা মাৰ্বল পাথৰেৰে বন্ধোৱা ; জোনৰ পোহৰত গোটেই মজিয়াখন তিৰবিৰাই আছে। ঠাই ডোখৰৰ কাৰু-কাৰ্য দেখি তেওঁ অভিভূত হৈ পৰিল। কিন্তু ক'তো মানুহ এটা দেখা নাপালে আৰু কাৰো মাত এটাও শুনিবলৈ নাপালে। কেনি যাব, কি কৰিব তাকে ভাবি তেওঁ পেপুৱা লাগিল। তেতিয়া তেওঁ মনতে ভাবিলে—"মই ঘোঁৰাটো এৰি থৈ অহা ঠাইলৈকে উলটি গৈ তাতে নিশাটো কটোৱাহে ভাল হ'ব। ৰাতি পুৱালেই মই ঘোঁৰাত উঠি গুচি যাম।" পিচে এইদৰে মনতে ভাবিগুণি থাকোতে তেওঁ কাৰেঙত চাকিৰ পোহৰ দেখা পালে ; সেইপিনে আগবাঢ়ি গৈ তেওঁ দেখিলে যে হেৰেমৰ দুৱাৰমুখতে মম এডাল জ্বলি আছে। কাষতে দাস এটা শুই আছে ; মানুহটো ইফ্ৰিট জনজাতীয় লোক—বৰ শকত-আৱত মানুহ। সি দুৱাৰমুখতে শুই আছে ; কাষত থকা খোলা তৰোৱালখন মমৰ পোহৰত তিৰবিৰাই আছে।

তাৰ মূৰৰ কাষতে থোৱা বস্ত্ৰ আদি ভৰাই থোৱা চামবাৰ মোনা এটা ওলোমাই থোৱা আছে। মানুহটো দেখি যুৱৰাজে ভয় খালে ; তেওঁ ক'লে—"হে আল্লা ! তুমি মোক সহায় কৰা। তুমি ইতিমধ্যে মোক মৃত্যুৰ মুখৰ পৰা উদ্ধাৰ কৰিলা। এইবাৰো এই কাৰেঙৰ পৰা নিৰ্বিঘ্নে উলটি যাব পৰাকৈ মোক শক্তি দিয়া।" এইবুলি ভাবি তেওঁ মোনাটোত হাত দিলে আৰু সেইটো নমাই এচুকলৈ নি খুলিলে। তাৰ ভিতৰত বহুতো খোৱাবস্ত্ৰ আছিল। পেট ভৰাই খাই তেওঁ পানী খালে। তাৰ পিচত মোনাটো আগৰ ঠাইত ওলোমাই থলে। তেতিয়া তেওঁ সেই শুই থকা দাসটোৰ কাষৰ পৰা তৰোৱালখন নিজৰ হাতলৈ তুলি ল'লে।

ইয়াৰ পিচত যুৱৰাজ কাৰেঙৰ ভিতৰলৈ সোমাই গ'ল ; তেওঁ গৈ দ্বিতীয় মহলা পালে। তাতে পৰ্দা এখন আঁৰি থোৱা আছিল ; পৰ্দাখন দাঙি তেওঁ দেখিলে—এখন হাতী দাঁতৰ পালেং ; তাত মণি-মুকুতাৰ কাম কৰা আছে। পালেঙৰ কেওকাষে চাৰিজনী দাসী শুই আছে। পালেঙৰ ওপৰতনো কোন আছে, তাকে চাবলৈ বুলি আগুৱাই গৈ তেওঁ দেখিলে—এজনী গাভৰু শুই আছে। চেহেৰা পূৰ্ণিমাৰ জোনটোৰ দৰে ; গাল দুখন সেন্দুৰীয়া ; গালৰ তিলকেইটাই ৰূপত ৰহন চৰাইছে। ছোৱালীজনীৰ ৰূপ দেখা পাই তেওঁ ভোল গ'ল। তেওঁৰ মনত তেতিয়া ভয়ৰ ভাৱ নাছিল। তেওঁ আগবাঢ়ি গ'ল ; শিৰাই শিৰাই উত্তেজনা অনুভৱ কৰি তেওঁ ছোৱালীজনীক চুম্বন কৰিলে। ছোৱালীজনীয়ে সাৰ পাই চকু মেলি চালে আৰু যুৱৰাজক দেখি সুধিলে—"আপুনি কোন ? ক'ৰ পৰা আহিছে ?" যুৱৰাজে ক'লে—"মই তোমাৰ দাস আৰু প্ৰেমাকাঙ্ক্ষী"। গাভৰুৱে সুধিলে "আপোনাক ইয়ালৈ আনিলে কোনে ?" যুৱৰাজে মাত লগালে—"আল্লা আৰু মোৰ সৌভাগ্যই।" ছোৱালীজনীৰ নাম আছিল ছামছ-অল-নাহাৰ ; তেওঁ ক'লে—"বোধকৰো আপুনিয়েই মোক বিয়া কৰিবৰ বাবে কালি মোৰ পিতাৰ ওচৰত প্ৰস্তাৱ দাঙি ধৰিছিল ; কিন্তু মোৰ পিতাই সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে ; তেওঁ ভাবিলে যে আপুনি দেখাই-শুনাই ভাল নহয়। কিন্তু পিতাই সেই কথা ভাবি ভুল কৰিলে ; কিয়নো আপুনি ৰূপৱান।" আচলতে হিন্দৰ ৰজাৰ পুতেকে তেওঁক বিয়া কৰিব খুজিছিল ; কিন্তু তেওঁৰ পিতৃয়ে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে ; সেই ৰাজপুত্ৰজন দেখাত আপচু আছিল। গাভৰুৱে এই যুৱৰাজকে সেই ৰাজপুত্ৰজন বুলি ভাবিলে। যুৱৰাজৰ ৰূপ দেখি তেওঁ মোহিত হ'ল ; তেওঁৰ অন্তৰত প্ৰেমৰ শিখা জ্বলি উঠিল।



এনেতে দাসী কেইজনীয়ে সাৰ পালে ; যুৱৰাজক ৰাজকুমাৰীৰ লগত দেখি সিহঁতে সুধিলে, "এখেত কোন ?" ৰাজকুমাৰীয়ে ক'লে—"মই নাজানো ; সাৰ পাই উঠি দেখিলো যে তেওঁ মোৰ কাষতে বহি আছে। বোধকৰো তেৱেঁই মোক বিয়া কৰাবৰ বাবে পিতাৰ ওচৰত প্ৰস্তাৱ কৰিছিল।" কিন্তু দাসী কেই-জনীয়ে মাত লগালে—"বিয়াৰ প্ৰস্তাৱ কৰা জন এখেত নহয় ; সেইজন মানুহ দেখিবলৈ বৰ আপচু ; এখেত ধুনীয়া মানুহ। সেই মানুহজন এখেতৰ দাসৰো উপযুক্ত নহয়।" তেতিয়া দাসী কেইজনীয়ে বাহিৰলৈ ওলাই গৈ দাসটোক জগাই দিলে ; সি চকমক খাই উঠিল। দাসী কেইজনীয়ে ক'লে,—"তুমি কাৰেঙত পহৰা দি আছা। সিপিনে আমি শুই থকা অৱস্থাত কোনোবা মানুহ গৈ শোৱনী কোঠা সোমাইছে।" এই কথা শুনিয়েই দাসটোৱে তৰোৱালখন হাতত তুলি লবলৈ আগবাঢ়িল ; কিন্তু তৰোৱালখন বিচাৰি নাপালে। ভয়তে সি কঁপিবলৈ ধৰিলে। সি তেতিয়া ভিতৰ সোমাই গ'ল ; ৰাজকুমাৰীৰ লগত কথা পাতি থকা মানুহজনক দেখা পাই সি সুধিলে—"ডাঙৰীয়া আপুনি মানুহ নে অশৰীৰী ?" যুৱৰাজে গৰজি উঠি ক'লে—"অধম দাস ! তই ৰাজপুত্ৰক ছয়তানৰ লগত ৰিজাবলৈ সাহ কৰিলি ?" হাতৰ তৰোৱালখনত মুঠি মাৰি ধৰি তেওঁ দাসটোক ক'লে,—"মই ছুলতানৰ জোঁৱায়েক। তেওঁ নিজৰ জীয়েকক মোলৈ বিয়া দিছে।" এই কথা শুনি দাসটোৱে উত্তৰ দিলে—"ডাঙৰীয়া আপুনি কোৱা কথা যদি সঁচা হয়, তেন্তে ৰাজকুমাৰী আপোনাৰ কাৰণে উপযুক্ত হৈছে আৰু আপুনিও ৰাজকুমাৰীৰ কাৰণে উপযুক্ত হৈছে।"

তেতিয়া দাসটো ছুলতানৰ ওচৰলৈ চিঞৰি-বাখৰি লৰ মাৰিলে ; তাৰ চিঞৰ শুনি ছুলতানে সুধিলে—"তোৰ কি হ'ল ? তুৰন্তে ক।"

দাসটোৱে ক'লে—"জাহাপনা ! আপুনি জীয়েকৰ কোঠালৈ আহক। কোনোবা দৈত্য এটা ৰাজপুত্ৰৰ ৰূপ ধৰি ৰাজকুৱৰীৰ ওচৰ পাইছেহি। আপুনি বেগেতে ব'লক।" এই কথা শুনি ছুলতানে খঙতে তাক মাৰি পেলাব খুজিছিল। তেওঁ ক'লে—"দৈত্যটো তাইৰ ওচৰলৈ যাবলৈ পালে কেনেকৈ ? তইনো কি পৰ দিছিলি ?" ছুলতান তেতিয়া ৰাজকুমাৰীৰ অন্দৰ মহললৈ গ'ল ; দাসী কেইজনীয়ে ছুলতানৰ কাৰণে বাট চাই আছিল। তেওঁ সিহঁতক সুধিলে—"মোৰ ছোৱালীজনীৰ কি হ'ল ?" সিহঁতে কলে—"জাহাপনা ! আমি শুই আছিলো। সাৰ পাই দেখো যে ডেকা মানুহ এজনে পালেঙত বহি তেওঁৰ লগত কথা পাতি আছে। মানুহজন বৰ ধুনীয়া ; এনে ধুনীয়া মানুহ আমি আগে পিচে দেখাই

নাই। সেইদেখি আমি তেওঁক সুধিলো—তেওঁনো কোন! তেওঁ ক'লে আপুনি হেনো জীয়েকক তেওঁলৈ বিয়া দিছে। ইয়াৰ বাহিৰে আমি আৰু একো নাজানো। তেওঁ মানুহ নে ছয়তান সেই কথাও নাজানো। কিন্তু কথাই বতৰাই, আচাৰ ব্যৱহাৰে মানুহজন ভাল; তেওঁ একো অশোভনীয় আচৰণ দেখুওৱা নাই।"

এই কথা শুনি ছুলতানৰ খং অলপ পাতলিল; তেওঁ লাহে লাহে পৰ্দাখন দাঙিলে। দেখিলে যে জীয়েকৰ লগত অপৰূপ সুন্দৰ যুৱৰাজ এজনে কথা পাতি আছে। পিচে জীয়েকৰ সন্মানৰ বিষয়ে ছুলতান সচেতন হৈ পৰিল; তেওঁ পৰ্দাখন ঠেলামাৰি হাতত খোলা তৰোৱালখন লৈ ক্ৰোধমূৰ্তি ধৰি, তেওঁলোকৰ ফালে চোঁচা ললে। যুৱৰাজে তেওঁক দেখা পাই ৰাজকুমাৰীক সুধিলে—"এখেতেই তোমাৰ পিতৃ নেকি?" ৰাজকুমাৰীয়ে হয় বুলি ক'লে। যুৱৰাজে তেতিয়া জাপ মাৰি থিয় দিলে আৰু হাতত তৰোৱালখন লৈ ছুলতানক উদ্দেশ্য কৰি এটা বিৰাট হুঙ্কাৰ দিলে; চিঞৰ শুনি ছুলতান পেপুৱা লাগিল। পিচমুহূৰ্ত্ততে যুৱৰাজে হাতত তৰোৱাল তুলি লৈ ছুলতানৰ ওপৰত জপিয়াই পৰিলহেতেন। পিচে ছুলতানে ইতিমধ্যে গম ধৰিলে যে যুৱৰাজ তেওঁতকৈ অধিক শক্তিৱন্ত; সেইদেখি তেওঁ খাপৰ ভিতৰত তৰোৱালখন ভৰাই থলে। তেতিয়া যুৱৰাজ তেওঁৰ কাষলৈ অহাত ছুলতানে সম্ভ্ৰমেৰে তেওঁক সুধিলে—"হে যুৱক! তুমি মানুহ নে কোনোবা মায়াবী।" যুৱৰাজে ক'লে—"মোৰ গৃহস্থ স্বৰূপে আপোনাক সন্মান নেদেখুৱা হলে আৰু আপোনাৰ জীয়েকৰ সন্মানৰ প্ৰতি লক্ষ্য নৰখা হলে মই আপোনাৰ ৰক্তপাত ঘটালোহেতেন। কি সাহসত আপুনি মোক ছয়তানৰ শাৰীত থবলৈ আগবাঢ়িছে? মই চহৰু ৰাজপৰিয়ালৰ যুৱৰাজ। সেই পৰিয়ালে ইচ্ছা কৰা হলে আপোনাৰ ৰাজ্য দখল কৰি আপোনাৰ সকলো গৌৰৱ, সম্পত্তি আদি কাঢ়ি নিব পাৰিলেহেঁতেন।"

এই কথা শুনি ছুলতানৰ মনত সংশয় উপজিল; তেওঁ তেতিয়া ক'লে—"তুমি কোৱা মতেই তুমি যদি ৰাজকুমাৰ হোঁৱা, তেন্তে মোৰ অনুমতি নোহোৱাকৈ তুমি কিয় মোৰ কাৰেঙৰ ভিতৰ সোমালা? কিয় মোৰ সন্মান হানি কৰি মোৰ ছোৱালীৰ ঘৰৰ ভিতৰলৈ আহিলা? কিয় মোৰ ছোৱালীৰ স্বামী বুলি মিছাকৈ কৈছা আৰু মই তোমালৈ ছোৱালী বিয়া দিয়া বুলি কৈছা কিয়? যিবোৰ ছুলতান আৰু ৰাজপুত্ৰই মোৰ ছোৱালীক বিয়া কৰিবলৈ প্ৰস্তাৱ কৰিছিল, সেইবোৰক মই বধ কৰাইছো বুলি তুমি নাজানানে? এতিয়া তোমাক মোৰ হাতৰ পৰা কোনে



ৰক্ষা কৰিব? মই যদি মোৰ দাস আৰু লগুৱাবোৰক আদেশ দিওঁ, সিহঁতে ততালিকে তোমাৰ শোচনীয়ভাৱে মৃত্যু ঘটাব। মোৰ হাতৰ পৰা তোমাক কোনে উদ্ধাৰ কৰিব?" ছুলতানৰ কথা শুনি যুৱৰাজে ক'লে—"আপোনাৰ চুটি বুধি দেখি মই অবাক হৈছো। কওকচোন বাৰু, আপোনাৰ জীয়েকৰ বাবে মোতকৈ দেখাই শুনাই ভাল দৰা এটা বিচাৰি পাব নে? মোৰ সমান সাহসী মানুহ এজন বিচাৰি পাবনে? ছুলতান হবৰ বাবে বা তাতোকৈ ওখ আসন লব পৰা মোতকৈ আৰু কোনোবা যোগ্যতৰ মানুহ আছেনে?" ছুলতানে উত্তৰ দিলে—"নাই। কিন্তু তুমি যদি ছুলতানৰ নিয়ম-দস্তুৰ মানি সাক্ষী-বাদীৰ আগত মোৰ ছোৱালীক বিয়া কৰাবৰ বাবে মোৰ ওচৰত প্ৰস্তাৱ কৰিলাহেতেন, তেতিয়া হলে মই তাইক তোমালৈ বিয়া দিলোহেঁতেন। গোপনে বিয়া দিবলৈকো তুমি মোৰ ছোৱালীৰ সন্মান হানি কৰি মোক লঘু কৰিলা।" যুৱৰাজে তেতিয়া ক'লে—"হে ছুলতান! আপুনি ঠিকেই কৈছে! পিচে আপুনি যদি আপোনাৰ দাস আৰু সৈন্যদলক মাতি আনে আৰু সিহঁতে মোক বধ কৰে, তেন্তে আপোনাৰ অপবাদহে তাৰ দ্বাৰা জাহিৰ কৰা হব। কিছুমান মানুহে আপোনাৰ কথা বিশ্বাস কৰিব; কিন্তু কিছুমানে বিশ্বাস নকৰে। সেইদেখি আপুনি মনৰ পৰা কথাখিনি পৰিহাৰ কৰক—তাৰ ঠাইত মই যি উপদেশ দিওঁ তাকে গ্ৰহণ কৰক।"

ছুলতানে ক'লে—"তুমি নো কি উপদেশ দিয়া, তাকে প্ৰথমে শুনোচোন।" তেতিয়া যুৱৰাজে ক'লে—"মই আপোনাক এইটো কথাকে কব খুজিছো: আপুনি মোৰ লগত যুজক; যেয়ে প্ৰতিপক্ষক বধ কৰিব পাৰিব তেৱেঁই যোগ্যতৰ বুলি প্ৰতিপন্ন হব আৰু ৰাজপাট খোৱাৰ অধিকাৰ তেওঁৰেই বেছি হ'ব। তাকে যদি নকৰে তেন্তে মোক নিশাটো থাকিবলৈ দিয়ক আৰু ৰাতিপুৱালে আপোনাৰ অশ্বাৰোহী, পদাতিক বাহিনী আৰু দাসবোৰক মোৰ বিৰুদ্ধে যুদ্ধত নিয়োগ কৰক। বাৰু কওকচোন, আপোনাৰ সৈন্য-সংখ্যা কিমান?" ছুলতানে ক'লে—"মোৰ চল্লিছ হেজাৰ অশ্বাৰোহী আছে; তদুপৰি তাৰ সমান সংখ্যক দাস আৰু সিহঁতৰ অধীনস্থ লোক আছে।" তেতিয়া যুৱৰাজে ক'লে—"ৰাতিপুৱা এই সকলোবোৰকে আপুনি মোৰ বিৰুদ্ধে নিয়োগ কৰিব আৰু সিহঁতক ক'ব—"এই মানুহটোৱে মোৰ ছোৱালী বিয়া কৰাব খুজিছে; এইটো চৰ্ত্তত সি বিয়া কৰাব খুজিছে যে তোমালোক সকলোৰে বিৰুদ্ধে সি অকলে যুজিব। সি দাবী কৰিছে যে সি তোমালোকৰ সকলোকে ঘটুৱাই নিপাত কৰিব; তোমালোকে হেনো তাক ঘটুৱাব নোৱাৰা।" এইবুলি কৈ মোক সিহঁতৰ লগত যুজিবলৈ দিব। সিহঁতে যদি

মোক বধ কৰে, আপোনাৰ এই গোপন ঘটনাটো গোপন হৈয়েই থাকিব আৰু আপোনাৰ সন্মানো অক্ষুণ্ণ থাকিব ; যদি মই সিহঁতক পৰাস্ত কৰো আৰু সিহঁতে ছত্ৰভঙ্গ দিয়ে, তেন্তে ছুলতান এজনে যেনেকুৱা মানুহক জোঁৱাই স্বৰূপে পাবলৈ বিচাৰে মই তেনে মানুহ বুলিয়েই প্ৰতিপন্ন হ'ম ।"

ছুলতানেও তেওঁৰ কথাকে মানি ল'লে ; কিন্তু তেওঁৰ সাহস দেখি ছুলতান আচৰিত হ'ল । গোটেই সৈন্য বাহিনীৰ বিৰুদ্ধে যুজ কৰাৰ ধৃষ্টতা দেখিও অবাক হ'ল । পিচে পেটে পেটে তেওঁ নিশ্চিন্ত আছিল যে এই যুজতে যুৱৰাজ মৰিব আৰু লগে লগে ছুলতানেও আপদ সাৰিব পাৰিব ; সন্মান হানি হোৱাৰ শঙ্কাৰ পৰাও মুক্ত হব পাৰিব । তেতিয়া ছুলতানে দাসক তুৰন্তে ৱাজিৰৰ ওচৰলৈ যাবলৈ ক'লে আৰু সমগ্ৰ সৈন্যবাহিনী সজাবলৈ আদেশ দিছে বুলি ৱাজিৰক জনাবলৈ ক'লে । অস্ত্ৰ-শস্ত্ৰ লৈ সকলোৱে অশ্বাৰোহন কৰি সাজু থাকিব লাগিব । দাসে সেইমতে সম্বাদ দিয়াত ৱাজিৰে সেনাপতিসকলক ততালিকে মতাই আনিলে আৰু তেওঁলোকক যুজৰ কাৰণে সুসজ্জিত হবলৈ নিৰ্দেশ দিলে । এপিনে সেই আয়োজন চলিল আৰু আনপিনে ছুলতানে যুৱৰাজৰ লগত বহুত সময় কথা-বতৰা পাতি কটালে ; যুৱৰাজৰ সজ কথা, সজ আচৰণ আৰু আভিজাত্যৰ চিনাকি পাই ছুলতানে তৃপ্তিবোধ কৰিলে । ৰাতিপুৱা ছুলতান তেওঁৰ কাৰেঙলৈ উলটি গ'ল ; সিংহাসনত বহাৰ মূৰত তেওঁ আদেশ দিলে যে তেওঁৰ ঘোঁৰাশালত থকা আটাইতকৈ ধুনীয়া ঘোঁৰাটো সজাই-পৰাই আনি যুৱৰাজক দিব লাগে । পিচে যুৱৰাজে তেতিয়া ক'লে—"হে ছুলতান ! মই সমুদায় সৈন্য বাহিনীক দেখা নোপোৱালৈকে ঘোঁৰাত নুঠো ।" ছুলতানে উত্তৰ দিলে—"সেই মতেই হ'ব বাৰু ।"

ইয়াৰ পিচত দুয়ো সৈন্যবাহিনীৰ সমাবেশ ঘটোৱা পথাৰত উপস্থিত হ'লগৈ । যুৱৰাজে তেওঁলোকৰ পিনে চাই দেখিলে যে বহুতো সৈন্য গোট খাইছে । তেনেতে ছুলতানে চিঞৰি ক'লে—"সৈন্যদল ! মোৰ সমুখত এজন ডেকা উপস্থিত হৈছেহি— তেওঁ মোৰ কন্যাৰ পাণি-প্ৰাৰ্থনা কৰিছে । তেওঁৰ নিচিনা উপযুক্ত মানুহ এজন মই কেতিয়াও দেখা নাই ; তেওঁৰ দৰে সাহসী আৰু বলৱান লোকো নোলাব ; কিয়নো তেওঁ দাবী কৰিছে যে তেওঁ অকলে যুজি তোমালোকক ঘটুৱাব পাৰিব আৰু তোমালোক হেনো পলাবলৈ বাধ্য হ'বা । তোমালোক সংখ্যাত একলাখ হ'বা যদিও তেওঁৰ কাৰণে হেনো সেয়ে এমুঠি মানুহৰ তুল্য হ'ব । শুনা তোমালোকে ! তেওঁ যেতিয়া আক্ৰমণ কৰিব, তোমালোকেও যাঠী আৰু তৰোৱালেৰে



তেওঁক আক্ৰমণ কৰিবা ।" এইবুলি কৈ ছুলতানে যুৱৰাজক ক'লে—"যোৱা এতিয়া ! তুমি তেওঁলোকৰ বিৰুদ্ধে অগ্ৰসৰ হোৱা ।" যুৱৰাজে তেতিয়া ক'লে "হে ছুলতান ! আপুনি মোৰ প্ৰতি ন্যায় বিচাৰ কৰা নাই । সৈন্যবাহিনী ঘোঁৰাত উঠি আছে আৰু মই মাটিত থিয় দি আছো । এনে অৱস্থাৰে মই তেওঁলোকৰ বিৰুদ্ধে অগ্ৰসৰ হওঁ কেনেকৈ ?" ছুলতানে ক'লে—"মইতো তোমাক ঘোঁৰাত উঠিবলৈ কৈছিলো ; তুমিহে সেই কথা গ্ৰাহ্য নকৰিলা । মোৰ কোনটো ঘোঁৰা লাগে তুমি বাছি লোৱা ।" যুৱৰাজে ক'লে—"আপোনাৰ এটা ঘোঁৰাতো মোৰ মন খোৱা নাই । মই যিটো ঘোঁৰাত আহিছিলো, সেইটোৰ বাহিৰে আন ঘোঁৰাত নুঠো ।" তেতিয়া ছুলতানে সুধিলে—"তোমাৰ ঘোঁৰা ক'ত আছে ?" "আপোনাৰ কাৰেঙৰ মূধত ।"

এই কথা শুনি ছুলতানে চিঞৰি ক'লে—"জোলোঙাৰ মেকুৰী এইবাৰহে ওলাল । তোমাৰ বলিয়ালিৰ প্ৰথম পৰিচয় পোৱা গৈছে ! কাৰেঙৰ মূধত আকৌ ঘোঁৰাটো থাকিব কেনেকৈ ? বাৰু ! তোমাৰ কথা সঁচা নে মিছা তাৰ বিচাৰ আমি এতিয়াই ল'ম ।" এই বুলি তেওঁ এজন বিষয়াৰ পিনে চাই ক'লে—"মোৰ কাৰেঙলৈ গৈ মূধত কি পোৱা লৈ আহিবা ।" যুৱৰাজৰ কথা শুনি সকলো মানুহ অবাক হ'ল ; তেওঁলোকে কোৱাকুই কৰিলে—ঘৰৰ মূধৰ পৰা ঘোঁৰাটো নামি আহিব কেনেকৈ ? এনেকুৱা কথা আমি আৰু শুনা নাই ।" ইতিমধ্যে ছুলতানৰ দূত গৈ কাৰেঙৰ মূধত উঠিল ; তাত ঘোঁৰা এটা থিয় হৈ থকা দেখা পালে ; এনে ধুনীয়া ঘোঁৰা আগেয়ে কেতিয়াও দেখা নাই । পিচে দূতে কাষ চাপি গৈ ভালকৈ চোৱাত গম ধৰিব পাৰিলে যে সেইটো কাঠৰ ঘোঁৰাহে । তেওঁৰ লগতে বিষয়াসকলো গৈছিল ; তেওঁলোকে হাঁহিবলৈ ধৰিলে—"ডেকাজনে এইটো ঘোঁৰাৰ কথাকে কৈছিল নেকি ? তেওঁকনো আৰু পগলা নুবুলি কি বুলিম ? বাৰু, ক'ৰ পানী ক'লৈ যায় দেখা যাওক । কিজানি ইয়াৰ মাজতে প্ৰৱল পৰাক্ৰমী কিবা এটা আছে ।" তেওঁলোকে তেতিয়া ঘোঁৰাটো দাঙি লৈ ছুলতানৰ ওচৰ পোৱালেগৈ । সকলো পাত্ৰ-মন্ত্ৰীয়ে ঘোঁৰাটো বেৰি ধৰিলেহি । এনে সুগঢ়ী ঘোঁৰাটো আৰু তাৰ জাকজমক জীন-লেকাম দেখি তেওঁলোক আচৰিত হ'ল । ছুলতানো বৰ আচৰিত হ'ল । তেওঁ যুৱৰাজক সুধিলে—"তোমাৰ ঘোঁৰা এইটোৱেই নেকি ?" যুৱৰাজে ক'লে—"হয় এইটোৱেই মোৰ ঘোঁৰা । ইয়াৰ আচৰিত কাণ্ড-কাৰখানা আপুনি এতিয়াই দেখিবলৈ পাব ।" ছুলতানে তেতিয়া ক'লে—"উঠা এতিয়া !" কিন্তু যুৱৰাজে ক'লে—"সৈন্য বাহিনী দূৰলৈ আঁতৰি নগলে মই ঘোঁৰাত নুঠো ।"

তেতিয়া ছুলতানে সৈন্যবাহিনীক আঁতৰি থিয় হবলৈ আদেশ দিলে। যুৱৰাজে ক'লে—"হে ছুলতান! মই এতিয়া ঘোঁৰাত উঠিম আৰু আপোনাৰ সৈন্যবাহিনীক আক্ৰমণ কৰি চেদেলি-ভেদেলি কৰি দিম।" ছুলতানে ক'লে—"তোমাৰ যি ইচ্ছা তাকে কৰা।"

যুৱৰাজ ঘোঁৰাত উঠিল; সমুখৰ পিনে সৈন্যবাহিনী শাৰী পাতি সাজু হৈ থাকিল। সৈন্যবোৰে কোৱাকুই কৰিলে—"ল'ৰাটো আমাৰ শাৰীবোৰৰ মাজলৈ আহিলে আমি যাঠী আৰু তৰোৱালেৰে থকাসৰকা কৰিম।" আন এটাই ক'লে "আল্লাই ভাল দুৰ্ভাগ্যৰ মাজলৈ ঠেলি দিলে! এনেকুৱা ধুনীয়া ল'ৰা এটাকনো বধ কৰিম কেনেকৈ?" আন এটা সৈন্যই ক'লে—"সেইটো মানুহক শ'লঠেকত পেলোৱাটো উন্মাদ কথা বুলি ভাবিছ হ'বলা? নিজৰ শক্তি সামৰ্থ্যৰ কথা নজনাকৈ তেওঁ ইমানখিনিলৈ কেতিয়াও আগবঢ়া নাই।" ইপিনে যুৱৰাজে ঘোঁৰাৰ ওপৰত উঠি আকাশলৈ উৰি যোৱা শলখাডাল পকাই দিলে; তেওঁনো কি কৰে তাকে সকলোৱে পলক নেপেলোৱাকৈ চাই থাকিল। ঘোঁৰাটোৱে উশাহ লোৱাৰ নিচিনা কৰিলে, তাৰ গাটো হেন্দুলিবলৈ ধৰিলে; নূৰকত ঘোঁৰাটোৰ পেটৰ ভিতৰত বতাহ ভৰি পৰিল আৰু লগে লগে সি চালকসহ আকাশৰ পিনে উঠি যাবলৈ ধৰিলে। তাকে দেখি ছুলতানে সৈন্যবোৰক চিঞৰি ক'লে—"কি চাই আছা? ধৰা! ধৰা! নহলে তেওঁ পলাব এতিয়া!" পিচে পাত্ৰ-মন্ত্ৰীসকলে ছুলতানক ক'লে—"জাহাপনা! উৰণীয়া চৰাই এটাক জানো মানুহে ধৰিব পাৰিব? এইটো নিশ্চয় কোনোবা সাংঘাতিক যাদুকৰ বা ছয়তানৰ প্ৰতিমূৰ্তি। আল্লাই যে তাৰ হাতৰ পৰা আপোনাক ৰক্ষা কৰিলে সেয়ে বহুত। আপুনি ৰক্ষা পৰা বাবে আৰু আপোনাৰ সৈন্যবাহিনী ৰক্ষা পৰা বাবে আল্লাৰ নাম লওক।"

যুৱৰাজৰ এই কাণ্ড চোৱাৰ মূৰত ছুলতান কাৰেঙলৈ উলটি গ'ল। জীয়েকৰ ওচৰলৈ গৈ তেওঁ সকলো কথা জনালে। তেওঁ দেখিলে যে যুৱৰাজৰ কথা ভাবি জীয়েকে দুখ কৰি আছে আৰু তেওঁৰ বিৰহ-বেদনাত কাতৰ হৈ পৰিছে। বেজা-ৰতে শৰীৰ ভাঙি পৰাত তেওঁ শোৱাপাটীৰ আশ্ৰয় ললেগৈ। জীয়েকৰ অৱস্থা দেখি ছুলতানে জীয়েকক বুকুৰ মাজলৈ চপাই লৈ কপালত চুমা খাই ক'লে—"এইটো এটা যাদুকৰ, দগাবাজ আৰু নীচ মানুহ; সি তোক ধৰি নিব খুজিছিল। তাৰ হাতৰ পৰা আমি সকলোৱে যে ৰক্ষা পৰিলো তাৰ বাবে আল্লাৰ নাম ল।" —এইবুলি তেওঁ আকৌ যুৱৰাজৰ ঘটনাটোৰ কথা ক'লে আৰু কেনেকৈ আকাশৰ মাজত অদৃশ্য হ'ল তাৰো বৰ্ণনা দিলে। যুৱৰাজৰ প্ৰতি জীয়েক কিমান আসক্ত



হৈ পৰিছে, সেই কথাৰ বুজ নোলোৱাকৈ ছুলতানে মাত্ৰ জীয়েকৰ আগত যুৱৰাজক গালি-শপনি পাৰিবলৈ ধৰিলে। কিন্তু জীয়েকে তেওঁৰ কথালৈ কাণ কৰা নাছিল; চকুলো টুকি টুকি তেওঁ বিলাপ কৰি সংকল্প গ্ৰহণ কৰিলে—"তেওঁৰ লগত মোৰ পুনৰ মিলন নঘটালৈকে মই একোকে মুখত নিদিওঁ।" জীয়েকৰ অৱস্থা দেখি ছুলতানৰ চিন্তা লাগিল; তেওঁৰ মনতো দুখ লাগিল। পিচে তেওঁ যিমানে প্ৰবোধ দিবলৈ চেষ্টা কৰিলে, সিমানে জীয়েকৰ মনত যুৱৰাজৰ প্ৰতি কামনা বাঢ়ি গ'ল।

ইপিনে যুৱৰাজ কামাৰ-অন-আকমাৰে আকাশলৈ উৰা মাৰি ঘোঁৰাটো স্বদেশ অভিমুখে লৈ গ'ল; ৰাজকুমাৰীৰ ৰূপৰ কথাকে তেওঁ ভাবি গৈছিল। সেই নগৰখনৰ নাম কি, ছুলতান আৰু জীয়েকৰ নাম কি—এইবোৰ কথা তেওঁ সুধি-পুচি লৈছিল। মানুহে তেওঁক কৈছিল যে সেই নগৰখনৰ নাম ছানা। যুৱৰাজে তীব্ৰবেগেৰে নিজ ৰাজ্য অভিমুখে যাত্ৰা কৰিলে; ৰাজধানীৰ ওপৰেদি এপাক ঘূৰি তেওঁ কাৰেঙৰ মূধত নামিলগৈ। ঘোঁৰাটো তাতে থৈ তেওঁ তললৈ নামি গ'ল। দুৱাৰমুখত ছাই কিছুমান সিচৰতি হৈ থকা দেখা পাই তেওঁ ভাবিলে যে পৰিয়ালৰ কাৰবাৰ নিশ্চয় মৃত্যু হৈছে। ভিতৰ সোমাই গৈ যুৱৰাজে মাক-দেউ-তাক আৰু ভনীয়েকহঁতক দেখা পালে; সকলোৱে ক'লা সাজ পিন্ধি আছে আৰু সকলোৰে শুকাই-খীণাই অৱস্থা নোহোৱা হৈছে। তেওঁক দেখা পাই আৰ্তনাদ কৰি ছুলতান অচেতন হৈ গ'ল; অলপ পিচতে জ্ঞান লাভ কৰাৰ মূৰত তেওঁ পুতেকক আকোৱালি মাৰি ধৰিলে; আনন্দত তেওঁৰ মন উথলি উঠিল। এই সম্বাদ পাই মাক আৰু ভনীয়েকহঁতো সেইখিনি পালেহি; যুৱৰাজক দেখি সাৱটি ধৰি চুমা খালে; আনন্দত চকুলো বৈ গ'ল। তাৰ পিচত তেওঁলোকে সকলো কথা সুধিলে; তেৰেঁা আদিৰে পৰা অন্তলৈকে সকলো কথা ক'লে। বাপেকে তেতিয়া ক'লে—"মোৰ ল'ৰাটোক ৰক্ষা কৰা বাবে আল্লাৰ চৰণত প্ৰাৰ্থনা জনাইছো।"

ছুলতানে তেতিয়া উৎসৱৰ বাবে আদেশ দিলে; শুভ সম্বাদটো গোটেই নগৰতে বাষ্ট্ৰ হৈ পৰিল। কেওপিনে ঢোল-মাদল বাজিবলৈ ধৰিলে। শোক-বস্ত্ৰ পৰিহাৰ কৰি সকলোৱে জাকজমক সাজপাৰ পিন্ধিলে; বাট-পথ, বজাৰ আদি সুসজ্জিত কৰি তোলা হ'ল। ছুলতানে দোষীসকলক ক্ষমা দান কৰিলে; ফাটেকত বন্দী হৈ থকা লোকসকলক মুকলি কৰি দিয়া হ'ল। ছুলতানে ভোজ পাতিলে—ৰাত

দিন, সাত ৰাতি ভোজ চলি থাকিল। প্ৰজাই যাতে তেওঁক আৰু পুতেকক দেখা পাই সন্তোষ পায়, সেই উদ্দেশ্যেৰে ছুলতান আৰু যুৱৰাজে ঘোঁৰাত উঠি নগৰ ভ্ৰমণ কৰিলে।

যুৱৰাজে শেষত সেই ঘোঁৰাটো তৈয়াৰ কৰা মানুহজনৰ কথা সুধিলে—"সেই মানুহটোৰ কি হ'ল?" ছুলতানে ক'লে—"আল্লাই তাক আৰু কৃপা নেদেখুৱায়। তাৰ লগত মোৰ দেখাদেখি হোৱা মুহূৰ্তটোৱেই অভিশপ্ত। আমাৰ বিচ্ছেদৰ মূল হ'ল সিয়েই। সি এতিয়াও ফাটেকতে আছে।" তাৰ পিচত ছুলতানে সেই মানুহটোক ফাটেকৰ পৰা মুক্তি দিবলৈ আদেশ দিলে আৰু তাক মতাই আনি মান ধৰা সাজ এটা দিলে; বহুতো দান-দক্ষিণাও দিলে। কিন্তু জীয়েকক বিয়া দিবলৈ ছুলতান মান্তি নহ'ল। ফকীৰৰ তেতিয়া বৰ খং উঠিল; ইপিনে নিজৰ কাৰ্যৰ বাবে তেওঁ অনুতাপো কৰিলে—কিয়নো যুৱৰাজে তেওঁৰ ঘোঁৰাৰ সকলো কলা-কৌশল আয়ত্তাধীন কৰিলে। ছুলতানে পুতেকক ক'লে—"আজিৰ পৰা তুমি আৰু ঘোঁৰাটোৰ কাষলৈ নাযাবা আৰু নুঠিবাও। তুমি ইয়াৰ কলা-কৌশলবোৰ নাজানা—ভুলভ্ৰান্তি হলে ক'ৰবাত অঘটন ঘটিব।"

যুৱৰাজে ছানাৰ ছুলতান আৰু ৰাজকুমাৰীৰ কথাও দেউতাকৰ আগত কৈছিল; ছুলতানে ক'লে—"ছানাৰ ছুলতানে ইচ্ছা কৰা হলেই তোমাৰ প্ৰাণ নাশ কৰিব পাৰিলেহেঁতেন। ভাগ্যে তোমাৰ আয়ুসত চাউল আছিল।" উৎসৱৰ অন্তত মানুহবোৰ ঘৰাঘৰি গ'ল; ছুলতান আৰু পুতেকো কাৰেঙলৈ উলটি আহিল; তেওঁলোকে কথা-বতৰা পাতি খোৱা-বোৱা কৰিলে। ছুলতানৰ ৰূপৱতী লিগিৰী এজনী আছিল; তাই বীণ বজোৱাত সিদ্ধহস্ত। তাই বীণখন লৈ ছুলতান আৰু যুৱৰাজৰ আগত বজাবলৈ ধৰিলে আৰু লগতে প্ৰেমিক-প্ৰেমিকাৰ বিচ্ছেদৰ কাহিনী এটা সুৰ লগাই গালে:

আমাৰ বিচ্ছেদৰ বাবে তুমি মোক দায়ী নকৰিবা
বিস্মৃতিয়ে মোৰ স্মৃতি মচি নিয়া নাই;
আমাৰ মিলনৰ স্মৃতি জানো মৰহিব পাৰে?
কালৰ সোঁতৰ মাজত সময় হেৰাই যাব
কিন্তু মোৰ প্ৰেম ৰ'ব মৃত্যুহীন হৈ;
তোমাৰ প্ৰেমৰ বেদীতে মোৰ মৃত্যু হ'ব
তোমাৰ প্ৰেমেই মোক আকৌ প্ৰাণৰ পৰশ দিব।



এই গীত শুনি যুৱৰাজৰ বুকুত প্ৰেমৰ অগনি জ্বলি উঠিল। তেওঁৰ মনটো গধুৰ হৈ পৰিল। সেইদেখি তেওঁ ততালিকে সেই ঠাই ত্যাগ কৰিলে আৰু ছুলতানে নেদেখাকৈ ঘোঁৰাটোৰ কাষ পালেগৈ। ঘোঁৰাটোৰ ওপৰত উঠি শলখাডাল ঘূৰাই দিয়াত ঘোঁৰাটো চৰাইৰ দৰে আকাশলৈ উৰি গ'ল। পুতেকক নেদেখি কাৰেঙৰ ওপৰ মহলালৈ আহি ছুলতানে, দেখিলে যে পুতেক আকাশৰ পিনে উঠি গৈছে। ঘোৰাটো লুকুৱাই নোথোৱা বাবে ছুলতানে নিজকে ধিক্কাৰ দিলে। চিন্তিত হৈ ছুলতানে আপোন মনেৰে কবলৈ ধৰিলে—"হে আল্লা! মোৰ ল'ৰাটো যদি উলটি আহে, তেন্তে মই ঘোঁৰাটো টুকুৰা-টুকুৰ কৰি কাটি পেলাম। তেতিয়া আৰু মই ল'ৰাটোৰ বাবে চিন্তা কৰি হাইৰাণ হ'ব লগীয়া নহ'ব।" ছুলতানে আকৌ কন্দা-কটা লগালে।

যুৱৰাজে আকাশী-পথেদি গৈ গৈ ছানা নগৰ পালে আৰু আগৰ দৰেই প্ৰসাদাৰ ওপৰতে ঘোঁৰাটো নমালে। তাৰ পিচত মনে মনে তললৈ নামি আহিল। দাসটো শুই থকা দেখি পৰ্দাখন দাঙি এখোজ দুখোজকৈ আগবাঢ়ি গ'ল। ৰাজকুমাৰীৰ অন্তেষপুৰৰ দুৱাৰমুখত ৰৈ তেওঁ কাণ পাতিলে। ৰাজকুমাৰীয়ে কান্দি কান্দি কিবা গাই থকা শুনিবলৈ পালে। লগত থকা দাসীবোৰে তেওঁ কান্দি থকা বাবে ক'লে—"যিজনে আপোনাৰ কথা ভাবি দুখ কৰা নাই, সেইজনৰ বাবে আপুনি দুখ কৰি আছে কিয়?" ৰাজকুমাৰীয়ে উত্তৰ দিলে—"তহঁতেনো কি কথাবোৰ কৈছ? মই যাৰ কাৰণে দুখ কৰিছো, তেওঁ পাহৰা মানুহ নহয় আৰু আনেও জানো তেওঁক পাহৰিব পাৰে?" এইবুলি কৈ তেওঁ আকৌ উচুপিবলৈ ধৰিলে আৰু এইদৰে কান্দি থাকোতেই তেওঁৰ টোপনি আহিল। যুৱৰাজৰ মনটো তেওঁৰ কাৰণে পমি গ'ল। তেওঁ লাহে লাহে কোঠাৰ ভিতৰ সোমাই গৈ ৰাজকুমাৰীৰ গাত হাত দিলে। ৰাজকুমাৰীয়ে সাৰ পাই দেখিলে যে যুৱৰাজ কাষতে থিয় দি আছে। যুৱৰাজে সুধিলে—"তুমি এইদৰে বেজাৰ কৰি আছা কিয়?" ৰাজকুমাৰীয়ে তেওঁক চিনি পাই সাৱটি ধৰি ক'লে—"তোমাৰ বিৰহে মোক ব্যাকুল কৰি তুলিছে।" তেওঁ উত্তৰ দিলে—"তুমি মোক সুদীৰ্ঘ কাল অকলশৰীয়া কৰি থৈছা।" কিন্তু ৰাজকুমাৰীয়ে ক'লে—"তুমিহে মোক অকলশৰীয়া কৰি থৈ গৈছিলা! তুমি আৰু বেলি কৰা হ'লে মই নিশ্চয় প্ৰাণত্যাগ কৰিলোহেঁতেন।" যুৱৰাজে ক'লে—"তোমাৰ দেউতাৰে মোৰ প্ৰতি কেনে ব্যৱহাৰ কৰিলে সেইকথা জানো তুমি ভাবি চাইছা? তোমাৰ প্ৰেমৰ ভিক্ষাৰী নোহোৱা

হ'লে মই তোমাৰ পিতৃৰ জীৱন নাশ কৰিলোহেঁতেন। পিচে মই তোমাক ভাল পাওঁ আৰু তোমাৰ কাৰণেই তোমাৰ পিতৃকো মই ভাল পাওঁ।" ৰাজকুমাৰীয়ে ক'লে—"তুমি ৰাৰু মোক এৰি থৈ গুচি যাব পাৰা কেনেকৈ ? তোমাৰ অবিহনে মোৰ জীৱনত কি আছে ?" যুৱৰাজে ক'লে—"সেইবোৰ কথা থোৱা ৰাৰু এতিয়া। ভোকে-পিয়াহে মই তৎ নোপোৱা হৈছো।"

তেতিয়া ৰাজকুমাৰীয়ে দাসীবোৰক খোৱাৰ যোগাৰ কৰিবলৈ আদেশ দিলে। খাই-বৈ কথা-বতৰা পাতি থাকোতে নিশাটো পাৰ হৈ গ'ল। ৰাতিপুৱা দাসটোৱে সাৰ পোৱাৰ আগতে সেই ঠাই ত্যাগ কৰিবৰ বাবে যুৱৰাজ সাজু হ'ল। তাকে দেখি ছামছ-অল-নাহাৰে সুধিলে—"তুমি ক'লৈ যোৱা ?" যুৱৰাজে ক'লে—"মোৰ পিতৃ-গৃহলৈ যাওঁ। মই তোমাক শপত খাই কৈছো—প্ৰতি সপ্তাহে এবাৰকৈ তোমাৰ কাষলৈ আহিম।" কিন্তু ৰাজকুমাৰীয়ে কান্দি কান্দি ক'লে—"আল্লাৰ দোহাই ! তুমি য'লৈকে যোৱা মোকো লৈ ব'লা। মই আৰু বিৰহ-যন্ত্ৰণা সহি থাকিব নোৱাৰো।" যুৱৰাজে ক'লে—"সঁচাকৈ তুমি মোৰ লগতে গুচি যাব খুজিছানে ?" ৰাজকুমাৰীয়ে হয় বুলি কোৱাত তেওঁ ক'লে—"আহাঁ তেন্তে ! আমি যাওঁ।" ৰাজকুমাৰীয়ে ততালিকে উঠি পেৰাৰ পৰা সোণ আৰু মণিমুকুতাৰ খাৰু-মণি আদি গোটাই লৈ ওলাই গ'ল। যুৱৰাজে তেওঁক কাৰেঙৰ ওপৰলৈ লৈ গ'ল ; নিজে কাঠৰ ঘোঁৰাটোৰ ওপৰত উঠি ৰাজকুমাৰীক পাচ ফালে বহুৱাই ল'লে আৰু তেওঁৰ গাঁত ভালকৈ ধৰি লবলৈ দিলে। ইয়াৰ পিচত ঘোঁৰাটো ওপৰলৈ উঠি যোৱা শলখা ডাল পকাই দিলে ; ঘোঁৰাটো ওপৰলৈ উঠি গ'ল। দাসীবোৰে এই-কাণ্ড দেখি চিঞৰবাখৰ লগাই ছুলতান আৰু ৰাণীক সম্বাদ দিলেগৈ। দুয়ো উধাতু খাই কাৰেঙৰ ওপৰলৈ উঠি গ'ল ; আকাশলৈ চাই দেখিলে যে সেই দেও লগা ঘোঁৰাটো যুৱৰাজ আৰু ৰাজকুমাৰীক লৈ ওপৰলৈ উৰি গৈছে। ছুলতানে বিচলিত হৈ চিঞৰি চিঞৰি ক'লে—"হে ৰাজপুত্ৰ ! আল্লাৰ দোহাই ! ছোৱালীজনীৰ অবিহনে মাক-বাপেক হালৰে বধৰ ভাগী নহবা।" যুৱৰাজে একো উত্তৰ নিদিলে ; পিচে ৰাজকুমাৰীয়ে মাক-বাপেকক এৰি থৈ অহা কাৰণে বেজাৰ কৰিছে বুলি ভাবি তেওঁ ৰাজকুমাৰীক সুধিলে—"তুমি পিতৃ-মাতৃৰ কাষলৈ উলটি যাব খোজা নেকি ?" তেওঁ তেতিয়া উত্তৰ দিলে—"মই সেইটো বিচৰা নাই। মোৰ একমাত্ৰ কামনা হ'ল তোমাৰ লগত থকাটো। তুমি য'তে থাকা, ময়ো তাতে থাকিম।"



এই কথা শুনি যুৱৰাজে বৰ তৃপ্তি পালে। ৰাজকুমাৰীয়ে সমূলি কষ্ট নোপোৱাকৈ তেওঁ ঘোঁৰাটো লাহে লাহে উৰাই লৈ গ'ল। এইদৰে গৈ গৈ তেওঁলোক সেউজীয়া পথাৰ এখনৰ কাষ পালে ; তাৰ কাষেদি নিজৰা এটা বৈ গৈছে। সেইখিনিতে নামি তেওঁলোকে নিজৰাৰ পানী খালে। তাৰ পিচত আকৌ ঘোঁৰাত উঠিল আৰু পাচফালে ৰাজকুমাৰীক ভালকৈ বহুৱাই ল'লে। এইবাৰ ৰাজকুমাৰে নিজৰ পিতৃৰ ৰাজধানী অভিমুখে যাত্ৰা কৰিলে। ৰাজধানীৰ কাষ পোৱাত ৰাজকুমাৰৰ মনটো ভাল লাগিল ; পিতৃৰ ৰাজধানীখন ৰাজকুমাৰীক দেখুৱাবলৈ তেওঁ ইচ্ছা কৰিলে। তেওঁৰ পিতৃৰ শক্তি আৰু পদমৰ্যাদা ৰাজকুমাৰীৰ পিতৃতকৈয়ো যে উচ্চতৰ, সেই কথাও তেওঁ জনাবৰ বাবে ইচ্ছা কৰিলে। সেইদেখি নগৰৰ বাহিৰৰ উদ্যান এখনলৈ তেওঁ ৰাজকুমাৰীক লৈ গ'ল ; এই উদ্যানতে ছুলতানে আনন্দ উপভোগ কৰেহি। ছুলতানে গৰমৰ দিনত বাস কৰা ভৱনটোৰ মুখতে তেওঁ কাঠৰ ঘোঁৰাটো ৰাখিলে আৰু ৰাজকুমাৰীক সেইখিনিতে ঘোঁৰাটোৰ কাষত থাকিবলৈ ক'লে। লগতে জনালে—"তুমি এইখিনিতে ৰহি থাকিবা। মই তোমাৰ ওচৰলৈ দূতক পঠাই দিম। মই এতিয়া ছুলতানৰ ওচৰলৈ যাম ; তোমাৰ কাৰণে এটা কাৰেঙৰ বন্দৱস্ত কৰিব লাগিব।" ৰাজকুমাৰীয়ে এই কথা শুনি সন্তোষ পালে। কিয়নো তেওঁ বুজিব পাৰিলে যে তেওঁৰ পদ-মৰ্যাদাৰ লগত খাপ খোৱাকৈ সসন্মানে তেওঁক নগৰৰ ভিতৰলৈ নিয়া হ'ব।

ৰাজকুমাৰীক তাতে থৈ যুৱৰাজ ছুলতানৰ ওচৰলৈ গ'ল ; তেওঁ উলটি অহা দেখি ছুলতানে বৰ সন্তোষ পালে। যুৱৰাজে তেতিয়া ক'লে—"ছুলতানৰ জীয়েকক মই লগতে লৈ আহিছো। তেওঁৰ কথা মই আগতে আপোনাক কৈছিলো। নগৰৰ বাহিৰৰ উদ্যানতে মই তেওঁক থৈ আহিছো। আপুনি যাতে ৰাজকীয় শোভাযাত্ৰাৰ, ব্যৱস্থা কৰি মান-মৰ্যাদাৰে সৈন্য-সামন্ত লৈ গৈ তেওঁক লগ ধৰিব পাৰে, সেইবাবে মই আগতে আপোনাক কথাটো জনাবলৈ আহিলো।" ছুলতানে তেতিয়া ক'লে "মই নিশ্চয় তাৰ দিহা কৰিম।" ছুলতানে তুৰন্তে নগৰখন সুসজ্জিত কৰিবলৈ আদেশ দিলে। তাৰ পিচত তেওঁ ঘোঁৰাত উঠি মহা পয়োভৰে যাত্ৰা কৰিলে ; লগত পাত্ৰ-মন্ত্ৰী, ডা-ডাঙৰীয়া আৰু ঢুলীয়া আদি গ'ল। ইপিনে যুৱৰাজেও ৰাজভঁৰালৰ পৰা মণি-মুকুতা আৰু বহুমূলীয়া সাজপাৰ উলিয়াই আনি সুসজ্জিত হৈ ওলাল। ৰাজকুমাৰীৰ বাবে নিৰূপিত হোৱা বাহনত ধুনীয়া চন্দ্ৰতাপ তৰালে ; ভাৰতীয়, গ্ৰীক আৰু আবিছিনীয় দাসী সাজু কৰি ৰাখিলে।

তাৰ পিচত সেই বাহন লৈ ৰাজকুমাৰীক থৈ অহা ঠাইলৈ যাত্ৰা কৰিলে। কিন্তু সেই ঠাইত উপস্থিত হৈ তেওঁ ৰাজকুমাৰীকো দেখা নেপালে আৰু ঘোঁৰাটোও নেদেখিলে।

তেতিয়া তেওঁ শোকত অধীৰ হৈ পৰিল আৰু উদ্যানৰ মাজত ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁ মনতে ভাবিলে—"ৰাজকুমাৰীয়ে ঘোঁৰাটোৰ কল-কৌশল জানিব কেনেকৈ? মইতো তেওঁক একোকে কোৱা নাছিলো! কিজানি এই ঘোঁৰাটো তৈয়াৰ কৰা ফাৰ্চী ফকীৰটোৱে তেওঁক দেখা পাই ধৰি নিলে আৰু তাকে কৰি মোৰ পিতৃৰ কাৰ্যৰ বাবে প্ৰতিশোধ ল'লে।" তেওঁ তেতিয়া উদ্যানৰ প্ৰহৰী কেইটাক মাতি আনি সুধিলে—"ইয়ালৈ কোন আহিছিল? মোৰ আগত সঁচা কথা ক। নহ'লে তহঁতৰ মূৰ যাব।" ভয়ত সিহঁত পেপুৱা লাগিল; সিহঁতে একমুখে ক'লে—"ফাৰ্চী ফকীৰজনহে বন-দৰৱ বিচাৰি ইয়ালৈ আহিছিল; তেওঁৰ বাহিৰে আন কোনো অহা নাই।" তেতিয়া আৰু যুৱৰাজে খাটাং ভাৱে জানিলে যে ৰাজকুমাৰীক সিয়েই ধৰি নিলে। তেওঁ তেনেই পেপুৱা লাগিল। ইপিনে অতবোৰ মানুহৰ আগত লাজো পালে। কি ঘটনা ঘটিল, সেই বিষয়ে তেওঁ ছুলতানক জনালে। লগতে ক'লে—"আপুনি সৈন্য-সামন্ত লৈ নগৰলৈ উলটি যাওক। মই এই বিষয়ে কি হয় এটা নিষ্পত্তি নকৰালৈকে উলটি নাযাওঁ।" এই কথা শুনি ছুলতানে কান্দি-কাটি ক'লে—"তুমি অধৈৰ্য নহবা। ঘৰলৈ উলটি ব'লা। কোন ছুলতানৰ ছোৱালী বিয়া কৰিব খোজা, তুমি বিচাৰ লোৱা; মই সেই ছোৱালীৰ লগতে তোমাৰ বিয়া পাতি দিম।" কিন্তু যুৱৰাজে সেইবোৰ কথালৈ কাণ নকৰিলে; তেওঁ ছুলতানৰ পৰা বিদায় লৈ সেই ঠাই ত্যাগ কৰিলে। ছুলতানো নগৰলৈ উভতি গ'ল। আকৌ উলাহৰ ঠাইত বেজাৰে ছাটি ধৰিলে।

বিধিৰ বিধান! যুৱৰাজে ৰাজকুমাৰীক উদ্যানৰ ভৱনত থৈ ছুলতানক লগ ধৰিবলৈ বুলি কাৰেঙলৈ যোৱাৰ পিচতে ফাৰ্চী ফকীৰজন বন-দৰৱ বিচাৰি উদ্যানৰ ভিতৰ সোমালহি। ৰাজকুমাৰীৰ কস্তুৰী, আতৰ আদি প্ৰসাধন সামগ্ৰীৰ গোন্ধত কেওপিনে আমোলমোলাই আছিল। সেই সুগন্ধ অনুসৰণ কৰি ফকীৰ ভৱনৰ দুৱাৰ মুখত উপস্থিত হ'লহি; তেওঁ দেখিলে যে তেওঁ নিজ হাতেৰে সজা সেই ঘোঁৰাটো দুৱাৰমুখতে আছে। ঘোঁৰাটো দেখি তেওঁৰ মনত আনন্দই নধৰা হ'ল। তেওঁ ঘোঁৰাটোৰ কাষ চাপি গৈ সেইটো পৰীক্ষা কৰি চালে। দেখিলে যে সকলো কলকৌশল ঠিকেই আছে। তেতিয়া তেওঁ ঘোঁৰাটোত উঠি গুচি যাবই খুজিছিল;



এনেতে ভাবিলে "যুৱৰাজেনো ইয়ালৈ কাক লৈ আহি ঘোঁৰাটোৰ লগত থৈ গৈছে তাকে এবাৰ চাই যাওঁ।" এইবুলি তেওঁ ভৱনৰ ভিতৰলৈ সোমাই গ'ল; তাতে ৰাজকুমাৰীক বহি থকা দেখিবলৈ পালে; ছোৱালীজনীৰ ৰূপৰ জেউতি দেখিয়েই ফকীৰে বুজিলে যে তেওঁ সম্ভ্ৰান্ত ঘৰৰ জীয়ৰী। লগতে এইটো কথাও বুজিবলৈ বাকী নৰ'ল যে যুৱৰাজেই তেওঁক ঘোঁৰাত তুলি লৈ আহিছে আৰু আড়ম্বৰপূৰ্ণ শোভাযাত্ৰা সহ তেওঁক নগৰলৈ নিবৰ কাৰণে যোগাৰ কৰিবলৈ বুলি ছোৱালীজনীক তাতে থৈ নগৰলৈ গৈছে।

ফকীৰে ৰাজকুমাৰীৰ কাষ চাপি সেৱা জনালে। ৰাজকুমাৰীয়ে মূৰ দাঙি কুৰূপ মানুহ এটা দেখা পাই সুধিলে—"কি লাগে?" ফকীৰে ক'লে—"মই যুৱৰাজৰ দূত। নগৰৰ ওচৰৰে আন এডোখৰ ৰমনীয় স্থানলৈ আপোনাক নিবৰ বাবে যুৱৰাজে মোক আদেশ দিছে। ৰাণী ইমান দূৰলৈ খোজ কাঢ়ি আহিব নোৱাৰে আৰু আপোনাক আদৰণি জনোৱাত আনে ৰাণীৰ স্থান অধিকাৰ কৰাটোও তেওঁ নিবিচাৰে।" ৰাজকুমাৰীয়ে তেতিয়া সুধিলে—"যুৱৰাজ ক'ত আছে?" ফকীৰে উত্তৰ দিলে—"তেওঁ নগৰত ছুলতানৰ কাষত আছে; অলপ পিচতে তেওঁলোক মহা পয়োভৰে আপোনাৰ কাষলৈ আহিব।" ৰাজকুমাৰীয়ে তেতিয়া মাত লগালে—"তেওঁনো মোৰ ওচৰলৈ এনেকুৱা আপচু মানুহ এটাহে পঠালেনে?" ফকীৰে হো-হোৱাই হাঁহি ক'লে—"আপুনি ঠিকেই কৈছে। মোৰ দৰে কুৎসিত দাস দ্বিতীয় এটা নাই। আপুনি মোৰ আপচু চেহেৰাৰ বাবেই বিৰূপ ধাৰণা নকৰে যেন। আপোনাৰ প্ৰতি থকা প্ৰেমৰ কাৰণেই যুৱৰাজ ঈৰ্ষাপৰায়ণ হৈ পৰিছে; সেইদেখি মই দেখিবলৈ কুৰূপ হোৱা বাবে তেওঁ মোকেই দূত হিচাপে আপোনাৰ কাষলৈ পঠালে। ধুনীয়া চেহেৰাৰ দাস কাৰেঙত বহুতো আছে।" এই কথা শুনি ৰাজকুমাৰী পতিয়ন গ'ল; তেওঁ থিয় দি ফকীৰৰ হাতত ধৰি সুধিলে "মই কিহত উঠি যাম?" ফকীৰে ক'লে—"যিটো ঘোঁৰাত উঠি ইয়ালৈ আহিছিল তাতে উঠি যাব।" ৰাজকুমাৰীয়ে ক'লে—"মই অকলে সেইটো ঘোঁৰাত উঠি যাব নোৱাৰো।" এই কথা শুনি ফকীৰে হাঁহি এটা মাৰিলে; বুজিবলৈ বাকী নাথাকিল যে ফন্দীটোৱে ভালকৈয়ে কাম দিলে। ফকীৰে মাত্ৰ ক'লে—"আপোনাক ময়েই ঘোঁৰাত তুলি লৈ যাম।"

এইবুলি কৈ ফকীৰ ঘোঁৰাত উঠিল আৰু ৰাজকুমাৰীক পাচফালে ভালকৈ বহুৱাই ল'লে। মানুহটোৰ ফন্দীৰ কথা ৰাজকুমাৰীয়ে একোকে গম নাপালে।

ফকীৰে ঘোঁৰাটো ওপৰলৈ উঠা শলখাডাল পকাই দিলে; লগে লগে ঘোঁৰাৰ পেটত বতাহ সোমাবলৈ ধৰিলে আৰু গাটো হেন্দুলিবলৈ ধৰিলে। তাৰ পিচত আকাশলৈ উঠি গ'ল। তেওঁলোক নগৰৰ পৰা বহুত আঁতৰ পালেকৈ। তেতিয়া ছামছ-অল-নাহাৰে সুধিলে—"তুমি যুৱৰাজে কোৱা বুলি কৈ এইখিনি পালাহি দেখোন!" ফাৰ্চী ফকীৰে তেতিয়া ক'লে—"যুৱৰাজ জহন্নামে যাওক। সি নীচ আৰু দগাবাজ মানুহ।" ৰাজকুমাৰীয়ে আৰ্তনাদ কৰি ক'লে—"মনে মনে থাকা! তুমি গিৰিহতৰ আদেশ অমান্য কৰিছা কি সাহসত?" ফকীৰে ক'লে—"সি মোৰ গিৰিহত নহয়! মই কোন জানা?" ৰাজকুমাৰীয়ে উত্তৰ দিলে—"তুমি যি কৈছা তাৰ বাহিৰে আৰু মই একোকে নাজানো।" ফকীৰে তেতিয়া ক'লে—"তোমাক আৰু ৰাজকুমাৰক ফান্দত পেলাবলৈহে মই সেইবুলি কৈছিলো। এই ঘোঁৰাটো হেৰুৱাই মই বহুতদিন বেজাৰ কৰি থাকিব লগীয়া হৈছিল। এইটো ঘোঁৰা ময়েই সাজিছিলো; আৰু ময়েই ইয়াৰ গৰাকী। এতিয়া মই ঘোঁৰাও পালো আৰু লগতে তোমাকো পালো। সি যেনেকৈ মোৰ বুকুৰ পোৰণি তুলিছিল, এতিয়া তাৰো বুকুত সেইকুৰা জুই জ্বলক। সি আৰু ঘোঁৰাটো নাপায়। কেতিয়াও নাপায়। সেইদেখি তুমি মন মাৰি থাকিবৰ প্ৰয়োজন নাই। সি তোমাক যিমান সুখত ৰাখিব পাৰে মই তাতকৈ বেছি সুখত ৰাখিব পাৰিম। মই মানুহটো উদাৰ; মোৰ ধন-সম্পত্তি ডেৰাৰ। মোৰ লগুৱা-লিকচৌৱে তোমাৰ আদেশ মানি চলিব। মই তোমাক বঢ়িয়া কানি-কাপোৰ আনি দিম। তুমি যি বিচাৰিবা তাকেই পাবা।"

এই কথা শুনি ৰাজকুমাৰীয়ে কান্দিবলৈ ধৰিলে; তেওঁ ক'লে "হায়! মোৰ কি কপাল! প্ৰিয় জনকো হেৰুৱালো আৰু সিপিনে মোৰ আই-বোপাইকো হেৰুৱালো।" ৰাজকুমাৰীৰ চকুলো বৰলৈ ধৰিলে; ইপিনে ফকীৰে ক'তো নোবোৱাকৈ ঘোঁৰাটো উৰাই নি গ্ৰীচ দেশ পালেগৈ। এখন সেউজীয়া পথাৰ দেখা পাই তাতে ঘোঁৰাটো নমালে; পথাৰৰ কেওপিনে নিজৰা আৰু গছগছনি আছে। এই পথাৰখনৰ কাষতে আছিল এজন প্ৰতাপী ছুলতানৰ ৰাজধানী। দৈৱক্ৰমে সেইদিনা ছুলতান অৱসৰ বিনোদনৰ বাবে সেই ঠাইলৈকে চিকাৰ কৰিবলৈ আহিছিল। পথাৰলৈ আহি ছুলতানে ফাৰ্চী ফকীৰক দেখা পালে—লগতে ছোৱালী জনী আৰু ঘোঁৰাটোও দেখা পালে। ফকীৰে তেওঁলোকক দেখা নৌ পাওঁতেই ছুলতানৰ দাসবোৰে আহি ফকীৰক আক্ৰমণ কৰিলে; ছোৱালীজনী আৰু ঘোঁৰা সহ ফকীৰক ছুলতানৰ ওচৰলৈ ধৰি লৈ গ'ল। ছুলতানে এই কদাকাৰ মানুহটোৰ



লগত এনে এজনী ৰূপহী গাভৰুক দেখা পাই ছোৱালীজনীক সুধিলে—"এই মানুহটোৰ লগত তোমাৰ কি সম্বন্ধ?" ফাৰ্চী ফকীৰে টপৰাই মাত লগালে—"তেওঁ মোৰ পত্নী; তেওঁ মোৰ দদাইৰ ছোৱালী।" কিন্তু ছোৱালীজনীয়ে ক'লে—"হে ছুলতান! আল্লাৰ দোহাই! মই তেওঁক চিনি নাপাওঁ। তেওঁ মোৰ স্বামী নহয়। তেওঁ লাঠুৱা বাজিকৰ! চল-চক্ৰান্ত কৰি মোক বলেৰে ধৰি আনিছে।" তেতিয়া ছুলতানে ফকীৰক কোবাবলৈ আদেশ দিলে। মাৰৰ কোবত ফকীৰ মৃতপ্ৰায় হ'ল। ছুলতানে ফকীৰক নগৰলৈ লৈ গৈ ফাটেকত বন্দী কৰি থবৰ বাবে আদেশ দিলে। ছোৱালীজনীক নিজৰ বাহনত তুলি ল'লে আৰু কাঠৰ ঘোঁৰাটো (অৱশ্যে ইয়াৰ গুণ বা কলকৌশলৰ কথা তেওঁ গম পোৱা নাছিল) সৈন্যবোৰৰ হাতত দি নগৰলৈ যাত্ৰা কৰিলে।

ইপিনে যুৱৰাজ কামাৰ-অল-আকমাৰে হাতত আৱশ্যক মতে ধন লৈ বেজাৰ মনেৰে ৰাজকুমাৰীক বিচাৰি ফুৰিলে। দেশে দেশে, নগৰে নগৰে, ঘূৰি তেওঁ ৰাজকুমাৰী আৰু কাঠৰ ঘোঁৰাটোৰ কথা সুধি ফুৰিলে। তেওঁৰ কথা শুনি সকলো মানুহ আচৰিত হ'ল আৰু তেওঁক চেলেপু মানুহ বুলিয়েই সকলোৱে গণ্য কৰিলে। এইদৰে বহুত দিন ঘূৰি ফুৰাৰ মূৰতো তেওঁ একো শুং-সূত্ৰ উলিয়াব নোৱাৰিলে। শেষত তেওঁ ৰাজকুমাৰীৰ পিতৃৰাজ্য ছানাৰ ৰাজধানী পালেগৈ আৰু তাত ৰাজকুমাৰীৰ খবৰ ল'লে। কিন্তু তাতো একো সম্বাদ নাপালে। জীয়েকৰ কাৰণে ছুলতানে দুখ-বেজাৰ কৰি থকাহে দেখা পালে। তেওঁ তাৰপৰা গৈ গ্ৰীচদেশ অভিমুখে যাত্ৰা কৰিলে; যাওঁতে বাটে বাটে সুধি গ'ল। এইদৰে গৈ গৈ তেওঁ এদিন কেতবোৰ সদাগৰে কথা পাতি থকা দেখা পালে। তেওঁ গৈ সেই জুমটোৰ কাষতে বহিল; এনেতে এজনে কোৱা শুনিলে—"ভাইহঁত! মই অলপতে বৰ অদ্ভুত বস্তু এটা দেখা পাইছিলো।" বাকীবোৰে সুধিলে—"কি বস্তু?" সিজন সদাগৰে ক'লে—"মই অমুক নগৰৰ (ৰাজকুমাৰী থকা নগৰখনৰ কথা ক'লে) এঠাইলৈ গৈছিলো। তাতে মানুহবোৰে আচৰিত বস্তু এটা দেখা পোৱা বুলি কোৱাকুই কৰা শুনিলো। তেওঁলোকৰ ছুলতান হেনো এদিন চিকাৰলৈ গৈছিল। লগত সভাসদসকলো গৈছিল। নগৰৰ পৰা ওলাই গৈ তেওঁলোক এখন পথাৰত উপস্থিত হ'ল। এনেতে দেখিলে যে এটা বুঢ়া মানুহ তাত থিয় হৈ আছে। কাষতে থকা কাঠৰ ঘোঁৰা এটাত এজনী ছোৱালী বহি থকা তেওঁলোকে দেখা পালে। মানুহটো দেখাত কদাকৰ, কিন্তু ছোৱালীজনী বৰ ধুনীয়া; আৰু সেই কাঠৰ

ঘোঁৰাটো এটা আচৰিত বস্তু। এনে ধুনীয়া ঘোঁৰা কেতিয়াও ক'তো দেখা নাই।" বাকীবোৰ মানুহে তেতিয়া সুধিলে—"ছুলতানে সিহঁতক দেখি কি কৰিলে?" সদাগৰে উত্তৰ দিলে—"ছুলতানে মানুহটোক ধৰি আনি ছোৱালীজনীৰ পৰিচয় সুধিলে। সি আকৌ ফাঁকি দিলে বোলে সেইজনী তাৰে বৈণীয়েক; ছোৱালীজনী তাৰ দদায়েকৰ জীয়েক বুলি সি ক'লে। কিন্তু ছোৱালীজনীয়ে তৎক্ষণাত তাৰ মিছা কথাৰ ভেদ ভাঙি দিলে; তাই ক'লে বোলে মানুহটো বাজিকৰ আৰু সি বৰ দগাবাজ। তেতিয়া ছুলতানে ছোৱালীজনীক বুঢ়াৰ হাতৰ পৰা উদ্ধাৰ কৰিলে আৰু বুঢ়াক পোতাশালত বন্দী কৰি থোৱালে। কাঠৰ ঘোঁৰাটোৰ কি হ'ল—মই একো নাজানো।"

এইকথা শুনি যুৱৰাজ সেই সদাগৰজনৰ কাষচাপি গ'ল আৰু সেই নগৰখন আৰু ছুলতানজনৰ নাম কি সুধি ললে। সেইকথা জানিব পাৰি তেওঁ নিশাটো আনন্দ মনেৰে পাৰ কৰিব পাৰিলে। ৰাতিপুৱাই তেওঁ যাত্ৰা আৰম্ভ কৰিলে আৰু সেই নগৰ নোপোৱালৈকে একেবাহে গৈ থাকিল। পিচে নগৰ সোমাব খোজোতেই দুৱৰীকেইটাই তেওঁক বন্দী কৰিলে। বন্দী কৰাৰ কাৰণ হ'ল—সিহঁতে তেওঁক ছুলতানৰ ওচৰলৈ লৈ যাব আৰু ছুলতানে তেওঁক প্ৰশ্ন সুধিব—তেওঁৰ অৱস্থা কেনেকুৱা? কি কাম কৰিব জানে? নগৰলৈ অহাৰ কাৰণ কি? এনেদৰে প্ৰশ্ন কৰাটো ছুলতানে নিয়ম কৰি লৈছে। পিছে যুৱৰাজ নগৰ সোমাবৰ সময়ত নিশা খোৱা-বোৱাৰ সময় হৈছিল। তেতিয়া তেওঁক ছুলতানৰ কাষলৈ নিয়াটোও সম্ভৱ নহয় বা এই অচিনাকি মানুহটোক কি কৰা যায়, সেই বিষয়ে ছুলতানৰ পৰা আদেশ লোৱাৰো উপায় নাই। সেইদেখি দুৱৰীকেইটাই তেওঁক ফাটেকলৈ লৈ গ'ল; ভাবিলে যে নিশাটোৰ কাৰণে তেওঁক ফাটেকতে বান্ধি থব। পিচে ফাটেকৰ ৰখীয়াকেইটা যুৱৰাজৰ ৰূপ দেখি মোহিত হ'ল। তেওঁক বন্দী কৰি থবলৈ সিহঁতৰ মত নগ'ল। ফাটেকৰ বাহিৰতে সিহঁতে তেওঁক বহিবলৈ দিলে। সিহঁতৰ নিজৰ আহাৰৰ পৰাই এভাগ যুৱৰাজকো খাবলৈ দিলে।

খোৱা-বোৱা শেষ হ'লত সিহঁতে যুৱৰাজক সুধিলে—"তুমি কোন দেশৰ মানুহ?" তেওঁ উত্তৰ দিলে—"মই ফাৰ্চ দেশৰ মানুহ। চহৰসকলৰ দেশ সেইখনেই।" এই কথা শুনি মানুহকেইটাই হাঁহিলে আৰু তাৰে এটাই কলে—"অ' চহৰ! মই সেইবোৰ মানুহৰ কথা শুনিছো; তেওঁলোকৰ বুৰঞ্জীৰ কথাও জানো। কিন্তু আমাৰ ফাটেকত থকা চহৰ মানুহটোৰ নিচিনা মুখাফুটা মিছলীয়া



মানুহ মই ক'তো দেখা নাই।" আন এটা মানুহে ক'লে—"আৰু ময়ো তেনেকুৱা কুদ্ধচ মানুহ দ্বিতীয় এটা ক'তো দেখা নাই।" যুৱৰাজে তেতিয়া সুধিলে—"তেওঁনো কি মিছা কথা ক'লে?" সিহঁতে—"সি ফুটনি মাৰি কয় বোলে সি সি হেনো বৰ জ্ঞানী মানুহ। ছুলতানে চিকাৰ কৰিবলৈ যাওঁতে তাক দেখা পাই, ধৰা পেলালে। তাৰ লগত ধুনীয়া ছোৱালী এজনী আৰু অপূৰ্বৰ সুন্দৰ কাঠৰ ঘোঁৰা এটা আছিল। ছোৱালীজনী ছুলতানৰ লগত আছে। ছোৱালীজনীৰ ৰূপ দেখি ছুলতান মুগ্ধ হৈছে আৰু তেওঁ ছোৱালীজনীক বিয়া কৰাবলৈ ইচ্ছা কৰে। পিচে ছোৱালীজনী বলিয়া। সেই বুঢ়া মানুহটোৱে কয় বোলে সি হেনো বেজ; পিচে সি বেজ হোৱা হলে ছোৱালীজনীক ভাল কৰিব পাৰিলেহেতেন। ছুলতানে ছোৱালীজনীৰ আৰোগ্যৰ বাবে নানান চেষ্টা কৰিছে। এবছৰ ধৰি বহুতো বেজ লগাই ডেধাৰ ধন ভাঙিলে। কিন্তু কোনেও ছোৱালীজনীৰ বেমাৰ ভাল কৰিব পৰা নাই। ঘোঁৰাটো ছুলতানৰ ভৰালঘৰত থৈ দিছে; সেই কুদ্ধচ বুঢ়াটোক ইয়াতে ফাটেকত বন্ধ কৰি থোৱা হৈছে। নিশা হলে সি যিদৰে কান্দি-কাটি বিননি জুৰিবলৈ ধৰে, আমি কোনেও খন্তেক শুব নোৱাৰো।"

ফাটেকৰ ৰখীয়াকেইটাই ফকীৰৰ কথা উল্লেখ কৰোতেই যুৱৰাজে নিজৰ উদ্দেশ্য পূৰণ কৰিবৰ মনেৰে এটা বুধি পাঙিলে। ৰখীয়াকেইটাৰ টোপনি ধৰাত সিহঁতে যুৱৰাজক ফাটেকৰ ভিতৰত সুমাই তলা মাৰি থলে। ফাটেকৰ ভিতৰত থাকোতেই যুৱৰাজে ফাৰ্চী ফকীৰৰ বিননি শুনিবলৈ পালে; সি নিজৰ ভাষাত এইদৰে বিনাই আছিল—হাঁয়! মোৰ কি দুভাগ্য। মই ছোৱালীজনীৰ প্ৰতি যি আচৰণ কৰিলো তাৰ ফলত ছুলতানৰ পুতেকৰ প্ৰতি অন্যায় ক'ৰা হল আৰু নিজেও পাপত বুৰ গলো। মোৰ কাৰণেই ছোৱালীজনীৰো মনৰ কামনা পূৰণ নহল। মোৰ চুটি বুধিৰ কাৰণেই এইবোৰ হবলৈ পালে। যাক লাভ কৰাৰ বাবে মই লায়ক নহয়, তেওঁক পাবলৈ মই হেঁপা মেলিছিলো। যিটো বস্তু লাভ কৰাৰ যোগ্যতা নকথা বুলি জানিও কোনোবাই তাক পাবলৈ যদি চেষ্টা কৰে, মোৰ দৰে তাৰ পতন হবই।" যুৱৰাজে এই কথা শুনি ফাৰ্চীভাষাতে ফকীৰক কলে—"এইদৰে আৰু কিমানদিন কান্দি কাটি ইনাই বিনাই থাকিবা? তোমাৰ যি দশা হৈছে তেনে দুৰ্দশা আন কাৰো হোৱা নাই বুলি ভাবিছা নেকি?" ফাৰ্চী ফকীৰে এই কথা শুনি যুৱৰাজৰ লগত বন্ধুত্ব স্থাপন কৰিলে আৰু নিজৰ দুৰ্ভাগ্যৰ কথাবোৰ কবলৈ ধৰিলে। ৰাতিপুৱা ফাকেটৰ ৰখীয়াকেইটাই যুৱৰাজক

ছুলতানৰ ওচৰলৈ লৈ গ'ল; ছুলতানক জনোৱা হ'ল যে মানুহটোৱে যোৱা নিশা নগৰত প্ৰবেশ কৰিছিল—সেই সময়ত তাক ছুলতানৰ আগত হাজিৰ কৰাটো সম্ভৱপৰ নাছিল। ছুলতানে যুৱৰাজক সুধিলে—"তুমি ক'ৰ পৰা আহিছা? তোমাৰ নাম কি? তুমি কি কাম কৰা? ইয়ালৈ কিয় আহিছা?" যুৱৰাজে উত্তৰ দিলে—"ফাৰ্চী ভাষাত মোৰ নাম হাৰজা। মই ফাৰ্চ দেশৰ মানুহ। মই চিকিৎসা শাস্ত্ৰ আয়ত্ত কৰিছো। বেমাৰী মানুহ আৰু ভূতে পোৱাৰ ফলত বলিয়া হোৱা মানুহক মই আৰোগ্য কৰিব পাৰো। এই উদ্দেশ্যেৰেই মই দেশে দেশে ভ্ৰমণ কৰি ফুৰো; নতুন নতুন কথা শিকি মোৰ জ্ঞানৰ পৰিসৰ বঢ়াবলৈ চেষ্টা কৰো; বেমাৰী মানুহ দেখা পালে ভাল কৰো। মোৰ বৃত্তি এইটোৱেই।"

এই কথা শুনি শুনি ছুলতানে বৰ সন্তোষ পালে; তেওঁ ক'লে—"তুমি ঠিক সময়তে আমাৰ মাজত উপস্থিত হৈছাহি।" এইবুলি কৈ ছুলতানে ৰাজকুমাৰীৰ কথা তেওঁৰ আগত উলিয়ালে আৰু লগতে জনালে—"তুমি যদি তেওঁক ভাল কৰিব পাৰা, তেওঁৰ যদি বলিয়ালি দূৰ হয়—তেন্তে তুমি যি বিচাৰা তাকে দিম।" যুৱৰাজে উত্তৰ দিলে—"আল্লাই ছুলতানৰ মঙ্গল কৰক! তেওঁৰ বলিয়ালিৰ কি লক্ষণ দেখা পাইছে, সেই সকলো কথা মোক কওকচোন। অসুখটো হোৱা কিমান দিন হ'ল নো? আপুনি তেওঁক কেনেকৈ পালে আৰু লগতে ঘোঁৰাটো আৰু ফকীৰৰ কথাও ভাঙি-পাতি কওক।" ছুলতানে তেতিয়া সকলো কথা ক'লে; শেষত ক'লে—"ফকীৰক ফাটেকত বন্দী কৰি থৈছো" যুৱৰাজে সুধিলে—"ঘোঁৰাটো কি কৰিলে?" ছুলতানে কলে "ঘোঁৰাটোও মোৰ ইয়াতে আছে। ভৰালী-কোঠাত থৈ দিছো।" এই কথা শুনি যুৱৰাজে ভাবিলে "প্ৰথমে ঘোঁৰাটো চাই তাৰ অৱস্থাটো পৰীক্ষা কৰাহে ভাল হ'ব। ঘোঁৰাটো ঠিকঠাক হৈ আছে যদি ভালেই। কিন্তু ইয়াৰ কল-কৌশলবোৰ যদি নষ্ট হৈ গৈছে, তেন্তে মোৰ প্ৰেয়সীক উদ্ধাৰ কৰিবৰ বাবে মই আন উপায় উলিয়াব লাগিব।"

তেতিয়া যুৱৰাজে ছুলতানৰ পিনে চাই ক'লে—"জাহাপনা! মই এই ঘোঁৰাটো চাব খোজো। হয়তো ছোৱালীজনীক ভাল কৰি তোলাত ঘোঁৰাটোও কিবা কামত লাগিব পাৰে।" ছুলতানে আনন্দেৰে সেই কথাত সন্মতি জনাই তেওঁক হাতত ধৰি ঘোঁৰাটো থকা ঠাইলৈ লৈ গ'ল। যুৱৰাজে ভালকৈ পৰীক্ষা কৰি চাই বুজিব পাৰিলে যে ঘোঁৰাটো ঠিকেই আছে। তেতিয়া তেওঁ ছুলতানক



ক'লে—"জাহাপনা! মই এতিয়া ছোৱালীজনীক পৰীক্ষা কৰি চাব খোজো। ঘোঁৰাটোৰ যোগেদিয়েই মই ছোৱালীজনীক আৰোগ্য কৰি তুলিব পাৰিম বুলি আল্লাৰ কৃপাত ভাৰসা ৰাখিছো।" ছুলতানে ঘোঁৰাটো সযত্নে ৰাখিবলৈ আদেশ দিলে আৰু যুৱৰাজক ৰাজকুমাৰীৰ কোঠালৈ লৈ গ'ল। যুৱৰাজে দেখিলে যে ৰাজকুমাৰীয়ে নিজৰ গালেনুখে ভুকুৱাই আছে আৰু গাৰ কাপোৰ ফালি ছিৰাছিৰ কৰিছে। পিচে ভূতে পোৱা বাবে তেওঁ আচলতে এইদৰে বলিয়ালি কৰা নাছিল; কোনেও যাতে তেওঁৰ কাষ চাপিবলৈ সাহ নকৰে সেই উদ্দেশ্যেৰেই তেওঁ এইদৰে ভাও জুৰিছিল।

যুৱৰাজে তেওঁক দেখা পাই ক'লে-"হে সুন্দৰী! কোনেও তোমাৰ একো অপকাৰ কৰিব নোৱাৰে।" এইবুলি তেওঁক নানান ধৰণে প্ৰবোধ দিলে আৰু মধুৰ ভাৱে নানান কথা ক'লে। তাৰ মাজতে এবাৰ ফুচফুচাই তেওঁক ক'লে-"ময়েই কামাৰ-অল-আকমাৰ।" সেই কথা শুনি ৰাজকুমাৰীয়ে চিঞৰ মাৰি দিলে; আৰু মনৰ আনন্দতে তেওঁ চেতনা হেৰুৱাই পেলালে। পিচে ছুলতানে ভাবিলে যে তেওঁৰ ভয়তে ৰাজকুমাৰী এইদৰে অজ্ঞান হৈ পৰিল। ইপিনে যুৱৰাজে ৰাজকুমাৰীৰ কাণৰ কাষত ফুচফুচাই ক'লে—"তোমাৰ আৰু মোৰ জীৱন ৰক্ষা কৰিবৰ বাবে সতৰ্ক হৈ থাকিব লাগিব। তুমি ধৈৰ্য ধৰা। এই অত্যাচাৰী ছুলতানৰ হাতৰ পৰা উদ্ধাৰ পাবলৈ হ'লে আমি বৰ্তমান অৱস্থাত কৌশলৰ আশ্ৰয় লব লাগিব। তোমাক ভূতে পাইছে বুলি মই এতিয়া ছুলতানক ক'মগৈ। মই ছুলতানক ক'ম যে তোমাক বন্ধনমুক্ত কৰিবলৈ সেই ভূতটোক আতৰাই পঠাবৰ বাবে চিকিৎসা কৰিব লাগিব। সেইদেখি তেওঁ তোমাৰ কাষলৈ আহিলে তুমি ভালকৈ কথা-বতৰা পাতিবা। তেতিয়া ছুলতানে ভাবিব যে মই তোমাৰ বিকাৰ নোহোৱা কৰিলোৱেই। তেতিয়া আমাৰ ইপ্সিত ধৰণে সকলো কাম হ'ব।" ৰাজকুমাৰীয়েও সেইমতে কৰিব বুলি জনালে। তাৰ পিচত ৰাজকুমাৰে আনন্দ মনেৰে ওলাই গৈ ছুলতানক লগ ধৰি ক'লে—"জাহাপনা! সৌভাগ্যক্ৰমে ৰাজকুমাৰীৰ বেমাৰৰ গুৰি ক'ত সেইটো মই ধৰিব পাৰিছো। মই তেওঁক আৰোগ্য কৰি তুলিছো। সেইদেখি এতিয়া আপুনি তেওঁৰ ওচৰলৈ গৈ মধুৰভাৱে কথা কওক আৰু তেওঁ সন্তোষ পোৱা ধৰণে আচৰণ কৰিব।"

সেইমতেই ছুলতান ৰাজকুমাৰীৰ কাষলৈ গ'ল; ছুলতানক দেখা পাই তেওঁ থিয় দিলে আৰু সেৱা জনাই ছুলতানক ক'লে—"আজি আপুনি দাসীক দেখা দিবলৈ অহাত মই কৃতাৰ্থ মানিছো।" এই কথা শুনি ছুলতানে পৰম তৃপ্তি লাভ

কৰিলে। তেওঁ দাসীবোৰক মাতি আনি ৰাজকুমাৰীক গা ধুৱাই কানি-কাপোৰ পিন্ধাবলৈ আদেশ দিলে। দাসীবোৰে গৈ ৰাজকুমাৰীক অভিবাদন জনালে আৰু তেৰেঁা নম্ৰভাৱে তাৰ প্ৰত্যুত্তৰ দিলে। দাসীবোৰে তেওঁক জাকজমক সাজপাৰ পিন্ধাই দিলে ; ডিঙিত মুকুতাৰ হাৰ পিন্ধালে। তেওঁক গা ধুৱাই দি সিহঁতে আল ধৰিবলৈ ল'লে। এইদৰে ধুনীয়াকৈ সজাই-পৰাই তেওঁক ছুলতানৰ কাষলৈ লৈ যোৱা হ'ল। ছুলতানক দেখা পাই ৰাজকুমাৰীয়ে সেৱা জনালে। তাকে দেখি ছুলতানে পৰম তৃপ্তি বোধ কৰি যুৱৰাজক ক'লে—"এই সকলোবোৰ তোমাৰ বহতে হৈছে। তোমাৰ এই অপূৰ্ব ক্ষমতাৰ সহায়ত যেন আল্লাই সকলো বিকাৰ দূৰ কৰি দিয়ে।" যুৱৰাজে উত্তৰ দিলে—"জাহাপনা! তেওঁক সম্পূৰ্ণভাৱে আৰোগ্য কৰি তুলিবৰ বাবে এতিয়া আপুনি এটা কাম কৰিব লাগিব। যি ঠাইত আপুনি তেওঁক পোনতে লগ পাইছিল, সেই ঠাইলৈ তেওঁক লৈ যাওক ; লগত সৈন্য-সামন্তও লৈ যাব। তেওঁ যিটো কাঠৰ ঘোঁৰাত উঠি আছিল, সেই ঘোঁৰাটোও লগত নিবলৈ নাপাহৰিব। ঘোঁৰাটোতে দেও লাগিছে। তাক যদি খেদাই নিদিওঁ, তেন্তে সি আকৌ আহি ছোৱালীজনীক লম্ভিব আৰু প্ৰতি মাহে তেওঁৰ বিকাৰ হ'ব।" ছুলতানে ক'লে—"মই তাকে কৰিম।"

তেওঁ যুৱৰাজৰ ফন্দীৰ কথা একোকে ধৰিব নোৱাৰিলে। কাঠৰ ঘোঁৰা, ৰাজকুমাৰী আৰু সৈন্যসামন্ত লৈ ছুলতান সেই পথাৰখনত উপস্থিত হ'লগৈ। তেওঁলোক সেই ঠাইত উপস্থিত হোৱাৰ পিচত যুৱৰাজে ক'লে যে ছুলতান আৰু সৈন্যসকলৰ পৰা যিমান পৰা যায় নিলগত ৰাজকুমাৰী আৰু ঘোঁৰাটোক থব লাগে। তাৰ পিচত যুৱৰাজে ক'লে—"এতিয়া আপোনাৰ অনুমতি পালে মই জৰাফুকা কৰিবলৈ আগবাঢ়িব পাৰো। মই এই ঠাইতে ছয়তানক বান্ধি থ'ম ; সি আৰু ছোৱালীজনীৰ গাত লম্ভিবগৈ নোৱাৰিব। তাৰ পিচত মই এই কাঠৰ ঘোঁৰা-টোত উঠিম আৰু পাচফালে ছোৱালীজনীক তুলি ল'ম। তেতিয়া ঘোঁৰাটোৱে গা জোকাৰিবলৈ ধৰিব আৰু মূৰকত সি আপোনাৰ কাষ পাবহি। সিমানতে সকলো অপায়-অমঙ্গল দূৰ হ'ব আৰু তাৰ পাচত ছোৱালীজনীৰ সম্পৰ্কত আপুনি পোষণ কৰা কামনা পূৰণ হ'ব।" এই কথা শুনি ছুলতানে বৰ ৰং পালে। যুৱৰাজ ঘোঁৰাত উঠিলগৈ ; ছোৱালীজনীক পাচফালে বহুৱাই ল'লে। ছুলতান আৰু সৈন্য-সামন্তই দেখিলে— ছোৱালীজনীয়ে যুৱৰাজৰ গাত ভালকৈ ধৰি লৈছে। তেনেতে যুৱৰাজে ঘোঁৰাটো ওপৰলৈ উঠি যোৱা শলখাডাল পকাই দিলে ; লগে লগে ঘোঁৰাটো ওপৰলৈ উঠি গ'ল আৰু শেষত সকলোৰে অদৃশ্য হৈ পৰিল।



দুপৰলৈকে ছুলতানে বাট চালে ; ভাবিলে যে তেওঁলোক উলটি আহিব। কিন্তু তেওঁলোক আৰু নাহিল। নিজৰ কাৰ্যৰ বাবে ছুলতানে অনুতাপ কৰিলে আৰু ছোৱালীজনী হেৰুৱাবলগীয়া হোৱাত বেজাৰো পালে। শেষত তেওঁ সদলে ৰাজধানীলৈ উলটিল। উলটি গৈ ছুলতানে বন্দীশালৰ পৰা ফাৰ্চী ফকীৰক মতাই আনি ক'লে—"দগাবাজ! বিশ্বাসঘাতক! কাঠৰ ঘোঁৰাটোৰ কল-কৌশলৰ কথা মোৰ পৰা লুকুৱাই ৰাখিছিলি কিয়? এতিয়া টেঙৰ মানুহ এটাই আহি ঘোঁৰাও নিলে আৰু দাসীজনীও লৈ গ'ল ; তাইৰ লগতে বহুতো বহুমূলীয়া গহনা-পাতিও গ'ল।" তেতিয়া ফাৰ্চী ফকীৰে নিজৰ অতীত কাহিনী সকলো ভাঙি-পাতি ক'লে। ছুলতান খঙত জ্বলি উঠিল আৰু খঙৰ ভমকত ফকীৰক প্ৰাণদণ্ডকে দিব খুজিছিল। ছুলতান মনৰ দুখত কাৰেঙৰ ভিতৰতে সোমাই থাকিল। পিচে ৱাজিৰসকলে তেওঁৰ কাষলৈ গৈ বুজনি দিলে—"ছোৱালীজনী লৈ যোৱা মানুহটো নিশ্চয় যাদুকৰ। তাৰ যাদুৰ গৰাহৰ পৰা আল্লাইহে আপোনাক ৰক্ষা কৰিলে।" এইবুলি প্ৰবোধ দিয়াৰ মূৰত ছুলতানৰো মনৰ দুখ পাতলিল।

ইপিনে যুৱৰাজে ৰংমনেৰে বাপেকৰ ৰাজধানী অভিমুখে যাত্ৰা কৰি কাৰেঙৰ ওচৰত ঘোঁৰাটো নমালেগৈ ; ৰাজকুমাৰীক তাতে নমাই ছুলতান আৰু ৰাণীক দেখা দিলেগৈ আৰু ৰাজকুমাৰীক লৈ অহা বুলি জনালে। সেই কথা শুনি তেওঁ-লোকে বৰ সন্তোষ পালে। নগৰবাসীক ভোজ খুওৱা হ'ল আৰু এমাহ জুৰি উৎসৱ চলিল। যুৱৰাজে ৰাজকুমাৰীৰ লগত সুখেৰে দিন কটালে। কিন্তু ছুলতানে কাঠৰ ঘোঁৰাটো ভাঙি টুকুৰা-টুকুৰ কৰিলে ; ফলত ঘোঁৰাটোৰ উৰি যাব পৰা কল-কৌশলবোৰ নষ্ট হৈ গ'ল। যুৱৰাজে ৰাজকুমাৰীৰ বাপেকলৈ চিঠি লিখি ৰাজকুমা-ৰীৰ সকলো কথা জনালে আৰু তেওঁলোকৰ বিয়া হৈ যোৱা সম্বাদো দিলে। এই চিঠি লৈ যোৱা দূতৰ হাতত ছুলতানলৈ নানান বহুমূলীয়া উপঢৌকন পঠোৱা হ'ল। দূতে চিঠি আৰু উপঢৌকন লৈ ছানাৰ ৰাজধানীত উপস্থিত হৈ ছুলতানক সেইবোৰ দিলে ; চিঠি পঢ়ি ছুলতানে বৰ ৰং পালে। তেওঁ দূতকো নানান বটা দিলে। তদুপৰি দূতৰ হাততে জোঁৱায়েকলৈ বুলিও বহুমূলীয়া উপহাৰ কিছুমান দি পঠালে। দূতে স্বদেশলৈ উলটি গৈ যুৱৰাজক সকলো সম্বাদ দিয়াত তেৰেঁা তৃপ্তি পালে। তেতিয়াৰ পৰা বছৰি যুৱৰাজে শহুৰেকলৈ একোখন চিঠি আৰু উপঢৌকন পঠায়। মূৰকত যুৱৰাজৰ পিতৃ ছুলতান ছাবুৰৰ মৃত্যু হোৱাত যুৱৰাজেই ৰাজপাটত বহিল।

সকলোকে সজভাৱে শাসন কৰাৰ ফলত অনুগত সকলোৱে তেওঁৰ বশ্যতা স্বীকাৰ কৰিলে আৰু প্ৰজাসকলো তেওঁৰ অনুগত হৈ থাকিল। কামাৰ-অল-আকমাৰ আৰু তেওঁৰ পত্নী ছামছ-অল-নাহাৰে সুদীৰ্ঘকাল সুখে-সন্তোষে জীৱন যাপন কৰাৰ নূৰত তেওঁলোকৰ মৃত্যু ঘটিল।

# ভোদা আৰু টেঁউৰ

এদিন ভোদা মানুহ এটা গাধ এটাক পঘা লগাই টানি টানি খোজকাঢ়ি গৈ আছিল। এনেতে দুটা টেঙৰ মানুহক লগ পালে। তেতিয়া এটা মানুহে লগৰটোক ক'লে—"মই সৌ মানুহটোৰ পৰা গাধটো লৈ যাম।" সিটোৱে সুধিলে "কেনেকৈ নিবি?" তেতিয়া টেঙৰ মানুহটো গাধটোৰ কাষ পালেগৈ আৰু গাধৰ ডিঙিৰ পৰা পঘাডাল খুলি গাধটো লগৰীয়া মানুহটোৰ হাতত দিলে। তাৰ পিচত নিজৰ ডিঙিত পঘাডাল লগাই ল'লে আৰু ভোদা মানুহটোৰ পাচে পাচে গৈ থাকিল। ইপিনে লগৰ মানুহটো গাধ লৈ কোনোবাখন পালেগৈ। নূৰকত সেই টেঙৰ মানুহটো ৰ'ল; ভোদাই পঘাত ধৰি টানে হে টানে—দগা-বাজটো লৰচৰেই নহয়। তেতিয়া সি উলটি চাই দেখা পালে যে পঘাডাল মানুহ এটাৰ ডিঙিতহে লাগি আছে। তাকে দেখি সি সুধিলে—"তই কোন?" টেঙৰ মানুহটোৱে ক'লে—"মই তোমাৰ গাধ। মোৰ কাহিনীটো বৰ অদ্ভুত। তাকে কওঁ শুনা। মোৰ আই বুঢ়ী হৈছে; তেওঁ বৰ ধাৰ্মিক। এদিন মই মদ খাই মতলীয়া হৈ তেওঁৰ ওচৰত উপস্থিত হ'লোগৈ। মোৰ মাতৃয়ে তেতিয়া ক'লে-"তোৰ এনেবোৰ অসৎ কামৰ বাবে আল্লাৰ ওচৰত অনুতাপ কৰ।" পিচে মই ওলোটাই টোকোন এডাল লৈ মোৰ আইক কোবাবলৈহে ধৰিলো। তেতিয়া আয়ে মোক শাও দিলে আৰু আল্লাই মোক গাধলৈ ৰূপান্তৰ ঘটাই তোমাৰ হাতত পেলালেহি। এই মুহূৰ্তলৈকে মই সেইটো ৰূপতে আছিলো। পিচে আজি আয়ে মোক স্মৰণ কৰিছে। তেওঁৰ অন্তৰে এতিয়া মোক বিচাৰিছে কাৰণে তেওঁ মোৰ হকে প্ৰাৰ্থনা জনালে; সেইদেখি আল্লাই মোক দুনাই মানুহৰ ৰূপ দিলে।"

এই কথা শুনি ভোদা মানুহটোৱে ক'লে-"আল্লাৰ সমান মহৎ আৰু কোনো হব নোৱাৰে। আল্লাই তোমাক কৃপা কৰক। মই তোমাৰ পিঠিত উঠি ফুৰিছিলো

আৰু কত কি কৰিলো ! সেইবোৰ কামৰ বাবে মোক তুমি ক্ষমা কৰিবা ।" এই-বুলি কৈ সি সেই টেঙৰ মানুহটোক এৰি দি বেজাৰ মনেৰে ঘৰলৈ গুচি আহিল । ঘৈণীয়েকে তাক সুধিলে—"তোমাৰ কি হৈছে ? গাধটো কি হ'ল ?" সি উত্তৰ দিলে—"এই গাধটো আচলতে কি আছিল, সেই কথা তুমি নাজানা । পিছে সেই কথাকে মই তোমাক এতিয়া ক'ম ।" এইবুলি সি গোটেই কথাটো ক'লে ; তাৰ কথা শুনি ঘৈণীয়েকে ক'লে—"হয় ! আমি এতিয়া আল্লাৰ হাতত শাস্তি খাব লাগিব । ইমান দিনে আমি তেন্তে মানুহৰ হতুৱাই বোজা কঢ়িয়াইছিলো !" পাপ ক্ষয় যাওক বুলি মানুহজনীয়ে দান-দক্ষিণা দিলে আৰু আল্লাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে । সিপিনে ভোদা মানুহটো কাম-বন একোকে নকৰাকৈ ঘৰতে বহি থাকিল । মূৰকত ঘৈণীয়েকে তাক ক'লে—"একোকে নকৰাকৈ তুমি আৰু কিমান দিন এইদৰে ঘৰতে বহি থাকিবা ? বজাৰলৈ গৈ গাধ এটা কিনি আনি আকৌ কামত ধৰা ।" সেইমতে সি বজাৰলৈ গ'ল । গাধৰ বজাৰলৈ গৈ দেখিলে যে তাৰ গাধটোও বেচিবৰ কাৰণে তাতে থোৱা হৈছে । সি গাধটোৰ কাষলৈ গৈ তাৰ কাণৰ ওচৰলৈ মুখখন নি ক'লে—"হেৰ' আপদীয়া ! তই নিশ্চয় আকৌ মদ খাই মতলীয়া হৈ মাৰক মাৰপিট কৰিছিলি ! পিছে মই তোক আৰু কিনি নিনিওঁ ।" এইবুলি সি ঘোঁৰাটোৰ কাষৰ পৰা আতৰি গ'ল ।

# অবিবেচক শিক্ষকৰ প্ৰেম

এজন জ্ঞানী লোকে ক'লে : এদিন মই স্কুল এটাৰ কাষেদি গৈছিলো । স্কুলত তেতিয়া শিক্ষক এজনে ল'ৰাক পঢ়ুৱাই আছিল । মই স্কুলৰ ভিতৰলৈ সোমাই গ'লো ; শিক্ষকজন দেখাই শুনাই ভাল ; গাৰ সাজপাৰো বেছ ভাল । মানুহজনে থিয় দিলে ; মোক মাতি নি কাষতে বহিবলৈ দিলে । কোৰাণ, টীকা-ভাষ্য, কাব্য, ব্যাকৰণ--এইবোৰ বিষয়ত তেওঁৰ কিমান জ্ঞান আছে, সেই বিষয়ে মই পৰীক্ষা কৰি চালো । সকলো বিষয়তে তেওঁ পাৰ্গত বুলি গম ধৰিব পাৰিলো । তেতিয়া মই তেওঁক ক'লো—"আল্লাই আপোনাৰ অভীষ্ট সিদ্ধি কৰক । আপুনি সকলো বিদ্যা আয়ত্ত কৰিছে ।" তেতিয়াৰ পৰা মই প্ৰায়ে তেওঁৰ কাষলৈ যাওঁ ; সদায় মই তেওঁৰ নতুন নতুন একোটা গুণৰ পৰিচয় পাওঁ । তেতিয়া মই মনতে ভাবিলো--"এওঁ নিশ্চয় অদ্ভুত লোক । সৰু ল'ৰাৰ শিক্ষকৰ জ্ঞান-বুধি কম বুলিয়েই জ্ঞানী লোকে কয় ।" ইয়াৰ পিচত মই মাজে সময়েহে মানুহজনৰ কাষলৈ গৈছিলো । কিন্তু এদিন তেওঁক লগ ধৰিবলৈ আহি দেখিলো যে স্কুলৰ দুৱাৰ বন্ধ হৈ আছে । ওচৰচুবুৰীয়া মানুহক সোধাত ক'লে—"তেওঁৰ ঘৰত কোনোবা মানুহৰ মৃত্যু হৈছে ।" মই তেতিয়া ভাবিলো—"মই তেওঁক দেখা দি সমবেদনা জনোৱাটো ভাল হ'ব ।" তেওঁৰ ঘৰলৈ গৈ দুৱাৰত টুকুৰিয়াই দিয়াত দাসী এজনী ওলাই আহিল ; তাই মোক ক'লে--"আপোনাক কি লাগে ?" মই কলো—"মই তোমাৰ গিৰিহঁতক লগ পাব খুজিছো ।" তাই ক'লে—"তেওঁ দুখ-বেজাৰ কৰি অকলে বহি আছে ।" মই ক'লো--"তেওঁক কোৱাগৈ যে তেওঁৰ বন্ধু এজন আহিছে—সমবেদনা জনাবৰ বাবে ।" তাই গৈ তেওঁক কোৱাত তেওঁ ক'লে—"আহিবলৈ ক ।"

তাই তেতিয়া মোক তেওঁৰ কাষলৈ লৈ গ'ল। মানুহজন অকলশৰে বহি আছিল; মই তেওঁক ক'লো—"আল্লাই আপোনাৰ মনৰ দুখ যেন পাতলাই দিয়ে। সকলোৰেই এই পথ অৱলম্বন কৰিব লাগিব। আপুনি ধৈৰ্য ধৰক। আপোনাৰ কোনোবা আপোন মানুহ ঢুকাল, নহয় নে?" তেওঁ ক'লে "এৰা। মোৰ আটাইতকৈ প্ৰিয় মানুহক মই হেৰুৱালো।" "আপোনাৰ পিতৃ নেকি?" "নহয়।" "তেন্তে আপোনাৰ ভায়েক?" "নহয়।" "আপোনাৰ আন কোনোবা আপোন মানুহ নেকি?" "নহয়।" তেতিয়া মই সুধিলো—"ঢুকুৱা মানুহজন আপোনাৰ কি হয় নো?" তেওঁ উত্তৰ দিলে—"মোৰ প্ৰেয়সী।" এই কথা শুনি মই ভাবিলো—তেওঁৰ বুদ্ধিহীনতাৰ এয়ে প্ৰথম নিদৰ্শন। সেইদেখি মই তেওঁক ক'লো—"নিশ্চয় তেওঁতকৈ ৰূপহী তিৰোতাৰ অভাৱ নহব।" তেওঁ ক'লে—"মই তেওঁক কেতিয়াও দেখা নাই। সেইদেখি তেওঁতকৈ ধুনীয়া তিৰোতা আছে নে নাই সেই কথা মই কব নোৱাৰো।" মই তেতিয়া ভাবিলো—"তেওঁৰ বুদ্ধিহীনতাৰ এইটোৰেই খাটাং প্ৰমাণ।" ইয়াৰ পিচত মই তেওঁক সুধিলো—"আপুনি যাক কেতিয়াও দেখা নাই, তেওঁৰ লগত নো কেনেকৈ প্ৰণয়-সূত্ৰত আবদ্ধ হ'ল?" তেওঁ ক'লে—"এদিন মই খিড়িকীৰ কাষত বহি আছিলো। এনেতে এজন মানুহ যোৱা দেখিবলৈ পালো। তেওঁ এইবুলি গীত গাই গৈছিল:

হে আম আমুৰ! তোমাৰ জেউতিৰ পৰিশোধ কৰিব আল্লাই;
তুমি মাথো মোৰ হিয়া দিয়া ওলোটাই।

মানুহজনে এইদৰে গাই যোৱা শুনি মই ভাবিলো:—'এই আম আমুৰ যদি পৃথিৱীৰ ভিতৰতে অদ্বিতীয়া নহলহেঁতেন, তেন্তে কবিয়ে তেওঁক সুৰঁৰি কেতিয়াও গীত ৰচনা নকৰিলেহেঁতেন।' সেইদেখি মই তেওঁৰ লগত প্ৰণয়সূত্ৰত আবদ্ধ হলো। কিন্তু দুদিনৰ মূৰতে সেই মানুহজনেই এইবুলি গীত গোৱা শুনিলো:

গাধত আৰোহন কৰি আম আমুৰ গুচি গ'ল;
কিন্তু তেওঁ কোনো কালে উলটি নাহিল।

তেতিয়া মই বুজিলো যে তেওঁৰ মৃত্যু হ'ল। সেইকথা জানি মই বেজাৰ কৰিবলৈ ধৰিলো। তিনিদিনৰ আগতে এই ঘটনা ঘটিছিল; তেতিয়াৰ পৰাই মই শোকত নিমগ্ন হৈ আছো।

# আবু হাছানৰ কাহিনী

অল-য়ামান দেশৰ কোকাবন নামৰ নগৰত ফজলী জনজাতিৰ মানুহ এজন আছিল। তেওঁ জনজাতীয় জীৱন পৰিহাৰ কৰি আহি বহুতদিন নগৰত বাস কৰিলে। মূৰকত তেওঁ বৰ আঢ্যৱন্ত সদাগৰ হৈ উঠিল। বহুত দিনৰ আগতেই তেওঁৰ ঘৈণীয়েকৰ মৃত্যু হয়। আকৌ বিয়া কৰিবৰ বাবে তেওঁৰ বন্ধুবৰ্গই তেওঁক বহুত বুজনি দিলে। নেৰানেপেৰা ভাৱে লাগি থকাৰ মূৰত আবু-হাছানে বিয়াৰ বন্দৱস্ত কৰি দিয়া বুঢ়ীকেইজনী মানৰ যোগেদি কইনাৰ সন্ধান ললে। শেষত তেওঁ এজনী ছোৱালী বিয়া কৰালে। সেই উপলক্ষে ডাঙৰ উৎসৱ পতা হল; বিয়াৰ ভোজলৈ আত্মীয়-কুটুম্ব, উলেমা, ফকীৰ আদি সকলোকে মাতিলে। বন্ধুবৰ্গ আৰু পৰিচিত সকলো লোককে তেওঁ ভোজলৈ নিমন্ত্ৰণ জনালে। ভেজ খাবলৈ অহা মানুহেৰে ঘৰ ভৰি পৰিল। নানান বিধৰ চাউলেৰে ভাত ৰান্ধিলে; হৰেক ৰকমৰ চৰ্বত খাবলৈ দিয়া হল। বাদাম, আখৰোট, পেষ্টা দি ছাগলী পোৱালিৰ মঙহ বন্ধা হল। উটৰ পোৱালিও গোটে গোটে ৰান্ধি খাবলৈ দিলে। অতিথি সকলেও বং ধেমালি কৰি পেট ভৰাই খালে। বিধে বিধে সাজ পিন্ধাই কইনাক আনি তিৰোতা সকলক দেখুৱালে; কইনা দেখি তেওঁলোক থৰ লাগিল।

শেষত কইনা বহা কোঠালৈ দৰাক নিমন্ত্ৰণ জনোৱা হ'ল। গহীন গম্ভীৰ ভাৱেৰে তেওঁ আসনৰ পৰা থিয় দিলে। এনেতে তেওঁৰ সশব্দে বাতকৰ্ম হৈ গ'ল। অতিথিসকলে যেন একে শুনা নাই, এনে এটা ভাব দেখুৱাবলৈ পৰস্পৰৰ মাজত ডাঙৰ ডাঙৰকৈ কথা পাতিবলৈ ধৰিলে। পিচে আবু হাছানে বৰ লাজ পালে। তেওঁ কইনাৰ কোঠালৈ নগৈ ঘোঁৰা-বাগীত উঠিলগৈ আৰু ঘোঁৰা চলাই দিলে। নিশাৰ এন্ধাৰৰ মাজে মাজে তেওঁ চকুলো টুকি যাবলৈ ধৰিলে। তেওঁ লাহেজ পালেগৈ; গৈ দেখিলে যে ভাৰতলৈ যাবলৈ বুলি এখন জাহাজ সাজু

হৈ আছে। তেওঁ জাহাজত উঠি মালবাৰ উপকূলত থকা কালিকট অভিমুখে যাত্ৰা কৰিলে। ইয়াতে তেওঁ বহুতো আৰব লোকক--বিশেষকৈ হাজৰা মিছ প্ৰদেশৰ আৰব লোকক লগ পালে। তেওঁলোকে তেওঁক ৰজাৰ ওচৰলৈ লৈ গল। এই কাফেৰ ৰজাজনে তেওঁক বিশ্বাস কৰিলে আৰু ৰজাৰ শৰীৰ ৰক্ষক বাহিনীৰ অধিনায়ক ৰূপে তেওঁক নিয়োগ কৰিলে। এইদৰে তেওঁ দহবছৰ কাল সুখে-সন্তোষে কটালে। কিন্তু তাৰ পিচত ঘৰলৈ যাবলৈ তেওঁৰ মনত উচপিচনি লাগিল। পিচে যাত্ৰাৰ দিন কাষ চাপি নাহে যেন লাগিল। সেইদেখি ৰজাৰ পৰা ছুটী নোলোৱাকৈ তেওঁ এদিন গুচি গল আৰু হাজৰামতৰ মাকালাত উপনীত হলগৈ। তাত উপস্থিত হৈ তেওঁ ফটা-ছিটা কাপোৰ পিন্ধি, ফকীৰৰ ভাও জুৰি থাকিল; নিজৰ নাম প্ৰকাশ নকৰাকৈ তেওঁ খোজাকাঢ়ি কৌকাবনলৈ যাত্ৰা কৰিলে। ভাগৰ আৰু ভোক পিয়াহত জৰ্জৰিত হোৱা সত্ত্বেও তেওঁ গৈয়েই থাকিল। সিংহ, সাপ, ভূত আদিৰ গৰাহৰ পৰা তেওঁ সাৰি আহিল। নিজৰ ঘৰৰ কাষচাপি তেওঁ পাহাৰৰ ওপৰৰ পৰা উৎফুল্ল হৈ ঘৰটোলৈ চালে। তেওঁ মনতে ভাবিলে "মোৰ কথা জানো কোনোবাই মনত ৰাখিছে? মই দাঁতি কাষৰীয়া ঠাইবোৰত ঘূৰি ফুৰি মানুহেনো কি কয় তাকে শুনিম। মোৰ কথা কিজানি সকলোৱে পাহৰিলেই!" সাত দিন সাত ৰাতি তেওঁ মানুহৰ মাজত ঘূৰি তেওঁলোকৰ কথা-বতৰা শুনি ফুৰিবলৈ ধৰিলে। পিচে এদিন তেওঁ জুপুৰী এটাৰ দুৱাৰ মুখত বহি থাকোতে ছোৱালী এজনীয়ে এইবুলি কোনো শুনিবলৈ পালে—"মা মইনো কোনদিনা উপজিছিলো? মোৰ লগৰ ছোৱালীজনীৰ দৰে বেয়া দিনত উপজিলো যদি মোৰ দিন বেয়া হব।" মাকে তেতিয়া কলে--"আবু হাছানৰ বাতকৰ্ম হোৱা নিশাই তোৰ জন্ম হৈছিল।"

এই কথা শুনি মানুহজন সেই ঠাইৰ পৰা পলাল; তেওঁ মনতে ভাবিলে "মোৰ ঘটনাটো উল্লেখযোগ্য দিন এটাত পৰিণত হৈ গ'ল! সেইটো দিনৰ স্মৃতি সদায় থাকি যাব!"

এইবুলি ভাবি তেওঁ আকৌ যাত্ৰা কৰিলে আৰু শেষত ভাৰতলৈকে উলটি গ'ল। এইদৰে দেশান্তৰ হৈ থকাৰ মূৰত তাতেই তেওঁৰ মৃত্যু ঘটিল।

# নাবিক সিন্ধবাদ আৰু ভাৰী সিন্ধবাদ

খলিফা হাৰুণ-অল-ৰছিদৰ ৰাজত্ব কালত বাগদাদ নগৰত সিন্ধবাদ নামৰ ভাৰী এটাই বাস কৰিছিল। মানুহটো দুখীয়া; সি ভাৰ বৈ জীৱিকা আৰ্জে। এদিন অতিপাত ৰ'দত বৰ গধুৰ বোজা এটা কঢ়িয়াই নিওঁতে মানুহটোৰ বৰ ভাগৰ লাগিল; ঘামত তিতি জুৰুলি-জুপুৰি হ'ল। সি তেতিয়া এজন সদাগৰৰ ঘৰৰ আগেদি গৈছিল। সি দেখিলে যে সেইখিনিত ঠাইডোখৰ সাৰি থৈছে আৰু পানী ছটিয়াই থোৱা হৈছে; ঠাইডোখৰ জুৰ পৰি আছে। দুৱাৰমুখতে বেঞ্চ এখন থকাও সি দেখিবলৈ পালে। মূৰৰ বোজাটো তাতে নমাই থৈ সি খন্তেক জিৰণি লব খুজিলে। হাউলিৰ ভিতৰৰ পৰা বলা বতাহে কেওপিনে সুঘ্ৰাণ ছটিয়াই দিছে। বেঞ্চখনৰ এমূৰে সি বহিল। বহাৰ লগে লগে সি শুনিবলৈ পালে—বীণা আদি বাদ্যযন্ত্ৰৰ মধুৰ শব্দ ভাহি আহিছে; মানুহৰ হাঁহি আৰু গীত-মাতৰ সুৰো তাৰ কাণত পৰিলহি। ইপিনে নানান চৰাই-চিৰিকটিৰ কলৰৱো শুনা গ'ল। সি বৰ আচৰিত হ'ল। লগে লগে তৃপ্তিও পালে। সি তেতিয়া দুৱাৰমুখত থিয় দিলেগৈ; দেখিবলৈ পালে এখন বিৰাট ফুলনি। তাত ডেখাৰ লগুৱা-লিকচৌৱে কাম কৰি আছে। ছুলতানসকলৰ ঘৰতহে এনে পয়োভৰ দেখা যায়। ইপিনে সি মঙহ আৰু সুৰাৰ গোন্ধো পালে।

সি আকৌ বোজাটো মূৰত তুলি লৈ যাবলৈ ওলাল। এনেতে প্ৰহৰী এটাই তাৰ হাতত ধৰিলেহি—"আমাৰ গিৰিহঁতে তোমাক মাতিছে। তুমি তেখেতৰ ওচৰলৈ ব'লা।" ভাৰীটোৱে কিবা এটা অজুহাত দেখুৱাই গুচি যাবই খুজিছিল; কিন্তু প্ৰহৰীটোৱে তাৰ কথা নুশুনিলে। সেইদেখি দুৱৰীৰ কাষতে বোজাটো নমাই থৈ সি প্ৰহৰীৰ পাচে পাচে ঘৰৰ ভিতৰ সোমাই গ'ল। জাকজমকভাৱে সজাই থোৱা বঢ়িয়া ঘৰ এটা সি দেখা পালে; তাক বিৰাট বৈঠক-খানাটোলৈ

লৈ যোৱা হ'ল ; ডা-ডাঙৰীয়াসকল তাত বহি আছে আৰু তেওঁলোকৰ কেওপিনে ফুল, ফল, সুৰা আদি সজাই থোৱা হৈছে। বাদ্য-যন্ত্ৰ বজাই দাসীবোৰে গীত গাইছে। খিতাপ অনুসৰি মানুহবোৰ ভাগে ভাগে বহিছে ; আটাইতকৈ উচ্চ আসনত গুৰু-গম্ভীৰভাৱে এজন লোক বহি আছে ; মানুহজন দেখিবলৈকো ভাল। অবাক হৈ সেই সিন্ধবাদ নামৰ ভাৰীটোৱে এইবোৰকে চাই মনতে ভাবিলে "নিশ্চয় এইখন আচমান সদৃশ ঠাই নাইবা এইটো কোনোবা ছুলতানৰ কাৰেং।" সি সমজুৱাৰ পিনে সম্ভ্ৰমসহ নমস্কাৰ জনালে আৰু তলমুৰা হৈ থিয় দি থাকিল।

ঘৰৰ গিৰিহঁতজনে তাক কাষলৈ মাতি নিলে আৰু আদৰ-সাদৰ কৰি বহিবলৈ দিলে। তেতিয়া সি বহিল। তাৰ সমুখত বহুমূলীয়া খাদ্য-উপাচাৰ পৰিবেশন কৰা হ'ল। সি আল্লাৰ নাম লৈ খাবলৈ ধৰিলে। তাৰ পিচত হাত ধুই উঠি সি সমজুৱাক এই আপ্যায়নৰ বাবে ধন্যবাদ জনালে। গিৰিহঁতে তেতিয়া ক'লে "তোমাক আমি আদৰণি জনাইছো। তোমাৰ মঙ্গল হওক। পিচে তোমাৰ নাম কি আৰু তুমি কি কাম কৰা ?" সি ক'লে—"ডাঙৰীয়া মোৰ নাম সিন্ধবাদ। মই ভাৰী ; ভাৰ বৈ পেট প্ৰবৰ্তাওঁ।" গিৰিহঁতজনে হাঁহি মাৰি ক'লে—"তোমাৰ নাম আৰু মোৰ নাম একেটাই। মই সিন্ধবাদ সদাগৰ। মোৰ কাহিনীটো বৰ অদ্ভুত। মোৰ সকলো কথা তুমি শুনিবলৈ পাবা। মই কেনে অৱস্থাৰ মাজেদি পাৰ হৈ আহিলো, আজিৰ সমৃদ্ধি কেনেকৈ লাভ কৰিলো আৰু কেনেকৈ এই ঠাইৰ গৰাকী হ'লো—সেই সকলোবোৰ কথা মই তোমাক ক'ম। নানান দুখ-কষ্ট আৰু বিপদ অতিক্ৰম কৰি মই এই উচ্চ পৰ্যায়ত উপনীত হৈছোহি। তাহানি মই কমখিনি কষ্ট ভুগিব লগীয়া হৈছিল নে ? মই সাতবাৰ সাগৰ ভ্ৰমণ কৰিলোঁ ; প্ৰতিটোৱেই আচৰিত ভ্ৰমণ-কাহিনী। ভাগ্য-দশা মতে এই সকলোবোৰ ঘটিল। কপালৰ লিখন কোনেও খণ্ডাব নোৱাৰে। তেন্তে এতিয়া মোৰ কাহিনী আৰম্ভ কৰো।

# নাবিক সিন্ধবাদৰ প্ৰথম যাত্ৰা

মোৰ পিতৃ এজন মুখিয়াল সদাগৰ আছিল ; তেওঁ আঢ্যৱন্ত লোক আছিল। মই কেচুৱা অৱস্থাত থাকোতেই পিতৃ-বিয়োগ হয়। তেতিয়া মৱেই বহুতো ধন সম্পত্তি আৰু মাটিবাৰীৰ গৰাকী হওঁ। ডাঙৰ হ'লত এইবোৰ সা-সম্পত্তি মোৰ হাতত পৰিলহি ; মই খাই-বৈ আৰু পিন্ধি-উৰি মুক্তহস্তে ধন খৰচ কৰিবলৈ ধৰিলো। সমনীয়া ল'ৰাৰ লগত ভোগ-বিলাসত সময় কটালো। ভাবিলো যে এইদৰেই মই সদায় জীৱন কটাব পাৰিম। এনেদৰে বহুত দিন কটোৱাৰ মূৰত মোৰ চেতনা উপজিল। ইপিনে মোৰ ধন-সম্পত্তি সকলো শেষ হ'ল। মোৰ অৱস্থা তেনেই পৰি গ'ল ; হাতত ধন-বিত একো নাথাকিল। দুখ-বেজাৰ আৰু নিৰাশাই মোক আগুৰি ধৰিলে। তাহানি পিতৃৰ মুখৰ পৰা শুনা মহাপুৰুষৰ বাণী এঘাৰলৈ মোৰ মনত পৰিল : "তিনিটা কথা তুলনামূলক ভাৱে আন তিনিটা কথাতকৈ ভাল—জন্মৰ দিনটোতকৈ মৃত্যুৰ দিনটো ভাল, মৃত সিংহটোতকৈ জীৱিত কুকুৰটো ভাল আৰু অভাৱ অনাটনতকৈ মৃত্যু শ্ৰেষ্ঠ।" তেতিয়া মই অৱশিষ্ট সা-সম্পত্তি সকলো বেচি দিলো—আনকি কানি-কাপোৰ খিনিও বেচিলো। এই সকলোখিনি বেচি তিনি হেজাৰ টকা পালো। তাকে লৈ মই বিদেশ ভ্ৰমণ কৰিবলৈ ঠিক কৰিলো।

কিছুমান বেপেৰুৱা বয়বস্তু কিনি লৈ সাগৰেদি যাত্ৰা কৰিবলৈ যোগাৰ কৰিলো। এদল সদাগৰৰ লগত বহোৱালৈ যোৱা জাহাজ এখনত উঠিলোগৈ। সেই ঠাইত নামি আকৌ জাহাজত উঠিলো। ইটো দ্বীপৰ পৰা সিটো দ্বীপ, ইখন সাগৰৰ পৰা সিখন সাগৰ—এইদৰে গৈ থাকিলো। জাহাজ যি ঠাইতে ৰয়, তাতে আমি বেপাৰ কৰো। এইদৰে গৈ গৈ এটা দ্বীপত উপস্থিত হ'লো ; জাহাজৰ মুখিয়াল নাবিকজনে তাতে জাহাজৰ লঙ্গৰ পেলালে। আমি সেই ঠাইতে জাহাজৰ পৰা নামিলো। কোনোৱে চৌকা সাজিলে, কোনোৱে আখল জুৰিলে ; কিছুমানে

গা ধুবলৈ ন'লে আৰু কোনো কোনোৱে আকৌ দ্বীপত ফুৰিবলৈ গ'ল। জাহাজৰ নাবিকবিলাকেও খাই বৈ ৰং ধেমালি কৰিবলৈ ধৰিলে। ময়ো ফুৰিবলৈ গৈছিলো। এনেতে জাহাজৰ মুখিয়াল নাবিকজনে টেটুফালি আমাক চিঞৰি চিঞৰি কোৱা শুনিলো—"যাত্ৰীসকল! তোমালোকৰ জীৱন ৰক্ষা কৰিব খুজিছা যদি দৌৰি আহি জাহাজত উঠা। য'ত যি আছে সকলো পেলাই থৈ জাহাজত উঠাহি। তোমালোক য'ত থিয় হৈ আছা, সেইটো দ্বীপ নহয়—এটা প্ৰকাণ্ড মাছহে মাছটো সাগৰৰ মাজত আছে। তাৰ পিঠিত বালিয়ে চামনি বান্ধি থৈছে আৰু ওপৰত গছ গজিছে। সেইদেখি ইয়াক দ্বীপৰ দৰে দেখা গৈছে। কিন্তু তোমালোকে ইয়াৰ গাৰ ওপৰত জুই ধৰাত তাৰ গা পুৰিছে আৰু সেইদেখি সি গাটো লৰচৰ কৰিবলৈ ধৰিছে। খন্তেক পিচতে ই পানীৰ তললৈ বুৰ মাৰিব আৰু তেতিয়া তোমালোকো মৰিবা। সেইদেখি তুৰন্তে আহাঁ।"

তেওঁৰ কথা শুনি সকলোৱে জাহাজৰ পিনে লৰ ধৰিলে; কানি-কাপোৰ, ৰন্ধা বাচন আদি সকলো তাতে পৰি থাকিল। কিছুমান জাহাজত উঠিলগৈ; কিন্তু কিছুমানে উঠিবগৈ নোৱাৰিলে। ময়ো উঠিব নোৱাৰিলো। হঠাৎ দ্বীপটো কঁপিবলৈ ধৰিলে আৰু সাগৰৰ মাজত বুৰ গল। সাগৰৰ ঢৌবোৰে কেওপিনে খলকনি তুলিলে। আনবোৰৰ লগতে ময়ো সাগৰত পৰিলোগৈ। পিচে আল্লাৰ কৃপাত মই নুবুৰিলো; জাহাজত থকা কাঠৰ ডাঙৰ পাত্ৰ এটা উটি অহা দেখা পাই তাতে খামুচি ধৰিলো। তাৰ ভিতৰ সোমাই হাত দুখনেৰে বঠা মৰাদি মাৰি সেই পাত্ৰটো পানীৰ মাজেদি চলাই গৈ থাকিলো। ইপিনে জাহাজৰ মুখিয়াল নাবিকজনে জাহাজখন চলাই দিলে; জাহাজত উঠিব পৰা মানুহবোৰ ৰক্ষা পৰিল। বাকীবোৰ পানীত বুৰি মৰিল। চকুৰে মনালৈকে মই জাহাজখনৰ পিনে চাই আছিলো; পিচত জাহাজখন চকুৰ আঁৰ হ'ল আৰু ময়ো মোৰ মৃত্যু সুনিশ্চিত বুলি ধৰি ললো। ইপিনে লাহে লাহে নিশাৰ আন্ধাৰে আবৰি ধৰিলে। গোটেই নিশাটো আৰু তাৰ পিচ দিনাও ধুমুহা আৰু ঢৌৰ মাজতে কটালো। পাত্ৰটোৱে মোক উটাই নি এটা দ্বীপৰ কাষ পোৱালেগৈ। দ্বীপৰ গছবোৰ দোঁ খাই পাৰত লাগিছিলহি।

মই গছৰ ডাল এটাত থাপ মাৰি ধৰিলো আৰু তাত ধৰি পাৰলৈ বগাই গ'লো। ইমান পৰে মোৰ ভৰি দুটা জঠৰ হৈ আছিল; মই তেতিয়া অতিশয় অৱশ হৈ পৰিছিলো। মাটিত দীঘল দি পৰিলো; তাৰ পিচত আৰু একো কব নোৱাৰো। পুনৰ জ্ঞান লাভ কৰিলো পিচদিনা ৰাতিপুৱাহে। ইতিমধ্যে



মোৰ ভৰি দুটা উখহি গ'ল; মই আঠু কাঢ়ি চুচঁৰি যাবলৈ ধৰিলো। দ্বীপটোত ফল ভৰি আছিল আৰু নিজৰাৰ পানীও আছিল। মই ফল কিছুমান খোৱাৰ মূৰত গাত বল পালো। এইদৰেই বহুত দিন কটালো। লাহে লাহে মই বলশক্তি ঘূৰাই পালো। তেতিয়া ঘূৰি ফুৰিব পৰা হলো। দ্বীপটোতনো কি আছে, তাৰে সন্ধান লবৰ বাবে ওলালো। গছৰ ঠাল এটা ভাঙি আনি তাকে লাখুটিৰ দৰে ললো।

এদিন পাৰে পাৰে গৈ থাকোঁতে দূৰত কিবা এটা থকা দেখিবলৈ পালো। ভাবিলো যে সেইটো কিবা বনৰীয়া জন্তু নাইবা সাগৰৰ কিবা অতিকায় প্ৰাণী। কিন্তু কাষ চাপি গৈ দেখা পালো যে সেইজনী এজনী প্ৰকাণ্ড মাইকী ঘোঁৰা— সাগৰৰ পাৰতে ঘোঁৰাজনী এবাল দি থোৱা হৈছে। মই কাষ চাপি যোৱা দেখি ঘোঁৰাজনীয়ে বিকট চিঞৰ এটা মাৰিলে; মই ভয় খাই সেই ঠাইৰ পৰা আঁতৰি যাবই খুজিছিলো। এনেতে দেখিলো যে মাটিৰ তলৰ পৰা এজন মানুহ ওলাই আহিছে; মোৰ পাচে পাচে আহি মানুহজনে চিঞৰি সুধিলে—"তুমি কোন? কৰ পৰা আহিছা? ইয়ালৈ কেনেকৈ আহিলা?" মই তেতিয়া কলো—"ডাঙৰীয়া মই নিচেই টোকোনা মানুহ। আমি অহা জাহাজখনে আমাৰ কিছুমানক পানীত বুৰি মৰিব লগীয়া হোৱা অৱস্থাতে এৰি থৈ গুচি গ'ল। পিচে আল্লাৰ কৃপাত মই কাঠৰ পাত্ৰ এটা পালো; তাতে উঠি ৰক্ষা পৰিলো। পাত্ৰটোৱে মোক আনি এই দ্বীপটোৰ পাৰ পোৱালেহি।" মোৰ কথা শুনি মানুহজনে মোৰ হাতত ধৰি ক'লে—"মোৰ লগত আহা।" এইবুলি তেওঁ মোক মাটিৰ তলৰ কুঠৰী এটালৈ লৈ গ'ল। তেওঁ মোক বহিবলৈ দি খোৱা বস্তু কিছুমান আনিলে। ভোকত মোৰ পেট কলমলাই আছিল। মই পেট পূৰাই খালো; তেতিয়াহে অলপ সকাহ পালো। মানুহজনে মোক প্ৰশ্ন সুধিবলৈ ধৰিলে আৰু ময়ো আদিৰ পৰা শেষলৈকে সকলো কথা ক'লো। তেওঁ মোৰ কথা শুনি অবাক হোৱাত মই ক'লো— "ডাঙৰীয়া! মই আল্লাৰ নামত শপত খাই কৈছো—মোৰ যি ঘটনাৰ কথা কৈছো, সেইটো সম্পূৰ্ণ সঁচা কথা। পিচে আপুনি নো কোন, অনুগ্ৰহ কৰি ক'বনে? আপুনি ইয়াত এইদৰে মাটিৰ তলত বাস কৰিছে কিয় আৰু সৌ তাত সাগৰৰ পাৰৰ ঘোঁৰাজনী বান্ধি থৈছে কিয়?" মানুহজনে ক'লে—"এই দ্বীপৰ ভিন ভিন ঠাইত কেইবাজনো ৰখীয়া আছে; ময়ো ৰখীয়া। আমি ৰজা মিহিৰজানৰ ঘোঁৰা-ৰখীয়া; তেওঁৰে ঘোঁৰাবোৰক ৰখি আছো। প্ৰত্যেক মাহতে আমি নতুন

জোৱাৰ উঠাৰ সময়তে আমাৰ আটাইতকৈ ভাল জাতৰ মাইকী ঘোঁৰাবোৰ ইয়ালৈ লৈ আহোঁ আৰু সাগৰৰ পাৰত এবাল দি থওঁ। তাৰ পিচত আমি মাটিৰ তলত লুকাই থাকো। তেতিয়া সাগৰৰ ঘোঁৰাবোৰ পানীৰ মাজৰ পৰা উঠি আহে আৰু ওচৰত আন কাকো দেখা নেপাই এই মাইকী ঘোঁৰাবোৰৰ লগত জোৰা পাতেহি।

মূৰকত ঘোঁৰাবোৰে এই মাইকী ঘোঁৰাবোৰক সিহঁতৰ লগতে পানীলৈ লৈ যাবৰ মনেৰে টনা-আজোৰা কৰে। কিন্তু সিহঁতক বান্ধি থোৱা হয় কাৰণে নিব নোৱাৰে। তেতিয়া ঘোঁৰাবোৰে চিঞৰিবলৈ ধৰে আৰু মাইকী ঘোঁৰাবোৰক লঠিয়ায়। আমি তেতিয়া বাহিৰলৈ ওলাই চিঞৰ-বাখৰ লগাওঁ। আমাৰ মাত শুনি ঘোঁৰাবোৰে ভয় খাই সাগৰলৈ চেকুৰ ধৰে। মূৰকত এই মাইকী ঘোঁৰাবোৰৰ পোৱালি জগে; সেইবোৰ পোৱালিৰ নিচিনা আৰু পৃথিৱীৰ আন ক'তো দেখিবলৈ পোৱা নাযায়। সাগৰৰ ঘোঁৰাবোৰ পাবলৈ অহাৰ সময় এইটোৱেই। মই তোমাক ৰজা মিহিৰ-জানৰ কাষলৈ লৈ যাম আৰু আমাৰ দেশখন দেখুৱাম। তুমি ভাগ্যক্রমে আমাক লগ নোপোৱা হ'লে ইয়াতে মৰিব লগীয়া হ'লহেঁতেন। আন কোনেও তুমি ইয়াত থকাৰ কথা গম নাপালেহেঁতেন। যিহওক মই তোমাক ৰক্ষা কৰিব পাৰিম আৰু তোমাৰ দেশলৈ উলটি যোৱাতো সহায় কৰিম।"

তেওঁৰ দয়াৰ বাবে মই ধন্যবাদ জনালো। আমি কথা পাতি থাকোতেই সাগৰৰ পৰা ঘোঁৰা এটা উঠি অহা দেখা পালো। সি ঘোঁৰাজনীৰ লগ লাগিলহি। কিছু সময়ৰ মূৰত ঘোঁৰাটোৱে ঘোঁৰাজনীক লগতে লৈ যাবলৈ চেষ্টা কৰিলে। কিন্তু এবাল দি থোৱা কাৰণে নিব নোৱাৰিলে। ঘোঁৰাজনীয়ে লঠিয়াবলৈ ধৰিলে আৰু লগতে চিঞৰিলে। তেতিয়া ঘোঁৰাৰখীয়াটো হাতত তৰোৱাল লৈ বাহিৰলৈ ওলাই আহিল আৰু কাঁহ এখন বজাই সি লগৰীয়া বোৰক মাতিলে। লগৰ মানুহবোৰ হাতত যাঠী লৈ চিঞৰ-বাখৰ লগাই সেইখিনি পালেগৈ। মানুহবোৰক দেখি ঘোঁৰাটোৱে ভয় খালে আৰু সাগৰৰ বুকুলৈ জাপ মাৰি দি অদৃশ্য হ'ল। আমি সেইখিনিতে কিছুসময় ৰহাৰ মূৰত একোজনী ঘোঁৰা লৈ লৈ বাকীবোৰ চহীচো সেই ঠাইত উপস্থিত হ'লহি। মোক দেখা পাই তেওঁলোকে প্ৰশ্ন সুধিবলৈ ধৰিলে আৰু মুয়ো মোৰ সকলো ঘটনাৰ কথা আকৌ ক'লো। মানুহবোৰ মোৰ কাষতে বহিলহি। খোৱাৰ যা-যোগাৰ কৰি তেওঁলোকে মোকো খাবলৈ মাতিলে। ময়ো তেওঁলোকৰ লগতে খোৱা বোৱা কৰিলো। ইয়াৰ পিচত তেওঁলোক ঘোঁৰাত



উঠিলগৈ। ময়ো এজনী ঘোঁৰাত উঠিলো। আমি গৈ গৈ ৰজা মিহিৰজানৰ ৰাজধানীত উপস্থিত হ'লো। তেওঁলোকে ৰজাৰ আগত মোৰ ঘটনাৰ কথা নিবেদন কৰিলে।

তেতিয়া ৰজাই মোক মাতি পঠালে। মই ৰজাৰ ওচৰলৈ গৈ অভিবাদন জনোৱাৰ মূৰত ৰজাই মোক আদৰ-সাদৰ কৰিলে আৰু তাৰ পিচত মোৰ সকলো ঘটনা ভাঙি-পাতি কবলৈ আদেশ দিলে। ময়ো তেতিয়া আদিৰ পৰা শেষলৈকে সকলো কথা ক'লো। সেই কথা শুনি ৰজাই বৰ আচৰিত হৈ মোক ক'লে—"আল্লাৰ কৃপাত তুমি সৌভাগ্যক্রমে ৰক্ষা পৰিলা। আয়ুসত চাউল নথকা হ'লে তুমি উদ্ধাৰ নাপালাহেঁতেন।" ৰজাই মোক বন্দৰত তেওঁৰ প্ৰতিনিধি স্বৰূপে নিয়োগ কৰিলে আৰু বন্দৰত উপস্থিত হোৱা সকলো জাহাজৰ হিচাপ ৰখা কামৰ ভাৰ দিলে। ৰজাৰ পৰা আদেশ লবৰ কাৰণে মই নিয়মিতভাৱে তেওঁৰ সাক্ষাৎ কৰিবলৈ ল'লো। ৰজায়ো মোৰ প্ৰতি সম্ভাৱ দেখুৱালে আৰু বহুমূলীয়া সাজপাৰ বানচ হিচাপে মোক দিলে। অন্যান্য মানুহ আৰু ৰজাৰ মাজত দোৱনীয়া হিচাপে ভাবৰ আদান-প্ৰদান কৰাৰ পৰাও ৰজাৰ ওচৰত মোৰ মূল্য বাঢ়ি গ'ল। এইদৰে মই বহুত দিন কটালো। নগৰীৰ পৰা বন্দৰলৈ যাওঁতে মই সদাগৰ, ভ্ৰমণকাৰী আৰু নাবিকসকলক বাগদাদ নগৰৰ বিষয়ে প্ৰায়ে সোধো; ভাবিছিলো যে স্বদেশলৈ উলটি যোৱাৰ কিবা থল কিজানি ওলায়েই। কিন্তু সেই ঠাইৰ নাম কোনেও শুনাই নাই; আৰু তালৈ কোনো যোৱাও নাই। তেতিয়া মোৰ মন মৰি গ'ল; আচহুৱা ঠাইখনত মোৰ মন বহা নাছিল। এইদৰে বহুত দিন নিৰাশাৰ মাজত কটোৱাৰ মূৰত এদিন ৰজা মিহিৰজানৰ ওচৰলৈ যাওঁতে ৰজাৰ কাষত এদল ভাৰতীয় লোক উপস্থিত হোৱা দেখিবলৈ পালো।

মই তেওঁলোকক নমস্কাৰ জনালো আৰু তেওঁলোকেও ওলোটাই সম্ভাষণ জনালে। তেওঁলোকে মই কোন দেশৰ মানুহ সেই কথা সুধিলে। ময়ো তেওঁ-লোকৰ দেশৰ কথা সুধিলো। তেওঁলোকে ক'লে যে তেওঁলোক সুকীয়া সুকীয়া জাতৰ লোক; তাৰে কিছুমান স্বাকিৰিয়া নামৰ উচচ জাতৰ লোক। তেওঁ-লোকে আনক পীড়ন নকৰে আৰু কাৰো প্ৰতি হিংসামূলক আচৰণ নকৰে। আন কিছুমান হ'ল ব্ৰাহ্মণ—তেওঁলোকে সুৰাপান নকৰে; তেওঁলোকে আনন্দ-উৎসৱ কৰি শান্তিৰে জীৱন কটায়। তেওঁলোকে উট, ঘোঁৰা আদি জন্তু পোহে। তদুপৰি তেওঁলোকে মোক জনালে যে ভাৰতৰ মানুহবোৰ নানান জাতত বিভক্ত। সেই কথা শুনি মই আচৰিত হ'লো।

ৰজা মিহিৰজানৰ ৰাজ্যত এটা দ্বীপ আছে। দ্বীপটোৰ নাম কাছিল ; সেই দ্বীপত ওৰে নিশা ঢোল বাজি থকা শুনো। দাতিকাষৰীয়া দ্বীপবোৰৰ বাসিন্দাসকল আৰু ভ্ৰমণকাৰীসকলৰ পৰা শুনিছো বোলে সেই দ্বীপৰ বাসিন্দাসকল কৰ্ম্মী আৰু বুদ্ধিমান লোক। এইখন সাগৰতে মই দুশ হাত দীঘল মাছ থকা দেখা পাইছিলো। মাছমৰীয়া লোকে এইবোৰ মাছলৈ ভয় কৰে। আৰু এবিধ মাছ দেখিছিলো—সেইবোৰৰ মূৰটো ফেঁচাৰ মুখখনৰ দৰে। এইদৰে নানান অদ্ভুত বস্তু দেখিবলৈ পাইছিলো ; সেইবোৰৰ লেখ দিবলৈ গ'লে আমনি লাগিব। এইদৰে দ্বীপবোৰ ভ্ৰমি ফুৰিলো। পিচে এদিন হাতত টোকোন লৈ বন্দৰত থিয় দি থাকোতে এখন প্ৰকাণ্ড জাহাজ দেখা পালো ; বহুতো সদাগৰ সেই জাহাজত আহিছিল। জাহাজখন বন্দৰ অভিমুখে অহা দেখিবলৈ পালো। নগৰৰ কাষত যি ঠাইত সচৰাচৰ জাহাজবোৰে লঙ্গৰ পেলায়, সেই ঠাইতে জাহাজখন ৰলহি। জাহাজৰ মুখিয়ালজনে পালকেইখন চপাই জাহাজখন পাৰত বান্ধিলেহি আৰু তেতিয়া নাবিকবিলাকে বয়বস্তুবোৰ পাৰলৈ নমাবলৈ ধৰিলে। মই বয়বস্তুৰ হিচাপ লৈ পাৰত থিয় দি থাকিলো।

বহুত সময় ধৰি বয়বস্তুবোৰ নমোৱাৰ মূৰত মই জাহাজৰ মুখিয়ালজনক সুধিলো "জাহাজত আৰু কিবা বস্তু থাকিল নেকি ?" তেওঁ উত্তৰ দিলে—"ডাঙৰীয়া, জাহাজৰ গুদামঘৰত কেতবোৰ বেপেৰুৱা সামগ্ৰী আছে ; এইবোৰ বস্তুৰ গৰাকী জন বাটতে দ্বীপ এটাৰ কাষত বুৰি মৰিল। তেওঁৰ বয়বস্তুবোৰ আমাৰ দায়িত্বতে আছে। আমি ভাবিছো যে তেওঁৰ বস্তুবোৰ বেচি হিচাপ ৰাখি থম আৰু বাগদাদ নগৰলৈ গৈ তেওঁৰ পৰিয়ালবৰ্গক ধনখিনি দিম।" মই তেতিয়া সুধিলো "সেই মানুহজনৰ নাম কি ?" তেওঁ কলে—"নাবিক সিন্ধবাদ।"* সেই কথা শুনি মই মানুহজনৰ পিনে ভালকৈ চালো আৰু তেওঁক তেতিয়া চিনি পালো। মই চিঞৰি দিলো—"ময়ে সেই সিন্ধবাদ নাবিক ; অন্যান্য সদাগৰসকলৰ লগতে মই আহিছিলো। মাছটোৰে গাটো লৰোৱা দেখি আপুনি আমাক উলটি যাবলৈ চিঞৰি চিঞৰি কৈছিল। কিছুমান মানুহ জাহাজত উঠি ৰক্ষা পৰিল ; কিছুমানে উঠিবগৈ নোৱাৰিলে ; ময়ো উঠিব নোৱাৰিলো। পিচে আল্লাৰ কৃপাত মই নাবিকসকলে গা ধোৱা কাঠৰ ডাঙৰ পাত্ৰ এটা উটি অহা দেখা পাই তাতে উঠিলো। বতাহ আৰু ঢৌৱে মোক উটাই আনি এই দ্বীপটো পোৱালেহি। আল্লাৰ কি মহিমা ! ইয়াতে মই ৰজা মিহিৰজানৰ ঘোঁৰাৰখীয়া কেইজনমানক লগ



পালো। তেওঁলোকে মোক ৰজাৰ ওচৰলৈ লৈ গ'ল। মোৰ ঘটনাৰ কথা কোৱাত ৰজাই মোক অনুগ্ৰহ দেখুৱাই বন্দৰৰখীয়া পাতিলে। সেই কামকে মই এতিয়া কৰি আছো। এই বস্তুৰ গাথৰোৰ মোৰ।" মুখিয়াল নাবিকজনে ক'লে—"আল্লাৰ সমান মহান লোক নাই। পিচে মানুহৰ মাজত বিবেক আৰু সততাৰ স্থান নোহোৱা হ'ল।" মই তেতিয়া ক'লো—"আপুনি সেইদৰে কৈছে কিয় ? মইতো আপোনাক মোৰ প্ৰকৃত কাহিনীটোকে কৈছো।" তেওঁ উত্তৰ দিলে—"মই আপোনাক কৈছোৱেই যে যিজন মানুহৰ বস্তু মোৰ হাতত আছে, পানীত বুৰি তেওঁৰ মৃত্যু হ'ল। অথচ আপোনাৰ একো হক নথকা সত্ত্বেও আপুনি বস্তুখিনি সৰকাব খুজিছে। আইন মতে আপুনি এইখিনি বস্তু পাব নোৱাৰে ; কিয়নো অন্যান্য যাত্ৰীৰ লগতে তেওঁ পানীত বুৰা আমি নিজ চকুৰে দেখা পাইছিলো। তেওঁলোকৰ এজনৰো জীৱন ৰক্ষা নপৰিল। এনে স্থলত এই বস্তুবোৰ গৰাকী আপুনিয়েই বুলি ফাঁকি দিছে কিয় ?" মই তেতিয়া ক'লো—"আপুনি মোৰ কথা খিনি শুনকচোন বাৰু। মই যে সঁচা কথা কৈছো, সেইটো আপোনা আপুনি প্ৰকাশ পাব। মিছা কথা কোৱাটো কপটতাৰহে পৰিচায়ক।" এইবুলি কৈ মই তেওঁৰ লগত বাগদাদৰ পৰা জাহাজেৰে অহাৰ কথাকে ধৰি মাছটোকে দ্বীপ বুলি ভাবি মৃত্যুৰ গৰাহত পৰিব লগীয়া হোৱা ঘটনালৈকে সকলো কথা তেওঁক ক'লো ; আমাৰ মাজত হোৱা কথা-বতৰা কিছুমানৰ বিষয়েও উল্লেখ কৰিলো। তেতিয়া তেওঁ আৰু অন্যান্য সদাগৰসকলে মোৰ কথা বিশ্বাস কৰিলে। তেওঁলোকে মোক চিনি পাই সন্তোষ প্ৰকাশ কৰিলে আৰু এইবুলি ক'লে—"আপুনি মৃত্যুৰ হাত সাৰিল বুলি আমি ভবাই নাছিলো। পিচে আল্লাই আপোনাক নতুন জীৱন দান কৰিলে।" তেওঁলোকে তেতিয়া মোৰ বস্তুবোৰ মোক গতাই দিলে ; তাত মোৰ নাঁম লিখি থোৱা দেখা পালো। মই টোপোলা খুলি ৰজা মিহিৰজানলৈ বুলি আটাইতকৈ দামী আৰু বঢ়িয়া উপহাৰ এটা বাছি উলিয়ালো। সেই উপহাৰ ৰাজ কাৰেঙলৈ লৈ যাবৰ বাবে নাবিকসকলৰ হাতত দিলো। তাৰ পিচত ৰজাৰ ওচৰলৈ গৈ তেওঁৰ ভৰিৰ কাষত মোৰ উপহাৰ নিবেদন কৰিলো ; জাহাজ খনৰ কথা আৰু মোৰ বয়বস্তুবোৰ ঘূৰাই পোৱাৰ কথা ৰজাক জনালো। তেওঁ বৰ আচৰিত হ'ল ; মই তেওঁৰ আগত কোৱা কথাৰ সত্যতাও প্ৰমাণ হৈ গ'ল।

তেতিয়া মোৰ প্ৰতি ৰজাৰ স্নেহ বাঢ়ি গ'ল আৰু তেওঁ মোক বিশেষ সন্মান দেখুৱালে। মই দিয়া উপহাৰৰ বিনিময়ত তেওঁ মোকো বহুমূলীয়া উপহাৰ দিলে। ইয়াৰ পিচত মই মোৰ বয়বস্তুবোৰ বেচি বহুত ধন ঘটিলো। দ্বীপৰ মাজত

থকা সেই নগৰখনৰ নানান বয়বস্তু মই কিনি ল'লো। সদাগৰসকলে যেতিয়া ঘৰলৈ উলটিবলৈ বুলি যো-জা কৰিলে, ময়ো জাহাজত মোৰ বয়বস্তুবোৰ তুলি দিলো আৰু তাৰ পাচত ৰজাক দেখা কৰিলোগৈ ; মোক অনুগ্ৰহ দেখুওৱা বাবে ৰজাক ধন্যবাদ জনালো আৰু স্বদেশলৈ উলটি যাবলৈ বুলি তেওঁৰ পৰা বিদায় ল'লো। ৰজাই মোক বিদায় দিয়াৰ লগতে তেওঁৰ দেশৰ বহুতো বয়বস্তু মোক দিলে। ইয়াৰ পিচত জাহাজত উঠিলোহি। আমি জাহাজ এৰি দিলো আৰু দিনে নিশাই গৈ গৈ শেষত আল্লাৰ কৃপাত কোনো হানি-বিঘিনি নোহোৱাকৈ বছোৰা নগৰত উপস্থিত হ'লো। মাতৃভূমিত নিৰ্ব্বিঘ্নে উপস্থিত হোৱাত মোৰ মনত ৰং লাগিল। তাতে দুদিনমান কটোৱাৰ শেষত মই বহুমূলীয়া বয়বস্তুবোৰ লৈ বাগদাদলৈ যাত্ৰা কৰিলো। যথা সময়ত নগৰত উপস্থিত হোৱাৰ শেষত মই নিজৰ ঘৰত উপস্থিত হলোগৈ। আত্মীয়কুটুম্ব আৰু বন্ধুবৰ্গই মোক আদৰণি জনালে। ইয়াৰ পিচত মই দাস-দাসী, ঘৰ-মাটি আদি কিনি আঢ্যৱন্ত মানুহ হৈ উঠিলো। মোৰ বন্ধু-বান্ধৱ আৰু পৰিয়ালৰ মাজত সুখে-সন্তোষে দিন কটাবলৈ ধৰিলো ; ভ্ৰমণৰ সময়ত যিবোৰ দুখ-দুৰ্গতি আৰু দুৰ্যোগৰ সন্মুখীন হৈছিলো, সেইবোৰৰ কথা মই লাহে লাহে পাহৰি গ'লো।

এয়ে মোৰ প্ৰথম ভ্ৰমণৰ কাহিনী। কাইলৈ মই আপোনালোকক মোৰ দ্বিতীয় ভ্ৰমণ কাহিনীটো ক'ম।

কাহিনীটো কোৱা হ'লত নাবিক সিন্ধবাদে ভাৰী সিন্ধবাদৰ লগত একেলগে খোৱাবোৱা কৰিলে আৰু তাক এশটা সোণৰ মোহৰ দি ক'লে—"তুমি আজি আমাৰ লগলৈ আহি আমাক সন্তোষ দিলা।" ভাৰীটোৱে পুৰস্কাৰ পাই নাবিকক ধন্যবাদ জনাই সেই স্থান ত্যাগ কৰিলে। কাহিনীটোৰ কথাকে সি ভাবি গ'ল। নিশাটো নিজৰ ঘৰত কটাই ৰাতিপুৱাই সি আকৌ নাবিক সিন্ধবাদৰ ঘৰলৈ যাত্ৰা কৰিলে ; নাবিকে তাক আদৰ-সাদৰ কৰি নিজৰ কাষতে বহুৱালে। অন্যান্য সঙ্গীসকলো সেই ঠাইত উপস্থিত হোৱাৰ শেষত সকলোকে মঙহ, সুৰা আদি পৰিবেশন কৰা হ'ল। সকলোৱে ৰং মনেৰে পেট ভৰাই খোৱা-বোৱা কৰাৰ শেষত নাবিক সিন্ধবাদে তেওঁৰ দ্বিতীয় ভ্ৰমণ-কাহিনীটো কবলৈ আৰম্ভ কৰিলে।

# নাবিক সিন্ধবাদৰ দ্বিতীয় যাত্ৰা

কালি আপোনালোকক কোৱা দৰেই মই বহুত দিন ভোগ বিলাসৰ মাজত জীৱন কটালো। পিচে শেষত মোৰ মনত পৃথিৱীৰ নানান ঠাই ভ্ৰমণ কৰাৰ হকে বাসনা জন্মিল। বাণিজ্য কৰিবলৈ ওলাই গৈ ধন ঘটাৰ বাসনা উপজিল। সেই-মতেই সিদ্ধান্ত কৰি বহুতো ধন ভাঙি বেপেৰুৱা বয়বস্তু কিনি ভ্ৰমণৰ বাবে টোলি-টোপোলা বান্ধি ল'লো। নদীৰ পাৰত উপস্থিত হৈ এখন ডাঙৰ জাহাজ দেখা পালো। জাহাজখন নতুন ; যাত্ৰাৰ কাৰণে সাজু হৈ আছে। আন সদাগৰ কিছুমানৰ লগতে ময়ো সেই জাহাজত উঠিলো। মালবস্তু সকলো তুলি লৈ আমি সেইদিনাই যাত্ৰা কৰিলো। কোনো হানি-বিঘিনি নোহোৱাকৈ আমি নানান ঠাই, নানান দ্বীপ অতিক্ৰম কৰিলো। যি ঠাইতে জাহাজ ৰখোৱা হয়, সেই ঠাইতে আমি সদাগৰ, ডা-ডাঙৰীয়া আৰু অন্যান্য গ্ৰাহকক লগ পাওঁ। এইদৰে আমি নানান বয়বস্তু কিনা-বেচা কৰি যাবলৈ ধৰিলো।

শেষত আমি এটা দ্বীপত উপস্থিত হলোগৈ। ফলে, ফুলে, গছ-লতিকাৰে দ্বীপটো সুশোভিত। চৰাইবোৰে কলকলাই আছিল আৰু নিজৰাৰ পানীৰ কুলু কুলু ধ্বনি উঠিছিল। কিন্তু ক'তো মানুহৰ চিন-মোকাম নাই ; জাহাজৰ অধিনায়কে এই দ্বীপটোৰ পাৰতে জাহাজ চপালেগৈ ; সদাগৰ আৰু নাবিক-সকল দ্বীপটোলৈ নামি গ'ল। তেওঁলোকে গছৰ ছাঁত জিৰণি ল'লে ; চৰাইৰ মধুৰ কলৰৱ শুনি মন শাঁত পৰি গৈছিল। আল্লাৰ অপূৰ্ব সৃষ্টিৰ কথা সুঁৱৰি তেওঁলোক অভিভূত হ'ল। ময়ো বাকীবোৰৰ লগতে নামি গলো। গছগছনিৰ মাজেদি বৈ যোৱা নিজৰাৰ পাৰতে বহি মোৰ লগত লৈ যোৱা আহাৰেৰে ক্ষুধা নিবাৰণ কৰিলো। ফুলৰ মধুৰ সুঘ্ৰাণৰ মাজত মোৰ সেই ঠাইতে টোপনি আহিল। কিন্তু সাৰ পাই দেখিলো যে মই তেনেই অকলশৰীয়া ; মোক অকলে এৰি থৈ

জাহাজখন গুচি গ'ল। সদাগৰ বা নাবিক কোনেও মোৰ বিচাৰ ন'ললে। গোটেই দ্বীপটোত ঘূৰি মই মানুহ বা দেও-ভূত কাকো দেখা নাপালো। ভয় আৰু চিন্তাই মোক পেপুৰা লগালে। এপিনে মই অকলশৰীয়া আৰু আনহাতে মোৰ হাতত খোৱা বস্তুও নাই। মই ধৰি ললো যে মোৰ উদ্ধাৰৰ একো উপায় নাই। ভাবিলো "প্ৰথমবাৰ মই জনপ্ৰাণীহীন দ্বীপত মানুহ এজনক লগ পালো কাৰণে জনসমাজৰ মাজলৈ আকৌ উলটি যাব পাৰিলো ; কিন্তু এইবাৰ একো আশা নাই।"

তেতিয়া মই কান্দিকাটি বিলাপ কৰিবলৈ ধৰিলো। বিপদ সকুল যাত্ৰাৰ বাবে ওলাই অহা কাৰণে নিজকে দোষ দিলো। নিজৰ ঘৰত মোৰ ধন সম্পত্তি বয়বস্তুৰ একোৰে অভাৱ নাছিল আৰু মই বেছ সুখেৰেই আছিলো। প্ৰথম যাত্ৰাত মই নানান বিঘিনিৰ সন্মুখীন হৈছিলো আৰু মৃত্যুৰ মুখৰ পৰা কথমপিহে ৰক্ষা পৰিলো। সেইদেখি বাগদাদৰ পৰা গুচি অহা বাবে নিজকে ধিক্কাৰ দিলো। মনৰ অশান্তি লৈ ক'তো খন্তেক বহিব নোৱাৰা হ'লো। সেইদেখি দ্বীপটোৰ কেওপিনে ঘূৰি ফুৰিবলৈ ধৰিলো। শেষত ওখ গছ এজোপাৰ ওপৰত উঠি কেওপিনে চালো ; কিন্তু আকাশ, সাগৰ, গছগছনি, চৰাই-চিৰিকটি, দ্বীপ আৰু বালিৰ বাহিৰে আন একোকে দেখা নাপালো। তথাপি সতৃষ্ণ নয়নে কেওপিনে চালো ; এবাৰ বহুত দূৰত প্ৰকাণ্ড, বগা বস্তু এটা দেখা পালো। তাকে দেখি গছৰ পৰা নামি সেইপিনে যাত্ৰা কৰিলো। কাষ চাপি গৈ দেখিলো যে প্ৰকাণ্ড, বগা বস্তু এটা দ'ম বান্ধি আছে—দীঘে-পুতলে বহুত ঠাই জুৰি আছে। মই বস্তুটোৰ কেওকাষে ঘূৰি চালো ; কিন্তু তাৰ ভিতৰ সোমোৱা বাট দেখা নাপালো। বস্তুটো বৰ পিচল হৈ আছে—সেইদেখি ওপৰলৈ বগাই যাবও নোৱাৰিলো। মই তেতিয়া থিয় দি থকা ঠাইত চিন এটা দি বস্তুটোৰ কেওকাষে এপাক ঘূৰি ইয়াৰ পৰিধিৰ জোখ উলিয়াই দেখিলো যে ৫০ হাতমান হ'ব। ইয়াৰ ভিতৰলৈ কেনেকৈ সোমোৱা যায়, তাকে ভাবিগুণি থাকোতেই হঠাৎ কেওপিনে, এন্ধাৰে ছাটি ধৰা দেখা পালো। ভাবিলো যে ডাৱৰে বেলিটো ঢাকি পেলাইছে ; পিচে বতৰ ফৰকাল আছিল। সেইদেখি আচৰিত হৈ আকাশৰ পিনে মূৰ দাঙি চাওঁতে দেখিলো যে ডাৱৰ নহয়—প্ৰকাণ্ড চৰাই এটা উৰি আহিছে আৰু তাৰ বিৰাট শৰীৰটোৱে বেলিটো ঢাকি থৈছে।

এই দৃশ্য দেখি মই অবাক হ'লো। হঠাৎ কথা এটা মনত পৰিল। তীৰ্থযাত্ৰী আৰু পৰ্যটকসকলে আগতে কোৱা শুনিছিলো বোলে এটা দ্বীপত ৰক চৰাই নামে প্ৰকাণ্ড চৰাই এবিধ থাকে আৰু এই চৰাইবোৰে সিহঁতৰ



পোৱালিক টোপ খুৱাবৰ কাৰণে হাতী ধৰি আনে। মই তেতিয়া বুজিব পাৰিলো যে সেই বগা দ'মটো ৰক চৰাইৰ কণীৰ বাহিৰে আন একোৱেই হব নোৱাৰে। চৰাইটো তললৈ নামি আহি সেই দ'মটোৰ ওপৰত পৰিল। পাখি দুখন মেলি দি চৰাইটো তাৰ ওপৰতে বহি থাকিল আৰু এনেদৰে থাকোতেই চৰাইটোৰ টোপনি আহিল। তাকে দেখি মই মূৰৰ পাগুৰিটো খুলি পকাই পকাই ৰচীৰ দৰে কৰি লৈ এটা আগেৰে মোৰ ককালত ভালকৈ বান্ধিলো আৰু সিটো আগেৰে ৰক চৰাইৰ ঠেঙত বান্ধিলো। মই ভাবিলো—"ভাগ্যক্ৰমে এই চৰাইটোৱে মোক মানুহৰ মাজলৈ হয়তো লৈ যাব। এই নিৰ্জন দ্বীপত থকাতকৈ সেয়ে ভাল। মই গম নোপোৱাকৈ চৰাইটো উৰি গুচি যায় বুলি ভয় কৰি মই চকুৰে টোপ নামাৰি নিশাটো কটালো। ৰাতিপুৱা হলত ৰক চৰাইটো কণীটোৰ পৰা উঠিল আৰু পাখি দুখন মেলি বিকট চিঞৰ এটা মাৰি ওপৰলৈ উৰি গ'ল—লগতে মোকো টানি নিলে। বহুত ওপৰলৈ উৰি যোৱাৰ মূৰত লাহে লাহে চৰাইটো তলৰ পিনে নামি গ'ল আৰু মূৰকত পাহাৰ এটাৰ ওপৰত পৰিলগৈ।

মাটিত নমা মাত্ৰেই মই বান্ধটো সোলোকাবলৈ খৰখেদা লগালো। চৰাইটোলৈ মোৰ বৰ ভয় লাগিছিল ; পিচে চৰাইটোৱে মোক নেদেখিলে। মোৰ অস্তিত্বকে উপলব্ধি কৰা নাছিল। চৰাইৰ ঠেঙৰ পৰা বান্ধটো সোলোকাই মই তৰানৰা ছিঙি দৌৰিবলৈ ধৰিলো। হঠাৎ দেখিবলৈ পালো যে প্ৰকাণ্ড ঠেঙ দুটাৰে চৰাইটোৱে মাটিৰ পৰা কিবা এটা থাপ মাৰি ধৰি ওপৰলৈ উৰি যাবলৈ ধৰিছে। তেতিয়াহে দেখা পালো সেইটো এটা বিৰাট সাপ। সাপটো লৈ চৰাইটো উৰি গুচি গ'ল। মই তেতিয়া সেই ঠাই ত্যাগ কৰিলো ; গৈ গৈ পৰ্বতৰ টিং এটাত উপস্থিত হলো। তাৰ সমুখত এখন বহল সমতল আৰু ইয়াৰ কেওপিনে পাহাৰে ঘেৰি আছে। পাহাৰকেইটা বৰ ওখ। এইবোৰ দেখা পাই মই নিজকে ধিক্কাৰ্ দিবলৈ ধৰিলো। মই কি কাম কৰিলো ! তেতিয়া ভাবিলো 'মই যদি সেই দ্বীপটোত থাকিলোহেতেন ! এই নিৰ্জন মৰুভূমিতকৈ সেইখন ঠায়েই ভাল আছিল। তাত অন্ততঃ খাবলৈ গছৰ গুটিকেইটা পাইছিলো ! পানীও আছিল। কিন্তু ইয়াত গছো নাই—গছৰ গুটিও নাই। জান-জুৰিও নাই। পিচে আল্লাৰ সমান মহৎ কোনোৱেই হব নোৱাৰে। মই এটা বিপদৰ হাত সাৰি তাৰ পিচতে তাতোকৈ ডাঙৰ বিপদ এটাৰ সৰাহত পৰোহি।'

যিহওক বুকুত সাহ চপাই লৈ আগুৱাই যাবলৈ ধৰিলো। যাওঁতে দেখিবলৈ পালো যে মাটিত হীৰা ভৰি আছে। ইপিনে সেই উপত্যকাখনত বিয়াগোম সাপো

ভৰি আছে—একোটা সাপ খাজুৰ গছৰ গাটোৰ সমান ডাঙৰ ; সিহঁতে হাতী একোটাকে গিলি থব পাৰে। সাপবোৰ দিনত লুকাই থাকে ; বক চৰাই আৰু ঈগল চৰাইৰ ভয়তে সিহঁতে দিনত লুকাই থাকে—চৰাইবোৰে দেখা পালে সিহঁতক নেফানেফ কৰিব। সেইদেখি ৰাতিহে সাপবোৰ বাহিৰলৈ ওলায়। মই তেতিয়া নিজৰ কাৰ্যৰ বাবে অনুতাপ কৰি ভাবিলো : 'হায় আল্লা ! মই নিজেই নিজৰ ধ্বংসৰ বাট চমু চপাই আনিলো।' বেলি ভাটি দিবৰ হ'ল ; তেতিয়া মই নিশাটো কটাবৰ বাবে আশ্রয় বিচাৰিলো ; সাপবোৰলৈ মোৰ বৰ ভয় লাগিছিল। খোৱা-বোৱাৰ চিন্তাতকৈয়ো জীৱন ৰক্ষা কৰাৰ চিন্তাতে মই ভুকুলা হ'লো। এনেতে গুহা এটা দেখা পালো ; তাৰ ভিতৰ সোমোৱা বাটটো তেনেই ঠেক। মই তাৰ ভিতৰ সোমাই গলো আৰু বাটটোৰ কাষতে ডাঙৰ শিল এচটা থকা দেখা পাই সেই শিল চটাকে আনি বাটটো বন্ধ কৰি দিলো। তেতিয়া মই ভাবিলো : 'নিশাটো ইয়াতে নিশ্চিন্ত মনে কটাব পাৰিম। ৰাতিপুৱা ওলাই যাম আৰু কপালত যি আছে সেয়ে হব।'

তাৰ পিচত মই গুহাটোৰ ভিতৰখন চালো। দেখিলো যে ওপৰৰ পিনে প্রকাণ্ড সাপ এটাই কণী উমনি দি আছে। তাকে দেখি ভয়তে মোৰ গাৰ নোম শিয়ঁৰি উঠিল। বিহওক আল্লাৰ নাম লৈ আৰু ভাগ্যক ধিয়াই চকুৰ টিপ নমৰাকৈ নিশাটো তাতে কটালো। ৰাতিপুৱা শিলচটা আতৰাই গুহাটোৰ পৰা ওলাই আহিলো। ভয় আৰু ভোক পিয়াহত মই অৱশ হৈ পৰিলো ; মূৰটো আচন্দ্রায় কৰিবলৈ ধৰিলে। মদপী মানুহৰ দৰে চলং পলংকৈ আগুৱাই গলো। হঠাৎ মোৰ সমুখতে কিছুমান মাংস ধুপুচকৈ পৰিলহি। কেওপিনে চাই কাকো নেদেখি মই আচৰিত হলো। হঠাৎ মোৰ মনত পৰিল—তাহানি বেপাৰী, তীৰ্থযাত্রী আৰু পৰ্যটকসকলৰ মুখত শুনা কথা এটা। তেওঁলোকে কৈছিল—বোলে কিছুমান পাহাৰত হীৰা ভৰি আছে ; কিন্তু সেইবোৰ বৰ বিপদৰ ঠাই ; তালৈ কোনো মানুহ যাব নোৱাৰে। সেইদেখি হীৰা ব্যৱসায়ীসকলে এটা বুধি কৰে। তেওঁলোকে ছাগলী কাটি মঙহৰ টুকুৰাবোৰ পাহাৰৰ ওপৰৰ পৰা উপত্যকালৈ দলিয়াই দিয়ে। এই কেঁচা মঙহবোৰৰ গাত তেল আৰু তেজ লাগি থাকে কাৰণে হীৰাবোৰ মঙহৰ গাত লাগি ধৰে। দুপৰীয়ালৈকে মঙহবোৰ তাতে পৰি থাকে। তাৰ পাচতে ঈগল আৰু শগুণবোৰ চোঁ মাৰি তললৈ নামি আহি মঙহবোৰ তুলি লৈ পাহাৰৰ টিঙত পৰেগৈ। তেতিয়া বেপাৰীবোৰে আহি চিঞৰ-বাখৰ লগাই মঙহৰ কাষৰ পৰা চৰাইবোৰক খেদি দিয়ে। তাৰ পাচত বেপাৰীবোৰে



মঙহৰ গাত লাগি থকা হীৰাৰ টুকুৰাবোৰ এক্‌ৰাই লৈ যায়। এইটো উপায় অৱলম্বন কৰি তেওঁলোকে হীৰা সংগ্রহ কৰে।

মঙহৰ টুকুৰাবোৰ দেখি মোৰ সেই কথালৈ মনত পৰিল। তেতিয়া মই বাছি বাছি ভাল ভাল হীৰাৰ টুকুৰাবোৰ গোটাই জেপ, পাগুৰি, চোলা আদি য'ত যেনেকৈ পাৰো ল'লো। এনেতে আৰু এটুকুৰা মঙহ মোৰ সমুখত পৰিলহি। পাগুৰিৰে মঙহ টুকুৰা বান্ধি বুকুৰ ওপৰত তুলি ল'লো আৰু দীঘল দি মাটিত পৰি থাকিলো। মঙহ টুকুৰাই মোক আঁৰ কৰি থলে। মই মঙহ টুকুৰাত ধৰাৰ লগে লগে ঈগল চৰাই এটা চোঁ মাৰি তললৈ নামি আহিল আৰু প্রকাণ্ড নখ-কেইটাৰে মঙহ টুকুৰা খামুচি ধৰি ওপৰলৈ উৰা মাৰিলে ; তাতে খামুচি ধৰি ময়ো ওপৰ পালোগৈ। চৰাইটো উৰি গৈ পৰ্বতৰ টিঙত পৰিল আৰু মঙহ টুকুৰা খাবলৈ ধৰিলে। এনেতে চিঞৰ-বাখৰ হোৱা শুনিবলৈ পালো। চৰাইটো ভয় খাই উৰি গুচি গ'ল। মই তেতিয়া মঙহ টুকুৰা আঁতৰাই থিয় দিলো ; মোৰ গোটেই কাপোৰ-কানিয়ে তেজৰ চেকা লাগি আছিল। ইপিনে চিঞৰ-বাখৰ লগাই বেপাৰী এজন সেইখিনিত উপস্থিত হ'লহি ; মোক দেখি তেওঁৰ মুখৰ মাত-বোল হৰিল—ভয়তে তেওঁ কঁপিবলৈ ধৰিলে। তাৰ পিচত মঙহ টুকুৰাৰ কাষ চাপি গৈ তেওঁ লুটিয়াই বগৰাই চালে। কিন্তু এটুকুৰা হীৰা লাগি থকাও দেখা নেপালে। হতাশ হৈ তেওঁ বিলাপ কৰিবলৈ ধৰিলে।

মই তেতিয়া তেওঁৰ কাষ চাপি গ'লো ; তেওঁ মোক সুধিলে—"আপুনি কোন আৰু ইয়ালৈ কেনেকৈ আহিল ?" মই ক'লো—"আপুনি ভয় নকৰিব। মই মানুহহে—আন একো নহয়। ময়ো এজন সদাগৰ। মোৰ কাহিনীটো বৰ অদ্ভুত আৰু মই এই ঠাইলৈ অহা কাহিনীটোও বৰ আচৰিত। আপুনি দুখ নকৰিব। মই বহুতো হীৰা লৈ আহিছো ; আপোনাকো মই তাৰে এভাগ দিম। আপুনি এইদৰে যেনে ধৰণৰ হীৰা পালেহেঁতেন তাতকৈ বহুত ভাল ধৰণৰ হীৰা মই আনিছো। সেইদেখি আপুনি চিন্তিত হব নালাগে।" মোৰ কথা শুনি মানুহজনে সন্তোষ পালে। আমি দুয়ো কথা পাতি থাকোতেই বাকীবোৰ সদাগৰো আহিল। তেওঁৰ লগত মই কথা পাতি থকা দেখি তেওঁলোকো আমাৰ কাষ চাপি আহিল। মই তেওঁলোকৰ লগতে গ'লো আৰু মোৰ গোটেই কাহিনীটো তেওঁলোকৰ আগত ব্যক্ত কৰিলো—সাগৰৰ মাজত কেনে দুৰ্গতিৰ গৰাহত পৰিছিলো আৰু কেনেকৈ এই উপত্যকাটো পালোহি, সেই সকলোবোৰ কথা মই তেওঁলোকক ক'লো।

সেই মঙহ টুকুৰা দলিয়াই দিয়া সদাগৰজনক কিছুমান হীৰা দিলো। মই উদ্ধাৰ পোৱাত তেওঁলোকেও আনন্দ পালে। তেওঁলোকে ক'লে—"আপুনি আল্লাৰ কৃপাত নতুন জীৱন এটা পালে। কিয়নো আপোনাৰ বাহিৰে আন কোনো মানুহে সেই উপত্যকাত ভৰি দি জীৱন লৈ ঘূৰি অহা নাই। আপোনাৰ উদ্ধাৰৰ বাবে আল্লাৰ নাম লওক।"

আমি নিৰাপদ ঠাই এডোখৰত নিশাটো কটালো। পিচদিনা ৰাতিপুৱা পৰ্বত মালাৰ মাজেদি যাত্ৰা কৰিলো; যাওঁতে উপত্যকাত বহুতো সাপ দেখা পাইছিলো। আমি গৈ বেছ ডাঙৰ দ্বীপ এটাত উপস্থিত হ'লো; তাতে কফুৰ গছৰ বৰ ডাঙৰ বাগিচা এখন আছিল। একোজোপা গছৰ ছাঁত এশমান মানুহ বহিব পাৰে। মানুহে কফুৰ গোটাৰ খুজিলে গছৰ ওপৰ ভাগত লোৰ শলা এডালেৰে ফুটা এটা কৰে; তেতিয়া ফুটাটোৰেদি কফুৰৰ ৰসবোৰ বৈ আহে। তাকে কলহত গোটোৱা হয় আৰু তেতিয়া কফুৰখিনি গোট মাৰি যায়। কিন্তু তাৰ পিচত গছজোপা মৰি যায় আৰু তেতিয়া গছজোপা কাটি তাৰ খৰিবে জুই ধৰা হয়। এই দ্বীপটোতে গঁড় নামেৰে এবিধ বনৰীয়া জন্তু থাকে। সেই জন্তুবোৰে পহু আৰু ম'হৰ দৰে পথাৰত চৰি থাকে। জন্তুটো আকাৰত বৰ ডাঙৰ; উটতকৈও ডাঙৰ; পিচে উটৰ দৰেই ইহঁতে গছৰ পাত খাই ফুৰে। এই আচৰিত জন্তুটোৰ কপালৰ সোঁ মাজতে তিনি হাতমান দীঘল শিং এডাল আছে। তীৰ্থযাত্ৰী আৰু ভ্ৰমণকাৰীসকলে কয় যে 'কাৰ্কাদান' নামৰ এই জন্তুটোৱে ডাঙৰ হাতী একোটা শিঙেৰে খুচি দাঙি লব পাৰে। এইদৰে হাতীটো মূৰত তুলি লৈ জন্তুটোৱে হেলাৰঙে ঘাঁহ খাই ঘূৰি ফুৰে। এই অৱস্থাতে হাতীটো মৰি থাকে। তেতিয়া ৰ'দৰ তাপত হাতীৰ গাৰ চৰ্বীবোৰ গলি যায় আৰু বৈ আহি গঁড়ৰ চকুত সোমায়। গঁড়টোৱে তেতিয়া চকুৰে নেদেখা হৈ সাগৰৰ পাৰত শুই থাকে। তেতিয়া ৰক চৰায়ে আহি গঁড় আৰু তাৰ শিঙত ওলমি থকা হাতী দুয়োটাকে লৈ গৈ নিজৰ পোৱালিক খাবলৈ দিয়ে।

এই দ্বীপতে মই আচৰিত ধৰণৰ ষাড়ঁ গৰু আৰু ম'হ কিছুমানো দেখা পাইছিলো—আমাৰ দেশত তেনে জন্তু ক'তো দেখা নাই। এই ঠাইতে হীৰা কিছুমান বেচি সোণ আৰু ৰূপৰ মোহৰ ল'লো আৰু সেই ঠাইত উৎপন্ন হোৱা বস্তু কিছুমান কিনি ল'লো। জন্তুৰ পিঠিত সেই বস্তুবোৰ লাদি লগৰ সদাগৰসকলৰ সৈতে নানান ঠাই ঘূৰি বেচা-কিনা কৰি ফুৰিলো। শেষত আমি বছোৰা নগৰীত উপস্থিত হলোগৈ। তাতে কেইদিনমান থকাৰ মূৰত মই বাগদাদ অভিমুখে যাত্ৰা কৰিলো।



আত্মীয় স্বজন আৰু বন্ধুবৰ্গক লগ পোৱাৰ মূৰত মই দান-দক্ষিণা দিলো আৰু বন্ধুবৰ্গক নানান অাপুৰুগীয়া উপহাৰ দিলো। ইয়াৰ পিচত ভোগ-বিলাসৰ মাজেৰে জীৱন কটাই অতীতৰ দুখ-দুৰ্গতিৰ কথা পাহৰি গ'লো। মই উভটি অহাৰ সম্বাদ পাই সকলোৱে আহি মোৰ যাত্ৰাৰ কথা, দেশ-বিদেশৰ কথা সুধিলে। ময়ো মোৰ সকলো ঘটনাৰ কথা বিৱৰি ক'লো। মোৰ কথা শুনি তেওঁলোক আচৰিত হ'ল আৰু মই নিৰাপদে উভটি অহা বাবে সন্তোষ প্ৰকাশ কৰিলে। মোৰ দ্বিতীয় ভ্ৰমণ কাহিনী ইমানতে শেষ হ'ল। তৃতীয় যাত্ৰাত কি হৈছিল, সেই বিষয়ে মই কাইলৈ ক'ম।

তেওঁৰ কথা শুনি সমবেত শ্ৰোতাসকল তেনেই অবাক হ'ল। তেওঁলোকে ইয়াৰ পিচত একেলগে খোৱা-বোৱা কৰিলে। তাৰ পিচত ভাৰী সিন্ধবাদক এশটা সোণৰ মোহৰ দান কৰিবলৈ তেওঁ আদেশ দিলে। ভাৰীটোৱে ধন্যবাদ জনাই ধনখিনি লৈ ঘৰলৈ বুলি যাত্ৰা কৰিলে—ওৰে বাটটো সি এই অদ্ভুত কাহিনীৰ কথাকে ভাবি গ'ল। পিচদিনা সি ৰাতিপুৱাতে শোৱাপাটীৰ পৰা উঠি পুৱাৰ নামাজ পঢ়ি নাবিক সিন্ধবাদৰ ঘৰলৈ বুলি যাত্ৰা কৰিলে। সদাগৰে তাক সম্ভাষণ জনাই নিজৰ কাষতে বহিবলৈ দিলে। বাকীবোৰ সঙ্গী উপস্থিত হোৱাৰ পিচত সকলোৱে ৰং ধেমালি কৰি খোৱা-বোৱা কৰিলে। মূৰকত গৃহস্থই ক'লে—"এতিয়া মোৰ কথা শুনক। ইতিমধ্যে কোৱা কাহিনীবোৰতকৈয়ো এইটো অদ্ভুত কাহিনী।"

# নাবিক সিন্ধবাদৰ তৃতীয় যাত্ৰা

মই কালি আপোনালোকক কৈছিলো যে দ্বিতীয় যাত্ৰাৰ মূৰত বহুতো ধন-সোণ লৈ উলটি অহা বাবে মই সন্তোষ লাভ কৰিলো। লাহ-বিলাহ আৰু সুখ-সম্ভোগৰ মাজেৰে কিছুদিন বাগদাদত কটোৱাৰ মূৰত মোৰ মনত আকৌ ভ্ৰমণৰ বাসনা জন্মিল। সেইমতে মন স্থিৰ কৰি সাগৰ-যাত্ৰাৰ বাবে আৱশ্যক হোৱা নানান সামগ্ৰী কিনি বহোৱাবলৈ যাত্ৰা কৰিলো; সাগৰৰ পাৰত যাত্ৰাৰ কাৰণে সাজু হৈ থকা জাহাজ এখন দেখিলোগৈ। বহুতো নাবিক আৰু সদাগৰ সেই জাহাজত যাবলৈ ওলাইছে। নিৰাপদে যাত্ৰা কৰিব পাৰিম বুলি আল্লাৰ ওচৰত ভাৰসা ৰাখি আমি জাহাজ এৰি দিলো।

আনন্দ মনেৰে আমি নানা ঠাই ঘূৰি বেহা-বেপাৰ কৰিবলৈ ধৰিলো। এদিন সাগৰৰ ঢৌ ভাঙি প্ৰবল সোঁতৰ মাজেদি আমাৰ জাহাজ গৈ থাকোতে হঠাৎ মুখিয়াল নাবিকজনে চিঞৰ-বাখৰ লগাই দিলে। তেওঁ পালকেইখন চপাবলৈ আৰু লঙ্গৰ পেলাবলৈ ক'লে। আমি সুধিলো—"কি হৈছে?" তেওঁ উত্তৰ দিলে—"ভাইহঁত! ধুমুহাই আমাক মাজ সাগৰলৈ টানি নিছে। আমাৰ দুৰ্ভাগ্যই আমাক নোমাল বনমানুহ থকা পাহাৰটোৰ পিনে লৈ গৈছে। সিহঁতৰ হাতৰ পৰা কেতিয়াও কোনো মানুহ সাৰি যাব নোৱাৰে। আমি এতিয়া মৃত্যুৰ পথত।" মুখিয়াল নাবিকজনে সেইখিনি কথা কৈ শেষ কৰিছেহে। এনেতে বনমানুহবোৰে আমাক আক্ৰমণ কৰিলেহি। সিহঁতে ৰাকতী ফৰিঙৰ দৰে কেওফালৰ পৰা জাহাজখন ঘেৰি ধৰিলে আৰু সাগৰৰ পাৰতো জুম বান্ধিলেহি। সেইবোৰ অতি ভয়ঙ্কৰ প্ৰাণী; সিহঁতৰ গোটেই গাতে ক'লা নোমে ছাটি ধৰিছে; আকাৰত চুটি-চাপৰ আৰু সিহঁতৰ গাৰ পৰা দুৰ্গন্ধ ওলায়। চাৰিহাতমান দীঘল এই প্ৰাণীবোৰৰ চকু-কেইটা হালধীয়া আৰু মুখ ক'লা। সিহঁতৰ কথা কোনেও নুবুজে। সিহঁত



সংখ্যাত অলেখ; সেইদেখি সিহঁতক খেদাই দিবলৈকো আমাৰ ভয় লাগিল আৰু মাৰিবলৈকো ভয় লাগিল। সিহঁতৰ এটাক মাৰিলে বাকী গোটেই জাকে আমাৰ ওপৰত জপিয়াই পৰি আমাক হত্যা কৰিলেহেঁতেন। সেইদেখি সিহঁতৰ যি ইচ্ছা তাকে কৰিবলৈ আমি এৰি দিলো।

সিহঁতে জাহাজৰ পঘাবোৰ আজুৰি আজুৰি ছিঙি পেলালে। ইয়াৰ পিচত সিহঁতে সদাগৰ আৰু নাবিকবোৰক ধৰি পাৰলৈ নমালে আৰু পিচত সকলো বয়-বস্তু সহ জাহাজখন লৈ সিহঁত ক'ৰবালৈ গুচি গল। আমি দ্বীপটোতে থাকিলো; গছৰ গুটি আৰু নিজৰাৰ পানী খাই তাতে কিছুমান দিন কটালো। পিচে এদিন এটা ঘৰ দেখা পালো; তাত মানুহ থকা যেন লাগিল। আমি বেগাবেগিকৈ সেইপিনে গ'লো; ওচৰ পাই দেখিলো যে সেইটো এটা প্ৰকাণ্ড দুৰ্গ; কেও-পিনে দেৱালেৰে ঘেৰা। কাঠৰ দুৱাৰখন মেল খাই আছে। তাৰ ভিতৰলৈ সোমাই গৈ আমি আহল-বহল চ'ৰা ঘৰটো দেখা পালো। তাৰ কেওপিনে বৰ ওখ দুৱাৰ কিছুমান মেল খাই আছে। নিলগৰ চুক এটাত শিলৰ দীঘল আসন এখন দেখা পালো। ওচৰতে ৰন্ধা-বঢ়া কৰা সা-সজুলি কিছুমান আছে আৰু তাৰ কাষতে হাড় কিছুমান দ'ম বান্ধি থকা দেখা পালো। কিন্তু আমি তাত কাকো দেখা নাপাই আচৰিত হ'লো। আমি চোতালতে খন্তেক জিৰণি লওঁ বুলি বহিলো; পিচে সেইদৰে বহি থাকোতেই আমাৰ টোপনি আহিল; গধূলি পৰত সাৰ পালো। এনেতে পৃথিৱীখন কঁপিবলৈ ধৰিলে।

দুৰ্গৰ ওপৰৰ পৰা বিৰাট দৈত্য এটা আমাৰ পিনলৈ নামি আহিল। গাৰ বৰণ কেট্‌কেটকৈ ক'লা। খাজুৰ গছ জোপাৰ দৰে লেংলেংকৈ ওখ; চকু দুটা অঙঠা জ্বলাদি জলি আছে। আগ দাঁতকেইটা গাহৰিৰ দাঁতৰ দৰে আৰু মেল খাই থকা মুখখন কুৰাটোৰ মুখখনৰ সমান। ওঁঠ দুখন ওলমি আহি বুকুৰ কাষ পাইছে। কাণ দুখন কান্ধৰ কাষলৈকে ওলমি আছে আৰু নখকেইটা সিংহৰ হাঁতোৰাৰ নখৰ লেখিয়া। এই ভয়ঙ্কৰ দৈত্যটো দেখা পোৱাৰ লগে লগে ভয়তে আমাৰ মুখৰ মাত হৰিল। প্ৰতিটো মুহূৰ্ত আমাৰ কাৰণে আতংকৰ থল হৈ উঠিল। মাটিত গোবোহনি মাৰি সি সেই আসনখনত খন্তেক বহিল আৰু তাৰ পিচত আমাৰ পিনে আহি মোক থাপ মাৰি ধৰি দাঙি নিলে। কাটিবলৈ লোৱা ছাগলীটোক কচায়ে চোৱাৰ দৰে সি মোক লুটিয়াই বগৰাই চালে। কিন্তু মোক লেৰেলা-চেপেটা যেন দেখি সি এৰি দিলে। তাৰ পিচত আমাৰে আন

এজনক দাঙি নিলে আৰু তেওঁকো সেইদৰে লুটিয়াই বগৰাই চাই মূৰকত এৰি দিলে। এইদৰে চাই চাই সি শেষত জাহাজৰ মুখিয়াল নাবিকজনক দাঙি ললে। মুখিয়াল নাবিকজন শকত-আৱত মানুহ ; তেওঁক দেখি দৈত্যটোৰ মন খালে। কচায়ে যেনে কৈ জন্তু মাৰিবলৈ লয়, ঠিক সেইদৰে তেওঁক মাটিত পেলাই ললে। তাৰ পিচত সি নাবিকজনৰ ডিঙিটো ভৰিৰে গচকি ভাঙি পেলালে আৰু দীঘল শলা এডাল আনি তেওঁৰ ভৰিৰ পৰা মূৰলৈকে শলাডালেৰে শালি পেলালে। তাৰ পিচত ডাঙৰ জুই একুৰা জ্বলাই শলাডাল জুইৰ মুখত ধৰি সেকিবলৈ ধৰিলে। এইদৰে মঙহবোৰ পুৰি লৈ শলাডাল জুইৰ কাষৰ পৰা তুলি আনিলে। শলাডাল টান মাৰি উলিয়াই সি কুকুৰা পোৱালিটো টুকুৰাটুকুৰ কৰাদি মানুহজনৰ প্ৰতি অঙ্গ ছিঙি পেলালে। তাৰ পিচত নখেৰে খামুচি ছিঙি ছিঙি মঙহবোৰ খাবলৈ ধৰিলে ; হাড়বোৰো চোবাই চোবাই খালে। শেষত আন একোৱেই বাকী নেথাকিল। যি দুই এটুকুৰা হাড় থাকিলগৈ, সেই কেইটুকুৰা বেৰৰ চুকলৈ দলিয়াই পেলাই দিলে। ইয়াৰ পিচত সি খন্তেক বহিল আৰু মূৰকত সেই শিলৰ আসনতে দীঘল দি পৰি শুই থাকিল। তাৰ নাকৰ ঘোটঘোটনি উঠিল। ৰাতিপুৱা সাৰ পাই সি ওলাই গ'ল।

সি ওলাই যোৱা দেখি আমি পৰস্পৰে কোৱাকুই কৰিলো—"আমি সাগৰতে বুৰি মৰাহেঁতেন বা সেই বনমানুহবোৰে আমাক খাই পেলোৱা হ'লেই ভাল আছিল। এইদৰে জুইত পুৰি মৰাতকৈ সেইদৰে মৰাই ভাল আছিল। হে আল্লা! ইয়াতকৈ আৰু শোচনীয় মৃত্যু কি হ'ব পাৰে! কিন্তু আল্লাই যি মতে ইচ্ছা কৰিছে, সেই-মতেই সকলো ঘটিব। আমি নিশ্চয় শোচনীয়ভাৱে মৰিব লাগিব আৰু কোনেও আমাৰ কথা গম নাপাব। এই ঠাইৰ পৰা পলাই সৰাৰো একো উপায় নাই।" আমি সেই ঠাইৰ পৰা ওলাই গৈ দ্বীপটোৰ কেওপিনে ঘূৰি ফুৰিলো। লুকাই থকাৰ বাবে ক'ৰবাত ঠাই বিচাৰি পোৱা যাব নেকি বা পলোৱাৰ কিবা চল ওলাব নেকি—তাৰে সন্ধান লৈ ফুৰিলো। জুইত পুৰি দৈত্যই খোৱাতকৈ আন যি কোনো ধৰণৰ মৃত্যু কম কষ্টদায়ক বুলি আমি তেতিয়া গণ্য কৰিছিলো। কিন্তু লুকুৱাৰ ঠাই বিচাৰি নাপালো ; ইপিনে গধূলি হ'লেই। তেতিয়া ভয়ত পেপুৱা লাগি আমি দুৰ্গৰ ভিতৰলৈকে উলটি গ'লো। অলপ সময় ৰহাৰ পিচতে পৃথিৱীখন কঁপিবলৈ ধৰিলে আৰু লগে লগে দৈত্যটো উপস্থিত হ'লহি। সি আমাৰ মাজৰ পৰা এজনক বাছি ল'লে আৰু মুখিয়াল নাবিক জনক খোৱাৰ দৰেই তেওঁকো খালে। ইয়াৰ পিচত সি সেই শিলৰ আসন খনত শুই থাকিল আৰু ৰাতিপুৱা গুচি গ'ল।



তেতিয়া আমি কোৱাকুই কৰিলো—"জুইত পুৰি মৰাতকৈ সাগৰত জাপ দি মৰাই ভাল।" এজনে ক'লে—"মোৰ কথা শুনা! আমি তাক বধ কৰাৰ উপায় পাঙিব লাগিব। তাক বধ কৰি আমি মুছলমানসকলক তাৰ বৰ্ব্বৰতাৰ পৰা ৰক্ষা কৰিম।" তেতিয়া মই মাত লগালো—"আমি দৈত্যটো মাৰি নাৱত উঠি গুচি যাব পাৰিম ; আল্লাই পানীয়ে পানীয়ে আমাক য'লৈকে নিয়ে নিব। নাইবা আমি এই ঠাইতে থাকিব পাৰিম আৰু কেনেবাকৈ জাহাজ যোৱা দেখা পালে আমি তাত উঠি গুচি যাব পাৰিম। আমি যদি দৈত্যটোক বধ কৰিব নোৱাৰো তেন্তে নাৱত উঠি সাগৰেদি গুচি যাম। পানীত বুৰি মৰো যদি সিয়ো ভাল ; কিয়নো জুইত পুৰি মৰাৰ পৰা ৰক্ষা পৰিম। পলাই সাৰিব পাৰো যদি ভালেই ; নহ'লে পানীত বুৰি আমি শ্বহীদ হ'ম।" মোৰ কথা শুনি বাকীবোৰে ক'লে—"সেইটোৱেই ঠিক হ'ব।" সেই সিদ্ধান্তত উপনীত হৈ আমি তাৰে আয়োজন কৰাত লাগিলো। শিলৰ আসন খনৰ কেঁওপিনে সিচঁৰতি হৈ থকা কাঠৰ টুকুৰাবোৰ আমি সাগৰৰ পাৰলৈ লৈ গ'লো আৰু কাঠৰ টুকুৰাবোৰ গোটাই ভূৰ এখন সাজি পাৰতে সাজু কৰি থলো। খোৱাবস্তু অলপো তাতে গোটাই থৈ আমি দুৰ্গলৈ উলটি গ'লো।

গধূলি হোৱাৰ লগে লগে মাটি কঁপিবলৈ ধৰিলে আৰু কুকুৰৰ দৰে গেঙেৰি দি ধৰি দৈত্যটো আমাৰ আগত উপস্থিত হ'লহি। সি আমাৰ মাজৰ পৰা এজনক বাছি ল'লে আৰু বাকীবোৰক খোৱাৰ দৰেই তেওঁকো খাই থলে। তাৰ পিচত সেই আসনখনতে দীঘল দি পৰি নাক বজাই শুই থাকিলে। তাৰ টোপনি অহাত আমি লোহাৰ শলা দুডাল আনি জুইত তপত কৰিলো। শলাৰ আগকেইটা টিক্ টিক্ কৈ ৰঙা হোৱাৰ মূৰত আমি শলাকেইডাল খামুচি ধৰি দৈত্যটোৰ পিনে আগ-বাঢ়িলো। সি তেতিয়াও নাক বজাই শুই আছে। আটাইবোৰে ধৰি শলাদুডাল তাৰ চকু দুটাত ভৰাই হেচি ধৰিলো। দুয়োটা চকু ফুটাত সি কণা হৈ পৰিল। সি বিকটভাৱে চিঞৰিবলৈ ধৰিলে ; চিঞৰ শুনি ভয়তে আমাৰ বুকু কঁপি গৈছিল। সি আসনৰ পৰা জাপ মাৰি উঠি আমাৰ পিনে খেপিয়াই খেপিয়াই চোঁচা ল'লে। আমিও বাগি দি তাৰ কাষৰ পৰা পলাই ফুৰিবলৈ ধৰিলো। সি খেপিয়াই খেপিয়াই দুৱাৰখন বিচাৰি পালে আৰু গুজৰি-গুমৰি বাহিৰ ওলাই আহিল। তাৰ চিঞৰত পৃথিৱী কঁপবিলৈ ধৰিলে আৰু আমিও ভয়তে কঁপিবলৈ ধৰিলো।

সি দুৰ্গটোৰ পৰা ওলাই যোৱাৰ পিচত আমিও ওলাই আহি সাগৰৰ পাৰত বান্ধি থোৱা ভূৰ খনৰ কাষ পালোগৈ। আমি তেতিয়া আলচ কৰিলো—"গধূলি

পৰলৈকে দৈত্যটোক যদি দেখা নাপাওঁ আৰু সি যদি দুৰ্গলৈ উলটি নাহে, তেন্তে আমি বুজিম যে সি মৰিল। যদি সি ঘূৰি আহে, তেন্তে আমি আল্লাৰ ওপৰত ভৰসা ৰাখি ভূৰত উঠি গুচি যাম।" পিচে আমি কথা পাতি থাকোতেই দেখিবলৈ পালো যে সেই দৈত্যটোৱে লগত তাৰ নিচিনা আৰু দুটা দৈত্য লৈ সেইপিনে আহিব লাগিছে। সিহঁত দুটা দেখিবলৈ আৰু কদাকাৰ। সিহঁতৰ চকুকেইটা অঙঠাৰ দৰে জ্বলি আছে। সিহঁতক দেখা মাত্ৰেই আমি লৰালৰিকৈ ভূৰত উঠি বঠা মাৰিবলৈ ললো। ভূৰখন সাগৰৰ পিনে যাবলৈ ধৰিলে। দৈত্যকেইটাই আমাক দেখা মাত্ৰেই গগণ ফলা চিঞৰ দিলে আৰু সাগৰৰ পাৰলৈ লৰি আহি আমাৰ পিনলৈ টোৰ্ঁাই শিল দলিয়াবলৈ ধৰিলে। কিছুমান শিল আমাৰ মাজত পৰিলহি আৰু কিছুমান সাগৰত পৰিল। সিহঁতৰ পৰা বহুত আঁতৰি যাব পৰাকৈ আমি মৰো জীওঁ সো আধিকৈ বঠা মাৰিবলৈ ধৰিলো। পিচে শিলৰ খুন্দা খাই সৰহ ভাগৰে মৃত্যু হ'ল। বতাহ আৰু টোৱে আমাৰ বাকীবোৰক নি সাগৰৰ মাজ পোৱালে। আমি কেনি গৈছো একোকে তত ধৰিব নোৱাৰিলো। ইপিনে এজন এজনকৈ আমাৰ লগৰীয়াসকলৰ মৃত্যু হবলৈ ধৰিলে। শেষত আমি তিনি-জনহে বাকী ৰ'লোগৈ। মৰা মানুহবোৰক আমি সাগৰত পেলাই দিছিলো।

খাবলৈ নোপোৱাত আমাৰ অৱস্থা কাহিল হৈ পৰিল; কিন্তু আমি বুকুত সাহস চপাই লৈ পৰস্পৰৰ মনত আশাৰ জীপ দিলো আৰু প্ৰাণ ৰক্ষা কৰিবৰ মনেৰে পাৰো মানে বঠা মাৰিবলৈ ধৰিলো। শেষত বতাহে ঠেলি নি আমাক এটা দ্বীপৰ কাষ পোৱালে। ইতিমধ্যে ভাগৰ, ভয় আৰু ভোকত আমাৰ অৱস্থা মৃতপ্ৰায়। আমি দ্বীপটোত নামি কেওপিনে ঘূৰি চালো। তাত গছ গছনি, নিজৰা আৰু চৰাই চিৰিকটি থকা দেখা পালো। আমি গছৰ গুটিকে খাবলৈ ল'লো; দৈত্যৰ হাতৰ পৰা ৰক্ষা পৰা কাৰণে আৰু সাগৰৰ দুৰ্যোগ পাৰ হৈ অহা কাৰণে আমি সন্তোষ প্ৰকাশ কৰিলো। এনেকৈয়ে নিশা হ'ল; তেতিয়া আমি ভাগৰত লালকাল দি শুই থাকিলো। চিলমিলকৈ আমাৰ টোপনি আহিছেহে, এনেতে কিবা এটাই ফোঁচফোঁচাই উঠা শুনি সাৰ পালো। চকু মেলিয়েই দেখা পালো বিৰাগোম সাপ এটা; সাপটো আমাক আগুৰি লৈ নুৰা বান্ধি আছে। হঠাৎ সাপটোৱে ফেঁট তুলি ধৰি আমাৰ লগৰে এজনক কামোৰ মাৰি ধৰিলে আৰু তেওঁক গিলি থলে। সাপৰ পেটৰ ভিতৰত মানুহজনৰ বুকুৰ হাড়াবোৰ মটৰ মটৰকৈ ভঙা আমি শুনিবলৈ পাইছিলো। তাৰপিচত সাপটোৱে সেই ঠাই ত্যাগ কৰিলে;



আমি পেপুৱা লাগিলো; লগৰে এজনক হেৰুৱাই বেজাৰ লাগিল আৰু নিজৰ প্ৰাণৰ সংশয় ওপজাৰ ফলতো বিচলিত হ'লো। আমি কোৱাকুই কৰিলো—"কি আচৰিত কথা। প্ৰত্যেক বাৰেই আমি আগতকৈ অধিক ভয়াবহ মৃত্যুৰ সন্মুখীন হব লগা হৈছে। দৈত্যৰ হাতৰ পৰা সাৰি অহাত আৰু সাগৰৰ দুৰ্যোগ পাৰ হৈ অহাৰ বাবে আমি ৰং পাইছিলো। কিন্তু এতিয়া তাতোকৈ ডাঙৰ বিপদৰ সন্মুখীন হৈছো। পিচে আল্লাৰ সমান মহান আন কোনোৱেই নহয়। আল্লাৰ কৃপাতে আমি দৈত্যৰ কবলৰ পৰা আৰু পানীত বুৰি মৰাৰ পৰা ৰক্ষা পৰিলো। কিন্তু এতিয়া এই ভয়ঙ্কৰ সাপটোৰ পৰা সাৰিম কেনেকৈ?" আমি ইয়াৰ পিচত দ্বীপটোত ঘূৰি-পকি গছৰ গুটি আৰু নিজৰাৰ পানী খাই ফুৰিলো আৰু গধূলি হ'লত ওখ গছ এজোপাৰ ওপৰত উঠি শুই থাকিলো। মই বৰ ওখত থকা ডাল এটাত উঠি আছিলো। নিশা ঘোপমৰা এন্ধাৰ। এনেতে সেই সাপটো ওলালহি আৰু কেও-পিনে চাবলৈ ধৰিলে। তাৰ পিচত সাপটো আমি থকা গছ জোপাৰ ওপৰলৈ উঠি আহিল। মোৰ লগৰীয়া জনৰ কাষ চাপি তেওঁক গিলি থলে। মই থৰ লাগি এই দৃশ্য চাই থাকিলো; তাৰ পিচত সাপটো গছৰ পৰা নামি গ'ল।

ৰাতিপুৱা কেওপিনে চাই সাপটো দেখা নাপাই গছৰ পৰা নামি আহিলো। ভয়ত মোৰ বুকু কপিবলৈ ধৰিলে। ভাবিলো যে সাগৰত জাপ দি সংসাৰৰ দুখ-দুৰ্গতিৰ পৰা নিজক উদ্ধাৰ কৰিম। পিচে জীৱনৰ মায়া এৰিব নোৱাৰিলো কাৰণেই তাকে কাৰ্যকৰী কৰিবলৈ অপাৰগ হ'লো। মই তেতিয়া পাচ টুকুৰা দীঘল কাঠ বিচাৰি আনিলো। এটুকুৰা কাঠ পথালিকৈ মোৰ গোবোৰাৰ ওচৰত থলো; বাকী কেইটুকুৰা কাঠো আনি এটুকুৰা বুকুৰ ওপৰত পথালিকৈ দিলো আৰু দুটুকুৰা কাঠ দীঘে দীঘে মোৰ দুয়োকাষে দিলো। আটাইতকৈ দীঘল কাঠ টুকুৰা মূৰৰ ওপৰত থৈ আটাই কেইটুকুৰা কাঠ লেজুৰে বান্ধি পেলালো। তেতিয়া মই মাটিত দীঘল দি পৰি থাকিলো। কাঠ কেই টুকুৰাই গৰালৰ ভিতৰত থোৱাদি মোক আৱৰি ৰাখিলে। নিশা হোৱাৰ লগে লগে সাপটো সেই ঠাইত উপস্থিত হ'লহি। সাপটোৱে মোক গিলিবলৈ চেষ্টা কৰিলে; কিন্তু কাঠ কেইটুকুৰাই আবৰি ৰখা কাৰণে তাকে কৰিব নোৱাৰিলে। সি মোৰ কেওপিনে অকাই পকাই ঘূৰি ফুৰিবলৈ ধৰিলে; ইপিনে ভয়তে মৰাৰ তুল্য হৈ মই তাক চাই থাকিলো। সাপটো এবাৰ আঁতৰি যায়; আকৌ কাষ চাপি আহে। কিন্তু মই গাৰ কেওপিনে বান্ধি

থোৱা কাঠ কেইটুকুৰাই তাৰ সকলো চেষ্টা ব্যৰ্থ কৰিলে। ৰাতি নুপুৱালৈকে সি এইদৰে চেষ্টা কৰি থাকিল আৰু ৰাতিপুৱা খঙতে ফোচফোচাই সেই ঠাইৰ পৰা গুচি গ'ল। মই তেতিয়া বান্ধকেইটা খুলি কাঠৰ মাজৰ পৰা ওলাই আহিলো। তাৰ পিচত সাগৰৰ পাৰত উপস্থিত হ'লোগৈ। এনেতে বহুত দূৰেদি জাহাজ এখন যোৱা মোৰ চকুত পৰিল। মই গছৰ ডাঙৰ ঠেঙুলি এডাল ভাঙি নাবিকবোৰৰ দৃষ্টি আকৰ্ষণ কৰিবৰ মনেৰে জোকাৰিবলৈ ধৰিলো আৰু লগতে চিঞৰিলো। নাবিকবোৰে তাকে দেখি জাহাজ খন দ্বীপটোৰ পিনে চপাই আনিলে ; মোৰ চিঞৰো তেওঁলোকে শুনিবলৈ পালে। তেওঁলোকে মোক জাহাজত তুলি ললে আৰু নানান প্ৰশ্ন সুধিবলৈ ধৰিলে। মই আদিৰে পৰা অন্তলৈকে সকলো কথা ক'লো। তেওঁলোক মোৰ কথা শুনি অবাক হ'ল। মোক পিন্ধিবলৈ কানি-কাপোৰ দিলে আৰু খাবলৈকো দিলে। পেট ভৰাই খাবলৈ পাই. মই অলপ সকাহ পালো।

মই তেতিয়া আল্লাৰ দয়াৰ বাবে কৃতজ্ঞতা প্ৰকাশ কৰিলো। হতাশাৰ ঠাইত মোৰ মনত আশাই জীপ দিলে। মূৰকত মোৰ দুৰ্দশাৰ কথাবোৰ সপোন যেন হৈ পৰিল। আমি জাহাজ এৰি দিলো আৰু অলছালাহিতা নামৰ দ্বীপ এটাত উপস্থিত হ'লোগৈ। এই দ্বীপটোত চন্দন কাঠ ভৰি আছে। জাহাজৰ মুখিয়াল নাবিক জনে তাতে জাহাজ চপাই দিলে। সদাগৰ আৰু নাবিকসকলেও বেহা-বেপাৰ কৰিবৰ মনেৰে বয়বস্তুবোৰ তাতে নমালে। তেতিয়া মুখিয়াল নাবিক জনে মোক ক'লে—"তুমি অচিনাকি মানুহ ; তোমাৰ হাতত ধনবিত একোৰেই নাই আৰু তোমাৰ চৰম দুৰ্দশাৰ কথাও আমাৰ আগত কৈছা। সেইদেখি তুমি যাতে নিজ দেশলৈ উলটি যাব পৰা, তাৰ বাবে এটা সুবিধা উলিয়াই দিব খুজিছো।" মই কলো—"আপোনাৰ মঙ্গল হওক।" তেওঁ আৰু ক'লে—"আমাৰ লগতে এজন ভ্ৰমণকাৰীও আহিছিল। পিচে তেওঁ হেৰাল ; মৰিল নে জী আছে—আমি ক'ব নোৱাৰো। তেওঁৰ একো খবৰ-বাতৰি পোৱা নাই। সেইদেখি তেওঁৰ বয়বস্তুবোৰকে তোমাৰ হাতত দিব খুজিছো—তুমি সেইবোৰ এই দ্বীপত বেচিব পাৰিবা। তোমাৰ পাৰিশ্ৰমিক হিচাপে আমি তাৰে এভাগ ধন তোমাক দিম ; বাকীখিনি ধন ৰাখি থ'ম আৰু বাগদাদলৈ উলটি গৈ তেওঁৰ পৰিয়ালৰ খবৰ লৈ তেওঁলোকৰ হাতত দিম। তুমি এই দায়িত্ব লৈ বাকীবোৰ সদাগৰৰ লগতে বস্তু বেচিবলৈ যাবৰ কাৰণে ৰাজি হ'বা নে ?"



মই ক'লো—"ডাঙৰীয়া ! মই আপুনি কোৱা মতেই কৰিম। আপুনি মোৰ প্ৰতি অশেষ দয়া দেখুৱাইছে।" তেতিয়া তেওঁ নাবিকবোৰক সেই বয়বস্তুবোৰ পাৰলৈ নমাই আনি মোৰ হাতত দিবলৈ আদেশ দিলে। জাহাজৰ হিচাপ-ৰখীয়া জনে মুখিয়াল নাবিকজনক সুধিলে—"এই বস্তুবোৰ কোনজন সদাগৰৰ নামত লিখিব লাগিব ?" মুখিয়াল জনে ক'লে—"নাবিক সিন্ধবাদৰ নামত লিখি থোৱা। তেওঁ এই জাহাজতে আমাৰ লগত আহিছিল ; পিচে ৰক পাহাৰৰ ওচৰতে তেওঁ হেৰাল আৰু এতিয়ালৈকে আমি তেওঁৰ একো বা-বাতৰি পোৱা নাই। এই নতুন মানুহজনকে সেই বস্তুবোৰ বেচিবলৈ দিম। তেওঁৰ পাৰিশ্ৰমিক হিচাপে এভাগ ধন তেওঁ পাব আৰু বাকীখিনি ধন আমাৰ হাতত ৰাখি থ'ম ; বাগদাদলৈ উলটি গৈ গৰাকীৰ সন্ধান লৈ সেইখিনি ধন তেওঁৰ হাতত শোধাই দিম।"

মুখিয়াল নাবিক জনে মোৰ নামত বস্তুবোৰৰ হিচাপ লিখি থবলৈ আদেশ দিয়া শুনি মই সকলো নাবিক পাৰত নামি একেঠাইতে গোট খোৱালৈ ধৈৰ্য ধৰি বাট চালো ; তাৰ পিচত মুখিয়াল নাবিকজনৰ কাষ চাপি গৈ সুধিলো—"ডাঙৰীয়া ! আপুনি যাৰ বস্তুখিনি মোৰ হাতত দিছে, সেই সিন্ধবাদ বোলা মানুহজননো কেনেকুৱা ধৰণৰ আছিল, আপুনি জানে নেকি ?" তেওঁ উত্তৰ দিলে—"আন একো কথা নাজানো ; নাবিক সিন্ধবাদ বোলা সেই মানুহজন বাগদাদ নগৰৰ মানুহ। আমি এটা দ্বীপত জাহাজ চপাওঁতে আনকেইজন মান লোকৰ লগতে তেওঁ পানীত পৰিল ; তাৰ পৰা আৰু তেওঁৰ একো খবৰ পোৱা নাই।" তেতিয়া মই চিঞৰ মাৰি ক'লো—"ময়েই সিন্ধবাদ নাবিক। মই পানীত বুৰি মৰা নাছিলো। আপোনালোকে দ্বীপটোত জাহাজ চপাওঁতে বাকীবোৰ সদাগৰ আৰু নাবিকৰ লগতে ময়ো পাৰলৈ নামি গৈছিলো। জুৰ পৰা ঠাই এডোখৰত মই অকলশৰে বহিছিলোগৈ ; লগত নিয়া জা-জলপানকে উলিয়াই লৈ খোৱাৰ পিচত মোৰ চকু টানি ধৰিলে ; তাতে মোৰ টোপনি আহিল। সাৰ পাই দেখিবলৈ পালো যে তাত জাহাজো নাই আৰু আন কোনো মানুহো নাই। এই বয়বস্তুবোৰ মোৰেই। হীৰক উপত্যকাৰ পৰা হীৰা আনিবলৈ যোৱা সদাগৰসকলে মোক তাত দেখা পাইছিল আৰু ময়েই যে সিন্ধবাদ নাবিক, সেই বিষয়ে তেওঁলোকে মোৰ সপক্ষে সাক্ষী দিব। মোৰ কি দশা হৈছিল আৰু মই শুই থাকোতেই আপোনালোকে মোৰ কথা পাহৰি কেনেকৈ মোক এৰি থৈ জাহাজ মেলি দিলে সেই সকলোবোৰ কথা তেওঁলোকৰ আগত কৈছিলো।"

মোৰ কথা শুনি যাত্ৰী আৰু নাবিকসকলে মোক বেৰি ধৰিলেহি। কিছুমানে মোৰ কথা বিশ্বাস কৰিলে ; কিন্তু কিছুমান মানুহ মোৰ কথাত পতিয়ন নগ'ল। পিচে মই হীৰক উপত্যকাৰ কথা উল্লেখ কৰা শুনি এজন সদাগৰ মোৰ পিনে আগবাঢ়ি আহিল ; তেওঁ বাকীবোৰ মানুহক ক'লে—"শুনক বাইজ ! আপোনা-লোকৰ আগত মোৰ অদ্ভুত ভ্ৰমণ-কাহিনী কওঁতে সাপ ভৰি থকা উপত্যকাৰ মাজলৈ আমি মঙহ দলিয়াই দিওঁতে মোৰ মঙহ টুকুৰাৰ লগতে মানুহ এজনো ওলমি আহিছিল বুলি কৈছিলো। সেইকথা কওঁতে আপোনালোকে মোৰ কথা বিশ্বাস নকৰিলে আৰু মোক মিছলীয়া বুলি ক'লে।" তেওঁলোকে তেতিয়া ক'লে—"এৰা। আপুনি তেনেকৈ কৈছিল হয়। পিচে আমি কথাটো বিশ্বাস কৰা নাছিলো।" তেওঁ উত্তৰ দিলে—"সেই মানুহজন আছিল—এইজনেই। তেওঁ মোক বহুমূলীয়া হীৰা কেইডোখৰমান দিছিল ! মোৰ মঙহ টুকুৰাত যিমান হীৰা লাগি আহিলহেঁতেন, তাতকৈ বহুতো বেছি হীৰা মই তেওঁৰ পৰা পালো। মই তেওঁৰ লগতে বছোৰা নগৰলৈ গৈছিলো আৰু তাতে আমাৰ লগ এৰাএৰি হ'ল ; তেওঁ নিজ ঠাইলৈ গ'লগৈ আৰু আমিও ঘৰমুৱা হ'লো। সেই মানুহজন এইজনেই। তেওঁৰ নাম সিন্ধবাদ নাবিক বুলি আমাৰ আগত কৈছিল। লগতে কৈছিল যে জাহাজখনে তেওঁক জনশূন্য দ্বীপ এটাত এৰি থৈ গ'ল। আল্লাৰ কৃপাত তেওঁ এইখিনিত উপস্থিত হোৱাৰ কাৰণে মই আপোনালোকৰ আগত মোৰ কথাৰ সত্যতা প্ৰমাণ কৰিব পাৰিলো। এইবোৰ তেওঁৰে বস্তু ; আমাক লগ পাওঁতেই তেওঁৰ বয়বস্তু-বোৰৰ কথা কৈছিল। তেওঁৰ কথা সম্পূৰ্ণ সত্য।"

সদাগৰৰ কথা শুনি মুখিয়াল নাবিক জন মোৰ কাষ চাপি আহিল ; মোৰ পিনে একেথৰে চাই তেওঁ সুধিলে—"তোমাৰ বস্তুবোৰৰ কি চিন আছে ?" মই তেতিয়া কি কি চিন আছে সেই কথা ক'লো আৰু বছোৰাৰ পৰা জাহাজত উঠি আহোতে তেওঁৰ লগত কি কথা পাতিছিলো, সেই বিষয়েও উল্লেখ কৰিলো। ময়েই সিন্ধবাদ নাবিক বুলি তেওঁ তেতিয়া বিশ্বাস কৰিলে। তেওঁ মোক আলিঙ্গন কৰি ক'লে—"আল্লাই আপোনাৰ লগত আমাক আকৌ লগ লগাই দিলে আৰু আপোনাৰ বয়বস্তুবোৰো আপোনাক ঘূৰাই দিলে।"

মোৰ বয়বস্তুবোৰ উচিত দামত বেচি বহুত টকা লাভ কৰিলো। নিজৰ নিৰাপত্তাৰ বাবে আৰু হেৰোৱা বস্তুবোৰ ঘূৰাই পোৱা বাবে মোৰ মনত ৰং লাগিল। এইদৰে নানা ঠাই ঘূৰি বেহাবেপাৰ কৰি আমি মূৰকত হিন্দ দেশ পালোঁগৈ। তাত



লং, আদা আৰু মছলা আদি কিনি আমি সিন্ধ দেশ পালোঁগৈ আৰু তাতো বেহাবেপাৰ কৰিলো। ভাৰত মহাসাগৰত আমি বহুতো আচৰিত বস্তু দেখিবলৈ পালো। তাত এবিধ মাছ আছে—দেখিবলৈ গৰুৰ লেখিয়া ; সিহঁতে মানুহৰ দৰে গাখীৰ খুৱাই পোৱালি তুলিতালি ডাঙৰ কৰে। এইবিধ মাছৰ ছালেৰে মানুহে ঢাল তৈয়াৰ কৰে। সেই অঞ্চলত গাধ আৰু উটৰ লেখিয়া মাছো আছে আৰু কুৰি হাত মান দীঘল কাছও আছে। শামুকৰ খোলাত সোমাই থকা চৰাই এবিধো দেখিছিলো ; সেইবোৰ চৰায়ে পানীৰ ওপৰতে কণী পাৰে আৰু উমনি দিয়ে। সিহঁত পানীৰ পৰা মাটিলৈ কেতিয়াও নাহে।

তাৰ পিচত আমি ক্ৰবকাল বতৰত আল্লাৰ নাম লৈ সেই ঠাইৰ পৰা জাহাজ এৰি দিলো। কোনো হানি-বিঘিনি নোহোৱাকৈ বছোৰাত উপস্থিত হলোঁহি। তাতে কেইদিনমান কটাই মই বাগদাদলৈ উলটিলো। ঘৰলৈ গৈ পৰিয়াল, মিতিৰ-কুটুম আৰু বন্ধু-বান্ধৱক লগ পালো। এইবাৰৰ যাত্ৰাত মোৰ বহুত ধন লাভ হৈছিল। মই দান-দক্ষিণা দিলো ; বিধৱা আৰু ঘাটমাউৰা ল'ৰাছোৱালীক কানি-কাপোৰ দিলো। তাৰ পিচত আত্মীয়-স্বজনক লৈ শান্তিৰে দিনবোৰ পাৰ কৰিলো। মোৰ দুৰ্যোগ আৰু দুখ-দুৰ্গতিৰ সকলো কথা লাহে লাহে পাহৰি গলো।

এয়ে মোৰ তৃতীয় যাত্ৰাৰ অদ্ভুত কাহিনী। কাইলৈ আকৌ আপোনালোক ইয়ালৈ আহিব আৰু মোৰ চতুৰ্থ ভ্ৰমণ কাহিনীৰ কথা ক'ম। এই কাহিনী আগৰ-বোৰতকৈয়ো আচৰিত।

ইয়াৰ পিচত সিন্ধবাদ নাবিকে ভাৰী সিন্ধবাদক এশটা সোণৰ মোহৰ দিয়ালে আৰু ভোজনৰ বাবে আমন্ত্ৰণ জনালে। সকলোৱে একেলগে বহি নৈশ ভোজন কৰিলে। ভাৰীটো মোহৰখিনি লৈ ঘৰলৈ গ'ল। নিশাটো নিজৰ ঘৰতে কটালে। দোকমোকালিতে শুই উঠি সি পুৱাৰ নামাজ পঢ়ি সিন্ধবাদ নাবিকৰ ঘৰলৈ ওলাল। নাবিকৰ ওচৰত উপস্থিত হোৱাত তেওঁ আকোৱালি ধৰি সম্ভাষণ জনালে আৰু নিজৰ কাষতে বহিবলৈ দিলে। বাকীবোৰ মানুহো অহাৰ পিচত সকলোৱে একেলগে খোৱা-বোৱা কৰিলে। তাৰ পিচত সিন্ধবাদে তেওঁৰ কাহিনী আৰম্ভ কৰিলে।

# নাবিক সিন্ধবাদৰ চতুৰ্থ যাত্ৰা

তৃতীয় যাত্ৰাৰ পৰা উলটি আহি মই বন্ধু-বান্ধৱৰ লগত ৰং-ধেমালি কৰি ভোগ-বিলাসৰ মাজত দিন কটাবলৈ ধৰিলো। মোৰ বিপদ-বিঘিনি আৰু দুখ-কষ্টৰ কথা পাহৰি গ'লো। পিছে এদিন এদল সদাগৰ মোৰ ওচৰলৈ আহিল। তেওঁলোকে দেশ-বিদেশৰ ভ্ৰমণ কাহিনীৰ কথা উলিয়ালে। এই কথা শুনি মোৰ মনতো ভ্ৰমণৰ ধাউতি উপজিল। সেইদেখি মই তেওঁলোকৰ লগতে যাবলৈ ঠিক কৰিলো। যাত্ৰাৰ বাবে যা-যোগাৰ কৰিলো আৰু নানান বয়বস্তুও কিনি ললো। সেই বস্তুবোৰ বাগদাদৰ পৰা বছোৰালৈ কঢ়িয়াই নি সদাগৰসকলৰ লগতে জাহাজত উঠিলোগৈ।

আল্লাক ধিয়াই আমি জাহাজ এৰি দিলো। আমি সাগৰে সাগৰে দ্বীপ-দ্বীপান্তৰ ঘূৰি ফুৰাৰ মূৰত এদিন প্ৰবল ধুমুহাৰ কবলত পৰিলো। জাহাজৰ অধ্যক্ষ জনে মাজ সাগৰত কিবা অথন্তৰ ঘটে বুলি ভয় কৰি লঙ্গৰ পেলাই জাহাজ ৰখাই দিলে। আমি নামাজ পঢ়িবলৈ ধৰিলো। তেনেতে আৰু প্ৰবলভাৱে ধুমুহা বলিল; ধুমুহাৰ কোবত জাহাজৰ পালকেইখন ফাটি ছিটাছিটি হ'ল। লঙ্গৰ পেলোৱা বচী কেইডালো ছিগি গ'ল আৰু জাহাজখনো লুটি খাই পৰিল। বয়বস্তু সহ আমি আটাইবোৰ পানীত পৰিলোগৈ। মই বহুত বেলি সাতুৰি সাতুৰি ওপঙি ফুৰাৰ মূৰত সকলো আশা বিসৰ্জন দিলো। পিচে এনে সময়তে জাহাজৰ কাঠ এচলা মোৰ পিনে উটি অহা দেখি মই আৰু আনকেইজনমান সদাগৰ তাতে উঠিলোহক আৰু ভৰিৰে বঠাৰ দৰে মাৰি মাৰি কাঠ চলা চলাই নিলো।

এইদৰে এটা দিন আৰু এটা নিশা কটোৱাৰ মূৰত দ্বিতীয় দিনা দুপৰীয়া পৰত বতাহ আৰু সাগৰৰ ঢৌৱে আমাক এটা দ্বীপৰ পাৰ পোৱালেগৈ। ভোক, পিয়াহ, জাৰ আৰু টোপনিত আমাৰ অৱস্থা তেতিয়া মৃতপ্ৰায়। আমি কেওপিনে



ঘূৰিপকি গছৰ পাতকে খাবলৈ ধৰিলো। তাৰ পিচত সাগৰৰ পাৰতে দীঘল দি পৰি শুই থাকিলো। ৰাতিপুৱা শুই উঠি আমি দ্বীপটোৰ মাজত অনাই-বনাই ফুৰোতে দূৰত এটা ঘৰ দেখা পালো। আমি সেই ঘৰটোৰ পিনে আগ বাঢ়িলো। দুৱাৰমুখ পাওঁতেই দেখিলো যে উলঙ্গ মানুহ কিছুমান সেই ঘৰটোৰ পৰা ওলাই আহিছে। সিহঁতে আমাক এষাৰ কথাও কোৱা নাছিল; মাত্ৰ আমাক ধৰি সিহঁতৰ ৰজাৰ ওচৰলৈ লৈ গ'ল। ৰজাই আমাক বহিবলৈ দিলে। আমি বহাৰ পিচত সিহতে আমাক আচহুৱা ধৰণৰ খোৱা বস্তু কিছুমান দিলেহি। ভোকত কলমলাই থকা বাবে মোৰ লগৰীয়াকেইজনে সেইবোৰ খাবলৈ ধৰিলে; মোৰ কিন্তু সেইবোৰ দেখিয়েই ওকালি আহিল; মই কোনোমতে খাব নোৱাৰিলো। পিচে আল্লাৰ কৃপাত মই যে সেই বস্তুবোৰ নাখালো, তাৰ ফলতে আজিও জীয়াই থাকিব পাৰিলো। মোৰ লগৰীয়াকেইজনে সেই বস্তুবোৰ খাবলৈ ধৰাৰ লগে লগে তেওঁলোকৰ একো হিতাহিত জ্ঞান নোহোৱা হ'ল। তেওঁলোকে বলিয়া মানুহৰ দৰে মূৰ্তি ধাৰণ কৰি সোপাসোপে খাবলৈ ধৰিলে।

তাৰ পিচত সেই বৰ্বৰ মানুহজাকে তেওঁলোকক নাৰিকল তেল খাবলৈ দিলে আৰু সেই তেলকে তেওঁলোকৰ গাতো সানি দিলে। নাৰিকল তেলখিনি খোৱাৰ পিচতে তেওঁলোকৰ চকুবোৰ থৰ লাগিল আৰু খোৱাৰ ইচ্ছা নথকা সত্ত্বেও তেওঁলোকে সোপাসোপে মুখত ভৰাবলৈ ধৰিলে। এই দৃশ্য দেখি লগৰীয়াকেইজনৰ বাবে মই চিন্তিত হৈ পৰিলো। ইপিনে সেই নঙঠা মানুহবোৰৰ মাজত থাকি মোৰ নিজৰ কাৰণেও শঙ্কা উপজিল। সেই মানুহবোৰক ভালকৈ নিৰীক্ষণ কৰাত মই বুজিব পাৰিলো যে সিহঁত নৰখাদক জনজাতীয় লোক। সিহঁতৰ দেশলৈ যদি কোনোবা আহে বা সিহঁতৰ উপত্যকা বা বাটে-পথে কোনোবা মানুহক যদি সিহঁতে পায় ৰজাৰ ওচৰলৈ লৈ আহে। সিহঁতে মানুহবোৰক এই আচহুৱা আহাৰ আৰু নাৰিকল তেল খাবলৈ দিয়ে। ফলত মানুহবোৰৰ পেটবোৰ ভলি যায়। তেতিয়া মানুহবোৰে বিপুল পৰিমাণে খাব পৰা হয়। ইপিনে তেওঁলোকৰ বিচাৰবুদ্ধি সকলো নাশ পায়। এইদৰে সেই আহাৰ আৰু নাৰিকল তেল খুৱাই খুৱাই মানুহবোৰক সিহতে অতিপাত শকত কৰি তোলে। তাৰ পিচত সিহঁতে মানুহবোৰ মাৰি জুইত সেকি ৰজাক খাবলৈ দিয়ে। অৱশ্যে সেই বৰ্বৰবোৰে নিজে মানুহৰ কেচা মঙহকে খায়।

নিজৰ কথা আৰু লগৰীয়াসকলৰ কথা ভাবি মই হতাশ হৈ পৰিলো। লগৰীয়াসকলৰ তেতিয়া একো জ্ঞানেই নাই—তেওঁবিলাকে নিজে কি কৰিছে, সেই কথাও গম নাপায়। তাৰ পিচত সেই বৰ্বৰ মানুহ জাকবে এটাই তেওঁলোকক বাহিৰলৈ লৈ গ'ল আৰু গৰু চৰোৱাদি পথাৰত তেওঁলোকক চৰাবলৈ ধৰিলে। তেওঁলোকেও গছৰ তলে তলে ঘূৰি ফুৰিলে। তেওঁলোক ক্ৰমে বিপুলভাৱে শকত হৈ উঠিল। আনহাতে মই খীণাই যাবলৈ ধৰিলো। ভোক আৰু ভয়ত মই জকাটোৰ লেখিয়া হ'লো। মোৰ খীন শৰীৰটো দেখি বৰ্বৰ মানুহ জাকেও মোৰ পিনে মনকাণ নিদিয়া হ'ল। সেই সুযোগতে এদিন মই পলাই আহি সাগৰৰ পাৰৰ পিনে বেগ দিলো। তাতে আলৰ বুঢ়া মানুহ এটা বহি থকা দেখা পালো। মানুহটোৰ পিনে চাই বুজিলো যে সিয়েই গৰখীয়া—মোৰ লগৰ মানুহবোৰক সি চৰাইছে। মোক দেখা পাই সি মোৰ জ্ঞান-বুদ্ধি অটুট আছে বুলি আৰু পথাৰত চৰি থকা মানুহবোৰৰ দৰে অৱস্থা হোৱা নাই বুলি বুজিব পাৰিলে। সি দূৰৰ পৰাই অঙ্গী-ভঙ্গী দেখুৱাই মোক যিখিনি কথা বুজালে তাৰ অৰ্থ হ'ল এয়ে—'উলটি যোৱা। সোঁহাতৰ বাটটোৰেদি গ'লে ৰাজপথ পাবাগৈ।'' ময়ো সি কোৱা মতেই উলটি গৈ সোঁহাতৰ বাটটোৰেদি যাবলৈ ধৰিলো। ভয়তে একোবাৰ লৰ মাৰো; তাৰ পিচত ভাগৰ লাগিলে খোজ কাঢ়ি যাওঁ। এইদৰে সেই বুঢ়া মানুহটোৰ ওচৰৰ পৰা আতৰি গ'লো।

ইতিমধ্যে বেলি মাৰ গ'ল, এন্ধাৰে আবৰি ধৰিলে। মই এঠাইত বহি জিৰণি ল'লো। শুবৰ মন গৈছিল—কিন্তু ভয়ত আৰু ভোকত সেই নিশা মোৰ আৰু টোপনি নাহিল। মাজনিশা আকৌ উঠি খোজ ল'লো। এইদৰে গৈ থাকোতে ৰাতিপুৱাল। পাহাৰৰ টিঙৰ ওপৰেদি বেলিটোৱে ভুমুকি মাৰিলেহি। ভোকে-পিয়াহে জৰ্জৰিত হৈ পৰিলো। পেটৰ পোৰণি মাৰ নিয়াবলৈ গছৰ পাত আৰু ঘাঁহকে খাবৰৈ ধৰিলো। তাৰ পিচত আকৌ খোজ ল'লো। এইদৰে সাত দিন সাত নিশা গৈ গৈ অষ্টম নিশা দূৰত বিণি বিণি কিবা বস্তু এটা দেখা পালো। তাকে দেখি সেইপিনে আগবাঢ়িলো—গৈ দেখিলো যে সেইবোৰ মানুহহে; সিহঁতে জালুক বুটলি ফুৰিছে। মোক দেখা মাত্ৰেই সিহঁতে বেগাবেগিকৈ মোৰ পিনে অহি মোক বেৰি ধৰিলে। সিহঁতে সুধিলে—"তুমি কোন? ক'ৰ পৰা আহিছা?" মই তেতিয়া মোৰ সকলো দুখকষ্টৰ কথা সিহঁতৰ আগত ভাঙি-পাতি ক'লো। মোৰ কথা শুনি সিহঁতে ক'লে—"কি আচৰিত কথা! সেই দ্বীপটোত থকা বৰ্বৰ মানুহ জাকৰ হাতৰ পৰা তুমি কেনেকৈ সাৰি আহিলা? সিহঁতে মানুহ পালেই খাই থয় আৰু সিহঁতৰ হাতৰ পৰা কোনো মানুহ সাৰিব নোৱাৰে।"



মই লগৰীয়াসকলৰ কথা সিহঁতৰ আগত কোৱাৰ মূৰত সিহঁতে মোক বহিবলৈ ক'লে আৰু নিজৰ কাম শেষ কৰি ল'লে। তাৰ পিচত মোক খাবলৈ দিলে; অলপ সময় জিৰণি লোৱাৰ মূৰত মোক লৈ সিহঁত জাহাজত উঠিলগৈ। সিহঁতৰ দ্বীপলৈ মোক নি ৰজাৰ ওচৰত ভেটিলেগৈ। ৰজাই মোক সসন্মানে আদৰ-অভ্যৰ্থনা জনাই নানান প্ৰশ্ন সুধিলে। মই বাগদাদ নগৰ এৰাৰ পিচৰ পৰা ঘটা সকলো ঘটনাৰ কথা ৰজাৰ আগত ক'লো। মোৰ কথা শুনি ৰজা আৰু সভাসদ-সকল আচৰিত হ'ল। ৰজাই মোক বহিবলৈ দিলে; ৰজাৰ লগতে মই খোৱা-বোৱা কৰিলো। তাৰপিচত ৰজাৰ কাষৰ পৰা উঠি গৈ মই নগৰ চাবলৈ গলো; দেখিলো যে নগৰখন সমৃদ্ধিশালী। ৰজাৰৰ বাটত মানুহ ভৰি আছে। দোকানত খাদ্যবস্তু আৰু বেপেৰুৱা সামগ্ৰীও খুন্দ খাই আছে। নানান মানুহে কিনা-বেচা কৰিছে। এনে এখন মনোৰম ঠাইত উপস্থিত হোৱাত মোৰ মনটোও মুকলি লাগিল। নগৰৰ মানুহবোৰৰ লগত চিনাকি হৈ ললো। অলপ দিনৰ ভিতৰতে নগৰবাসী আৰু ৰজাৰ পৰা মই সন্মান আৰু অনুগ্ৰহ লাভ কৰিলো; ৰাজ্যৰ মুখিয়াল লোক সকলতকৈয়ো মোৰ খিতাপ বাঢ়ি গ'ল। পিচে মই দেখিবলৈ পালো যে সকলো নাগৰিকে জীণ বা ৰিকাপি নলগোৱাকৈ ঘোঁৰাত উঠে। তাকে এদিন আচৰিত হৈ ৰজাক সুধিলো—"প্ৰভু! আপুনি জীণ লগাই ঘোঁৰাত নুঠে কিয়? তেতিয়াহে আৰামেৰে আৰু অধিক বেগেৰে ঘোঁৰাত উঠি যাব পাৰি।" ৰজাই সুধিলে—"জীণ কি? মই দেখাও নাই আৰু এনে বস্তুৰ নামো শুনা নাই।" মই তেতিয়া কলো—"আপোনাৰ আদেশ পালে মই জীণ এখন তৈয়াৰ কৰি দিব পাৰো। আপুনি তাত উঠি চাব—কিমানখিনি আৰাম পোৱা যায়।"

ৰজাই তাকে কৰিবলৈ আদেশ দিয়াত মই কলো—"অনুগ্ৰহ কৰি মোক অলপ কাঠ অনাই দিয়াওক।" কাঠ আনি দিয়াত মই পাকৈত বাঢ়ৈ এজন বিচাৰিলো। বাঢ়ৈৰ কাষত বহি কাঠত চিঞাহীৰে ছবি আঁকি দি জীণ সাজিবলৈ দেখুৱাই দিলো। কাঠৰ ওপৰত ৰং ঘঁহি দিলো আৰু লগতে ফিটা আৰু লেকামৰ চামৰা লগোৱাৰ দিহা কৰিলো। তাৰ পিচত কমাৰ এটাক মতাই আনি তাক লেকাম আৰু ৰিকাপি গঢ়িবলৈ শিকালো। সিয়ো বঢ়িয়াকৈ গঢ়ি দিলে। মই লেকামৰ চামৰাৰ আগত লেকামডাল লগাই দিলো। তাৰ পিচত ৰজাৰ ঘোঁৰা এটা অনাই জীণ লেকাম লগালো। জীণৰ লগতে সাঙুৰি ৰিকাপি দুডালো ওলোমাই দিলো। মূৰকত ঘোঁৰাটো ৰজাৰ আগলৈ নিলো। ৰজাই মোক ধন্যবাদ জনাই ঘোঁৰাটোত উঠি চালে। জীণত বহি পৰম সন্তোষ পাই ৰজাই মোৰ কামৰ বাবে বহুমূলীয়া বটা

আগবঢ়ালে। ৰজাৰ ৰাজিৰে জীণখন দেখি তেনেকুৱা এখন তেওঁকো তৈয়াৰ কৰি দিব লাগে বুলি মোক কলে। মৰো তৈয়াৰ কৰি দিলো। ইয়াৰ পিচত সকলো ডা-ডাঙৰীয়া আৰু বিষয়াই জীণ তৈয়াৰ কৰি দিব লাগে বুলি মোক জনালে। মৰো বাঢ়ৈ আৰু কমাৰটোক সেই কাম শিকাই লৈ বহুতো জীণ তৈয়াৰ কৰিলো আৰু সেইবোৰ বেচিবলৈ ধৰিলো। এইদৰে বহুত ধন ঘটিলো। লাহে লাহে মই ৰজা আৰু ডা-ডাঙৰীয়াসকলৰ প্ৰিয়পাত্ৰ হৈ পৰিলো। মান-সন্মানসহ সুখে-সন্তোষে কিছুদিন কটোৱাৰ মূৰত এদিন ৰজাই মোক কলে-"তুমি আমাৰ মাজত আমাৰ সহোদৰৰ দৰে আছা আৰু আমাৰ সন্মান আৰু স্নেহো লাভ কৰিছা। আমাৰ মাজৰ পৰা তুমি গুচি যোৱাটো আমি নিবিচাৰো। সেইদেখি তুমি মোৰ কথা মানি লবা বুলি আশা কৰিছো।" মই সুধিলো—"মহাৰাজ! মই কি কৰিব লাগে নো? আপোনাৰ কথা মই কেতিয়াও অমান্য নকৰো। আপোনাৰ অনুগ্ৰহ আৰু দয়াৰ বাবে সদায় কৃতজ্ঞ থাকিম। মই আপোনাৰ দাসৰ তুল্য।"

ৰজাই তেতিয়া কলে—"মই তোমালৈ ধনী মানুহৰ ঘৰৰ ছোৱালী এজনী বিয়া দিব খুজিছো। তেতিয়া হলে তুমি এই দেশতে স্থায়ীভাৱে বাস কৰিব পাৰিবা। তোমাক মোৰ কাৰেঙতে থাকিবলৈ দিম। তুমি একো আপত্তি নকৰিবা।" এই কথা শুনি মই লাজত সংকুচিত হ'লো। ৰজাক একো উত্তৰ দিব নোৱাৰিলো। তেতিয়া ৰজাই ক'লে—"তুমি মোৰ কথাৰ উত্তৰ নিদিয়া কিয়?" মই ক'লো—"মহাৰাজ! এয়ে আপোনাৰ আদেশ বুলিয়েই গ্ৰহণ কৰিছো।" ৰজাই কাজীক মতাই আনিলে আৰু উচচ বংশৰ ছোৱালী এজনীৰ লগত মোৰ বিয়া পাতি দিলে। ছোৱালীজনী টকা-পইচা থকা আৰু পুৰণি পৰিয়ালৰ ঘৰৰ। তেওঁলোকৰ বহুতো খাট-পাম, ঘৰ-বাৰী আছে। ছোৱালীজনী ৰূপৱতী আৰু গহীন-গম্ভীৰ। ৰজাই মোক বিৰাট ঘৰ এটাত থাকিবলৈ দিলে। লগতে দাস-দাসীও দিলে। মোক এটা বানচ দিয়াৰো ব্যৱস্থা কৰি দিলে। মই তেতিয়া মহাসুখে দিন কটা-বলৈ ধৰিলো। পূৰ্বৰ দুখ-দুৰ্গতিৰ কথা পাহৰি পেলালো। মোৰ পত্নী আৰু মোৰ মাজত মধুৰ সম্পৰ্ক গঢ়ি উঠিল। মনতে ভাবিলো—"স্বদেশলৈ উলটি যাওঁতে মই তেওঁকো লগতে লৈ যাম।" পিচে ভাগ্যত যি লিখা আছে সি হবই। ভবিষ্যতে কি হব, সেই কথা কোনেও নাজানে।

এদিন আমাৰে চুবুৰীয়া এজনৰ ঘৈণীয়েকৰ মৃত্যু হ'ল। মানুহজন মোৰ বন্ধু; সেইদেখি কন্দা-কটা শুনি মই বন্ধুক সান্ত্বনা দিবৰ মনেৰে তেওঁৰ ঘৰলৈ গলো।



তেওঁ বৰ বেজাৰ কৰি থকা দেখিলো। মই প্ৰবোধ দিবৰ মনেৰে ক'লো—"আপোনাৰ পত্নীৰ কাৰণে বেজাৰ কৰি নাথাকিব; তেখেতে এতিয়া আল্লাৰ চৰণত ঠাই পাইছে। আল্লাই আপোনাক আন এগৰাকী পত্নী দান কৰি আপোনাৰ জীৱন মধুময় আৰু সুদীৰ্ঘ কৰি তোলক।" কিন্তু মোৰ কথা শুনি মানুহজনে হুৰাওবাৰে কান্দি কলে—"হে বন্ধু! মই কেনেকৈ আকৌ বিয়া কৰাম? মই মৰিবলৈ আৰু এটা দিনহে বাকী আছে দেখোন!" মই কলো—"বন্ধু! আপুনি বিচলিত হৈছে কিয়? আপুনি সুস্থ অৱস্থাত আছে। এনেস্থলত মৃত্যুৰ কথা উলিয়াইছে কিয়?" তেওঁ উত্তৰ দিলে—"কাইলৈ মই আপোনালোকৰ পৰা চিৰ-কালৰ বাবে বিদায় লব লাগিব।" মই সুধিলো—"কিয়?" তেওঁ কলে—"কাইলৈ মোৰ পত্নীক কবৰ দিয়া হব আৰু সেই একেটা কবৰতে মোকো সমা-ধিস্থ কৰা হব। এইটোৱেই আমাৰ নিয়ম। পত্নীৰ যদি আগতে মৃত্যু হয়, তেন্তে তেওঁৰ লগতে গিৰিয়েককো জীয়াই জীয়াই কবৰ দিয়া হয়। সেইদৰে গিৰিয়েকৰ যদি আগতে মৃত্যু হয়, ঘৈণীয়েককো কবৰ দিয়া হয়। এজনৰ যদি মৃত্যু হয়, ইজনো জীয়াই থাকিব নোৱাৰে।" মই কলো—"হে আল্লা! এইটো বৰ অধম প্ৰথা।"

ইতিমধ্যে নগৰৰ সৰহভাগ মানুহ গোট খালেহি; তেওঁলোকে মোৰ বন্ধু আৰু তেওঁৰ পত্নীৰ বাবে বিলাপ কৰিবলৈ ধৰিলে। তাৰ পিচত তেওঁলোকে মৃত মানুহ গৰাকীক উলিয়াই আনি চাঙীত তুলিলে আৰু গিৰিয়েককো লগতে লৈ নগৰৰ বাহিৰলৈ যাত্ৰা কৰিলে। সাগৰৰ পাৰত থকা পৰ্বত এটাৰ কাষত তেওঁ-লোক উপস্থিত হলগৈ, সেই ঠাইতে তেওঁলোকে ডাঙৰ শিল এচটা ঠেলি দিয়াত এটা প্ৰকাণ্ড শিলাময় গাতৰ মুখ এখন ওলাই পৰিল। গাঁতটো পৰ্বতৰ তলে তলে বহুত দূৰলৈ গৈছে। মানুহবোৰে সেই গাতটোত মৰাশটো পেলাই দিলে। তাৰ পিচত গিৰিয়েকজনৰ বাউসীত জৰি লগাই তেওঁকো গাঁতৰ ভিতৰলৈ নমাই দিলে। লগতে প্ৰকাণ্ড কলহ এটাত একলহ পানী আৰু সাতটা পিঠা দিলে। মানুহজনে তললৈ গৈ জৰিডাল খুলিলে আৰু ওপৰত থকা মানুহবোৰে সেই জৰি-ডাল তুলি আনিলে। তাৰ পিচত প্ৰকাণ্ড শিলটোৰে গাতৰ মুখখন বন্ধ কৰি থৈ সকলো মানুহ নগৰলৈ উলটিল। মোৰ বন্ধুজন তেওঁৰ পত্নীৰ শটোৰ লগতে গাঁততে থাকিল।

এই কাণ্ড দেখি মই ভাবিলো, "হে আল্লা! এইদৰে মৃত্যুৰ মুখত পৰাটো বৰ ভয়ঙ্কৰ কথা।" মই ৰজাৰ কাষলৈ গৈ কলো—"হে মহাৰাজ! আপোনালোকে

মৃতকৰ লগতে জীয়া মানুহকো কিয় কবৰ দিয়ে ?'' ৰজাই কলে-- ''এইটোৱেই আমাৰ নিয়ম । তাহানিখনৰ পৰা আমাৰ পূৰ্বপুৰুষসকলে আৰু আগৰ ৰজাসকলে এই নিয়ম পালন কৰি আহিছে । জীৱন কালত বা মৃত্যু হলে—কোনো অৱস্থাতে যাতে স্বামী-স্ত্ৰীৰ বিচ্ছেদ হব নোৱাৰে, সেইবাবে দুয়োকো একেলগে কবৰ দিয়া হয় ।'' মই তেতিয়া সুধিলো—''হে মহাৰাজ ! মোৰ দৰে বিদেশী মানুহ এজনৰ পত্নীৰ যদি ইয়াতে আপোনালোকৰ মাজত মৃত্যু হয়, তেন্তে তেওঁকো সেই মানুহজনৰ দৰেই কবৰ দিয়া হব নেকি ?'' ৰজাই সমিধান দিলে, ''নিশ্চয় । তেওঁকো সেইদৰে কবৰ দিয়া হব ।'' এই কথা শুনি মোৰ মনৰ অশান্তিৰ অন্ত নোহোৱা হ'ল । মনত এনে ভাব হ'ল—মই যেন হিংস্ৰ জন্তুৰ গৰাল এটাৰ ভিতৰতহে সোমাই আছো । এই মানুহবোৰৰ সমাজখনৰ প্ৰতি মোৰ ঘৃণা জন্মিল । মোতকৈ আগতে মোৰ পত্নীৰ মৃত্যু হয় বুলি আৰু মোকো তেওঁৰ লগতে জীয়াই জীয়াই কবৰ দিয়ে বুলি মোৰ ভয়ত তত নোহোৱা হ'ল । পিচে মই নিজক এইবুলিয়েই প্ৰবোধ দিলো—''হয়তো তেওঁতকৈ আগতে ময়েই মৰিম নাইবা তেওঁৰ মৃত্যু হোৱাৰ আগতে মই নিজ দেশলৈ উলটি যাব লাগিব ; কিয়নো কোন আগতে মৰে, সেই কথা কোনেও কব নোৱাৰে ।''

এইবোৰ কথা চিন্তা কৰি থকাৰ পৰা মনটো আঁতৰাই নিবৰ বাবে মই আন কামত ব্যস্ত হৈ থাকিবলৈ ধৰিলো । পিচে এদিন মোৰ পত্নী অসুস্থ হ'ল । কেই দিনমান ৰোগত ভুগি বিচনাত পৰি থকাৰ মূৰত তেওঁৰ মৃত্যু হ'ল । তেতিয়া ৰজা আৰু অন্যান্য মানুহ আহি মোৰ আগত আৰু মোৰ পত্নীৰ পৰিয়ালবৰ্গৰ আগত শোক প্ৰকাশ কৰিলে । মোৰ পত্নীৰ মৃত্যু হোৱাত আৰু লগতে মোকো হেৰুৱাব লগীয়া হোৱাত তেওঁলোকে বেজাৰ কৰিলে । তাৰ পিচত মাইকী মানুহবোৰে পত্নীৰ মৃতদেহটো ধুই ভাল কানি-কাপোৰ আৰু গহনাপাতি পিন্ধাই দিলে আৰু তাৰ পিচত শটো চাঙ্গীত তোলা হল । শটো সেই পৰ্বতৰ কাষলৈ কঢ়িয়াই নি মানুহবোৰে গাতৰ মুখৰ শিল চটা আতৰাই গাতলৈ পেলাই দিলে । তাৰ পিচত মোৰ পৰিচিত লোকসকল আৰু মোৰ পত্নীৰ মিতিৰ কুটুমে আহি মোক বেৰি ধৰিলে, তেওঁলোকে মোক চিৰকালৰ বাবে বিদায় জনালে আৰু মোৰ মৃত্যুৰ বাবে দুখ-প্ৰকাশ কৰিলে । ইপিনে মই চিঞৰ-বাখৰ লগাবলৈ ধৰিলো—''মৰা মানুহৰ লগতে জীয়া মানুহকো কবৰ দিবলৈ আল্লাই কেতিয়াও দিয়া নাই । মই বিদেশী মানুহ । আপোনালোকৰ সৈতে একে নহয় । মই আপোনালোকৰ প্ৰথা মানি লব নোৱাৰো । এই কথা আগতে জনা হলে মই আপোনালোকৰ দেশৰ ছোৱালী



কেতিয়াও বিয়া নকৰালোহেঁতেন ।'' কিন্তু তেওঁলোকে মোৰ কথালৈ কাণ নকৰিলে । তেওঁলোকে মোক ধৰি বলেৰে বান্ধি পেলালে আৰু তাৰ পিচত গাতত ভিতৰলৈ নমাই দিলে । লগতে তেওঁলোকৰ চিৰচৰিত প্ৰথামতে একলহ পানী আৰু সাতটা পিঠাও দিলে । গাতৰ তললৈ নমাই দি মানুহবোৰে জৰি কেইডাল খুলি দিবলৈ মোক কলে । মই কিন্তু নুখুলিলো । তেতিয়া তেওঁলোকে জৰি কেইডালো গাতৰ ভিতৰলৈ পেলাই দি গাতৰ মুখখন শিল চটাৰে বন্ধ কৰি দিলে আৰু তাৰ পাচত গুচি গলগৈ ।

মই কেওপিনে চালো । চাৰিওফালে মৰাশবোৰ দেখা পালো । শবোৰৰ দুৰ্গন্ধই গাতটো ছাটি ধৰিছে । তেতিয়া নিজৰ কৃতকৰ্মৰ বাবে মই নিজকে ধিক্কাৰ দিবলৈ ধৰিলো : ''হে আল্লা ! মোৰ এনে অঘটন ঘটাটো মোৰেই প্ৰাপ্য । এই দেশত বিয়া কৰাবলৈ মোক কিহে পাইছিল ? আল্লাৰ সমান মহান আন কোনো হব নোৱাৰে । মই প্ৰায়েই একোটা দুৰ্যোগৰ পৰা হাত সাৰি আহি তাতোকৈ ডাঙৰ বিপদৰ গৰাহত পৰো । হে আল্লা ! এইটো শোচনীয় মৃত্যু । আল্লাই কৃপা কৰা হলে মোৰ ইয়াতকৈ ভাল ধৰণে মৃত্যু হলহেতেন । মোৰ শ ধুৱাই কাপোৰ পিন্ধাই মুছলমানৰ দৰে মোক কবৰ দিলেহেঁতেন ।'' এইদৰে মই নিজৰ মূৰ্খালিৰ বাবে বিলাপ কৰিবলৈ ধৰিলো । গাতটো ঘোপমৰা এন্ধাৰ—তেতিয়া দিনেই নে নিশা, একো গম ধৰিব নোৱাৰি । মৰা মানুহৰ হাড়বোৰৰ মাজতে দীঘল দি পৰি আল্লাক মাতি তুতি কৰিবলৈ ধৰিলো । হতাশ হৈ মই মৃত্যু কামনা কৰিলো । শেষত ভোকত কলমলনি উঠিল । খেপিয়াই খেপিয়াই পিঠা এটা বুটলি লৈ কেই কামোৰমান মাৰিলো আৰু তাৰ পিচত দুঢোকমান পানী খালো । সেই গহ্বৰৰ মাজতে নিশা ঘূৰি ফুৰিবলৈ ধৰিলো ; দেখিলো গাতটোৱে বহুত দূৰলৈকে জুৰি আছে । কেওপিনে মৰাশ পৰি আছে ; পচি যোৱা হাড়বোৰ সিচৰতি হৈ পৰিছে । নতুনকৈ পেলোৱা শবোৰৰ পৰা আঁতৰি গৈ মই খোৰোঙ এটাৰ ভিতৰ সোমাই তাতে শুই থাকিলো ।

এইদৰে বহুত দিন কটালো ; ইপিনে মোৰ হাতত থকা খোৱা বস্তবোৰো শেষ হবৰ হ'লহি । অৱশ্যে দিনটোত এবাৰ নাইবা এদিন এৰি এদিনহে খাবলৈ লৈছিলো । পানীও কেতিয়াবাহে এঢোক খাইছিলো । মোৰ মৃত্যুৰ আগতে খোৱা-বস্তবোৰ শেষ হৈ যায় বুলি ভয় লাগিল । এদিন মই বহি বহি খোৱাবস্তবোৰ শেষ হ'লে কি কৰিম, তাকে ভাবি আছো । এনেতে দেখিলো যে গাতৰ মুখৰ শিলচটা হঠাৎ আঁতৰি গল আৰু লগে লগে এচমকা পোহৰ গাতটোৰ ভিতৰত

পৰিলহি। মই ভাবিলো—“কি হৈছে বাৰু? সম্ভৱতঃ মানুহবোৰে আৰু এটা শ লৈ আহিছে।” গাতটোৰ মুখত মানুহবোৰে কথা পাতি থকা দেখিবলৈ পালো; সিহঁতে মৰা মানুহ এটা পেলাই দিলে। লগতে জীয়া মানুহ এজনীও গাঁতলৈ নমাই দিলে; মানুহজনী কান্দিকাটি আহিছে। লগতে চিৰাচৰিতভাৱে পানী আৰু পিঠা দি পঠোৱা হৈছে। মানুহজনীৰ ৰূপ আছে। তাই মোক দেখা পোৱা নাছিল। মানুহবোৰ গাতৰ মুখখন বন্ধ কৰি গুচি যোৱাৰ পিচত মৰা মানুহৰ হাড় এডাল লৈ মানুহজনীৰ পিনে আগবাঢ়িলো। মই গৈ তাইৰ মূৰতে একোব মাৰিলো। তাই চিঞৰ এটা মাৰি অজ্ঞান হৈ পৰি গ'ল। কোবাই কোবাই তাইক মাৰি পেলালো। তাৰ পিচত তাইৰ ভাগৰ পানী আৰু খোৱাবস্তুবোৰ হাত কৰিলো। তাই বঢ়িয়া সাজপাৰ আৰু দামী অলঙ্কাৰ-পাতি পিন্ধি আহিছিল; তিৰোতাক বঢ়িয়াকৈ সজাই পৰাই কবৰ দিয়াটোৱেই সেই দেশৰ নিয়ম। মই খোৱাবস্তুবোৰ খোবোঙটোলৈ লৈ গলো। জীৱন ধাৰণ কৰিব পৰাকৈ তাৰে অলপ অলপ খাই থাকো। খোৱাবস্তুবোৰ সোনকালে শেষ হৈ যায় বুলি আৰু ভোক-পিয়াহত মৰিব লগা হয় বুলি ভয় লাগি থাকে। তথাপি আল্লাৰ ওপৰত ভাৰসা ৰাখি আছিলো।

এইদৰে বহুত দিন তাতে থাকিলো। গাতৰ ভিতৰলৈ পেলাই দিয়া জীয়া মানুহক মাৰি সিহঁতৰ খোৱা বস্তুবোৰ লৈ থওঁ। এদিন শুই থাকোতে কিবা এটা শব্দ শুনি সাৰ পালো; গুহাটোৰ এটা চুকত কিহবাই মৰাশ আজুৰি থকা শব্দ শুনিলো। মই ভাবিলো—এইটোনো কি ওলালহি? কুকুৰনেচীয়া বাঘ বা যোং বুলি ভয়ো লাগিল। হাড় এডাল হাতত তুলি লৈ শব্দৰ উমানে উমানে আগ-বাঢ়িলো। মই যোৱা গম পাই কিবা এটা গুহাটোৰ ভিতৰৰ পিনে লৰ মাৰিলে। এনেতে দেখা পালো যে সেইটো এটা বনৰীয়া জন্তু। তাক পিচে পিচে খেদি গলো। হঠাৎ বহুত দূৰত তৰাটোৰ দৰে পোহৰৰ চমকা এটা দেখা পালো। এবাৰ পোহৰটো ওলায়, এবাৰ নেদেখা হয়। মই সেইপিনে আগবাঢ়িলো। যিমানে আগুৱাই গলো, পোহৰটোও ক্ৰমে সিমানেই ডাঙৰ হৈ গল। শেষত বুজিলো যে শিলৰ মাজেদি সেইপিনে ফাট এটা ওলাইছে আৰু সেইপিনেই বাহিৰলৈ যাব পাৰি। মনতে ভাবিলো—“এই বাটটো থকাৰ নিশ্চয় কিবা এটা কাৰণ আছে। হয়তো সেইটো আন এটা গাতৰ মুখ। নহলে হয়তো শিলৰ মাজেদি আপোনাআপুনি এই ফাট মেল খাইছে।” এইদৰে ভাবিচিন্তি মই পোহৰ অহা ঠাইডোখৰৰ কাষ চাপি গ'লো। দেখিলো যে পৰ্বতৰ পিচফালে ফুটা এটা



ওলাইছে; বনৰীয়া জন্তুবোৰে আঁচুৰি আঁচুৰি বাটটো বহলাই সেইপিনেদি মৰাশ খাবলৈ গাতটোৰ ভিতৰ সোমাই আহে। এই বাটটো দেখা পোৱাত মোৰ মনত আশাৰ সঞ্চাৰ হ'ল; মৃত্যুৰ শেষত যেন মই পুনৰ জন্ম লাভ কৰিলো। গোটেই কথাটো সপোনৰ দৰে লাগিল; বগুৱা বাই বাটটোৰেদি বাহিৰ ওলাই দেখিলো যে পৰ্বতৰ টিঙত উপস্থিত হৈছোহি। সমুখত বহল সাগৰখন। সাগৰখন থকা কাৰণে দ্বীপটোৰ পৰা সেই ঠাইলৈ কোনো আহিব নোৱাৰে।

মুক্তিৰ আশাৰ জিলিঙনি পাই মোৰ মনত ৰং লাগিল। মই আল্লাৰ নাম লবলৈ ধৰিলো। ইয়াৰ পাচত সেই ফাটটোৰেদি সৰকি আকৌ গাতৰ ভিতৰ সোমালো আৰু তাত গোটাই থোৱা খোৱা বস্তু আৰু পানীখিনি বাহিৰলৈ আনিলো। মৰাশৰ গাৰ পৰা খুলি ভাল কানিকাপোৰো পিন্ধি ললো। মৰাশবোৰৰ গাত থকা মণি-মুকুতা, গহনা-পাতি ইত্যাদি সকলো বহুমূলীয়া বস্তু গোটাই লৈ মৰাশৰ গাত থকা কাপোৰৰ টোপোলা বান্ধি সেই ফাটটোৰেদি বাহিৰলৈ আনি সাগৰৰ পাৰত থলোহি। আল্লাৰ কৃপাত কেনেবাকৈ জাহাজ যোৱা দেখা পাম বুলি সেইখিনিতে খপিবলৈ ধৰিলো। দিনো মই গাতটোলৈ সোমাই যাওঁ। প্ৰায়ে গাঁতৰ ভিতৰত জীয়াই জীয়াই পুতি থোৱা মানুহক লগ পাওঁ। দ্বিধাহীনভাৱে মতা-মাইকী সকলোকে মাৰি সিহঁতৰ খোৱা বস্তুখিনি আৰু মূল্যবান বয়বস্তুবোৰ কাঢ়ি লওঁ আৰু সাগৰৰ পাৰলৈ আনো।

এইদৰে সাগৰৰ পাৰতে বহুত দিন কটোৱাৰ মূৰত এদিন মাজ-সাগৰেদি এখন জাহাজ যোৱা দেখা পালো। জাহাজখন দেখা পায়েই জেং এডালত বগা কাপোৰ এখন বান্ধি সাগৰৰ পাৰলৈ লৰ মাৰিলো আৰু কাপোৰখন জোকাৰিবলৈ ধৰিলো। জাহাজৰ মানুহে শেষত মোক দেখা পালে আৰু মোৰ চিঞৰো শুনিবলৈ পালে। তেওঁলোকে মোক নিবৰ বাবে নাও এখন পঠাই দিলে। নাওখন কাষ চাপি অহাৰ পিচত নাও বাই অহা মানুহকেইজনে মোক সুধিলে—“তুমি কোন? এই পৰ্বত-টোলৈ কেনেকৈ আহিলা? আমিতো কোনো কালে ইয়াত মানুহ থকা দেখা নাই!” মই উত্তৰ দিলো—“মই এজন সদাগৰ; জাহাজত আহোতে জাহাজখন সাগৰৰ মাজতে ভাগি যোৱাত মই জাহাজৰ কাঠ এচলাত ধৰি আৰু লগতে অলপ বয়বস্তু লৈ নিজক ৰক্ষা কৰিলো। আল্লাৰ কৃপাত এই ঠাইলৈ উঠি জাহাজ দেখা পাওঁ বুলি বাট চাই আছো।”

তেওঁলোকে মোক নাৱত তুলি ললে; মই গাতটোৰ পৰা অনা মণি-মুকুতা আৰু বহুমূলীয়া বয়বস্তুৰ টোপোলাকেইটাও তেওঁলোকে নাৱত তুলি ললে।

নাওখন নি জাহাজৰ কাষ চপালে। তেতিয়া জাহাজৰ অধ্যক্ষ জনে মোক ক'লে— "সাগৰৰ পাচকালে থকা সৌ পাহাৰটোৰ মাজলৈ তুমি আহিলা কেনেকৈ? বহুত দিন মই এইখন সাগৰেদি জাহাজত অহা যোৱা কৰিলো। কিন্তু এই পাহাৰটোত চৰাই আৰু জীৱজন্তুৰ বাহিৰে আন একো প্ৰাণীকে কেতিয়াও দেখিবলৈ পোৱা নাছিলো।"

নাবিক কেইজনক যি থকা কৈছিলো, তাকে মই তেওঁৰ আগতো ক'লো। কিন্তু নগৰখনত আৰু সেই গহ্বৰটোৰ ভিতৰত যিবোৰ ঘটনাৰ সন্মুখীন হৈছিলো, সেইবোৰৰ বিষয়ে ঘূণাক্ষৰেও নজনালো। মোৰ লগত থকা বহুমূলীয়া মণিমুকুতা কেইটামান বাছি তাকে জাহাজৰ অধ্যক্ষৰ হাতত দি ক'লো—"ডাঙৰীয়া! আপুনিয়েই মোক এই পাহাৰটোৰ পৰা উদ্ধাৰ কৰিলে। মোৰ হাতত টকা-পইচা নাই; আপোনাৰ দয়াৰ বিনিময়ত মই এইখিনিকে আপোনাক দিছো।" কিন্তু সেইবোৰ লবলৈ তেওঁ অসন্মতি জনাই ক'লে—"জাহাজ বুৰাৰ ফলত বিপন্ন অৱস্থাত পৰা কোনো মানুহক সাগৰৰ পাৰত নাইবা কোনো দ্বীপত লগ পালে আমি তুলি লওঁ আৰু খাবলৈ দিওঁ। কানি কাপোৰ নাথাকিলে তাকো দিওঁ। তেনে মানুহৰ পৰা একো বস্তু নলওঁ। নিৰাপদে কোনো বন্দৰত উপস্থিত হোৱাৰ মূৰত আমি মানুহজনক তাতে নমাই দিওঁ আৰু তেওঁক আমাৰ নিজৰ ভাগৰে ধন দান কৰো।" মই তেতিয়া তেওঁৰ দীৰ্ঘ জীৱন কামনা কৰিলো। উদ্ধাৰ পোৱা বাবে মোৰ মনত ৰং লাগিল; ভাবিলো যে দুখ কষ্টৰ পৰা উদ্ধাৰ পালো আৰু ইতিমধ্যে ঘটি যোৱা দুৰ্ঘটনাবোৰৰ কথা পাহৰিব পাৰিম। মোৰ পত্নীৰ শটোৰ লগতে মোকো গহ্বৰটোৰ ভিতৰলৈ নমাই দিয়াৰ কথাটো মনত পৰিলেই মোৰ গাৰ নোম শিয়ৰি উঠে।

আমি সেই ঠাইৰ পৰা যাত্ৰা কৰিলো। নানান দ্বীপ-দ্বীপান্তৰ ঘূৰি মূৰকত বেল দ্বীপত উপস্থিত হলোগৈ; তাৰ পৰা ছয়দিনৰ মূৰত কালা দ্বীপ পালোগৈ; এই দ্বীপ হিন্দ দেশৰ কাষতে অৱস্থিত। এই দেশখনৰ ৰজা জন প্ৰতাপী। সেই দেশত বঢ়িয়া কৰ্পুৰ উৎপন্ন হয়; ইয়াত সীহৰ খনি আছে। মূৰকত আল্লাৰ কৃপাত আমি নিৰাপদে বছোৰা নগৰত উপস্থিত হলো। মই তাতে দুদিন কটাই বাগদাদ নগৰলৈ গলো। উলাহ মনেৰে মোৰ ঘৰ পালোগৈ। মই উলটি অহা দেখি মোৰ পৰিয়াল আৰু বন্ধুবৰ্গই বৰ ৰং পালে। লগত অনা বয়বস্তুবোৰ গুদাম ঘৰত ভৰাই থলো। ফকিৰ আৰু মগনীয়াক দান-দক্ষিণা দিলো; বিধৱা তিৰোতা আৰু মাউৰা ল'ৰা-ছোৱালীক কানি কাপোৰ দান কৰিলো। আকৌ ভোগ বিলাসত



জীৱন কটাবলৈ ধৰিলো। এয়ে মোৰ চতুৰ্থ যাত্ৰাৰ অদ্ভুত কাহিনী; পিচে আপোনালোকে অনুগ্ৰহ কৰি কাইলৈ যদি আকৌ ইয়ালৈ আহে, মই পঞ্চম যাত্ৰাৰ কাহিনীটো কম। সেইটো আগৰবোৰতকৈও অদ্ভুত কাহিনী।

কাহিনী শেষ কৰি নাবিক সিন্ধবাদে খোৱাৰ যোগাৰ কৰিবলৈ আদেশ দিলে। গৃহস্থই অতিথিসকলৰ লগত একেলগে খোৱা বোৱা কৰি উঠি ভাৰী সিন্ধবাদক এশ টকা দান কৰিলে। এই অদ্ভুত কাহিনীৰ কথাকে ভাবি ভাৰী আৰু অন্যান্য নগৰীয়াসকল ঘৰাঘৰি গ'লগৈ। ভাৰী সিন্ধবাদে নিশাটো নিজৰ ঘৰত কটাই দোকমোকালিতে উঠি নামাজ পঢ়িলে আৰু তাৰ পিচত নাবিক সিন্ধবাদৰ ঘৰলৈ বুলি যাত্ৰা কৰিলে। বাকীবোৰ মানুহো অহাৰ মূৰত সকলোৱে ৰং ধেমালি কৰি খোৱা বোৱা কৰিলে। তাৰ পিচত নাবিক সিন্ধবাদে তেওঁৰ কাহিনী আৰম্ভ কৰিলে।

# নাবিক চিন্দবাদৰ পঞ্চম যাত্ৰা

চতুৰ্থ যাত্ৰাৰ পৰা উলটি আহি ভোগবিলাসত কিছুদিন কটোৱাৰ মূৰত মই পূৰ্বৰ দুখ-কষ্ট আৰু দুৰ্যোগৰ কথা সকলো পাহৰি গলো। আকৌ দেশ ফুৰাৰ বাসনা মোৰ মনত জাগি উঠিল। নানান বহুমূলীয়া বেপেৰুৱা সামগ্ৰী কিনি লৈ মই বচোৰালৈ গলো। সাগৰৰ পাৰলৈ গৈ নতুনকৈ সজা, আহল-বহল আৰু বঢ়িয়া জাহাজ এখন বৈ থকা দেখিলো। জাহাজখন দেখি মোৰ মন খালে। সেইদেখি সেইখন জাহাজকে কিনি ললো আৰু তাত বয়বস্তবোৰ লাদিলো। চাৰেং এজন আৰু কেতবোৰ নাবিকক ভেৰণীয়া হিচাপে ললো। কামবন চাবৰ বাবে মোৰ দাস আৰু লগুৱা কিছুমানক নিযুক্ত কৰিলো। কিছুমান সদাগৰেও নিজৰ নিজৰ বয়বস্তু আনি জাহাজত তুলিলেহি। আৰু তাৰ বাবে মোক ভাড়াও দিলে। আমি আল্লাৰ নাম লৈ জাহাজ মেলি দিলো। নানান দেশ ঘূৰি বয়বস্তু বেচি ফুৰাৰ মূৰত আমি জনপ্ৰাণী নথকা বিৰাট দ্বীপ এটা পালোগৈ। তাতে বালিৰ মাজত আধা পোত খাই থকা অৱস্থাত বগা বৰণৰ প্ৰকাণ্ড বস্তু এটা দেখিবলৈ পালো। মোক জাহাজতে থৈ সদাগৰসকলে সেইটোনো কি তাকে চাবলৈ বুলি যাত্ৰা কৰিলে। কাষ চাপি গৈ তেওঁলোকে দেখিলে সেইটো ৰক চৰাইৰ প্ৰকাণ্ড কণী এটা। তেওঁলোকে শিলেৰে খুন্দিয়াই খুন্দিয়াই সেইটো ভাঙি পেলালে। তেতিয়া তাৰ পৰা পানী ওলাবলৈ ধৰিলে আৰু ভিতৰত ৰক চৰাইৰ পোৱালি এটা দেখিবলৈ পালে। তেওঁলোকে চোকোৰাৰ মাজৰ পৰা পোৱালিটো উলিয়াই আনি কাটি বাছি বহুতো মঙহ উলিয়ালে। মই তেতিয়া জাহাজতে আছিলো ; তেওঁলোকে কি কৰিছে সেই বিষয়ে তেতিয়াও একো গম পোৱা নাছিলো। তেনেতে এজন যাত্ৰীয়ে মোৰ ওচৰলৈ আহি ক'লে—"ডাঙৰীয়া ! আহকচোন, চাওকহি। আমি যে'টিপ বুলি ভাবিছিলো, সেইটো আচলতে এটা কণীহে।" ময়ো চাবলৈ গলো ; সদাগৰসকলে কণীটো শিলেৰে খুন্দিওৱা দেখা পাই মই তেওঁলোকক কলো—



"কণীটো নাভাঙিবা, সেইটো নষ্ট কৰিলে ৰক চৰাইটোৱে আহি আমাৰ জাহাজখনো ভাঙিব আৰু আমাকো শুদাই নেৰে।" কিন্তু তেওঁলোকে মোৰ কথালৈ কাণ নিদি কণীটো ভাঙিবলৈহে লাগি গ'ল। এনেতে কেওপিনে আন্ধাৰ হৈ পৰিল ; বেলিটো কিহবাৰ আঁৰ হৈ গ'ল। গোটেই আকাশখনকে এচটা প্ৰকাণ্ড ডাৱৰেহে যেনিবা ছাটি ধৰিলে। আমি মূৰ তুলি দেখা পালো যে সেইয়া ডাৱৰ নহয় ; বেলিটোৰ সমুখত আছে এটা বক চৰাই ; সেই চৰাইটোৰ পাখী দুখনেই বেলিটো আঁৰ কৰি ধৰিছে।

চৰাইটোৱে ভঙা কণীটো দেখা পাই বৰ বিকট চিঞৰ এটা মাৰিলে ; সেই মাত শুনি লগৰ চৰাইজনীও উৰি আহিল, সিহঁতে জাহাজখনৰ কেওকাষে ঘূৰি ঘূৰি বিকটভাৱে চিঞৰিবলৈ ধৰিলে। মই তেতিয়া মানুহবোৰক চিঞৰি কলো—"বেগেতে আহা। আমি পলাই সাৰিব লাগিব। নহলে সকলোবোৰ মৰিব লাগিব।" সকলো সদাগৰ জাহাজত উঠিলহি আৰু আমিও মাজ সাগৰ পোৱাৰ আশাৰে লৰালৰিকৈ জাহাজ এৰি দিলো। তাকে দেখা পাই ৰক চৰাই দুটা আঁতৰলৈ উৰি গ'ল ; আমিও সেই ঠাইৰ পৰা আঁতৰি যোৱাৰ আশাৰে আটাইবোৰ পাল তৰি দিলো। এনেতে চৰাই দুটা আকৌ ওলালহি। সিহঁত উৰি আহি আমাৰ জাহাজৰ ওপৰ পালে ; দুয়োটা চৰায়ে পাহাৰৰ ওপৰৰ পৰা একোটা প্ৰকাণ্ড শিল হাতোৰাৰে খামুচি কঢ়িয়াই আনিছিল। মতা ৰক চৰাইটোৱে আমাৰ মূৰৰ ওপৰ পাই হাতোৰাৰ মাজত থকা শিলটো পেলাই দিলে। পিচে চাৰেংজনে জাহাজখন কাষৰীয়া কৰি দিয়াত শিলটো জাহাজৰ ওপৰত নপৰি বৰ বেগেৰে আহি পানীত পৰিল ; পানীৰ খলকনিত জাহাজখন হেন্দুলিবলৈ ধৰিলে। শিলটো বেগেৰে পানীৰ তললৈ সোমাই যাওঁতে সাগৰৰ তলীলৈকে আমি দেখিবলৈ পালো। ইপিনে লগৰ ৰক চৰাইজনীয়ে আৰু এটা শিল ওপৰৰ পৰা পেলাই দিলে, এইটো শিল আগৰটোতকৈয়ো ডাঙৰ। বিধিৰ বিধান ! প্ৰকাণ্ড শিলটো জাহাজৰ সোঁ মাজতে পৰাত জাহাজখন ভাঙি টুকুৰা টুকুৰ হ'ল। জাহাজত থকা সকলো মানুহ পানীত উফৰি পৰিলগৈ। ময়ো জীৱন ৰক্ষা কৰিবৰ বাবে আপ্ৰাণ চেষ্টা কৰিলো। আল্লাৰ কি মহিমা ! জাহাজৰ কাঠ এচটা উটি অহা দেখা পাই মই কাঠ চলাত খামুচি ধৰি তাৰ ওপৰত উঠি ললো আৰু ভৰি দুখনেৰে বঠা মৰাদি মাৰি কাঠচলা চলাই লৈ গলো।

জাহাজখন পানীৰ মাজত বুৰি গ'ল। পানীৰ সোঁত আৰু বতাহে মোকো ঠেলি নি নি এটা দ্বীপৰ কাষ পোৱালেগৈ। ভোক, পিয়াহ আৰু ভাগৰত মোৰ

তেতিয়া আধামৰা অৱস্থা। পাৰ পাই মাটিতে দীঘল দি পৰি থাকিলো। অলপ সকাহ পোৱাৰ মূৰত দ্বীপটোৰ মাজত ঘূৰি পকি দেখিবলৈ পালো যে তাত গছ-গছনি ভৰি আছে। গছত ফল-মূলবোৰ পকি দো খাই আছে, নিজৰাইদি স্ফটিকৰ ধাৰ যেন পানী বৈ গৈছে; ফুলৰ গোন্ধে আমোলমোলাই আছে; চৰাই চিৰিকতিয়ে কলকলাই যেন আল্লাৰ মহিমাকে গাইছে। মই পেট ভৰাই ফলমূল আৰু নিজৰাৰ পানী খালো। তাৰ পিচত বহি থাকিলো। লাহে লাহে ৰাতি হ'ল; কতো সাৰসুৰ নাই; জনপ্ৰাণী এটাও দেখিবলৈ নাপালো। ভয় আৰু ভাগৰত জুৰুলা হৈ মাটিত বাগৰ দিলো আৰু তাৰ পিচত মোৰ টোপনি আহিল। ৰাতিপুৱা শুই উঠি মই গছৰ তলে তলে আগ বাঢ়িলো। গৈ দেখিলো জুৰিৰ পাৰত মানুহ এটা বহি আছে, ককালত গছৰ পাতৰ আৱৰণ এখন।

মই মনতে ভাবিলো 'হয়তো জাহাজ বুৰাৰ ফলত এই মানুহজনেও সাতুৰি আহি এই দ্বীপত আশ্ৰয় লৈছে।' সেইদেখি তেওঁৰ কাষ চাপি গৈ অভিবাদন জনালো। তেৰেঁ। হাতৰ ভঙ্গীৰে মোক অভিবাদন জনালে; কিন্তু মুখেৰে একো নামাতিলে। মই সুধিলো—"আপুনি কিয় ইয়াত বহি আছে?" তেওঁ মূৰটো জোকাৰি হুমুনিয়া কাঢ়িলে আৰু তাৰ পিচত হাতৰ অঙ্গী ভঙ্গী দেখুৱাই যিটো ভাব প্ৰকাশ কৰিলে তাৰ সাৰমৰ্ম হ'ল—"মোক তোমাৰ কান্ধত তুলি জুৰিৰ সিপাৰলৈ লৈ ব'লা।" মই ভাবিলো যে বুঢ়াৰ প্ৰতি দয়া দেখুৱাই তেওঁ কোৱা মতেই কৰিম। মানুহজন হয়তো খোৰা আৰু এই উপকাৰ কৰা বাবে আল্লাই মোক আশীৰ্বাদ দিব পাৰে। সেইদেখি মই তেওঁক কান্ধত তুলি ললো আৰু তেওঁ দেখুওৱা ঠাই-ডোখৰলৈ কঢ়িয়াই নি তেওঁক নামিবলৈ কলো। কিন্তু তেওঁ মোৰ কান্ধৰ পৰা নানামিল; ভৰি দুখনেৰে মোৰ ডিঙিত আৰু জোৰেৰে পাক খুৱাইহে ধৰিলে। ভৰি দুখনলৈ চকু পৰাত দেখিলো যে ম'হৰ ছালৰ দৰে ক'লা আৰু খহটা। দেখিলে ভয়েই লাগে। মই তেওঁক নমাই দিব খুজিলো। কিন্তু তেওঁ মোক খামুচি ধৰিলে আৰু ভৰি দুখনেৰে ডিঙিত আৰু জোৰেৰে চেপি ধৰিলে। মই উশাহ-নিশাহ লব নোৱাৰা হ'লো; চকুৰে ধুৱলী-কুৱলী দেখিলো আৰু অজ্ঞান হৈ মাটিত বাগৰি পৰিলো। বুঢ়া কিন্তু তেতিয়াও কান্ধৰ পৰা নানামিল; ভৰিৰ গোৰোহা দুটাৰে মোৰ পিঠি আৰু কান্ধত ইমান জোৰেৰে খুন্দিয়াবলৈ ধৰিলে যে বিষত তৎ নাপাই মই উঠিবলৈ বাধ্য হ'লো। তেতিয়া তেওঁ পকা পকা ফলবোৰ লাগি থকা গছবোৰৰ তলে তলে ইফালে সিফালে লৈ ফুৰিবলৈ হাতৰ ঠাৰেৰে মোক কলে। মই



তাকে নকৰিলে বা আন পিনে গলে নাইবা জিৰণি ললে বুঢ়াই মোক খুব জোৰেৰে গুৰিয়াবলৈ ধৰে। যেনিয়েই যাবৰ মন যায় সেইপিনেই নিবলৈ মোক ইঙ্গিত দিয়ে আৰুময়ো নিকিনা গোলামৰ দৰে বুঢ়াক কান্ধত তুলি দ্বীপটোৰ কেওপিনে ঘূৰাই ফুৰিলো। এইদৰে দিনে নিশাই বুঢ়া মোৰ কান্ধত উঠি থাকিল। টোপনি ধৰিলে মোৰ ডিঙিত ভৰি দুটাৰে কেৰেপা লগাই আঁউজি লৈ অলপ পৰ শোৱে। শুই উঠিলেই মোক গুৰিয়াবলৈ ধৰে আৰু ময়ো বিষত তৰণি নাপাই একে কোবেই খিয় দিওঁ।

বুঢ়াৰ প্ৰতি সদয় হোৱা বাবে মই নিজেই নিজক দুষিলো। এইদৰে লৈ ফুৰাওঁতে মই ভাগৰত অৱশ হৈ পৰিলো, মনতে ভাবিলো—"মই তাৰ উপকাৰ কৰিবলৈ যাওঁতে সি মোৰ অপকাৰহে কৰিলে। আল্লাৰ নামত সৈ কাঢ়িছো, মই আৰু জীৱন কালত কোনো মানুহৰে উপকাৰ নকৰো।" দুখে ভাগৰে জৰ্জৰিত হৈ মই তেতিয়া মৃত্যুকেই কামনা কৰিছিলো। এইদৰে ঘূৰি ফুৰোতে ফুৰোতে এডোখৰ ঠাইত উপস্থিত হলোগৈ, সেই ঠাইত বহুতো লাও লাগি থকা দেখা পালো তাৰে কিছুমান শুকাই আছে। মই ডাঙৰ চাই শুকান লাও এটা ছিঙি আনিলো। লাওটোৰ মূৰৰ কালে ভাঙি ভিতৰৰ সাহখিনি উলিয়াই গোটেইটো খালি কৰি পেলালো। ইয়াৰ পাচত কাষৰে আঙুৰ কিছুমান ছিঙি লাওখোলাটোত তাৰ ৰসবোৰ চেপি দিলো। এইদৰে লাওখোলাটো আঙুৰৰ ৰসৰে ভৰি পৰিল। ইয়াৰ পিচত মুখখন বন্ধ কৰি খোলাটো ৰদত থৈ দিলো। কেইদিনমান থৈ দিয়াৰ পিচত আঙুৰৰ ৰসখিনি সুৰাত পৰিণত হ'ল। নিতৌ তাৰে অকণমান খাই গাৰ ভাগৰ পলুৱাওঁ। বাগীয়ে ধৰাকৈ সুৰাপান কৰিলে দুখ দুৰ্দশাবোৰৰ কথা পাহৰো আৰু মনলৈ নতুন উৎসাহ আহে। এদিন মই সুৰাপান কৰা দেখি বুঢ়াই হাতৰ ঠাৰেৰে মোক সুধিলে—"সেয়ানো কি?" মই কলো—"এইটো এটা বঢ়িয়া ৰস। এই ৰস পান কৰিলে বলশক্তি আৰু উৎসাহ পোৱা যায়।" বাগীত মতলীয়া হৈ মই তেতিয়া গছৰ তলে তলে দৌৰি চাপৰি, নাচি বাগি ফুৰিছো। মাজে মাজে হাত চাপৰি মাৰো আৰু সময়ত গীত গাওঁ; সময়ত আকৌ ভাও জুৰি গাটো ঢলং পলং কৰি দেখুৱাওঁ। এইবোৰকে দেখি বুঢ়াই হাতেৰে অঙ্গী ভঙ্গী কৰি লাওখোলাটো খুজিলে। ময়ো ভয়তে সেইটো বুঢ়াৰ হাতত তুলি দিলো। বুঢ়াই ঢক্ ঢক্ কৰে সুৰাখিনি পি খাই পেলালে আৰ তাৰ পিচত খোলাটো পেলাই দিলে। তেতিয়া বুঢ়াও মতলীয়া হৈ পৰিল। বুঢ়াই হাত চাপৰি মাৰি হেন্দুলিবলৈ ধৰিলে।

লাহে লাহে বুঢ়া তেনেই মতলীয়া হৈ পৰিল। হাত ভৰিৰ খামোচা ক্ৰমে ঢিলা হ'ল। মোৰ কান্ধত উঠি বুঢ়াই থৰক-বৰক কৰিবলৈ ধৰিলে। তালকৈ বাগীয়ে ধৰা দেখা পাই মই এপাকত হাতদুখনৰে বুঢ়াৰ ভৰিকেইটাত ধৰি মোৰ ডিঙিৰ খোপনিটো ঢিলাই লৈ বুঢ়াক মাটিলৈ ঠেলা মাৰি দিলো। তাৰ পিচত ডাঙৰ শিল এটা তুলি লৈ বুঢ়াৰ মূৰত পূৰ্ণহতীয়া কোব এটা শোধালো। মূৰৰ খোলাটো ভাগি চেপেটা লাগিল। বুঢ়া মৰি থাকিল।

এইদৰে নিস্তাৰ পাই মই পুনৰ সাগৰৰ পাৰলৈ উলটি গলো। গছৰ গুটি আৰু পানী খাই জীৱন ধাৰণ কৰি সেই দ্বীপতে বহুত দিন কটালো। সাগৰেদি কেনিবা জাহাজ যায় বুলি সদায় চাই থাকো। এদিন নিজৰ দুৰ্ভাগ্যৰ কথা ভাবি গুণি সাগৰৰ পাৰত বহি থাকোতে সাগৰৰ ঢৌ ফালি এখন জাহাজ দ্বীপটোৰ পিনে অহা দেখিলো। জাহাজখনে লঙ্গৰ পেলালেহি আৰু মানুহবোৰ তাতে নামিল। মই তেওঁলোকৰ পিনে গলো আৰু মোক দেখা পাই তেওঁলোকেও আহি মোক বেৰি ধৰিলে। মই কৰ পৰা আহিলো, সেই ঠাইত কেনেকৈ ওলালোহি—সেইবোৰ কথা তেওঁলোকে মোক সুধিলে। সকলো কথা ভাঙি পাতি কোৱাত তেওঁলোকে আচৰিত হৈ কলে—"তোমাৰ কান্ধত যে উঠিছিল, সেইটোৰ নাম 'ছেইখ-অল-বাহৰ' অৰ্থাৎ সাগৰৰ বুঢ়া। তাৰ ভৰিৰ কেৰেপা যাৰ ডিঙিত লাগিছে, সি আৰু জীৱন লৈ সাৰিব পৰা নাই; একমাত্ৰ তুমিহে সাৰি আহিলা। কান্ধত উঠি ফুৰা মানুহবোৰ মৰিলে সি খাই পেলায়। আল্লাৰ কৃপাতহে তুমি সাৰি আহিলা।" তেওঁলোকে মোক খাবলৈ দিলে আৰু পিন্ধিবলৈ কাপোৰো দিলে। তাৰ পিচত তেওঁলোকে মোক জাহাজলৈ লৈ গ'ল। জাহাজৰে বহুত দিন যোৱাৰ মূৰত আমি এখন ঠাইত উপস্থিত হলোগৈ, সেই ঠাইডোখৰক বান্দৰ নগৰী বুলি কয়। সকলোবোৰ ঘৰ সাগৰৰ পাৰত ওখকৈ সাজিছে। ওলোৱা সোমোৱাৰ বাট একেটা; বাটটোত লোৰ শলখাৰে জপনা দি থৈছে।

সদায় গধূলি হলেই এই নগৰৰ বাসিন্দাসকল ঘৰৰপৰা ওলাই আহে আৰু নাও-জাহাজত উঠি পানীৰ মাজতে তেওঁলোকে নিশাটো কটায়। পাহাৰৰ পৰা নামি আহি বান্দৰবোৰে তেওঁলোকক আক্ৰমণ কৰে বুলিয়েই তেওঁলোকে এইদৰে পানীৰ মাজত নিশাটো কটায়, নগৰখন চাবৰ মনেৰে, মই তাতে নামিলো; পিচে মই আকৌ জাহাজত উঠাৰ আগতেই জাহাজখন গুচি গ'ল। জাহাজৰ পৰা পাৰলৈ নমাৰ কাৰণে তেতিয়া অনুতাপ কৰিবলৈ ধৰিলো। এনেতে সেই নগৰৰে



এজন মানুহে আহি মোক কলে—"ডাঙৰীয়া। আপুনি বোধকৰো এই ঠাইলৈ নতুনকৈ আহিছে।" মই উত্তৰ দিলো—"হয়, মই তেনেই আচহুৱা মানুহ। এখন জাহাজত আহিছিলো, জাহাজখন ইয়াতে ৰখোৱাত মই নগৰখন চাওঁ বুলি পাৰলৈ নামিছিলো। কিন্তু উলটি আহি দেখিলো যে মোক এৰি থৈ জাহাজখন গুচি গল।" তেতিয়া মানুহজনে কলে—"আহক আমাৰ লগতে নাৱত উঠকহি। কাৰণ নিশা আপুনি নগৰত থাকিলে বান্দৰৰ হাতত প্ৰাণ হেৰুৱাব লাগিব।" তেওঁৰ কথামতে মই নাৱত উঠিলোগৈ। মানুহবোৰে নাওবিলাক পাৰৰ পৰা এমাইলমান নিলগলৈ নি তাতে নিশাটো কটালে। ৰাতিপুৱা আকৌ নাওবোৰ আনি পাৰত চপালে আৰু তাৰ পিচত সকলো নিজৰ নিজৰ কামত লাগিবগৈ। সদায় নিশা তেওঁলোকে এইদৰে কটায়; কিয়নো নগৰত যদি কোনোবা থাকে তেন্তে বান্দৰবিলাকে আহি মাৰি পেলায়। বাগিচাৰ ফলমূল চাহিমুহি খাই থৈ ৰাতিপুৱালেই বান্দৰবোৰ পাহাৰলৈ গুচি যায় আৰু দিনটো তাতে শুই থাকি ৰাতি পুনৰ নগৰলৈ ওলটে।

মই যিসকল লোকৰ লগত নিশাটো নাৱতে কটালো, তেওঁলোকৰ এজনে মোক সুধিলে— "ডাঙৰীয়া। আপুনি এই ঠাইলৈ নতুনকৈ আহিছে। পিচে পেট প্ৰবৰ্তাৰ পৰাকৈ আপুনিনো কি কাম কৰিব পাৰিব?" মই তেতিয়া মাত লগালো—"মই একো হাতৰ কামকে নাজানো। মই সদাগৰ আছিলো; মোৰ টকা পইচাও আছিল; নিজৰ জাহাজত বহুতো বেপৰুৱা বস্তু লাদি মই বেপাৰ কৰিবলৈ আহিছিলো। পিচে বাটতে জাহাজখন ভাগি পানীত বুৰাৰ ফলত মোৰ বাহিৰে বাকী আটাইবোৰ মানুহ মৰিল; মইহে মাত্ৰ আল্লাৰ কৃপাত কাঠ এচটাত ধৰি জীৱন ৰক্ষা কৰিলো।" মোৰ কথা শুনি মানুহজনে মোনা এটা আনি মোৰ হাতত দি কলে—"এইটো লৈ সাগৰৰ পাৰলৈ যাওক আৰু শিলগুটি বুটলি লওক। মই আপোনাক নগৰৰ আন মানুহবোৰৰ হাতত গতাই দিম আৰু আপুনিও তেওঁলোকৰ লগতে যাব। তেওঁলোকে যিহকে কৰে তাকে কৰিব। তেতিয়া হলে আপুনি ধন ঘাটিব পাৰিব আৰু নিজ দেশলৈ উলটি যাব পাৰিব।" এইবুলি কৈ তেওঁ মোক সাগৰৰ পাৰলৈ লৈ গ'ল; মই মোনাটোত শিলগুটি কিছুমান ভৰাই ললো। এনেতে দেখিলো যে নগৰৰ পৰা কিছুমান মানুহ ওলাই আহিছে; সকলোৰে হাতত মোৰ নিচিনা মোনা একোটা আছে। মোনাবোৰত শিলগুটি ভৰাই লৈছে। এই মানুহ-বিলাকৰ হাতত মোক গতাই দি তেওঁ কলে—"এইজন আচহুৱা মানুহ; তেওঁক তোমালোকৰ লগতে লৈ যোৱা আৰু কেনেকৈ কি কৰিব লাগে তেওঁকো শিকাই

দিবা । তেতিয়া হলে তেওঁ পেট প্ৰবৰ্তাবলৈ থল বিচাৰি পাব । তোমালোকে এই সজ কামৰ বাবে আল্লাৰ আশীৰ্বাদ লাভ কৰিবা ।” তেওঁলোকেও মোক আদৰ সাদৰ কৰি মাতি নিলে। আমি গৈ এঠাইত উপস্থিত হলো ; সেইঠাইতে ডেখাৰ ওখ ওখ গছ দেখা পালো ; এইবোৰৰ গা-গছবোৰ বৰ মিহি—বোধকৰো সেইবোৰ গছৰ ওপৰলৈ কোনেও বগাই উঠি যাব নোৱাৰে ।

এই গছবোৰৰ তলত ডেখাৰ বান্দৰ শুই আছিল ; বান্দৰবোৰে আমাক দেখা পাই পলাই গছৰ ডালত থুপ বান্ধিলেগৈ। তেতিয়া মানুহবিলাকে মোনাৰ পৰা শিলগুটি উলিয়াই বান্দৰবোৰৰ পিনে দলিয়াবলৈ ধৰিলে আৰু বান্দৰবোৰেও গছৰ ফল ছিঙি মানুহবোৰৰ পিনে দলিয়াই দিলে। আমাৰ পিনে দলিয়াই দিয়া ফলবোৰ দেখি বুজিব পাৰিলো যে সেইবোৰ নাৰিকল । ময়ো তেতিয়া ডাঙৰ গছ এজোপা বাছি ললো—গছজোপাত বহুতো বান্দৰ বহি আছিল । গছজোপাৰ তললৈ গৈ শিলগুটি দলিয়াবলৈ ধৰাত বান্দৰবোৰেও মোৰ পিনে নাৰিকলবোৰ দলিয়াই দিলে। আনবোৰ মানুহৰ দৰে ময়ো নাৰিকল বুটলিবলৈ ধৰিলো । মোৰ মোনাৰ শিলগুটিবোৰ শেষ নো-হওঁতেই মই বহুত নাৰিকল গোটালো। মোৰ লগৰ মানুহবিলাকেও সেইদৰে বহুত নাৰিকল গোটালে। সেইবোৰ লৈ আমি গধূলি বেলিকা নগৰলৈ উলটিলো । যিজন দয়ালু মানুহে মোক নাৰিকল সংগ্ৰাহক দলটোৰ লগ লগাই দিছিল তেওঁৰ ওচৰলৈ গৈ মই তেওঁক নাৰিকলবোৰ দি তেওঁৰ দয়াৰ বাবে ধন্যবাদ জনালো । পিচে তেওঁ নাৰিকলবোৰ নল'লে। তেওঁ ক'লে—“এইবোৰ যিমান লাভত পাৰে বেচি দিব ।” এইবুলি তেওঁ নিজৰ ঘৰৰ কোঠা এটাৰ চাবি এটা দি আকৌ ক'লে—“আপোনাৰ নাৰিকলবোৰ এই নিৰাপদজনক ঠাইতে গোটাই থওক । সদায় ৰাতিপুৱা সেই ঠাইলৈ গৈ আজিৰ দৰেই নাৰিকল বুটলিব । বেয়াবোৰ বেচি দিব আৰু ভালবোৰ ইয়াতে গোটাই থব । এইদৰে যথেষ্ট নাৰিকল গোট খালে আপুনি ঘৰলৈ উলটি যাব পৰাকৈ ধন ঘটিব পাৰিব।” মই তেওঁৰ উপদেশকে গ্ৰহণ কৰিলো । নাৰিকল আনিবলৈ যোৱা মানুহবোৰৰ লগতে সদায় ওলাই যাওঁ । তেওঁলোকেও মোৰ প্ৰতি সমাদৰ দেখুৱালে আৰু ভাল নাৰিকলৰ গছবোৰো মোক তেওঁলোকেই দেখুৱাই দিলে ।

এইদৰে কিছুদিনৰ মূৰত মোৰ হাতত ডেখাৰ ভাল ভাল নাৰিকল গোট খালে । ইতিমধ্যে যিবোৰ নাৰিকল বেচি দিলো তাৰ পৰাও কিছু ধন পালো । মোৰ দিনবোৰ তেতিয়া সুখে সন্তোষেৰে পাৰ হ'ল ; যিহকে মন যায়, তাকে কিনিবলৈ



ধৰিলো । এইদৰে সেই নগৰত আনন্দ মনেৰে কিছু দিন কটোৱাৰ মূৰত এদিন সাগৰৰ পাৰত বৈ থাকোতে এখন ডাঙৰ জাহাজ অহা দেখা পালো । জাহাজখন সেই ঠাইতে চাপিলহি ; জাহাজৰ পৰা এদল সদাগৰ নামি আহিল আৰু তেওঁলোকে নানান বয়বস্তু বেচা-কিনা কৰিলে । নাৰিকল আৰু অন্যান্য বয়বস্তুৰ লগতো তেওঁ-লোকে কেতবোৰ বস্ত্ৰ সলাই ল'লে। তেতিয়া মই বন্ধুজনৰ কাষলৈ গৈ তেওঁক জাহাজখন অহাৰ কথা কলো আৰু স্বদেশলৈ উলটি যাবৰ বাবে মোৰ মন গৈছে বুলিও তেওঁক জনালো । তেওঁ ক'লে—“সেই বিষয়ে আপুনিয়েই থিৰাং কৰক ।” তেতিয়া মই তেওঁৰ মহানুভৱতাৰ বাবে শলাগ লৈ তেওঁৰ পৰা বিদায় মাগিলো । ইয়াৰ পাচত জাহাজৰ অধ্যক্ষজনৰ কাষলৈ গ'লো ; তেওঁৰ লগত ভাড়াৰ বিষয়ে বন্দৰস্ত কৰি মই মোৰ নাৰিকলবোৰ আৰু অন্যান্য বয়বস্তুবোৰ জাহাজত তুলিলো ।

সেইদিনাই জাহাজ মেলি দিয়া হ'ল। আমি সাগৰে সাগৰে নানান দ্বীপত ঘূৰি ফুৰিলো । য'তে জাহাজ বৈছিল, তাতে মোৰ নাৰিকল বেচি বেপাৰ কৰিছিলো আৰু এইদৰে আল্লাৰ কৃপাত যথেষ্ট ধন ঘটিলো । মোৰ যিমান ধন আগতে হানি হ'ল তাতকৈ অধিক ধন এইবাৰ ঘটিলো। ইয়াৰ পাচত আমি গৈ এটা দ্বীপত উপস্থিত হ'লো ; সেই ঠাইত লং, দালচেনি আৰু জালুক উভৈনদী হৈ আছিল । সেই দেশৰ মানুহৰ পৰা শুনিছিলো বোলে তাৰ জালুকগছৰ জালুকৰ থোপাবোৰৰ কাষে কাষে একোখিলা ডাঙৰ পাত গজে ; পাতখিলাই জালুকবোৰ ৰ'দৰ তাপৰ পৰা আঁৰ কৰি ৰাখে আৰু বৰষুণ দিলে পানী নপৰাকৈ ৰাখে । কিন্তু বাৰিষা বতৰ উকলি গ'লে পাতখিলা উবুৰি খাই, জালুকৰ থোপাটোৰ কাষত পৰি থাকে । ইয়াতে মই মৰাপাটৰ লগত সলাই বহুতো জালুক, দালচেনি আৰু লং ল'লো। তাৰ পৰা গৈ আমি আল-উছিৰট দ্বীপ পালোগৈ ; তাত সুগন্ধি কাঠ পোৱা যায় । তাৰ পৰা আৰু পাচ দিনৰ বাট গৈ আন এটা দ্বীপত উপস্থিত হ'লো । সেই দ্বীপৰ মানুহৰ অৱস্থা হীন আৰু তেওঁলোকৰ ধৰ্মও নিম্ন খাপৰ। তেওঁলোকে হীন যৌন-জীৱন যাপন কৰে আৰু মানুহবোৰে অতিপাত সুৰাপান কৰে । তেওঁলোকে নামাজ পঢ়িবও নাজানে । তাৰ পৰা আমি সাগৰৰ পৰা মুকুতা তোলা ঠাইলৈ গ'লো । মুকুতা তোলা মানুহকেইজনক কিছুমান নাৰিকল দি মোৰ কাৰণে পানীত ডুব মাৰি মুকুতা তুলিবলৈ ক'লো । তেওঁলোকেও ডুব মাৰি কিছুমান বহুমূলীয়া মুকুতা তুলি আনি ক'লে—“ডাঙৰীয়া! আল্লাৰ কৃপাত আপুনি বৰ ভাগ্যবান ।”

আকৌ আমি যাত্ৰা কৰিলো। শেষত নিৰাপদে বছোৰাত উপস্থিত হ'লোগৈ। তাতে দুদিনমান থাকি মই বাগদাদলৈ গ'লো। মোৰ ঘৰত উপস্থিত হ'লত পৰিয়াল আৰু বন্ধুবৰ্গই আনন্দ পালে । মোৰ বয়বস্তু আদি গুদাম-ঘৰত সুমাই থলো ইয়াৰ পাচত বিধবা আৰু নিঠৰুৱা ল'ৰা-ছোৱালীক দান-দক্ষিণা দিলো ; সম্বন্ধীয়া মানুহ আৰু বন্ধুবৰ্গকো নানান উপহাৰ দিলো। পূৰ্বৰ দৰে আকৌ ভোগ-বিলাসৰ মাজেদি দিন কটাবলৈ ধৰিলো । প্ৰচুৰ ধন ঘটা বাবে দুখ-দুৰ্গতিৰ কথাও পাহৰি গ'লো । এইটোৱেই মোৰ পঞ্চম যাত্ৰাৰ কাহিনী । আহক এতিয়া আমি খোৱা-বোৱা কৰোগৈ।"

ইমানতে কাহিনী শেষ কৰি তেওঁ খোৱাৰ যোগাৰ কৰিবলৈ দিলে । লগুৱাই সকলো যোগাৰ কৰিলে । সকলোৱে নৈশ ভোজন কৰাৰ মূৰত গৃহস্থই ভাৰী সিন্ধবাদক এশটা সোণৰ মোহৰ দান কৰিবলৈ আদেশ দিলে । ভাৰী সিন্ধবাদ ঘৰমুৱা হ'ল। অদ্ভুত কাহিনীৰ কথাকে ভাবি সি শোৱা পাটীত বাগৰ দিলেগৈ ।

# এজনী ছোৱালী আৰু পাচজন প্ৰেম-পাৰ্থী

সদাগৰৰ ছোৱালী এজনীৰ বিয়া হৈছিল এজন ভ্ৰমণকাৰীৰ লগত। এদিন ভ্ৰমণকাৰীজন বহুত নিলগৰ দেশ এখনলৈ গ'ল ; বহুত দিন তেওঁ ঘৰৰ পৰা আঁতৰি থকাৰ মূৰত তেওঁৰ ঘৈণীয়েক এজন ৰূপহ ডেকাৰ প্ৰেমত পৰিল । ডেকাজন সদাগৰৰ ল'ৰা । দুয়ো গভীৰ প্ৰেমত আবদ্ধ হ'ল । এদিন সেই ডেকাজনৰ লগত আন এজন মানুহৰ কাজিয়া লাগিল ; মানুহজনে মুখীয়াল শান্তিৰক্ষকৰ ওচৰত গোচৰ দিয়াত ডেকাজনক ফাটেকত ভৰাই থলে । এই বাতৰি পাই সদাগৰৰ ঘৈণীয়েক তেনেই বিতত হৈ পৰিল ; তেওঁ জাকজমক সাজপাৰ পিন্ধি মুখীয়াল শান্তিৰক্ষকজনৰ ঘৰলৈ গ'ল । মানুহজনীয়ে তেওঁক অভিবাদন জনাই তেওঁৰ হাতত লিখিত আবেদন-পত্ৰ এখন দাখিল কৰিলে । তাত এইবুলি লিখিছিল- "আপুনি ফাটেকত ভৰাই থোৱা মানুহজন মোৰ ভ্ৰাতৃ ; এজন মানুহৰ লগত তেওঁৰ কাজিয়া লাগিছিল । মোৰ ভ্ৰাতৃৰ বিৰুদ্ধে যিবোৰ মানুহে সাক্ষী দিলে, তেওঁলোকে মিছা সাক্ষী দিছিল । তেওঁক অন্যায়ভাৱে ফাটেকত ভৰাই থোৱা হৈছে ; মোক পোহপাল দিবলৈ তেওঁৰ বাহিৰে আৰু কোনো নাই । সেইদেখি তেওঁক মুক্তি দিবলৈ আপোনাক খাটনি জুৰিছো ।"

শান্তিৰক্ষকে কথাখিনি পঢ়ি মানুহজনীৰ পিনে চালে আৰু লগে লগে তেওঁৰ প্ৰেমত নিমগ্ন হ'ল । তেওঁ কলে—"তুমি মোৰ ঘৰৰ ভিতৰলৈ যোৱা । মই মানুহটোক মোৰ ওচৰলৈ মতাই আনো । তাৰ পিচত তোমাক মাতিম আৰু তুমি মানুহটোক লৈ গুচি যাবা ।" মানুহজনীয়ে কলে—"ডাঙৰীয়া ! মই অবলা নাৰী । অচিনাকী মানুহৰ ঘৰৰ ভিতৰলৈ যাবলৈ মোৰ ভয় লাগে ।" শান্তিৰক্ষকে ক'লে —"মোৰ ঘৰলৈ যদি তুমি নোযোৱা আৰু মোৰ মনোবাঞ্ছা পূৰণ নকৰা, তেন্তে মই মানুহটোক এৰি নিদিওঁ।" মানুহজনীয়ে উত্তৰ দিলে—"আপোনাৰ মনৰ

কামনা যদি পূৰণ কৰিব লাগে, তেন্তে মোৰ ঘৰলৈ গ'লে সন্তোষ পাম।" তেওঁ সুধিলে --"তোমাৰ ঘৰ ক'ত ?" মানুহজনীয়ে ঘৰৰ ঠিকনা দিলে আৰু কেতিয়া তেওঁৰ ঘৰলৈ যাব লাগে তাকো ক'লে। ইয়াৰ পাছত মানুহজনী তেওঁৰ পৰা বিদায় লৈ নগৰৰ কাজীজনৰ ওচৰত উপস্থিত হ'লগৈ আৰু তেওঁক ক'লে—"মোৰ প্ৰতি সুবিচাৰ কৰে যেন—তাকে নিবেদন কৰিবলৈ আহিছো। আল্লাই আপোনাৰ মঙ্গল সাধিব।" কাজীয়ে সুধিলে —"কোনে তোমাৰ অন্যায় কৰিলে ?" মানুহজনীয়ে উত্তৰ দিলে—"মোৰ ভ্ৰাতৃ এজন আছে ; তেওঁৰ বাহিৰে মোৰ আৰু কোনো নাই। তেওঁৰ কথা লৈয়েই আপোনাৰ কাষ চাপিছো। শান্তিৰক্ষকে তেওঁক জগৰীয়া পাতি ফাটেকত ভৰাই থৈছে ; তেওঁক দোষী পাতিবলৈ বুলি কিছুমান মানুহে মিছা সাক্ষী দিলে। আপুনি তেওঁৰ হৈ মুখীয়াল শান্তিৰক্ষকক এষাৰ কলে বৰ সন্তোষ পাম।"

কাজীও মানুহজনীৰ প্ৰেমত পৰিল। তেওঁ কলে —"তুমি মোৰ ঘৰৰ ভিতৰলৈ গৈ খন্তেক জিৰণি লোৱা। তোমাৰ ককায়েৰাক মুক্তি দিবলৈ মই এতিয়াই শান্তিৰক্ষকলৈ খবৰ পঠাম। তেওঁক কিমান অৰ্থদণ্ড বিহা হৈছে, সেই কথা গম পালে মই নিজেই ধন খিনি দি দিম। তুমি মাথোন মোৰ অভিলাষ পূৰণ কৰা।" মানুহজনীয়ে ক'লে—"ডাঙৰীয়া ! আপুনি তেনে কথা ক'লে আনক কি দুষিম ?" কাজীয়ে তেতিয়া উত্তৰ দিলে --"তুমি যদি মোৰ ঘৰলৈ নাহা তেন্তে যি বাটেৰে আহিছা, সেই বাটেৰেই গুচি যোৱা।" মানুহজনীয়ে উত্তৰ দিলে —"ডাঙৰীয়া সেয়ে যদি আপোনাৰ ইচ্ছা, তেন্তে মোৰ ঘৰলৈকে যাব। ইয়াত আপোনাৰ দাস-দাসী সকলো আছে।" কাজীয়ে ঘৰ ক'ত বুলি সোধাত তেওঁ তেতিয়া ঠিকনাটো দিলে আৰু মুখিয়াল শান্তিৰক্ষকক যি সময় দিছিল, ঠিক সেই সময়তে যাবলৈ ক'লে। ইয়াৰ পাচত তেওঁ ৰাজিৰৰ ওচৰ পালেগৈ। ৰাজিৰকো ফাটেকত থোৱা মানুহজনৰ মুক্তিৰ বাবে খাটনি জুৰিলে আৰু ৰাজিৰেও তেওঁৰ ওচৰত প্ৰেম-নিবেদন কৰিলে। মানুহজনীয়ে তেওঁকো ঘৰৰ ঠিকনা দিলে আৰু বাকী দুজনক কোৱা সময়তে ৰাজিৰকো যাবলৈ ক'লে।

তাৰ পিচত ছুলতানৰ ওচৰলৈ গৈ মানুহজনীয়ে বন্দীৰ মুক্তি ভিক্ষা কৰি একেখিনি কথাকে ক'লে। ছুলতানে সুধিলে --"কোনে ফাটেক দিছে ?" মানুহজনীয়ে ক'লে --"মুখিয়াল শান্তিৰক্ষকে।" ছুলতানো তেওঁৰ প্ৰণয়বদ্ধ হ'ল আৰু



তেৰো প্ৰেম নিবেদন কৰিলে। মানুহজনীয়ে ছুলতানক তেওঁৰ ঘৰলৈ যাবলৈ ক'লে। এইবুলি নিজৰ ঠিকনাটো দিয়াৰ লগতে বাকী তিনিজনক কোৱা সময়তে ছুলতানকো যাবলৈ ক'লে।

তাৰ পিচত তেওঁ কাঠ-মিস্ত্ৰী এজনক লগ ধৰি ক'লে—"মোক চাৰিটা খোটালী থকা ডাঙৰ কাঠৰ বাকচ এটা সাজি দিব লাগে ; ইটো খোটালীৰ ওপৰত সিটো খোটালী থাকিব আৰু প্ৰতিটো খোটালীৰ ঢাকনিত তলা মাৰি থৱ পৰা বন্দৱস্ত থাকিব লাগিব। তোমাক কিমান ধন লাগিব কোৱা। মই সেই মতেই দিম।" মিস্ত্ৰীয়ে ক'লে—"সাধাৰণতে এই কামৰ বাবে মই চাৰিটা মোহৰ লওঁ। কিন্তু আপুনি যদি মোৰ প্ৰতি দয়া দেখুৱাই মোৰ মনোবাঞ্ছা পূৰণ কৰে, তেন্তে মই আপোনাৰ পৰা পইচা-পাতি একোকে নলওঁ।" মানুহজনীয়ে তেতিয়া ক'লে—"সেয়ে হলে তুমি বাৰু তলা লগাব পৰাকৈ ৫টা কোঠালী সাজিবা।" বাকীবোৰ মানুহক কোৱা দিনটোতে সেই বাকচটো তেওঁৰ ঘৰলৈ লৈ যাবলৈ মিস্ত্ৰীক ক'লে। মানুহটোৱে ক'লে—"বাৰু। আপুনি বহক ; মই এতিয়াই আপোনাৰ বস্তুটো গঢ়ি দিম। আপোনাৰ ঘৰলৈ মই পিচত যাম।" সেই মতেই তেওঁ বহিল আৰু আনহাতে মিস্ত্ৰীয়ে বাকচ সাজিবলৈ ল'লে। কাম শেষ হ'লত মানুহজনীয়ে বাকচটো নিজৰ ঘৰলৈ নিয়াই বৈঠক-খানাত থোৱালে। তাৰ পিচত তেওঁ চাৰি সাজ কাপোৰ উলিয়াই লৈ ৰং দিওঁতা মানুহ এজনৰ ওচৰ পালেগৈ। সেই মানুহজনে প্ৰতি সাজ কাপোৰত বেলেগ বেলেগ ৰং বোলাই দিলে। এইবোৰ কাম কৰি উঠি মানুহজনীয়ে মঙহ, সুৰা, ফল, ফুল আৰু আতৰ আদি যোগাৰ কৰিলে। নিৰ্দিষ্ট দিনটো উপস্থিত হোৱাত মানুহজনীয়ে সাজি কাচি ল'লে। দামী দামী গালিচা পাৰি বৈঠকখানাটো সজালে আৰু কোনোবা ওলাইহি বুলি বাট চাই তাতে বহি থাকিল। প্ৰথমেই ওলালহি কাজী। তেওঁক দেখা পায়েই মানুহজনীয়ে সেৱা জনালে আৰু তাৰ পিচত তেওঁক হাতত ধৰি আনি তেওঁৰ কাষতে বহুৱালে। কাজীৰ মনৰ দুৰ্বলতা প্ৰকাশ পোৱাৰ লগে লগে মানুহজনীয়ে তেওঁক ক'লে—"ডাঙৰীয়া ! আপুনি সাজপাৰ সলাওক আৰু পাগুৰিটো খোলক। তাৰ পিচত এই হালধীয়া সাজটো পিন্ধিৰ আৰু মূৰত এই কাপোৰখন মেৰাই লওঁক। ইতিমধ্যে মই আপোনালৈ মঙহ আৰু সুৰা লৈ আহিম।" এইবুলি কৈ মানুহজনীয়ে কাজীক হলো চোলা এটা পিন্ধালে আৰু মূৰত কাপোৰখন বান্ধিবলৈ দিলে। কাজীৰ কানি-কাপোৰ আৰু পাগুৰিটো তেওঁ তাৰ পৰা লৈ গ'ল। ঠিক সেই সময়তে দুৱাৰত কোনোবাই টুকুৰিয়ালেহি। কাজীয়ে সুধিলে—"কোনে দুৱাৰত টুকুৰিয়াইছে ?" মানুহজনীয়ে উত্তৰ দিলে-

"মোৰ স্বামী।" কাজীয়ে তেতিয়া ক'লে--"কি কৰা যায় এতিয়া ? মই ক'লৈ যাম ?" মানুহজনীয়ে উত্তৰ দিলে—"আপুনি ভয় কৰিব নেলাগে। মই এই বাকচ-টোৰ ভিতৰতে আপোনাক লুকুৱাই থম।" কাজীয়ে ক'লে—"তুমি যি ভাল দেখা তাকে কৰা।" তেতিয়া মানুহজনীয়ে তেওঁক হাতত ধৰি আগবঢ়াই নিলে আৰু বাকচৰ নিচেই তলৰ কোঠালীটোত ভৰাই দুৱাৰখনত তলা লগাই থলে।

ইয়াৰ পাচত মানুহজনীয়ে আহি দুৱাৰখন খুলিলে। দেখিলে যে 'ৱালি' আহিছে। মানুহজনীয়ে তেওঁক সেৱা জনাই বৈঠকখানালৈ হাতত ধৰি আগবঢ়াই আনিলে। তেওঁক বহিবলৈ দি মানুহজনীয়ে ক'লে—"ডাঙৰীয়া ! এইটো আপোনাৰ নিজৰ ঘৰ বুলিয়েই ভাবিব। মই মাথোন আপোনাৰ দাসী। আপুনি গোটেই দিনটো মোৰ লগতে কটাব লাগিব। আপোনাৰ কানি-কাপোৰবোৰ খোলক আৰু এই ৰঙা হলো চোলাটো পিন্ধক।" তেওঁ ৰঙা চোলাটো পিন্ধিলত মানুহজনীয়ে তেওঁৰ কানি-কাপোৰবোৰ লৈ গ'ল। মূৰত বান্ধি লবলৈ কাপোৰ এটুকুৰাও দিলে। তাৰ পিচত মানুহজনীয়ে আহি তেওঁৰ ওচৰতে বহি ক'লে—"আপুনি প্ৰথমে মোৰ ভ্ৰাতৃক কাটেকৰ পৰা মুক্তি দিবৰ কাৰণে মোৰ হাতত এখন চিঠি লিখি দিয়ক। তেতিয়া মোৰ মনটোও পাতল লাগিব।" ৱালিয়ে তেতিয়া খাজান্সীলৈ এই বুলি চিঠি লিখিলে—"মোৰ এই চিঠি পোৱা মাত্ৰেই আপুনি মানুহজনক মুকলি কৰি দিব।" চিঠিখন বন্ধ কৰি তেওঁ মানুহজনীৰ হাতত দিলে। এনেতে আকৌ কোনোবাই বাহিৰত দুৱাৰত টুকুৰিয়ালে। ৱালিয়ে সুধিলে--"কোন আহিছে ?" তেওঁ কলে "মোৰ স্বামী" ৱালিয়ে তেতিয়া ক'লে—"মই কি কৰিম এতিয়া ?" তেওঁ উত্তৰ দিলে—"আপুনি এই বাকচটোৰ ভিতৰতে সোমাই থাকক। মই তেওঁক পঠিয়াই দি আকৌ আপোনাৰ ওচৰলৈ আহিম।" এই বুলি তেওঁ ৱালিক বাকচৰ খোটালিটোৰ ভিতৰত সুমুৱাই তলা মাৰি থলে। ইপিনে কাজীয়ে তেওঁলোকৰ সকলোবোৰ কথা শুনি আছিল।

ইয়াৰ পিচত মানুহজনীয়ে গৈ দুৱাৰখন খুলি দিলে। এইবাৰ ৰাজিৰ সোমাই আহিল। মানুহজনীয়ে সেৱা জনাই তেওঁক সসন্মানে আগবঢ়াই আনিলে আৰু ক'লে--"ডাঙৰীয়া ! আমাৰ ঘৰত আপুনি পদধূলি দিয়াৰ বাবে কৃতাৰ্থ মানিছো।" ৰাজিৰক বহিবলৈ দি আকৌ ক'লে--"ডাঙৰীয়া ! আপোনাৰ এই গধুৰ কানি-কাপোৰবোৰ আৰু পাগুৰিটো খুলি এই মিহি সাজযোৰ পিন্ধক।" ৰাজিৰেও নীলা হলো চোলা এটা পিন্ধি মূৰত ৰঙা কাপোৰ এখন মেৰাই ল'লে। এনেতে আকৌ দুৱাৰত কোনোবাই টুকুৰিয়ালে। ৰাজিৰে সুধিলে--"কোন আহিছে



মানুহজনীয়ে ক'লে—"মোৰ স্বামী।" ৰাজিৰে আকৌ সুধিলে—"কি কৰা যায় এতিয়া ?" তেওঁ উত্তৰ দিলে—"আপুনি এই বাকচটোৰ ভিতৰতে সোমাওক। মই তেওঁক পঠাই দি আকৌ আপোনাৰ ওচৰলৈ আহিম। আপুনি একো ভয় নকৰিব।" এই বুলি তেওঁক তৃতীয় খোটালীটোত ভৰাই তলা মাৰি থলে। তাৰ পিচত বাহিৰলৈ গৈ দুৱাৰখন মেলি দিলে। এইবাৰ ছুলতান ওলালহি।

ছুলতানক দেখা মানেই মানুহজনীয়ে সেৱা জনাই অভিবাদন জনালে আৰু হাতত ধৰি আনি বৈঠকখানাত বহুৱালে। তাৰ পিচত ক'লে—"জাহাপানা ! আপুনি ইয়ালৈ অহাত গৌৰৱান্বিত হৈছো। এতিয়া কানি-কাপোৰ আৰু পাগুৰিটো খুলি সুস্থিৰ হৈ লওক।" ছুলতানৰ সাজটোৰ মূল্য সহস্ৰ মুদ্ৰা হ'ব সাজটো খুলি থোৱাত মানুহজনীয়ে তেওঁক টাপলি মৰা হলো চোলা এটা দিলে। তাৰ পিচত দুয়ো কথা-বতৰা পাতিবলৈ ধৰিলে। ইপিনে বাকচৰ ভিতৰত থকা মানুহকেইজনে সকলো কথা শুনি আছিল ; কিন্তু কোনেও মাত এষাৰ মাতিবলৈ সাহ নকৰিলে। কথা পাতি থাকোতেই কোনোবাই দুৱাৰত টুকুৰিয়াই দিয়াত ছুলতানে সুধিলে--"কোন আহিছে ?" মানুহজনীয়ে কলে--"মোৰ স্বামী।" তেতিয়া ছুলতানে ক'লে—"তাক পঠিয়াই দিয়া। নহলে মই গতিয়াই উলিয়াই দিম।" মানুহজনীয়ে মাত লগালে--"জাহাপানা ! আপুনি ধৈৰ্য ধৰক ; মই বুধি এটা কৰি তেওঁক পঠিয়াই দিম।" ছুলতানে সুধিলে—"মই তেন্তে কি কৰিম ?" মানুহজনীয়ে তেতিয়া তেওঁক হাতত ধৰি নি বাকচৰ চতুৰ্থ খোটালীটোত সুমুৱাই তলা লগাই থলে। তাৰ পিচত বাহিৰলৈ গৈ দুৱাৰখন খুলি দিলে ; এইবাৰ কাঠ মিস্ত্ৰী সোমাই আহিল।

মানুহজনীয়ে মিস্ত্ৰীক সুধিলে "তুমি মোক এইটো কি বাকচ সাজি দিলা ?" মিস্ত্ৰীয়ে প্ৰশ্ন কৰিলে--"আপুনি কি বেয়া দেখিলে নো ?" তেওঁ উত্তৰ দিলে--"ওপৰৰ খোটালীটো বৰ সৰু হ'ল।" মানুহটোৱে নাই হোৱা বুলি কোৱাত তেওঁ ক'লে—"তুমি নিজেই সোমাই চোৱা।" মানুহটোৱে তেতিয়া পঞ্চম খোটালীটোৰ ভিতৰ সোমাই যোৱাত তেওঁ দুৱাৰখন জপাই তলা মাৰি থলে। ইয়াৰ পিচত মানুহজনীয়ে মুখিয়াল শান্তিৰক্ষকজনৰ চিঠিখন লৈ খাজান্সীৰ ওচৰলৈ গ'ল খাজান্সীয়ে চিঠিখন পঢ়ি আটক কৰি থোৱা মানুজনক এৰি দিলে। মানুহজনীয়ে তেওঁৰ প্ৰেমিকৰ আগত সকলোকথা ভাঙি-পাতি কোৱাত ডেকাজনে সুধিলে--"আমি কি কৰিম এতিয়া ?" তেওঁ উত্তৰ দিলে—"আমি আন ঠাইলৈ গুচি যাব লাগিব ; এইটো কাম কৰাৰ পিচত ইয়াত থাকিলে আমাৰ ৰক্ষা নাই।" সেইদেখি দুয়ো বয়বস্তু যি পাৰে গোটাই লৈ উটৰ পিঠিত বোজাই দি আন ঠাইলৈ যাত্ৰা কৰিলে।

ইপিনে বাকচৰ খোটালীকেইটাত আৱদ্ধ হৈ থকা মানুহ পাঁচ জনে একোকে নোখোৱা নোবোৱাকৈ তাতে তিনি দিন কটালে।

আনহাতে ওচৰচুবুৰীয়া মানুহে সেই মানুহজনীৰ ঘৰত কাকো নেদেখি কোৱা-কুই কৰিলে—"কালিলৈকে মানুহজনী ইয়াতে আছিল। এতিয়া দেখোন কাৰো সাৰসুৰ নাই; জনপ্ৰাণী এটাও দেখিবলৈ পোৱা নাই। দুৱাৰ ভাঙি ঘৰৰ ভিতৰ সোমাই এবাৰ চোৱাচোঁহে ভাল হব! নহলে ৱালি বা ছুলতানৰ কাণত পৰিলে আমাকহে ধৰি নি ফাটেকত ভৰাই থব।" এইবুলি গুণাগথা কৰি তেওঁলোক ঘৰৰ ভিতৰ সোমাই গ'ল; বৈঠকখানালৈ গৈ তাতে আহল বহল কাঠৰ বাকচ এটা দখিবলৈ পালে। বাকচৰ ভিতৰত ভোকে পিয়াহে জৰ্জৰিত হৈ থকা মানুহবোৰৰ কেকনি-গেথনিবোৰ শুনি তেওঁলোকে কোৱাকুই কৰিলে—"এই বাকচটোৰ ভিতৰত ভূত প্ৰেত কিবা এটা সোমাই আছেনে কি?" কোনোবা এজনে আকৌ বুধি দিলে—"কেউকাষে জুই" লগাই দি এইটো পুৰি পেলোৱাহে ভাল হব।" এই কথা শুনি বাকচৰ ভিতৰৰ পৰা কাজীয়ে ইনাই বিনাই কবলৈ ধৰিলে—"নিদিবা ঐ জুই লগাই!" মানুহবোৰে কলে—"নিশ্চয় ভুতটোৱে ভাও জুৰি মানুহৰ দৰে কথা কৈছে।" কাজীয়ে তেতিয়া কোৰাণৰ কেইষাৰি মান কথা গাই শুনালে আৰু তাৰ পিচত কলে—"অমি থকা বাকচটোৰ কাষ চাপি আহা।" কাজীয়ে বাকচৰ ভিতৰত কোন কোন আছে সকলোৰে পৰিচয় দিলে। মানুহবোৰে তেতিয়া সুধিলে "আপোনালোকক কোনে আনি ইয়াত ভৰাই থ'লে।" কাজীয়ে তেতিয়া গোটেই ঘটনাটো ভাঙি পাতি কলে। মানুহবোৰে মিস্ত্ৰী এটাক মতাই আনি বাকচৰ দুৱাৰ কেইখন খোলালে। অদ্ভুত সাজত কাজী ৱাজিৰ, ৱালি, ছুলতান আৰু কাঠ মিস্ত্ৰী তাৰ ভিতৰৰ পৰা ওলাই আহিল। ইজনে সিজনৰ অৱস্থাটো দেখি হাঁহিবলৈ ধৰিলে।

# জলকুৱঁৰী জুলনাৰ আৰু তেওঁৰ পুত্ৰ পাৰস্যৰাজ বদৰ বাছিম

অতি পুৰণি কালত আজম দেশত শ্বাহৰিমান নামে এজন ছুলতান আছিল; ৰাজধানী আছিল খোৰাছানত। ছুলতানৰ ৰক্ষিতাৰূপে অন্তেষপুৰত এশ নাৰী আছিল; কিন্তু তেওঁলোকৰ কোনেও ল'ৰা-ছোৱালীৰ মুখ দেখা নাপালে। এই কাৰণেই ছুলতানে ভাবিচিন্তি দুখ কৰি থাকে। তেওঁৰ বয়সে ভাটি দিলে; তেওঁৰ পাচত উত্তৰাধিকাৰী সূত্ৰে ৰাজপাটত বহিবলৈ তেওঁৰ পুত্ৰ সন্তান এটিও নাই। এইবোৰ কথা ভাবি তেওঁ দুখ কৰি থাকিল। এদিন বহি থাকোতে লিগিৰা এটাই আহি কলে—"জাহাপনা! এজন সদাগৰে বৰ ৰূপহী দাসী এজনী লৈ আহিছে।" ছুলতানে কলে—"সদাগৰ আৰু ছোৱালীজনীক মোৰ ওচৰলৈ লৈ আহ।" দুয়ো আহি ছুলতানৰ আগত উপস্থিত হ'ল। শ্বাহৰিমানে দেখিলে যে ছোৱালী-জনীয়ে সোণ খটোৱা পাটৰ কাপোৰেৰে ওৰণী লৈ আহিছে। সদাগৰে ওৰণীখন গুচাই মুখখন উলিয়াই দিলে। ছোৱালীজনীৰ ৰূপৰ জেউতি ওলাই পৰিল। চুলিকোচা ভৰিৰ গাখিলৈকে ওলমি আছে। চকুজোৰ হৰিণীৰ দৰে; ককালৰ তলছোৱা আৰু উৰু দুটা নিপোটল আৰু ককালটো লাহী। ছোৱালীজনী দেখিলেই মানুহৰ দুখ-বেজাৰ হৰে।

ছোৱালীজনীৰ ৰূপ আৰু শৰীৰৰ গঠন দেখা পাই ছুলতান মোহিত হ'ল; তেওঁ সদাগৰক ক'লে—"এই ছোৱালীজনীৰ বাবে কিমান ধন দিব লাগিব?" সদাগৰে উত্তৰ দিলে—"মই এজন সদাগৰৰ পৰা দুহেজাৰ মুদ্ৰা দি এই ছোৱালীজনী কিনিছিলো। তেতিয়াৰপৰা তিনি বছৰ কাল ছোৱালীজনী লগত লৈ ভ্ৰমণ কৰিছো আৰু এতিয়ালৈকে তাইৰ লগত মোৰ তিনি হেজাৰ সোণৰ মোহৰ খৰচ হৈছে। কিন্তু মই উপহাৰ স্বৰূপেই ছোৱালীজনীক আপোনাৰ হাতত অৰ্পণ কৰিছো।" তেতিয়া ছুলতানে সদাগৰক জাকজমক কাপোৰ আৰু দহ হেজাৰ

মুদ্ৰা দান কৰিলে। সদাগৰে ছুলতানৰ হস্তচুম্বন কৰি তেওঁৰ বদান্যতাৰ বাবে ধন্যবাদ জনালে আৰু তাৰ পিচত তেওঁ গুচি গ'ল। ছুলতানে লিগিৰীহঁতক মাতি আনি ক'লে—"এই ছোৱালীজনীক সজাই পৰাই এটা কোঠাত ৰাখগৈ।" ছোৱালীজনীক যাৱতীয় সকলো বস্তু যতনাই দি কোঠাত বন্ধ কৰি থবলৈ দিয়া হ'ল।

ছুলতানৰ ৰাজধানীখনৰ নাম শ্বেতনগৰী ; সাগৰৰ পাৰত এই নগৰখন পতা হৈছিল। ছোৱালীজনীক যিটো কোঠাত থোৱা হ'ল, সেই কোঠাটোৰ খিড়িকীৰে সাগৰখন দেখা পায়। শ্বাহৰিমান ছোৱালীজনীৰ কাষলৈ গ'ল ; কিন্তু তাই ছুলতানৰ পিনে নাচালেই আৰু একো মাতবোলো নকৰিলে। ছুলতানে ভাবিলে যে তাই যিবোৰ মানুহৰ মাজত ডাঙৰ-দীঘল হ'ল, সিহঁতে তাইক সজ আচৰণৰ কথা একোকে নিশিকালে। ছুলতানে ছোৱালীজনীৰ মুখৰ পিনে চালে--মুখখন বৰ ধুনীয়া ; কুন্দত কটা যেন লাহী গাটো ; চেহেৰা পূৰ্ণিমাৰ জোনৰ লেখিয়া। এই অপূৰ্ব ৰূপ দেখি তেওঁ ভোল গ'ল। তেওঁ কাষ চাপি গৈ ছোৱালীজনীক আদৰসাদৰ কৰিলে। তাৰ পিচত বিবিধ খোৱাবস্তু অনাই ছোৱালীজীনক খাবলৈ দিলে। কিন্তু তাই এষাৰ কথাও নকলে।

ছুলতানে তাইক ইটো-সিটো কথা ক'লে ; তাইৰ নাম সুধিলে। কিন্তু তাই এষাৰ কথাৰো উত্তৰ নিদিলে ; মাত্ৰ তলমুৰা হৈ থাকিল। পিচে অপূৰ্ব সৌন্দৰ্যৰ গুণত তাই ছুলতানৰ ক্ৰোধৰ পৰা ৰক্ষা পৰিল। ছুলতানে মনতে ভাবিলে : এই ছোৱালীজনী আল্লাৰ অপূৰ্ব স্বষ্টি। ইমান ধুনীয়া ! মাত্ৰ তাই কথা নকয়। কিন্তু মানুহক নিখুতভাৱে গঢ়াটো একমাত্ৰ আল্লাৰ কাম। ছুলতানে দাসীবোৰক মাতি আনি সুধিলে--ছোৱালীজনীয়ে সিহঁতৰ লগত কথা পাতিছিল নে নাই। সিহতে ক'লে--"ইয়ালৈ অহা দিন ধৰি ছোৱালীজনীয়ে এটা কথাও কোৱা নাই। কাকো একোকে সোধা নাই।" তেতিয়া তেওঁ কেইজনীমান তিৰোতাক মতাই আনি ছোৱালীজনীৰ আগত গীত গাই ৰং-ধেমালি কৰিবলৈ ক'লে ; ভাবিলে মনত ৰং লাগিলে জানোচা তাই কথা কয়েই। সেইমতে সিহঁতে নানান বাদ্যযন্ত্ৰ লৈ তাইৰ আগত গীত-মাত গালে আৰু নানান ৰংধেমালি কৰি সকলো ৰঙতে মতলীয়া হ'ল। কিন্তু ছোৱালীজনীৰ মনত একো প্ৰতিক্ৰিয়া নঘটিল। তাই একো মাতবোল নকৰাকৈ চাই থাকিল। তাইৰ মুখতো হাঁহি ফুটি নুঠিল। ছুলতান হতাশ হৈ পৰিল। তেওঁ তেতিয়া সকলোকে যাবলৈ ক'লে। মাত্ৰ ছোৱালীজনীহে কোঠাত থাকিল।



ছুলতান সেই ছোৱালীজনীৰ প্ৰতি আসক্ত হৈ পৰিল। আন কাৰো প্ৰতি তেওঁ মন-কাণ নিদিয়া হ'ল। ৰক্ষিতাবোৰকো তেওঁ পৰিত্যাগ কৰিলে। একান্ত-ভাৱে সেই ছোৱালীজনীৰ লগতে তেওঁ এটা বছৰ কটালে। ইমান দিনে ছোৱালী-জনীয়ে এষাৰ কথাও কোৱা নাছিল। এদিন ছুলতানে ছোৱালীজনীক ক'লে—"মই তোমাৰ প্ৰতি অতিশয় আসক্ত হৈছো। তোমাৰ কাৰণেই মই মোৰ দাসী, ৰক্ষিতা আৰু অন্যান্য সকলো প্ৰিয়জনক পৰিত্যাগ কৰিছো। তুমি মোৰ অবিচ্ছেদ্য অংশ স্বৰূপ। এটা বছৰ মই ধৈৰ্য ধৰি থাকিলো। আল্লাৰ দোহাই ! তুমি মোৰ প্ৰতি দয়া দেখুওৱা। তুমি যদি কথা কব নোৱাৰা, তেন্তে হাতৰ অঙ্গী-ভঙ্গীৰে সেই কথা বুজাই দিয়া। তেতিয়া মই তোমাৰ মুখৰ পৰা কথা শুনাৰ আশা পৰিত্যাগ কৰিম। মই আল্লাক খাটিছো যাতে তোমাৰ পৰা মই এটি পুত্ৰ সন্তান লাভ কৰো। সেই সন্তানেই মোৰ সাম্ৰাজ্যৰ উত্তৰাধিকাৰী হ'ব। মই বুঢ়া হৈছো আৰু মোৰ কোনো সতিসন্ততিও নাই। কোৱা তুমি ! মোক জানো ভাল পোৱা ? উত্তৰ দিয়া মোৰ কথাৰ।" ছোৱালীজনীয়ে তলমুৰা হৈ খন্তেক ভাবিলে আৰু তাৰ পিচত মূৰ দাঙি তেওঁৰ পিনে চাই হাঁহিলে। হাঁহি-টোৱে যেন কোঠাত বিজুলীহে মাৰিলে। তাৰ পিচত ছোৱালীজনীয়ে ক'লে—"জাহাপানা ! আল্লাই আপোনাৰ প্ৰাৰ্থনা পূৰণ কৰিছে। মই ইতিমধ্যে গৰ্ভধাৰণ কৰিছো আৰু সেয়ে নোহোৱা হ'লে মই আপোনাৰ আগত মৌনতা ভঙ্গ নকৰিলোহেঁতেন।

ছোৱালীজনীৰ কথা শুনি ছুলতানৰ মন উলাহত নাচি উঠিল। ছোৱালী-জনীৰ শিৰত চুম্বন কৰি তেওঁ ক'লে—"আল্লাই মোৰ মনোবাঞ্ছা পূৰণ কৰিলে। কিয়নো তুমি আজি মোৰ আগত কথা ক'লা আৰু দ্বিতীয়তে তুমি গৰ্ভধাৰণ কৰাৰ বাতৰি দিলা।" এইবুলি কৈ চুলতান বাহিৰ ওলাই গ'ল আৰু ৰাজসভালৈ গৈ ৱাজিৰক আদেশ দিলে যে দুখীয়া, নিচলা আৰু বিধৱা মানুহক একলাখ মুদ্ৰা দান কৰিব লাগে। ৱাজিৰেও সেইমতে আদেশ পালন কৰিলে ; তাৰ পিচত ছুলতানে সেই ছোৱালীজনীৰ কাষলৈ উলটি আহিল। তেওঁ সুধিলে—"তুমি মৌনতা অৱলম্বন কৰিছিলা কিয় ? এটা বছৰ তুমি মোৰ লগত থাকিলা ; তথাপি ইমান দিনে এষাৰ কথাও কোৱা নাছিলা।" ছোৱালীজনীয়ে ক'লে—"জাহাপনা ! মই ভাগ্য হীন। ঘৰৰ পৰা আঁতৰি থাকি মোৰ অন্তৰ বেজাৰেৰে ভৰি পৰিছে। মোৰ মাতৃ আত্মীয় স্বজন আৰু ককাইৰ পৰা মই নিলগত থাকিব লগীয়া হৈছে।" এই কথা শুনি ছুলতানে তেওঁৰ মনোবাঞ্ছাৰ কথা বুজিব পাৰিলে। তেতিয়া তেওঁ ক'লে—

"তুমি নিজক ভাগ্যহীন বুলি ভবাৰ একো থল নাই। মোৰ সাম্ৰাজ্য, ঐশ্বৰ্য্য-বিভূতি সকলো তোমাৰেই ; আনকি মই নিজে তোমাৰ দাসৰ তুল্য। তুমি তোমাৰ মাতৃ, আত্মীয় স্বজন আৰু ককায়েৰাৰ পৰা নিলগত থাকিব লগীয়া হোৱাৰ কথাও কৈছা। তেওঁলোক ক'ত আছে মোক কোৱা—মই তেওঁলোকক মতাই আনিম।"

তেতিয়া ছোৱালীজনীয়ে ক'লে—"জাহাপনা! মোৰ নাম জলকুঁৱৰী জুলনাৰ। মোৰ পিতৃ আছিল মহাসাগৰৰ ছুলতান। তেওঁৰ মৃত্যুৰ পাচত শাসনৰ ভাৰ আমি ল'লো; পিচে আমি থানথিত লাগি লবলৈ নৌ পাওঁতেই আন এজন ছুলতানে আমাৰ বিৰুদ্ধে থিয় দিলে ; তেওঁ আমাৰ হাতৰ পৰা ৰাজত্ব কাঢ়ি ল'লে। মোৰ দাদাৰ নাম ছালিহ ; মোৰ মাতৃও জলকুঁৱৰী। দাদাৰ লগত কাজিয়া লগাত মই অঙ্গীকাৰ কৰিলো যে মই কোনো থলচৰ লোকৰ হাতত নিজক সমৰ্পণ কৰিম। সেইদেখি সাগৰৰ বুকুৰ পৰা উঠি আহি জোনৰ পোহৰত সাগৰৰ পাৰত বহি থাকিলো তাতে এজন বাটৰুৱাই মোক পাই সদাগৰৰ ওচৰত বেচি দিলে আৰু সেই সদাগৰ জনেই মোক আপোনাৰ ওচৰলৈ আনিলে। আপুনি মোক ভাল নোপোৱা হ'লে আৰু আপোনাৰ বন্দিতাবোৰতকৈ মোক উচচ আসন নিদিয়া হ'লে মই এখন্টা পৰো আপোনাৰ লগত নাথাকিলোহেঁতেন। এই খিড়িকীয়েদি সাগৰলৈ জপিয়াই মোৰ মাতৃ আৰু দাদাৰ ওচৰলৈ গুচি গ'লোহেঁতেন। মই এতিয়া গৰ্ভধাৰণ কৰিছো—সেইকাৰণে তেওঁলোকৰ ওচৰলৈ যাবলৈ কুণ্ঠাবোধ কৰিছো। তেওঁলোকে মোৰ প্ৰতি বেয়া ধাৰণা কৰিব আৰু মোৰ কথা বিশ্বাস নকৰিব। এজন ছুলতানে সোণৰ মোহৰ দি মোক কিনি নি তেওঁৰ পত্নীসকলৰ মাজত উচচ স্থান দিয়া বুলি মই ক'লেও তেওঁলোকে মোৰ কথা বিশ্বাস নকৰে। মোৰ কাহিনী এইটোৱেই।"

ছুলতানে তেতিয়া ক'লে—"তুমি মোৰ নয়নৰমণি। এঘণ্টাৰ কাৰণেও মই তোমাৰ পৰা আঁতৰি থাকিব নোৱাৰো। তুমি যদি মোক এৰি থৈ যোৱা, তেন্তে মৰো জীয়াই নাথাকো। মই তেন্তে কি কৰিম এতিয়া ?" ছোৱালীজনীয়ে ক'লে—"জাহাপনা! মোৰ সন্তান জন্ম হোৱাৰ দিন কাষ চাপি আহিছে। সেই সময়ত মোৰ যতন লবৰ বাবে মোৰ পৰিয়ালৰ মানুহৰ প্ৰয়োজন হ'ব।" ছুলতানে সুধিলে—"সাগৰৰ মানুহবোৰে সাগৰত খোজ কাঢ়ে কেনেকৈ, বুৰি নাযায় নে ?" ছোৱালী-জনীয়ে ক'লে—"আপোনালোকে মাটিত যেনেকৈ খোজ কাঢ়ি যায়, আমিও পানীৰ মাজত সেইদৰেই খোজ কাঢ়ি ফুৰো। মোৰ আত্মীয় স্বজন ইয়ালৈ আহিলে মই



তেওঁলোকক ক'ম—আপুনি কেনেকৈ সোণৰ মোহৰ দি মোক কিনি আনিলে ; আপুনি কিমান মৰম-চেনেহ কৰিছে সেই কথাও ক'ম। আপুনি তেওঁলোকৰ আগত মোৰ কথাৰ সত্যতা প্ৰতিপন্ন কৰিব পাৰিব ;তেওঁলোকে নিজ চকুৰে আপোনাৰ ৰাজ্যও দেখা পাব আৰু আপুনি যে ছুলতান সেই কথাও জানিব পাৰিব।" ছুলতানে উত্তৰ দিলে—"তুমি যি ভাল দেখা তাকে কৰা। তুমি যিহকে কৰা তাতেই মোৰ সন্মতি আছে।"

ছোৱালীজনীয়ে তেতিয়া ক'লে—"আমি সাগৰৰ মাজত খোজ কাঢ়ি ফুৰো আৰু সকলো বস্তু দেখা পাওঁ। মাটিৰ ওপৰৰ পৰা জোন, বেলি, তৰা আৰু আকাশ যিদৰে দেখা পায়, আমিও সেইদৰেই দেখা পাওঁ। মাটিৰ ওপৰত যিমান মানুহ আৰু জীৱজন্তু আছে তাতকৈ বহুতো গুণে বেছি মানুহ আৰু জীৱজন্তু সাগৰৰ মাজত আছে।" ছোৱালীজনীৰ কথা শুনি ছুলতান আচৰিত হ'ল। ইয়াৰ পাচত ছোৱালীজনীয়ে চোলাৰ পৰা দুটুকুৰা সুগন্ধি কাঠ উলিয়াই চুলাৰ অঙঠাত দি জুই জ্বলালে আৰু অঙঠাৰ মাজত জ্বলি থকা কাঠকেইটুকুৰা পেলাই দিলে। ইয়াৰ পাচত ছোৱালীজনীয়ে ডাঙৰকৈ সুহুৰি এটা মাৰি কিবাকিবি মন্ত্ৰ মাতিলে। তেতিয়া এচমকা ধোৱাই কোঠাটো আৱৰি ধৰিলে। ছোৱালীজনীয়ে ক'লে—"জাহাপনা! আপুনি উঠি গৈ কোঠা এটাত লুকাই থাকক। তেতিয়া মোৰ পৰিয়ালৰ মানুহ-দুনুহ সকলোকে দেখা পাব ; অথচ তেওঁলোকে আপোনাক দেখা নাপায়। মই তেওঁলোকক এতিয়া ইয়ালৈ লৈ আহিম আৰু আপুনি আল্লাৰ আচৰিত সৃষ্টি দেখিবলৈ পাব।" ছুলতান ততালিকে উঠি গ'ল আৰু কোঠাৰ ভিতৰ সোমাই আঁৰৰ পৰা ছোৱালীজনীয়ে কি কৰে তাকে তেওঁ চাবলৈ ধৰিলে। তাই মন্ত্ৰ মাতি থাকোতে থাকোতে সাগৰত প্ৰবলভাৱে খলকনি উঠিবলৈ ধৰিলে আৰু পানীৰ মাজৰ পৰা ওলাই আহিল—এজন ৰূপহ ডেকা। কপালখন ফুলৰ পাপৰিৰ দৰে বগা ; গাল দুখন তেজৰঙা ; দাঁতবোৰ মুকুতাৰ পাঁতি যেন। দেখিবলৈ সাইলাখ ভনীয়েকৰ দৰে। তেওঁৰ পাচতে সাগৰৰ মাজৰ পৰা উঠি আহিল এজনী বয়সীয়া তিৰোতা ; তেওঁৰ চুলিবোৰ পকিছে। লগতে আহিল পাচজনী ছোৱালী। আটাইকেইজনী ৰূপৱতী আৰু জুলনাৰৰ লগত চেহেৰাৰ মিল আছে।

ছুলতানে তেওঁলোকৰ পিনে চাওঁতে দেখা পালে যে তেওঁলোক পানীৰ ওপৰেদি খোজ কাঢ়ি আহিছে। খিড়িকীৰ কাষলৈ আহি তেওঁলোকে জুলনাৰক দেখা পালে আৰু তেওঁক চিনি পাই কোঠাৰ ভিতৰলৈ সোমাই আহিল। ছোৱালীজনীও উঠি গৈ তেওঁলোকৰ কাষ পালে। পৰস্পৰক আকোৱালি ধৰি তেওঁলোকে চকুপানী

টুকিলে। তেওঁলোকে তাইকৈ ক'লে—"জুলনাৰ! তুমি চাৰিটা বছৰ আমাৰ পৰা আঁতৰি আছা! তুমি ক'ত আছা আমি একোকে গম পোৱা নাছিলো। তুমি নথকাত আমি বৰ বেজাৰ পাইছিলো; খাব-বৰবো মন নোযোৱা হৈছিল। তোমালৈ মনত পৰি থাকে কাৰণে আমি দিনে-নিশাই চকুলো টুকি থাকোতেই গ'ল।" সকলোৱে তাইক বেৰি ধৰি নানান প্ৰশ্ন সুধিবলৈ ধৰিলে। ছোৱালীজনীয়ে ক'লে—"তোমালোকৰ কাষৰ পৰা আহি মই সাগৰৰ পৰা ওপৰলৈ উঠি আহিলো আৰু দ্বীপ এটাৰ পাৰতে বহি থাকোতে এজন মানুহে পাই মোক নি সদাগৰ এজনক বেচি দিলে। সেই সদাগৰ জনে মোক এই নগৰীলৈ আনি দহ হেজাৰ মুদ্ৰা লৈ এই দেশৰ ছুলতানৰ ওচৰত বেচিলে। ছুলতানে মোৰ প্ৰতি সন্মানজনকভাৱে আচৰণ কৰিছে; মোৰ কাৰণেই তেওঁ সকলো বন্দিতা আৰু প্ৰিয়জনক পৰিত্যাগ কৰিলে।" ককায়েকে তেতিয়া ক'লে—"আল্লাৰ চৰণত প্ৰণতি জনাইছো—কিয়নো তেওঁ আকৌ আমাৰ মিলন ঘটালে। এতিয়া ব'লা, আমি আমাৰ দেশলৈ গুচি যাওঁ।"

ককায়েকৰ কথা মতে ছোৱালীজনী গুচি যায় বুলি ছুলতানৰ বৰ ভয় লাগিল। কিন্তু তেনেতে জুলনাৰে এইবুলি উত্তৰ দিয়া শুনিবলৈ পালে—"যি জন মানুহে মোক কিনিছে, তেওঁ এই নগৰীৰ অধিপতি। তেওঁ এজন প্ৰতাপী ছুলতান। মানুহজন জ্ঞানী, সৎ আৰু উদাৰ। তেওঁৰ বিপুল ধন সম্পত্তি আছে; পিচে তেওঁৰ ল'ৰা-ছোৱালী নাই। তেওঁ মোক বৰ আদৰ-সাদৰ কৰি ৰাখিছে। মই ইয়ালৈ অহাৰে পৰা এদিনলৈ মোক টান কথা এষাৰ কোৱা নাই। সকলো কথাতে তেওঁ মোৰ দিহা-পৰামৰ্শ লয়। মই যদি তেওঁক এৰি থৈ যাওঁ, তেন্তে তেওঁ আৰু জীয়াই নাথাকে। মযো তেওঁ এৰি থৈ গ'লে জীয়াই নাথাকো। তদুপৰি মই এতিয়া তেওঁৰ সন্তান গৰ্ভত ধাৰণ কৰিছো। আল্লাই সমুদ্ৰৰ ছুলতানৰ কন্যা ৰূপে মোক জন্ম দিলে। এতিয়া মোৰ স্বামীও ভূমিখণ্ডৰ মহা প্ৰতাপী ছুলতান। আমি যিখিনি হেৰুৱালো আল্লাই তাৰ ক্ষতিপূৰণ এনেকৈয়ে কৰিলে। ছুলতানৰ ল'ৰা-ছোৱালী নাই; মই আল্লাক খাটিছো—মোৰ যেন ল'ৰা এটা হয়; সেয়ে হ'লে মোৰ ল'ৰা এই বিশাল সাম্ৰাজ্যৰ অধিপতি হ'ব।"

ককায়েকহঁতে এই কথা শুনি ক'লে—"তুমি আমাৰ কিমান মৰমৰ পাত্ৰী সেই কথা তুমি জানা। তোমাক আমি আটাইতকৈ ভাল পাওঁ। আমি মাত্ৰ তোমাৰ সুখ আৰু মঙ্গল কামনা কৰো। যদি ইয়াত অসুখী অৱস্থাত আছা, তেন্তে আমাৰ লগতে আমাৰ দেশলৈ উভতি আহা। কিন্তু ইয়াতে সুখত আছা বুলি কৈছা যেতিয়া আমাৰ একো আপত্তি নাই। তোমাৰ ইচ্ছাই আমাৰো ইচ্ছা। তোমাৰ কল্যাণ



হওক—মাত্ৰ তাকেই আমি বিচাৰো।" জুলনাৰে উত্তৰ দিলে—"মই ইয়াতে সুখেৰে আছো।" এই কথা শুনি ছুলতানৰ মনত বৰ ৰং লাগিল। ছোৱালীজনীয়েও যে তেওঁক ভাল পায়, সেই কথা জানি বৰ ভাল পালে। ইয়াৰ পাচত জুলনাৰে লিগিৰীহঁতক খোৱাৰ যা-যোগাৰ কৰিবলৈ আদেশ দিলে; জুলনাৰে ৰন্ধা-বঢ়াৰ দিহা নিজেই দিছিল। মাকহঁতৰ লগতে জুলনাৰো খাবলৈ বহিল।

তাৰ পিচত তেওঁলোকে ক'লে—"পিচে জুলনাৰ! তোমাৰ ছুলতানৰ লগত আমাৰ চা-চিনাকি নহলেই দেখোন! তেওঁৰ অনুমতি নোলোৱাকৈ আমি তেওঁৰ ঘৰৰ ভিতৰলৈকো আহিলো। তেওঁৰ গুণৰ কথা তুমি আমাৰ আগত কৈছা আৰু তেওঁৰ ঘৰৰ খাদ্য-সামগ্ৰীকে তুমি আমাক খাবলৈ দিছা। তথাপি আমাৰ আগত ভুমুকি এটাকৈ নামাৰিলে। লগত খোৱা-বোৱাও নকৰিলে।" এইবুলি কৈ তেওঁলোক খোৱা পাতৰ পৰা উঠিল; জুলনাৰৰ ওপৰত খং উঠাত তেওঁলোকৰ মুখৰ পৰা জুই ওলাবলৈ ধৰিলে। তাকে দেখি ভয়তে ছুলনতানৰ জীৱ উৰিল। পিচে জুলনাৰে তেওঁলোকক বুজাই-বঢ়াই শান্ত কৰিলে আৰু তাৰ পিচত ছুলতান সোমাই থকা কোঠাটোলৈ গৈ তেওঁক ক'লে—"আমাৰ ঘৰৰ মানুহবোৰৰ আগত মই আপোনাৰ কেনেকৈ গুণ গালো, আপুনি শুনিলে নে? তেওঁলোকে মোক লৈ যোৱাৰ কথাও উলিয়াইছিল—আপুনি শুনিছিল নহয়?" তেওঁ ক'লে—"মই সকলো কথা শুনি আছিলো। এই মুহূৰ্তলৈকে মই বুজা নাছিলো যে তুমি মোক ইমান ভাল পোৱা।" ছোৱালীজনীয়ে ক'লে—"মৰমৰ প্ৰতিদান মৰমেৰেহে দিব পাৰি, নহয় জানো? আপুনি মোৰ প্ৰতি উদাৰ ব্যৱহাৰ কৰিছে আৰু প্ৰেমৰ ডোলেৰে বান্ধিছে। মোৰ প্ৰতি সদয় হৈ আপুনি আন সকলো প্ৰিয় জনতকৈ মোক উচ্চ স্থান দিছে। এনে স্থলত আপোনাৰ কাষৰ পৰা আতৰি গৈ মোৰ হিয়াই তৃপ্তি লাভ কৰিব কেনেকৈ? এতিয়া আপোনাক খাটনি জুৰিছো—আপুনি এবাৰ ওলাই গৈ আমাৰ ঘৰৰ মানুহবোৰক দেখা দিয়ক। আপুনিও তেওঁলোকক দেখা পাব আৰু তেওঁলোকেও আপোনাক দেখিব। তেতিয়া আপোনালোকৰ মাজত প্ৰীতিৰ ভাব গঢ়ি উঠিব। তেওঁলোকে আপোনাক চাবলৈ আৰু আপোনাৰ লগত চিনাকি হ'বলৈ ইচ্ছা কৰিছে।"

ছুলতানে তেওঁলোকৰ কাষলৈ গৈ নমস্কাৰ জনালে। তেওঁলোকেও থিয় দি তেওঁক সন্মান দেখুৱালে। ইয়াৰ পাচত সকলোৱে একেলগে বহি খোৱাবোৱা কৰিলে। এইদৰে ডেৰকুৰি দিন তেওঁলোকক তাতে ৰাখি ছুলতানে অভ্যৰ্থনা

জনালে। শেষত ঘৰলৈ উলটি যাবৰ কাৰণে ইচ্ছা প্ৰকাশ কৰাত ছুলতানৰ পৰা বিদায় লৈ তেওঁলোক ঘৰমুৱা হ'ল।

কিছুদিনৰ মূৰতে জুলনাৰৰ ল'ৰা এটি উপজিল; কেচুৱাটিৰ চেহেৰা পূর্ণিমাৰ জোন যেন। ছুলতানেৰ উলাহৰ পাৰ নোহোৱা হ'ল; সাতদিন জুৰি উৎসৱ চলিল আৰু গোটেই নগৰীখন সজোৱা হ'ল। সপ্তম দিনৰ দিনা জুলনাৰৰ মাক ফৰশ্বাহ, ককায়েক আৰু দদায়েকৰ জীয়েকহঁত ওলালহি। ছুলতানে তেওঁলোকক আদৰ-সাদৰ জনাই ক'লে—"মই কৈছিলো যে আপোনালোক নহালৈকে মই ল'ৰাৰ নাম নিদিওঁ; আপোনালোকক সুধি-পুচিহে নাম এটা দিম।" সকলোৱে সন্মতি-ক্ৰমে ল'ৰাৰ নাম দিয়া হ'ল—বদৰ বাছিম। ল'ৰাৰ মোমায়েক ছালিহক কেচুৱাটো দেখুওৱাত তেওঁ তাক কোলাত লৈ কোঠাৰ কেওপিনে ঘূৰিবলৈ ধৰিলে। তাৰ পিচত কাৰেঙৰ বাহিৰলৈ নি সাগৰৰ তলী পালেগৈ। ছুলতানৰ আগৰ পৰা তেওঁলোক অদৃশ্য হৈ পৰিল। শ্বাহবিমানে কেচুৱাটো সাগৰৰ বুকুত অন্তৰ্দ্ধান হোৱা দেখি ভাবিলে যে কেচুৱা আৰু ঘূৰি নাহে; সেইদেখি তেওঁ কান্দিবলৈ ধৰিলে। তাকে দেখি জুলনাৰে ক'লে—"জাহাপনা! আপুনি পুত্ৰৰ বাবে বেজাৰ কৰিছে কিয়? মোৰ সন্তানক মই আপোনাতকৈয়ো বেছি ভাল পাওঁ; মোৰ সহোদৰৰ হাতত আছে সি। সেইদেখি সি পানীত বুৰে বুলি আপুনি ভয় নকৰিব। কেচুৱাটোৰ কিবা হানি হব বুলি ভবা হ'লে মোৰ সহোদৰে তাক কেতিয়াও সেইদৰে লৈ নগ'লহেঁতেন। এতিয়াই তেওঁ নিৰ্বিঘ্নে আপোনাৰ পুতেকক ওভোতাই আনিব।"

এঘণ্টামান নৌহওঁতেই সাগৰৰ বুকুত খলকনি উঠিল আৰু কেচুৱাটোক লৈ ছালিহ ওপৰলৈ উঠি আহিল। ছুলতানৰ পিনে চাই তেওঁ সুধিলে—"কেচুৱাটোক লৈ মই সাগৰৰ মাজলৈ যাওঁতে আপুনি পুতেকৰ কিবা হানি হয় বুলি ভয় কৰিছিল নেকি?" তেওঁ ক'লে—"সচাকৈ মোৰ ভয় লাগিছিল। ভাবিছিলো সি আৰু ৰক্ষা নাপায়।" ছালিহে উত্তৰ দিলে—"কেচুৱাটোৰ চকুত আমি এবিধ গুৰি বস্তুৰে প্ৰলেপ দি ডেভিদৰ পুত্ৰ ছল'মনৰ মোহৰযুক্ত আঙঠিত খোদিত থকা নামবোৰ পাঠ কৰিছিলো। কেচুৱা উপজিলে তাকে কৰাটোৱেই আমাৰ নিয়ম। এতিয়া আৰু আপোনাৰ ল'ৰা সাগৰত বুৰি মৰিব বুলি আপুনি আশঙ্কা কৰাৰ একো কাৰণ নাই। আপোনালোকে মাটিত যেনেকৈ খোজ কাঢ়ি ফুৰে, আমি সেইদৰে সাগৰত খোজ কাঢ়ি ফুৰো।" এই বুলি কৈ তেওঁ জেপৰ পৰা টেমা এটা উলিয়ালে।



টেমাটো খুলিলত তাৰ ভিতৰৰ পৰা নানান তৰহৰ মণি-মুকুতা ওলাই পৰিল। ছালিহে ক'লে—"এই মণি-মুকুতাবোৰ আপোনাক উপহাৰ স্বৰূপে দিছো। ইমান দিনে আমি আপোনাক একোকে উপহাৰ স্বৰূপে দিয়া নাই। কিয়নো জুলনাৰ ক'ত আছে গম পোৱা নাছিলো; তাইৰ একো শুংসূত্ৰই পোৱা নাছিলো। এতিয়া তাইৰ লগত আপোনাৰ মিলন হোৱা দেখিবলৈ পালো। আমি সকলো এতিয়া এক হৈ পৰিলো। সেইদেখি আপোনালৈ ইয়াকে উপহাৰ হিচাপে আনিছো। আপোনালৈ বুলি আমি এইবোৰ বস্তু আনি থাকিম। আমাৰ দেশত এনেবোৰ মণি-মুকুতা উভৈনদী হৈ আছে; সাগৰৰ পাৰত যিমান শিল আছে তাতোকৈ এইবোৰৰ সংখ্যা বেছি। এইবোৰৰ কোনটো ভাল, কোনটো বেয়া—সেইবোৰ আমি চিনি পাওঁ। এইবোৰ কেনি পায়, সেই কথাও আমি জানো।"

মণিমুকুতাবোৰ দেখি ছুলতান তেনেই অবাক হ'ল; তেওঁ ক'লে—"হে আল্লা! একোডোখৰ মুকুতাৰ মূল্য মোৰ সাম্ৰাজ্যৰ মূল্যৰ সমান হ'ব।" জলকোঁৱৰ ছালিহৰ দানৰ বাবে ছুলতানে তেওঁক ধন্যবাদ জনালে; তাৰ পিচত ৰাণী জুলনাৰৰ পিনে চাই ক'লে—"তোমাৰ সহোদৰৰ আগত মই লাজ পাব লগীয়া অৱস্থা হৈছে। কিয়নো তেওঁ যি বহুমূলীয়া দান দিছে, তেনে উপহাৰ পৃথিৱীৰ মানুহে দিব নোৱাৰে।" জুলনাৰেও ককায়েকক ধন্যবাদ জনালে; তেতিয়া ককায়েকে ছুলতানক ক'লে—"আমিহে আপোনাক ধন্যবাদ জনাব লাগে; কিয়নো আপুনি আমাৰ ভনীক আদৰসাদৰ কৰি ৰাখিছে আৰু আমিও আপোনাৰ ঘৰলৈ আহি খোৱাবোৱা কৰিলো। আমি যদি হেজাৰ বছৰো আপোনাৰ সেৱা কৰো, তথাপিও আপোনাৰ ঋণ পৰিশোধ কৰিব পৰা নহব। এয়াতো নিচেই সামান্য বস্তু আপোনাক দিছো।" ছুলতানে তেওঁক ধন্যবাদ জনালে। জলকোঁৱৰ আৰু জলকুঁৱৰী সকলোৱে কাৰেঙতে ৪০ দিন কটালে। তাৰ পিচত ছালিহে ছুলতানক সেৱা জনাই বিদায় ল'লে। ছুলতানে তেতিয়া তেওঁক কি লাগে সুধিলে। তেওঁ ক'লে—"জাহাপনা! আপুনি আমাক অপাৰ অনুগ্ৰহ দেখুৱালে। আমি আপোনাৰ ওচৰত ইয়াকে প্ৰাৰ্থনা জনাওঁ যে আপুনি এতিয়া আমাক বিদায় দিয়ক। আমাৰ দেশলৈ উলটি যাবৰ বাবে আমি উদগ্ৰীব হৈ উঠিছো। আমি আপোনাৰ লগত বা ভনী আৰু ভাগিনৰ লগত সম্বন্ধ নৰখাকৈ নাথাকো। আপোনালোকৰ কাষৰ পৰা যাবলৈ আমাৰ বেয়া লাগিছে। কিন্তু কৰিম কি? আমি সাগৰৰ বুকুতে ডাঙৰ-দীঘল হৈছো; মাটিৰ ওপৰত থাকিবলৈ আমি টান পাওঁ। ছুলতানে এই কথা শুনি জলকোঁৱৰ ছালিহ,

তেওঁৰ মাক আৰু দদায়েকৰ জীয়েকহঁতক বিদায় দিলে। যাবৰ পৰত সকলোৰে চকুলো টুকিলে। শেষত তেওঁলোকে ক'লে—"আমি আকৌ আপোনালোকৰ কাষলৈ আহিম ; কেইদিন মানৰ মূৰে মূৰে আহি থাকিম।" ইয়াৰ পাচত তেওঁলোক গুচি গ'ল। সাগৰৰ বুকুলৈ নামি গৈ অদৃশ্য হৈ পৰিল।

শ্বাহৰিমানে তেতিয়াৰ পৰা জুলনাৰক অধিক আদৰসাদৰ কৰিবলৈ ধৰিলে। কেচুৱাটোও ডাঙৰ-দীঘল হ'ল। ইপিনে কেচুৱাৰ মোমায়েক, আইতাক আৰু মাহীয়েকহতে কিছুদিনৰ মূৰে মূৰে আহি এমাহ দুমাহকৈ তাত থাকি যায়। বয়সৰ লগে লগে ল'ৰাৰ ৰূপ বাঢ়ি গ'ল। পোন্ধৰ বছৰ বয়সত ভৰি দিয়াত গঢ়ে-পিতে ল'ৰাটো অপৰূপ হৈ উঠিল। ল'ৰাই লিখা-পঢ়া শিকিলে। কোৰাণ, বুৰঞ্জী, ব্যাকৰণ আদি অধ্যয়ন কৰিলে। ধনুৰ্বিদ্যা, যাঠী চালনা, অশ্বাৰোহন আদি ৰাজ-পুত্ৰই শিকিব লগীয়া সকলো বিদ্যা শিকিলে। ৰূপে-গুণে ল'ৰাটো অতুলনীয় হৈ উঠিল ; নগৰীৰ মতা-তিৰোতা, ল'ৰা-ছোৱালী সকলোৰে ল'ৰাৰ গুণ বখানিবলৈ ধৰিলে। ছুলতানে পুতেকৰ মৰমত হিয়া উবুৰিয়াই দিলে। ৱাজিৰ, আমিৰ, ডা-ডাঙৰীয়া, পাৰিষদ আদি সকলোকে মাতি আনি ছুলতানে তেওঁলোকক এই বুলি অঙ্গীকাৰ কৰোৱালে যে তেওঁৰ পাচত বদৰ বাছিমকে তেওঁলোকে ছুলতান পাতিব। তেওঁলোকেও বং মনেৰে সেই অঙ্গীকাৰ কৰিলে।

পিচ দিনা শ্বাহৰিমানে সৈন্য-সামন্ত, আমিৰ, ডা-ডাঙৰীয়া আদি সকলোকে লৈ ঘোঁৰাত উঠি নগৰ পৰিভ্ৰমণ কৰিলে। কাৰেঙৰ কাষ চাপি অহাৰ মূৰত ছুলতান ঘোঁৰাৰ পৰা নামিল আৰু ঘোঁৰাৰ ওপৰত থকা পুতেকৰ কাষে কাষে যাবলৈ ধৰিলে। ছুলতান, আমিৰ আৰু ডা-ডাঙৰীয়া সকলে সলনা-সলনিকৈ পুতেৰ ঘোঁৰাৰ লেকাম ডাল টানি সম্ভ্ৰমেৰে আগবঢ়াই নিলে। কাৰেঙৰ আগচ'ৰাত উপস্থিত হোৱাত ৰাজকোঁৱৰ ঘোঁৰাৰ পৰা নামিল। বাপেক আৰু আমিৰসকলে ৰাজ-কোৱঁৰক আকোৱালি ধৰি ছুলতানৰ সিংহাসনত বহুৱালেগৈ। ইয়াৰ পৰা বদৰ বাছিমে গোচৰ শুধিবলৈ ললে। অসৎ মানুহক কামৰ পৰা বৰখাস্ত কৰি সৎলোক-সকলৰ পদোন্নতিৰ আদেশ দিলে। দুপৰীয়া তেওঁ বিচাৰ সভা ত্যাগ কৰি মাকৰ ওচৰলৈ গ'ল। মূৰত মুকুট পিন্ধি তেওঁ জলকুৱৰী জুলনাৰৰ আগত উপস্থিত হ'ল গৈ। জুলনাৰে পুতেক আৰু ছুলতানক দেখা পাই থিয় দিলে আৰু পুতেকক চুম্বন কৰিলে। আল্লাৰ ওচৰত তেওঁ প্ৰাৰ্থনা জনালে যাতে বাপেক পুতেক দুয়ো দীৰ্ঘায়ু আৰু শত্ৰুজয়ী হয়। দুপৰীয়া নামাজৰ সময়লৈকে মাকৰ কাষতে থাকি তেওঁ তাৰপিচত



ঘোঁৰাত উঠি আমিৰসকলৰ সৈতে ময়দানলৈ যাত্ৰা কৰিলে। তাতে নিশালৈকে বাপেক আৰু ডা-ডাঙৰীয়াসকলৰ লগত অস্ত্ৰ-শিক্ষা গ্ৰহণ কৰিলে, ইয়াৰ পিচত সদলে কাৰেঙলৈ উভতি আহিল।

এইদৰে তেওঁ সদাই অস্ত্ৰ-শিক্ষাৰ বাবে ময়দানলৈ যায় আৰু বিচাৰ সভাত বহি ন্যায় বিচাৰ কৰে। এনেদৰে এটা বছৰ উকলি যোৱাৰ মূৰত তেওঁ ঘোৰাত উঠি চিকাৰ কৰিবলৈ ধৰিলে আৰু ৰাজ্যত ভ্ৰমণ কৰি প্ৰজাসকলক অভয় আৰু সন্তুষ্টি দান কৰিলে।

এদিন হঠাৎ বুঢ়া ছুলতান অসুস্থ হ'ল। অসুখ ক্ৰমে বাঢ়ি গ'ল আৰু তেওঁৰ অৱস্থা মৃতপ্ৰায় হ'ল। তেতিয়া তেওঁ পুতেকক কাষলৈ মাতিলে আৰু মাক আৰু প্ৰজাসকলৰ দায়িত্ব গ্ৰহণ কৰিবলৈ কলে ; ৰাজকোৱঁৰৰ ওচৰত আনুগত্য প্ৰকাশ কৰিবৰ বাবে আমিৰ আৰু ডা-ডাঙৰীয়াসকলৰ হতুৱাই অঙ্গীকাৰ কৰোৱালে। ইয়াৰ কেইদিন মানৰ মূৰতে তেওঁৰ মৃত্যু হ'ল। পুতেক, বিধৱা পত্নী, আমিৰ, ৱাজিৰ আৰু ডা-ডাঙৰীয়াসকলে তেওঁৰ মৃত্যুত শোক প্ৰকাশ কৰিলে। এটা কবৰ নিৰ্মান কৰাই তাতেই ছুলতানক কবৰ দিয়া হ'ল। এমাহ ধৰি তেওঁৰ মৃত্যুৰ কাৰণে আনুষ্ঠানিকভাৱে শোক প্ৰকাশ কৰা হ'ল। ছালিহ, আৰু মাকহঁতে আহি ছুলতানৰ কাৰণে বিলাপ কৰি জুলনাৰক কলে—"ছুলতানৰ মৃত্যু হৈছে যদিও তেওঁ এই মহৎ আৰু অপূৰ্ব সন্তানক থৈ গৈছে। এনে সিংহ-বিক্ৰমী আৰু পূৰ্ণিমাৰ জোনৰ দৰে ৰূপৱান সন্তান যিজনে থৈ যায় তেওঁৰ মৃত্যু হব নোৱাৰে।" তেতিয়া ডা-ডাঙৰীয়াসকলে ছুলতান বদৰ বাছিমৰ ওচৰলৈ গৈ ক'লে—"জাহাপনা! মৃত ছুলতানৰ কাৰণে বেজাৰ কৰাত ক্ষতি নাই ; কিন্তু বেছিকৈ দুখ-বেজাৰ কৰি থকাটো তিৰোতাৰ ক্ষেত্ৰতহে শোভা পায়। সেইদেখি আপুনি আৰু আমি মৃতজনৰ কাৰণে অকল বেজাৰ কৰি থকা উচিত নহব। তেখেতে আপোনাক আমাৰ মাজত থৈ গৈছে—আপোনাৰ দৰে এজনক যিজনে পৃথিৱীত থৈ যায় তেওঁৰ মৃত্যু হব নোৱাৰে।" এইবুলি তেওঁলোকে প্ৰবোধ দিলে আৰু মনটো পাতলাই দি মূৰকত তেওঁক স্নান কৰিবৰ কাৰণে লৈ গ'ল।

গা ধুই উঠি তেওঁ সোণ আৰু মণিমুকুতা খটোৱা জাকজমক সাজ পিন্ধি, হাতত ৰাজদণ্ড লৈ সিংহাসনত বহিলগৈ। তেওঁ ৰাজকাৰ্য সম্পাদন কৰিলে, ন্যায়-বিচাৰ কৰিলে আৰু দুখীয়া-নিচলাক দিবৰ কাৰণে তলতীয়া ছুলতানসকলৰ পৰা কৰ-কাটল আদায় কৰিলে। তেওঁ প্ৰজাৰ প্ৰিয়পাত্ৰ হৈ উঠিল। এইদৰে এবছৰ শাসন

চলালে। এইছোৱা সময়ৰ ভিতৰত সাগৰৰ মাজত থকা তেওঁৰ সম্বন্ধীয়া মানুহবোৰো মাজে-সময়ে আহি-গৈ থাকিল। এইদৰে তেওঁ সুখে-শান্তিৰে দিনবোৰ কটালে।

এদিন নিশা তেওঁৰ মোমায়েক ছালিহ জুলনাৰৰ ওচৰলৈ আহিল। জুলনাৰে তেওঁক আথেবেথে বহুৱালে আৰু তাৰ পিচত সুধিলে—"দাদা! তোমালোকৰ সকলোৰে ভাল নে?" তেওঁ ক'লে—"সকলোৰে ভাল। পিচে তোমাকহে এবাৰ চাবৰ ইচ্ছা কৰিছে।" জুলনাৰে ককায়েকক খাবলৈ দি সোধপোচ কৰিলে। দুয়ো কথা পাতি থাকোতে ছুলতান বদৰ বাছিমৰ ৰূপ, বলবিক্ৰম আৰু বিচক্ষণতাৰ কথা উলিয়ালে। সেইসময়ত বদৰ তেওঁলোকৰ কাষতেই, পাচফালে বাগৰ দি আছিল। মাক আৰু মোমায়েকে তেওঁৰ কথা উলিওৱা শুনি তেওঁ টোপনিৰ ভাও জুৰি সকলো কথা শুনি থাকিলে। ছালিহে ভনীয়েকক ক'লে—"লৰাটোৰ ১৭ বছৰ হ'লহি; এতিয়াও সি বিয়াবাৰু কৰোৱা নাই। মোৰ মনেৰে ৰূপে-গুণে তাৰ জোৰৰ জলকুৱঁৰী এজনীৰ লগতে বিয়াখন পাতি দিয়া যাওক।" জুলনাৰে উত্তৰ দিলে—"বাছি বাছি কেইজনীমানৰ নাম কোৱাচোন। মইতো তেওঁলোকৰ সকলোকে চিনি পাওঁ।" ছালিহেও এজনী এজনীকৈ বহুতৰ নাম কৈ গ'ল। কিন্তু প্ৰত্যেকজনীৰ ক্ষেত্ৰতে জুলনাৰে ক'লে— "মোৰ ল'ৰাটোলৈ সেইকেইজনী ছোৱালী আনিবৰ ইচ্ছা নাই। ৰূপে-গুণে, বংশ মৰ্যাদা আৰু পদমৰ্যাদা সকলো ফালৰ পৰা ফেৰ মাৰিব পৰা ছোৱালী এজনীহে মোৰ ল'ৰালৈ বিয়া কৰাম।" ছালিহে তেতিয়া ক'লে—"সমুদ্ৰৰ ছুলতানসকলৰ ঘৰৰ আন কোনো জলকুৱঁৰীক মই চিনি নাপাওঁ। তোমাৰ আগত এশৰো অধিক ছোৱালীৰ নাম ক'লো; কিন্তু এজনী ছোৱালীও তোমাৰ পচন্দ নহ'ল। পিচে এবাৰ চোৱাচোন, তোমাৰ পুতেৰ সাৰে আছে নেকি?"

মাকে বদৰৰ পিনে চালে। শুই থকা যেন দেখি ছালিহক ক'লে—"সি শুই আছে। তুমিনো কি ক'ব খুজিছা? তাৰ টোপনি অহাৰ কথানো কিয় সুধিলা?" তেওঁ ক'লে—"মই এজনী জলকুঁৱৰীৰ কথা ভাবিছো। ছোৱালীজনী তোমাৰ পুতেৰৰ সৈতে বেছ জোৰৰ হ'ব। কিন্তু নামটো কৈ দিবলৈ মোৰ সাহ হোৱা নাই। সি সাৰ পাই থাকিলে--তাইৰ নাম শুনিয়েই প্ৰেমত আৱদ্ধ হব পাৰে। ইপিনে আমি ছোৱালীজনীৰ লগত বিয়াৰ বন্দৱস্ত কৰিব নোৱাৰিবও পাৰো। তেতিয়া ল'ৰাৰ লগতে আমাৰ আৰু ৰাজ্যৰ ডা-ডাঙৰীয়াসকলৰো লটিঘটি হ'ব।" এই কথা শুনি জুলনাৰে আগ্ৰহেৰে সুধিলে—"এই ছোৱালীজনী কেনেকুৱা আৰু তাইৰ



নাম কি মোক কোৱাচোন। মইতো সাগৰৰ সকলো ছোৱালীকে-ৰাজকুৱঁৰীয়েই হওক বা আন ছোৱালীয়েই হওক--চিনি পাওঁ। ছোৱালীজনী মোৰ ল'ৰাৰ কাৰণে উপযুক্ত বুলি ভাবিলে তাইৰ বাপেকক ছোৱালীজনী খুজিম গৈ। ছোৱালী-জনীৰ কাৰণে যিমান খৰচ কৰিব লাগে মই কৰিম। সেইদেখি সেই ছোৱালীজনীৰ সকলো কথা ভাঙি-পাতি কোৱা। তুমি একো চিন্তা কৰিব নালাগে। ল'ৰাটো টোপনিত লালকাল দি আছে।" তেওঁ তেতিয়া ক'লে--"ছুলতান আল সমনদলৰ জীয়েক জওহৰৰ বাহিৰে আন কোনো ছোৱালী তোমাৰ ল'ৰাৰ কাৰণে উপযুক্ত হব নোৱাৰে। ৰূপে গুণে সকলো ফালৰ পৰা ছোৱালীজনীয়ে তাৰ লগত ফেৰ মাৰিব পাৰিব। তাইতকৈ ৰূপৱতী আৰু গুণী ছোৱালী জল-স্থল ক'তো নোলাব। ৰূপত ছোৱালীজনী অতুলনীয়। গাৰ গঢ়-পিত কুন্দত কটা যেন। গাল দুখন তেজীৰঙা। কপাল খন ফুলৰ পাপৰিৰ দৰে বগা। দাঁত দুপাৰি মুকুতাৰ দৰে জিলিকি থাকে। চকুজোৰ ক'লা; টপিনা দুটা নিপোটল আৰু কঁকালটো চিয়া। ছোৱালীজনীৰ চাৱনিটো হৰিণীৰ দৰে; মূৰৰ ওৰণী খন গুচালে জোন আৰু বেলিৰ দৰে মুখখন জিলিকি উঠে।"

ছালিহৰ কথা শুনি জুলনাৰে ক'লে—"দাদা! তুমি ঠিক কথাকে কৈছা। মই ছোৱালীজনী বহুত বাৰ দেখিছো। যোৱা ওঠৰটা বছৰহে তাইক দেখা পোৱা নাই। সেইজনী ছোৱালীৰ বাহিৰে আন কোনো ছোৱালী মোৰ ল'ৰাৰ কাৰণে উপযুক্ত হ'ব নোৱাৰে।" বদৰে সকলো কথা শুনি আছিল। আল সমনদলৰ জীয়েক জওহৰৰ সকলো বৰ্ণনা তেওঁ শুনিলে। শুনাৰ লগে লগে তেওঁ প্ৰণয়াবদ্ধ হ'ল। তেওঁৰ হিয়াৰ মাজত প্ৰেমৰ অগণি জ্বলিবলৈ ধৰিলে। এনেতে ছালিহে ক'লে--"কিন্তু সাগৰৰ ছুলতানসকলৰ ভিতৰত সেই ছোৱালীজনীৰ বাপেকৰ দৰে মূৰ্খ ছুলতান আৰু কোনো নাই। তদুপৰি তেওঁ বৰ খঙাল। সেইদেখি ছোৱালী-জনীৰ বাপেকক ছোৱালী খোজাৰ আগতে পুতেৰৰ আগত ছোৱালীজনীৰ কথা উল্লেখ নকৰিবা। আল্লাৰ কৃপাত তেওঁ যদি সন্মত হয়, তেতিয়াতো ভালেই। কিন্তু তেওঁ যদি তোমাৰ ল'ৰালৈ ছোৱালী দিবলৈ সন্মত নহয়, তেতিয়া হ'লে আমি এই বিষয়ে কাৰো আগত একেকে নুলিয়াওঁ। আন ঠাইতে ছোৱালী বিচা-ৰিম।" জুলনাৰো সেইকথাত মান্তি হ'ল। লগে লগে তেওঁলোকৰ আলোচনাৰো ওৰ পৰিল। কিন্তু বদৰে ৰাজকুমাৰী জওহৰৰ কথা ভাবি নিশাটো ছাটি ফুটি কৰি

কটালে। পিচে নিজৰ মনৰ ভাব তেওঁ লুকুৱাই ৰাখিলে ; মাক আৰু মোমায়েকৰ আগত এই বিষয়ে একোকে নুলিয়ালে।

ৰাতিপুৱা ছুলতান আৰু তেওঁৰ মোমায়েকে স্নান কৰি উঠি একেলগে খোৱা-বোৱা কৰিলে। ইয়াৰ পাচত ছালিহে তেওঁলোকৰ পৰা বিদায় ললে ; পিচে বদৰ বাছিমে আৰু এটা দিন থাকিবলৈ তেওঁক খাটনি জুৰিলে। ছালিহো মান্তি হ'ল। ছুলতানে মোমায়েকক ফুলনিলৈ লৈ গ'ল। তাতে খন্তেক ঘূৰা-পকা কৰি বদৰে গছৰ ছাত ৰাগৰ দিলে ; পিচে মোমায়েকে ছোৱালীজনীৰ ৰূপৰ যি বৰ্ণনা দিছিল, সেই কথালৈ মনত পৰাত তেওঁৰ চকুলো বৰলৈ ধৰিলে। তাকে দেখি ছালিহে তেওঁৰ হাতখনত খামুচি ধৰি সুধিলে—“সচা কথা কোৱাচোন! জুলনাৰৰ আগত মই ৰাজকুমাৰী জওহৰৰ কথা কওঁতে তুমি শুনি আছিলা নেকি?” বদৰ বাছিমে উত্তৰ দিলে—“হয় মই শুনি আছিলো। তোমাৰ বৰ্ণনা শুনিয়েই মই তেওঁৰ প্ৰেমত নিমগ্ন হ'লো। মোৰ অন্তৰে তেওঁকেই বিচাৰে। তেওঁৰ অবিহনে মই আৰু জীয়াই নাথাকো।”

মোমায়েকে ক'লে—“এতিয়া ব'লা। জুলনাৰৰ ওচৰলৈ যাওঁ। কথাটো তেওঁৰ আগত উলিয়াব লাগিব। তেওঁক কৈ তোমাক মোৰ লগত লৈ যাম আৰু ৰাজকুমাৰীৰ দেউতাকৰ আগত বিয়াৰ প্ৰস্তাৱ দাঙি ধৰিমগৈ। জুলনাৰক নোকোৱাকৈ মই তোমাক নিব নোৱাৰো। তেওঁ বেয়া পাব--তদুপৰি ৰাজধানীত ছুলতান নাথাকিলে প্ৰজাক শাসন কৰিবলৈ আৰু অন্যান্য ৰাজকাৰ্য চলাবলৈ কোনো নাথাকিব। তেতিয়া ৰাজ্যত অশান্তিয়ে দেখা দিব পাৰে আৰু তুমি সিংহাসনৰ পৰা বঞ্চিত হবও পাৰা।” কিন্তু বদৰ বাছিমে ক'লে—“মাৰ ওচৰলৈ গৈ তেওঁক সুধিলে তেওঁ মোক কেতিয়াও যাবলৈ নিদিয়ে, সেইদেখি মই তেওঁৰ ওচৰলৈ নাযাওঁ আৰু একো নোসোধো। মই তোমাৰ লগতে যাম। উলটি অহাৰ পাচত এই বিষয়ে তেওঁৰ আগত একোকে নুলিয়াবা।” এইকথা শুনি মোমায়েক বৰ বিমোৰত পৰিল। তেওঁ ক'লে—“এই অৱস্থাত আল্লাইহে যদি কিবা উপায় এটা দিব পাৰে।” তেওঁ দেখিলে যে মাকে যাবলৈ দিয়কেই বা নিদিয়ক বদৰ বাছিমে তেওঁৰ লগত যাবলৈ দৃঢ় সংকল্প গ্ৰহণ কৰিছে। তেওঁ তেতিয়া নিজৰ হাতৰ পৰা আল্লাৰ নাম খোদিত থকা মোহৰযুক্ত আঙঠিটো খুলি বদৰৰ পিনে আগবঢ়াই দি ক'লে—“এইটো পিন্ধি



লোৱা ; তেতিয়া পানীত বুৰাৰ পৰা নিৰাপদ হব পাৰিবা আৰু সাগৰৰ জন্তু আৰু ডাঙৰ মাছ আদিয়েও তোমাৰ একো অপকাৰ কৰিব নোৱাৰে।” বদৰে আঙঠিটো লৈ নিজৰ আঙুলিত পিন্ধিলে। ইয়াৰ পাচত দুয়ো পানীলৈ নামি গ'ল ; গৈ গৈ তেওঁলোক ছালিহৰ কাৰঙেত উপস্থিত হ'ল। তাতে বদৰে তেওঁৰ আইতাক আৰু অন্যান্য মিতিৰ কুটুমক লগ পালে ; বদৰে তেওঁলোকৰ হস্তচুম্বন কৰি সম্ভাষণ জনালে।

বুঢ়ী ৰাণীয়ে বদৰক আকোৱালি ধৰি কপালত চুমা খালে ; তাৰ পিচত ক'লে—“বোপাই ঔ! তই যে আহিলি বৰ ভাগ্যৰ কথা। পিচে মাৰৰ গা কেনে?” বদৰে উত্তৰ দিলে—“তেওঁৰ ভালেই। আপোনালোকক সেৱা জনাবলৈ কৈছে।” ইয়াৰ পাচত ছালিহে মাকৰ আগত সকলো কথা ক'লে। ভনীয়েকৰ লগত কি কথা পাতিছিল, আল সমনদলৰ জীয়েক ৰাজকুমাৰী জওহৰৰ নাম শুনিয়েই বদৰ বাছিম কেনেকৈ প্ৰণয়াবদ্ধ হ'ল—এই সকলোবোৰ কথা মাকৰ আগত ক'লে। শেষত জনালে—“ছোৱালীৰ বাপেকৰ আগত বিয়াৰ প্ৰস্তাৱ কৰিবৰ বাবেই তেওঁ আহিছে।” বুঢ়ীয়ে তেতিয়া পুতেকক খং কৰিলে ; বৰ চিন্তিত হৈ তেওঁ ক'লে—“ছালিহ! তোৰ ভাগিনৰ আগত ৰাজকুমাৰীৰ কথা কৈ বৰ বেয়া কাম কৰিলি। তই দেখোন জানই ছোৱালীজনীৰ বাপেক তনেই মূৰ্খ আৰু বৰ দুৰ্দান্ত। কালৈকো তেওঁ ছোৱালীজনী দিব নোখোজে। সমুদ্ৰৰ সকলো ছুলতান তওঁৰ জীয়েকৰ পাণি-প্ৰাৰ্থী হৈ তেওঁৰ কাষ চাপিছিল ; কিন্তু তেওঁ সকলোকে প্ৰত্যাখ্যান কৰিলে। কোনো প্ৰাৰ্থীকেই তেওঁ পচন্দ নকৰে। সেইদেখি তেওঁৰ ছোৱালী খুজিবলৈ আমাৰ ভয়েই লাগে। জানোচা আনক কৰাৰ দৰে আমাকো প্ৰত্যাখ্যানেই কৰে!”

ছালিহে উত্তৰ দিলে—“মা! এতিয়া কৰো কি? বদৰ বাছিমে কৈছে—“ছোৱালীৰ দেউতাকৰ আগত মই বিয়াৰ প্ৰস্তাৱ তুলিমেই ; লাগিলে তাৰ বাবে মই নিজৰ ৰাজ্য বিসৰ্জন দিবলৈকো সাজু আছো।” ইপিনে তেওঁ কৈছে যে সেইজনী ছোৱালীৰ লগত বিয়া নহলে তেওঁ আৰু জীয়াই নাথাকে।” তাৰ পিচত ছালিহে আকৌ ক'লে—“ছোৱালীতকৈ তেওঁ বেছি ধুনীয়া ; তেওঁৰ বাপেক পাৰস্যৰ ছুলতান ; এতিয়া তেওঁ নিজেই সেই দেশৰ ছুলতান। এনেস্থলত জওহৰৰ উপযুক্ত পাত্ৰ বদৰ বাছিমৰ বাহিৰে আন কোনোৱেই হ'ব নোৱাৰে। সেইদেখি মোৰ মনেৰে মণি-মুকুতাৰ ভাৰ-ভেটী লৈ গৈ ছোৱালীৰ বাপেকৰ ওচৰত

ছোৱালী খোজাহে ভাল হ'ব। তেওঁ যদি ৰজা-ঘৰৰ ছোৱালী বুলি আপত্তি দেখুৱায় তেতিয়া আমিও ক'ম যে আমাৰ ল'ৰাও ছুলতানৰ পুতেক আৰু তেওঁ নিজেও ছুলতান। ছোৱালীৰ বাপেকে যদি ছোৱালীৰ ৰূপৰ কথা উলিয়াই আপত্তি দৰ্শায়, তেতিয়া আমি ক'ম যে আমাৰ ল'ৰা ছোৱালীতকৈয়ো ধুনীয়া। তেওঁ যদি নিজৰ বিশাল সাম্ৰাজ্যৰ কথা উলিয়াই আপত্তি কৰে, তেতিয়া আমিও ক'ম যে তেওঁৰ সাম্ৰাজ্যতকৈ ল'ৰাৰ সাম্ৰাজ্য ডাঙৰ আৰু সৈন্যসামন্তৰ সংখ্যাও বেছি। মোৰ ভাগিনৰ মনোবাঞ্ছা পূৰণ কৰিবলৈ মই সাধ্য মতে চেষ্টা কৰিম, আৱশ্যক হ'লে তাৰ বাবে জীৱন উছৰ্গা কৰিম। কিয়নো এই সকলোৰে মূল হ'লো ময়েই। সেইদেখি আল্লাৰ কৃপা হ'লে সেইজনী ছোৱালীৰ লগতে বিয়াখন পাতি দিম।" মাকে তেতিয়া ক'লে—"চেষ্টা কৰি চা বাৰু। পিছে ছোৱালীৰ বাপেকক একো টান কথা নকবি। মানুহটো যে মূৰ্খ আৰু উগ্ৰ স্বভাৱৰ সেই কথা তই জানই। সেইদেখি তই কিবা বিপদত পৰ বুলি মোৰ ভয় লাগে।" ছালিহে সেইমতে চলিব বুলি কথা দিলে।

ইয়াৰ পাচত ছালিহে উঠি গৈ দুমোনা মণি-মুকুতা আৰু গহনা-পাতি ভৰাই লৈ লগুৱাৰ হাতত দিলে তাৰ পিচত মোমাই-ভাগিন দুয়ো আল সমনদলৰ কাৰেঙলৈ বুলি যাত্ৰা কৰিলে। সেই ঠাইত উপস্থিত হৈ তেওঁলোকে ছুলতানৰ লগত দেখা কৰিব খুজিলে। ছুলতানৰ ওচৰলৈ নিয়াত তেওঁলোকে সেৱা জনাই সন্মান প্ৰদৰ্শন কৰিলে। আসনৰ পৰা উঠি ছুলতানে তেওঁলোকক অভ্যৰ্থনা জনাই বহিবলৈ ক'লে। তাৰ পিচত সুধিলে—"আজি তোমাৰ শুভাগমন হ'ল দেখোন! বহুত দিন তোমাক দেখা নাছিলো। পিচে কি সকামত নো আহিলা?" তেতিয়া ছালিহে পুনৰ সেৱা জনাই ক'লে—"জাহাপনা! অনুগ্ৰহ কৰি মোৰ এই উপহাৰ গ্ৰহণ কৰক।" এইবুলি মণি-মুকুতাৰ মোনা দুটা খুলি দেখুৱালে। ছুলতান সমনদলে সুধিলে—"তুমি কিয় মোক এই উপহাৰ দিছা? মোৰ আগত তোমাৰ কি কৰ লগীয়া আছে? তোমাক কি লাগে কোৱা। কৰিব পৰা কাম হ'লে তুৰন্তে কৰিম।"

ছালিহে আকৌ থিয় দিলে আৰু তিনিবাৰ মূৰ দোৱাই মূৰকত ক'লে—"জাহাপনা! মই যি আশা কৰি আহিছো, সেই আশা আপুনি পূৰণ কৰিব। ই আপোনাৰ ক্ষমতাৰ ভিতৰুৱা বিষয় আৰু এই বিষয়ত আপুনিয়েই গৰাকী। আপোনাক অসুবিধাত পেলাব পৰা বা আপুনি পূৰণ কৰিবলৈ অপাৰগ হোৱা অনুৰোধ এটা কৰিবলৈ মই আগবঢ়া নাই। মই যি বিচাৰি আহিছো, আপুনি



দিব পাৰিব।" ছুলতানে ক'লে—"তোমাক কি লাগে কোৱা।" তেতিয়া ছালিহে ক'লে—"জাহাপনা! মই প্ৰাৰ্থী হিচাপে আপোনাৰ কাষ চাপিছো। আপোনাৰ বহুমূলীয়া সম্পদ, ৰাজকুমাৰী জওহৰক খুজিবলৈ আহিছো। ছুলতানে যেন প্ৰাৰ্থীক হতাশ নকৰে।" এই কথা শুনি ছুলতানে বিদ্ৰূপৰ হাঁহি মাৰি ক'লে—"ছালিহ! মই ভাবিছিলো যে তোমাৰ বিচাৰ-বিবেচনা কৰিব পৰা শক্তি আছে। তুমি অসঙ্গত-ভাৱে একো নিবিচাৰিবা আৰু একো অবান্তৰ কথা নকবা বুলিয়েই মই ভাবিছিলো। তোমাৰ বিচাৰ বুদ্ধি একো নোহোৱা হ'লনে? সাম্ৰাজ্যৰ অধীশ্বৰ ছুলতানৰ জীয়ৰীক বিয়া কৰোৱাৰ কথা উলিয়াইছা কি দুঃসাহসত? ইমান ওপৰলৈ হাত মেলিবলৈ তোমাৰ কি যোগ্যতা আছে? বিচাৰ বিবেচনা কৰিব পৰা সকলো শক্তি নাশ পোৱা কাৰণেই তুমি এনে এটা প্ৰস্তাৱ মোৰ সমুখত দাঙি ধৰিবলৈ সাহ কৰিলা হবলা?" ছালিহে সমিধান দিলে—"জাহাপনা! আপুনি ভুল বুজিছে। মই নিজে ৰাজকুমাৰীৰ প্ৰাৰ্থী নহও (অৱশ্যে মই তেওঁৰ কাৰণে অযোগ্য নহওঁ—বৰং মোৰ যোগ্যতা ৰাজকুমাৰীতকৈ বেছিহে। আপুনি আজি আমাৰ ছুলতান যদিও মোৰ পিতৃ সাগৰৰ ছুলতানসকলৰ ওপৰত সম্ৰাট স্বৰূপে আছিল)। মই পাৰস্যৰ ছুলতান বদৰ বাছিমৰ কাৰণেহে ৰাজকুমাৰীক খুজিবলৈ আহিছো। তেওঁ ছুলতান শ্বাহৰিমানৰ পুত্ৰ। নিজে পৰাক্ৰমী ছুলতান বুলি ভাবি আপুনি আপত্তি দৰ্শাইছে; কিন্তু বদৰ আপোনাতকৈয়ো ডাঙৰ ছুলতান। আপুনি যদি জীয়েৰৰ ৰূপৰ ফালৰ পৰা বিচাৰ কৰি এই বিষয়ত আপত্তি দৰ্শাইছে, তেন্তে মই কওঁ যে বদৰ বাছিম তেওঁতকৈয়ো দেখিবলৈ ধুনীয়া আৰু বদৰৰ বংশ আৰু পদমৰ্যাদা উচ্চতৰ। সেই-দেখি মই কওঁ যে আপুনি যদি মোৰ অনুৰোধ ৰক্ষা কৰে, তেন্তে উচিত কামকে কৰা হ'ব। আপুনি যদি আকোৰ গোজ মাৰি আপোনাৰ কথাতে ধৰি থাকে, তেন্তে আমাৰ প্ৰতি অবিচাৰ কৰা হ'ব। তদুপৰি আপুনি ৰাজকুমাৰী জওহৰক বিয়া দিবই লাগিব; কিয়নো জ্ঞানী লোকৰ বাণীত এইবুলি কৈছে যে হয় বিয়া, নহয় মৃত্যু, এয়ে ছোৱালীৰ ভাগ্যৰ লগত সাঙোৰ খাই আছে। সেইকাৰণে আপুনি ছোৱালী বিয়া দিবই যেতিয়া মোৰ ভাগিনতকৈ যোগ্য লোক আৰু ক'তো নাপায়।"

ছালিহৰ কথা শুনি ছুলতান আল সমনদলৰ খঙে মূৰৰ চুলি পালেগৈ। খঙৰ কোবত তেওঁৰ সকলো হিতাহিত জ্ঞান লোপ পালে; তেওঁ চিঞৰি চিঞৰি ক'লে—"তোৰ নিচিনা কুকুৰৰ দৰে অধম জীৱ এটাই মোৰ আগত এইদৰে কথা কবলৈ সাহ কৰিলি নে? কি সাহসত এই ৰাজসভাত মোৰ ছোৱালীৰ নাম উচ্চাৰণ কৰিলি

আৰু তোৰ ভনীয়েৰ জুলনাৰৰ ল'বা মোৰ ছোৱালীৰ কাৰণে উপযুক্ত হব বুলি কব পাৰিলি ? মোৰ ছোৱালীৰ তুলনাত তহঁত আটাইবোৰ কুকুৰৰ তুল্য নহয় নে ?" এইবুলি কৈ ছুলতানে পালি-প্ৰহৰীবোৰক আদেশ দিলে—"ইয়াৰ মূৰটো কাটি পেলা।" প্ৰহৰীবোৰ তৰোৱাল দাঙি আগবাঢ়ি আহিল ; কিন্তু ছালিহে কাৰেঙৰ বাটচ'ৰাৰ পিনে লৰ মাৰিলে। বাটৰ মুখ পাই দেখিলে যে দদায়েকৰ পুতেকহঁত, অন্যান্য মিতিৰ কুটুম আৰু লগুৱা-লিকচৌ সকলো মিলি এহেজাৰৰ অধিক মানুহ ঘোঁৰাত উঠি আহিছে ; গাত লোৰ কৱচ, শিৰত লোৰ টুপী, এহাতত যাঠী আৰু সিখন হাতত খোলা তৰোৱাল। ছালিহৰ মাকে পুতেকৰ কিবা আপদ-বিপদ হয় বুলি তেওঁলোকক পঠাই দিছিল। কাৰেঙৰ পৰা ছালিহ উধাতু খাই লৰি যোৱা দেখি তেওঁলোকে কি হৈছে সুধিলে ; কি ঘটনা হবৰ উপক্ৰম হৈছিল, ছালিহে সেইকথা তেওঁলোকক ক'লে। তেতিয়া তেওঁলোকেও বুজিলে যে এই ছুলতানটো তেনেই মূৰ্খ আৰু খঙত টিঙিৰি তুলা হৈ থাকে। মানুহবোৰ তেতিয়া ঘোঁৰাৰ পৰা নামিল আৰু হাতত খোলা তৰোৱাল লৈ ছুলতান আল সমনদলৰ কাষলৈ আগবাঢ়িলে। ছুলতান তেতিয়া সিংহাসনতে বহি আছিল : তেওঁ দলটো অহাৰ কথা একোকে গমেই পোৱা নাই ; তেতিয়াও তেওঁ ছালিহৰ ওপৰত খং উঠি গৰজি আছিল। তেওঁৰ প্ৰহৰী, বিষয়া আদিও সাজু নাছিল। ছুলতানে সশস্ত্ৰ মানুহজাকক দেখা পায়েই তেওঁৰ প্ৰহৰীবোৰৰ পিনে চাই চিঞৰি ক'লে—"কি চাই আছ ? ইহঁতৰ মূৰ কাটি পেলা।" কিন্তু আল সমনদলৰ পক্ষই তিষ্ঠিব নোৱাৰি পৃষ্ঠভঙ্গ দিলে। তেতিয়া ছালিহ আৰু তেওঁৰ লগৰ মানুহবোৰে ছুলতানক ধৰি বন্দী কৰি থলে।

ইপিনে ৰাজকুঁৱৰী জওহৰে বাপেক বন্দী হোৱা আৰু প্ৰহৰীবোৰ নিহত হোৱাৰ বাতৰি পালে। তেতিয়া তেওঁ কাৰেঙৰ পৰা পলাই গৈ এটা দ্বীপত উপস্থিত হ'ল আৰু ওখ গছ এজোপাত উঠি থাকিল। আনহাতে দুয়ো পক্ষৰ মাজত যুজ লাগি থাকোতেই ছুলতান আল সমনদলৰ লগুৱা কিছুমানে ভয়তে লৰ মাৰিলে ; বদৰ বাছিমে তেওঁলোকক দেখা পাই সুধিলে—কিনো হৈছে। তেওঁলোকৰ পৰা বদৰে সকলো কথা শুনিলে। পিচে ছুলতান বন্দী হোৱা বুলি শুনি বদৰৰ ভয় লাগিল আৰু তেৰেঁা পলাল। তেওঁ ভাবিলে—"এই সকলোবোৰ মোৰ কাৰণেই হৈছে ; সেইদেখি মোকহে এতিয়া ধৰিব।" কেনি গৈছে একোকে গম ধৰিব নোৱাৰাকৈ তেওঁ মাত্ৰ লৰিবলৈ ধৰিলে। পিচে ভাগ্যৰ কি বিধান! ৰাজ-কুমাৰীয়ে আশ্ৰয় লোৱা দ্বীপটোতে তেওঁ উপস্থিত হ'লগৈ আৰু ৰাজকুমাৰী উঠি থকা গছ জোপাৰ তলতে বাগৰ দিলে। বাগৰ দি থকাৰে পৰা গছৰ ওপৰলৈ



চাওঁতে তেওঁ ৰাজকুমাৰীক দেখা পালে। পূৰ্ণিমাৰ জোনৰ দৰে চেহেৰাটো দেখা পাই তেওঁ ভাবিলে, "মোৰ ধাৰণা যদি সচা হয়, তেন্তে এৱেঁই নিশ্চয় ছুলতান আল সমনদলৰ জীয়েক জওহৰ হব লাগিব। বোধকৰো তেওঁৰ বাপেকৰ লগত আমাৰ দলটোৰ যুজ লগাৰ বাতৰি পাই তেওঁ এই দ্বীপটোলৈ পলাই আহিছে আৰু গছৰ ওপৰত উঠি লুকাই আছে। এওঁ যদি ৰাজকুমাৰী নহয়, তেন্তে তেওঁতকৈয়ো ৰূপৱতী আন কোনোবা গাভৰু।"

বদৰে ছোৱালীজনীৰ পৰিচয় লবলৈ মন কৰিলে। সেইদেখি তেওঁ মাটিৰ পৰা উঠিল আৰু ছোৱালীজনীক সুধিলে—"তুমি কোন ? ইয়ালৈ কিয় আহিছা ?" ছোৱালীজনীয়ে বদৰ বাছিমৰ পিনে চালে ; বদৰৰ অপূৰ্ব ৰূপৰ জেউতি তেওঁৰ চকুত পৰিল। তেওঁ উত্তৰ দিলে—"মই ছুলতান আল সমদলৰ জীয়েক ৰাজকুমাৰী জওহৰ। ছালিহ আৰু তেওঁৰ লগৰীয়া দলে মোৰ পিতৃৰ বিৰুদ্ধে যুদ্ধ কৰি সৈন্য-সামন্তবোৰক বধ কৰিলে আৰু ছুলতানকো বন্দী কৰিলে। সেইদেখি প্ৰাণৰ ভয়ত মই পলাই আহি ইয়াত আশ্ৰয় লৈছো।" এনে অভাৱনীয়ভাৱে ৰাজকুমাৰীক লগ পোৱাত ছুলতান বদৰ বাছিম তেনেই অবাক হ'ল ; তেওঁ ভাবিলে, "ছোৱালী-জনীৰ বাপেকক বন্দী কৰাৰ ফলত মোৰ মনোবাঞ্ছা তেন্তে পূৰণ হ'ব।" তেওঁ জওহৰক ক'লে—"তুমি গছৰ পৰা নামি আহা। মই তোমাৰ প্ৰেমত আবদ্ধ হৈছো। তোমাৰ আৰু মোৰ কাৰণেই এই যুদ্ধ বিগ্ৰহবোৰ হৈছে। ময়েই পাৰস্যৰ ছুলতান বদৰ বাছিম। ছালিহ মোৰ মামা ; তোমাৰ বিয়াৰ প্ৰস্তাৱ লৈ তেওঁ তোমাৰ পিতৃৰ কাষলৈ আহিছিল। তোমাৰ কাৰণেই মই মোৰ ৰাজ্য ত্যাগ কৰি আহিছো ; মই আচৰিতভাৱে তোমাক লগ পালোহি। তুমি এতিয়া নামি আহা ; আমি দুয়ো তোমাৰ পিতৃৰ কাৰওলৈ উলটি যাম আৰু তেওঁক মুক্তি দিবৰ কাৰণে মামাৰ ওচৰত নিবেদন জনাম। তাৰ পিচত বিধি মতে আমাৰ বিয়া পাতিম।"

এই কথা শুনি জওহৰে ভাবিলে—"তেন্তে এই মানুহজনেই সকলো ঘটনাৰ মূল। তেওঁৰ কাৰণেই মোৰ পিতৃ বন্দী হ'ল আৰু সৈন্য সামন্তবোৰ মৃত্যুৰ মুখত পৰিল আৰু ময়ো কাৰেঙৰ পৰা পলাই আহি এই দ্বীপত আশ্ৰয় লবলগীয়া হৈছে। তেওঁৰ হাতৰ পৰা নিজক ৰক্ষা কৰিবৰ বাবে যদি কিবা উপায় এটা নকৰো, তেন্তে মই তেওঁৰ অধীনস্থ হব লাগিব।" ইয়াকে ভাবি ৰাজকুমাৰীয়ে ভালৰি বোলোৱা কথাৰে বদৰক ভোল নিয়ালে। বদৰেও তেওঁৰ পাকচক্ৰৰ কথা একোকে ধৰিব নোৱাৰিলে। ৰাজকুমাৰীয়ে তেওঁক সুধিলে—"সঁচাকৈ আপুনিয়েই বাণী

জুলনাৰৰ পুত্ৰ, ছুলতান বদৰ বাছিম নেকি ?'' তেওঁ হয় বুলি কোৱাত ৰাজকুমাৰীয়ে আকৌ ক'লে--''আপোনাতকৈ ধুনীয়া আৰু গুণী পাত্ৰ এজন পাব বুলি দেউতাই আশা কৰেনে ? আল্লাই তেনে পিতৃৰ জীৱন নাশ কৰক, তেওঁৰ সাম্ৰাজ্য কাঢ়ি লওক আৰু তেওঁক মনোকষ্ট দিয়ক। দেউতাৰ বিচাৰ-বুদ্ধি সমূলি নাই। কিন্তু জাহাপনা ! তেওঁ যি অপৰাধ কৰিলে, তাৰ বাবে শাস্তি নিদিয়ে যেন ! আপুনি মোক ভাল পায় আৰু মযো আপোনাৰ প্ৰেমত আৱদ্ধ হ'লো।''

এইবুলি কৈ ছোৱালীজনী গছৰ পৰা নামি আহিল। বদৰে তেওঁৰ কাষ চাপি গৈ ক'লে--''মোৰ মামা ছালিহে তোমাৰ ৰূপৰ বৰ্ণনা দিছিল ; কিন্তু তেওঁৰ বৰ্ণনাই তোমাৰ ৰূপৰ দুকুৰি ভাগৰ এভাগো প্ৰকাশ কৰিব নোৱাৰিলে।'' তেতিয়া জওহৰে মুখৰ ভিতৰতে কিবা মন্ত্ৰ মাতিলে আৰু বদৰৰ মুখত থুৱাই দি ক'লে--''মানুহ গুচি চৰাই হৈ যাওক। বগা পাখি, ৰঙা ঠোঁট আৰু ৰঙা ঠেঙৰ ধুনীয়া চৰাই এটালৈ ৰূপান্তৰ ঘটক।'' এইবুলি কোৱাৰ লগে লগে ছুলতান বদৰ বাছিমে ধুনীয়া চৰাই এটাৰ ৰূপ ল'লে। জওহৰৰ লগত মাছিনা নামৰ দাসী এজনীও আছিল। তেওঁ দাসী জনীক ক'লে--''তেওঁৰ মোমায়েকৰ হাতত দেউতা আজি বন্দী ; দেউতাৰ জীৱন বিপন্ন হৈ পৰিছে। সেইদেখি মই তেওঁক বধ কৰিম। তেওঁ ইয়ালৈ অহা কাৰণেই সকলো অঘটন ঘটিল। তই তেওঁক মৰু-দ্বীপলৈ লৈ গৈ তাতে এৰি থৈ আহিবি। পিয়াহত অণ্ঠকণ্ঠ শুকাই তেওঁৰ মৃত্যু হ'ব।'' মাছিনাই তেওঁক মৰু-দ্বীপলৈ লৈ গ'ল ; পিচে তাত এৰি থৈ আহিবলৈ মত নগ'ল। তাই ভাবিলে--''এনে এজন ধুনীয়া মানুহ পিয়াহত অণ্ঠ-কণ্ঠ শুকাই মৰিব নে ?'' সেইদেখি তাই চৰাইটো লৈ আন এটা দ্বীপলৈ গ'ল ; সেই দ্বীপত গছ-গছনি, ফল-মূল, নিজৰা আদি সকলো আছে। তাতে চৰাইটো এৰি থৈ তাই উলটি আহিল আৰু ৰাজকুমাৰীক ক'লে--''মই তেওঁক মৰু-দ্বীপত এৰি থৈ আহিছো।''

বদৰ বাছিমৰ কথা ইমানতে সামৰি ছালিহৰ কথা উলিওৱা যাওক। ছুলতানক বন্দী কৰি আৰু সৈন্য সামন্তক বধ কৰি ছালিহে জওহৰৰ সন্ধান ল'লে। কিন্তু তেওঁক বিচাৰি নাপালে। ইয়াৰ পাচত ছালিহ নিজৰ ঘৰলৈ উলটি গ'ল। তেওঁ মাকক সুধিলেগৈ--''বদৰ বাছিম ক'ত আছে ?'' মাকে ক'লে--''মই একোকে নাজানো। ছুলতান আল সমনদলৰ লগত তোৰ যুদ্ধ লগা বুলি আৰু মানুহ দুনুহো মৰা বুলি গম পাই বদৰ ভয়তে কেনিবা পৰলাই গ'ল।'' এই কথা শুনি ছালিহৰ বৰ বেজাৰ লাগিল। তেওঁ ক'লে--''বদৰলৈ কাণ নকৰি বৰ ডাঙৰ ভুল কৰিলো।



আল সমনদলৰ সৈন্য বা তেওঁৰ জীয়েক জওহৰে কিজানি তেওঁৰ কিবা বিপদ ঘটালে। এতিয়া আমি বদৰৰ মাকৰ ওচৰত লাজত পৰিব লাগিব। জুলনাৰক নোকোৱাকৈ মযেই বদৰক লৈ আহিছিলো। ফলত এতিয়া আমাৰ মাজৰ সম্ভাৱ নষ্ট হ'ব। ছালিহে বদৰৰ সন্ধান লবৰ কাৰণে কেওপিনে মানুহ পঠালে ; কিন্তু কোনেও একো খবৰ নাপালে। ছালিহ বৰ চিন্তাত পৰিল।

ইপিনে তেওঁলোক গুচি অহাৰ পৰাই জুলনাৰ তেওঁলোকলৈ বাট চাই আছে। কিন্তু পুতেক আৰু উলটি নাহিল ; আনকি একো খা-খবৰো নাই। এইদৰে বহুত দিন বাট চাই হতাশ হোৱাৰ মূৰত এদিন জুলনাৰ সাগৰলৈ নামি গ'ল। তেওঁ মাকৰ ওচৰ পালেগৈ। জুলনাৰে মাকক বদৰ বাছিমৰ কথা সুধিলে। মাকে উত্তৰ দিলে--''বদৰ মোমায়েকৰ লগত ইয়ালৈকে আহিছিল। মোমায়েক মণি-মুকুতা লৈ ছুলতান আল সমনদলৰ ওচৰলৈ গ'ল আৰু বদৰৰ কাৰণে তেওঁৰ ছোৱালীজনী খুজিলে। কিন্তু ছুলতান সন্মত নহ'ল। ককায়েৰৰ কথা শুনি তেওঁ উগ্ৰমূৰ্তি ধৰিলে ; পিছেছা লিহৰ কিবা আপদ-বিপদ হয় বুলি মই এহেজাৰ অশ্বাৰোহী সৈন্য পঠাইছিলো। আল সমনদলৰ লগত সিহঁতৰ যুদ্ধ লাগিল। পিচে আল্লাৰ কৃপাত ককায়েৰ জিকিল। সিহঁতৰ সৈন্য-সামন্তবোৰ মৰিল আৰু ছুলতান বন্দী হ'ল। এইবোৰ ঘটনা ঘটা বুলি গম পায়েই বোধকৰো বদৰ কেনিবা পলাল। সি উলটিও অহা নাই আৰু আমিও তাৰ একো খবৰ পোৱা নাই।'' জুলনাৰে তেতিয়া ছালিহৰ খবৰ ল'লে--মাকে ক'লে--''ছুলতান আল সমনদলৰ ঠাইত ছালিহে এতিয়া নিজেই সিংহাসনত আৰোহন কৰিছে। তোৰ ল'ৰা আৰু ৰাজকুমাৰী জওহৰক বিচাৰি উলিয়াবলৈ ছালিহে কেওপিনে মানুহ পঠাইছে।'' মাকৰ কথা শুনি জুলনাৰৰ বৰ বেজাৰ লাগিল ; ইপিনে ককায়েক ছালিহৰ ওপৰত খঙো উঠিল-- কিয়নো তেওঁক নোকোৱাকৈ ছালিহেই পুতেকক সাগৰলৈ লৈ আহিছিল। তেওঁ মাকক ক'লে--''মা আমাৰ ৰাজ্যখনৰ কাৰণেও মই চিন্তিত হৈছো। তোমাৰ ওচৰলৈ মনে মনেহে আহিছো। তোমালোকৰ লগত বেছি সময় থাকিবলৈকো ভয় লাগে ; জানোচা সিফালে ৰাজ্যত কিবা অশান্তিয়ে দেখা দিয়ে। ৰাজ্যৰ শাসন ভাৰো আমাৰ হাতৰ পৰা আনৰ হাতলৈ যাব পাৰে। সেইদেখি মই এতিয়া উলটি যোৱাহে ভাল হ'ব। আল্লাৰ কৃপাত ল'ৰাটো আকৌ উলটি নহালৈকে মযেই শাসন কাৰ্য চলাম। তোমালোকে কিন্তু তাৰ সন্ধান ল'বলৈ হেলা নকৰিবা। তাৰ কিবা অঘটন ঘটিবলৈ হ'লে মযো জীয়াই নাথাকো। ল'ৰাটো নাথাকিলে মোৰ আৰু জীৱনত কি সুখ থাকিব ?'' মাকে তেতিয়া উত্তৰ দিলে--

"নিশ্চয় খবৰ কৰিম। ল'ৰাটো বিচাৰি নোপোৱাত আমি জানো কম দুখ পাইছো ?" জুলনাৰ কান্দি-কাটি নিজৰ ৰাজ্যলৈ উলটি গ'ল ।

ইপিনে ৰাজকুমাৰী জওহৰে বদৰ বাছিমক যাদু কৰি মৰু-দ্বীপত এৰি থৈ আহিবৰ কাৰণে লিগিৰীজনীৰ হাতত পঠাই দিয়াৰ পাচত লিগিৰীজনীয়ে তেওঁক সেউজীয়া দ্বীপটোত এৰি থৈ আহিলে । চৰাইৰ ৰূপ ধাৰণ কৰি তেওঁ তাতে দিন কটাবলৈ ধৰিলে । তেওঁ গছৰ গুটি আৰু নিজৰাৰ পানী খায় । কলৈ যাব, কি কৰিব ভাবি একো ওৰ নাপালে । পিচে এদিন সেই দ্বীপলৈ চিকাৰী এটা আহিল । চৰাইৰ ৰূপ ধাৰণ কৰা ছুলতান বদৰ বাছিমক চিকাৰীয়ে দেখা পালে । গাৰ পাখীবোৰ বগা, ঠোঁট আৰু ঠেংকেইটা ৰঙা, এনে ধুনীয়া চৰাইটো দেখি চিকাৰী তেনেই অবাক হ'ল । সি মনতে ভাবিলে, ইমান ধুনীয়া চৰাই আৰু মই কেতিয়াও দেখা নাই । সি জাল পাতি বদৰক ধৰি নগৰলৈ বুলি লৈ গ'ল । বহুত বেছি দামত চৰাইটো নগৰত বেচি দিব বুলি ভাবিলে । বাটতে নগৰৰ মানুহ এজনে তাক সুধিলে—"হেৰৌ বেপাৰী! এই চৰাইটোৰ দাম কিমান ?" সি সুধিলে—"আপুনি কিনি নি চৰাইটো কি কৰিব ?" "মই 'হালাল' কৰি চৰাইটো খাই থম ।" তেতিয়া চিকাৰীটোৱে ক'লে—"এনেহেন চৰাই এটা মাৰি খাবলৈ মানুহৰ সত যায়নে ? মই চৰাইটো নি আমাৰ ছুলতানক উপহাৰ দিমগৈ । ছুলতানে তেতিয়া মোক আপুনি দিয়া ধনতকৈ বহুত বেছি ধন দিব । ছুলতানে চৰাইটো মাৰিও নেপেলায় । এনেকুৱা ধুনীয়া চৰাই এটা চায়েই তেওঁ চকুৰ তৃপ্তি পলুৱাব । জীৱনত ইমানবোৰ চৰাই চিকাৰ কৰিলো—কিন্তু এনেকুৱা চৰাই আৰু আগতে ক'তো দেখা নাই । চৰাইটোৰ প্ৰতি আপোনাৰ যিমানেই হেঁপাহ নাথাকক, আপুনি মোক দিয়ে যদি বৰ বেছি মোহৰ এটাহে দিব । নেলাগে, মই নেবেচো চৰাইটো ।"

এইবুলি কৈ সি ছুলতানৰ কাৰেঙলৈ লৈ গ'ল । ধুনীয়া চৰাইটো দেখি ছুলতানৰ মোহ জন্মিল । চৰাইটো কিনিবৰ বাবে তেওঁ লিগিৰা এটাক পঠালে ; লিগিৰাই আহি চিকাৰীক সুধিলে—"তুমি চৰাইটো বেচিবা নে ?" সি ক'লে— "নেবেচো । মই এইটো ছুলতানলৈ উপহাৰ স্বৰূপে আনিছো ।" তেতিয়া লিগিৰা-টোৱে চৰাইটো ছুলতানৰ ওচৰলৈ লৈ গ'ল আৰু সি কোৱা মতে ক'লেগৈ । ছুলতানে চৰাইটো লৈ চিকাৰীক দহোটা মোহৰ দিয়ালে আৰু সিয়ো ছুলতানক সেৱা জনাই ঘৰমুৱা হ'ল । লগুৱাটোৱে চৰাইটোক কাৰেঙলৈ লৈ গৈ ধুনীয়া সজা এটাত ভৰাই থলে আৰু খাবলৈ পানী আৰু খোৱাবস্তু অলপ দি সজাটো ওলোমাই থলে । পিচত ছুলতানে চৰাইটো তেওঁৰ ওচৰলৈ নিবলৈ কোৱাত লগুৱাটোৱে



সজাৰে সৈতে চৰাইটো নি তেওঁও আগত থলেগৈ । চৰাইটোৱে একোকে নোখোৱা দেখি ছুলাতানে ক'লে—"চৰাইটোৱে কি খায় জনা হ'লে খুৱাব পাৰিলোহেঁতেন ।" তেনেতে ছুলতানৰ খাবৰ সময় হ'ল আৰু লগুৱাহঁতে মেজত আহাৰ আনি সজালে ।

চৰাইটোৱে মেজত মঙহ, ফলমূল, মিঠাই আদি দেখা পাই ছুলতানে খোৱাৰ আগতেই থালবোৰত থকা সকলো বস্তু খাই শেষ কৰিলে । তাকে দেখি ছুলতান আৰু লগুৱা-লিকচৌ সকলো বৰ আচৰিত হ'ল । ছুলতানে ক'লে—"চৰাই এটাই ইমানবোৰ বস্তু খোৱা মই জীৱনত কেতিয়াও দেখা নাই ।" চৰাইটো দেখি ভাল পাব বুলি ভাবি ৰাণীক মাতি আনিবৰ বাবে তেওঁ লগুৱা এটাক পঠালে । সি গৈ ক'লে— "মহাৰাণী! ছুলতানে চৰাই এটা কিনি আনিছে। তাকে চাবলৈ আপোনাক মাতিছে । আমি ছুলতানক খাবলৈ দিবৰ কাৰণে যা-যোগাৰ কৰোতে চৰাইটো সজাৰ পৰা উৰি গ'ল আৰু মেজৰ ওপৰত উঠি সকলোবোৰ বস্তু খাই শেষ কৰি থলে । আপুনি ব'লক, এই আচৰিত চৰাইটো চাওকহি ।" তাৰ কথা শুনি ৰাণী বেগাবেগিকৈ আহিল । কিন্তু চৰাইটো দেখিয়েই তেওঁ বোৰ্খাটোৰে মুখখন ঢাকি ভিতৰলৈ উলটি যাব খুজিলে । তাকে দেখি ছুলতানে সুধিলে—"তুমি বোৰ্খাৰ ভিতৰত মুখ লুকুৱালা কিয় ? ইয়াত লিগিৰা-লিগিৰীবোৰৰ বাহিৰে আন কোনো নাই দেখোন।" ৰাণীয়ে উত্তৰ দিলে— "জাহাপনা ; এইটো আচলতে চৰাই নহয়, মানুহহে ।" ছুলতানে ক'লে— "তুমি ধেমালি কৰিছা নেকি ? এইটো চৰাই নহৈ কি হ'ব আকৌ ।" ৰাণীয়ে উত্তৰ দিলে—"মই ধেমালি কৰা নাই । সঁচা কথাকে কৈছো । আচলতে এয়া হ'ল— পাৰস্যৰ ছুলতান শ্বাহৰিমানৰ পুতেক বদৰ বাছিম ; তেওঁৰ মাক হ'ল, জলকুঁৱৰী জুলনাৰ।" ছুলতানে তেতিয়া সুধিলে— "তেওঁ এইটো ৰূপ ধাৰণ কৰিলে কিয় ?" তেওঁ ক'লে—"ছুলতান আল সমনদলৰ জীয়েক জওহৰে যাদু কৰি এই অৱস্থা কৰিলে ।" এইবুলি কৈ তেওঁ বদৰ বাছিমৰ সকলো কথা ভাঙিপাতি ক'লে ।

ৰাণীৰে কথা শুনি ছুলতানে বদৰক যাদুৰ প্ৰভাৱৰ পৰা মুক্ত কৰিবলৈ ৰাণীক খাটনি জুৰিলে (যাদু-বিদ্যাত ৰাণীৰ বিশেষ নৈপুণ্য আছিল) । লগতে ক'লে— "এনে অসৎ যাদুবিদ্যা চৰ্চা কৰা বাবে আল্লাই জওহৰৰ হাত কাটি পেলাওক ।" ৰাণীয়ে তেতিয়া ক'লে— "আপুনি বদৰ বাছিমক সৌ কোঠাটোৰ ভিতৰ সোমাবলৈ কওক ।" ছুলতানে সেইমতে কোৱাত বদৰ গৈ কোঠাৰ ভিতৰ সোমাল । তেতিয়া ৰাণীয়ে বোৰ্খা পিন্ধি হাতত পানী এপিয়লা ল'লে ; কোঠাৰ ভিতৰলৈ তেওঁ

সোমাই গ'ল। পোনতে পিয়লাটোৰ ওপৰত মন্ত্ৰ পাঠ কৰি শেষত ক'লে--"পৱিত্ৰ মন্ত্ৰৰ বলত আৰু সৃষ্টিকাৰী, সংহাৰকাৰী, পালনকাৰী আল্লাৰ কৃপাত তুমি এই শৰীৰ পৰিহাৰ কৰি আল্লাই পোনতে যি ৰূপত এই পৃথিৱীলৈ পঠাইছিল, সেই ৰূপ ধাৰণ কৰা।" এই বুলি কোৱাৰ লগে লগে চৰাইটো কঁপিবলৈ ধৰিলে আৰু তাৰ পিচত মানুহৰ ৰূপ ধৰিলে। ছুলতানে দেখিলে যে অতিশয় ৰূপহ ডেকা এজন তেওঁৰ সমুখত থিয় দি আছে। মানুহৰ ৰূপ পুনৰ গ্ৰহণ কৰা দেখি বদৰ বাছিমে ক'লে--"আল্লাৰ সমান মহৎ আন কোনো হব নোৱাৰে।" এইবুলি কৈ তেওঁ ছুলতানৰ হস্তচুম্বন কৰিলে আৰু ছুলতানেও তেওঁৰ শিৰত চুমা খাই ক'লে--"তোমাৰ কি হৈছিল সকলো কথা মোক কোৱা।"

তেতিয়া বদৰে সকলো কথা ভাঙিপাতি ক'লে। তেওঁৰ কথা শুনি ছুলতানে মাত লগালে--"আল্লাই তোমাক যাদুৰ কৱলৰ পৰা উদ্ধাৰ কৰিলে। পিচে তুমি এতিয়া কি কৰিবা?" বদৰে উত্তৰ দিলে--"আপুনি দয়া কৰি মোক জাহাজ এখন দিয়ক আৰু লগতে আপোনাৰ দাস কেতবোৰো দিয়ক। মই ৰাজ্যৰ পৰা বহুত দিন আতৰি থাকিলো; মোৰ ৰাজ্যখন আনৰ হাতলৈ যায় বুলি শঙ্কা উপজিছে। মই মৰিলো বুলি ভাবি শোকতে মোৰ মাতৃয়ে মৃত্যু বৰণ কৰিবও পাৰে। মই মৰিলো নে জীয়াই আছো--সেই কথা তেওঁ নাজানে। সেইদেখি তেওঁৰ বাবে বৰ চিন্তিত হৈছো। মই বিচৰা মতে আপুনি দয়া কৰি যাৱতীয় যোগাৰ দিলে নথৈ বাধিত হ'ম।" বদৰ বাছিমৰ ৰূপ দেখি আৰু মধুৰ বচন শুনি ছুলতান মোহিত হ'ল; তেওঁ বদৰৰ কথাত সন্মতি জনালে। ছুলতানে জাহাজ এখন সাজু কৰালে; যাৱতীয় যোগাৰ-পাতি আৰু লগুৱা কেতবোৰ দিলে। ছুলতানৰ পৰা বিদায় লৈ বদৰ জাহাজত উঠিলগৈ।

দহ দিন জাহাজেৰে যোৱাৰ মূৰত একাদশ দিনৰ দিনা জাহাজত প্ৰবল ভাবে ঢৌ উঠিল; ঢৌৰ মাজত জাহাজখন হেন্দুলিবলৈ ধৰিলে। জাহাজৰ নাবিকে গুৰি ধৰিব নোৱাৰিলে আৰু সোঁতৰ লগে লগে জাহাজখন উটি গ'ল। শেষত মাজ সাগৰৰ প্ৰচণ্ড শিল এটাত খুন্দা মাৰি দিয়াত জাহাজখন ভাগি টুকুৰাটুকুৰ হ'ল। বাকী সকলো মানুহ বুৰি মৰিল; মাত্ৰ বদশৰ বাছিমহে সাৰিল। তেওঁ জাহাজৰ কাঠ এচটাত ধৰি উটি গ'ল। বতাহ আৰু ঢৌৱে তিনি দিন ধৰি এইদৰে উটুৱাই নিয়াৰ মূৰত চতুৰ্থ দিনা কাঠচটা সাগৰৰ পাৰত লাগিবগৈ। বদৰে দেখিবলৈ পালে--এখন শ্বেত নগৰী। নগৰৰ এটা চুক সাগৰৰ কাষলৈকে



জুৰি আছে আৰু তাৰ পাৰত ঢৌবোৰে খলকনি তুলিছে। ডাঙৰ ডাঙৰ ঘৰ আৰু ওখ দেৱালবোৰ তেওঁৰ চকুত পৰিল। তাকে দেখা পাই বদৰৰ মনটোৱে আশাৰ জীপ পালে। ভোকে-পিয়াহে মানুহটো তেনেই অৱশ হৈ পৰিছিল। কাঠ চটাৰ পৰা পাৰলৈ নামি তেওঁ নগৰখনৰ পিনে যাব খুজিলে। কিন্তু তেনেতে জাকে-জাকে গাধ, ঘোঁৰা আৰু খচচৰ আহি সেইখিনিত গোট খালে। এই জন্তুবোৰে লঠিয়াবলৈ ধৰাত তেওঁ পাৰলৈ নামিব নোৱাৰিলে। তেতিয়া তেওঁ সাঁতুৰি নগৰৰ পাচকালে ওলালগৈ। আৰু পাৰলৈ বগাই গৈ যি ঠাইত উপস্থিত হ'ল তাত কেনিও মানুহ দুনুহ নেদেখি তেওঁ বৰ আচৰিত হ'ল। মনতে ভাবিলে এইখননো বাৰু কাৰ নগৰ? ইয়াৰ কোনো ৰজাকী নাই নেকি? মোক পাৰত নামিবলৈ বাধা দিয়া খচচৰ, গাধ আৰু ঘোঁৰাবোৰনো ক'ৰ পৰা আহিল?

তেওঁ আগুৱাই যাবলৈ ধৰিলে; মূৰকত বুঢ়া দোকানী এজনক লগ পালে। মানুহজনক সম্ভাষণ জনোৱাত তেওঁ বদৰকো ওলোটাই সম্ভাষণ জনালে। এই ধুনীয়া ডেকাজনক দেখি বুঢ়াই সুধিলে--"তুমি কৰ পৰা আহিছা? এইখন নগৰলৈ আহিলা কেনেকৈ?" বদৰে তেওঁক সকলো কথা কলে। বুঢ়াই তেতিয়া সুধিলে--"বোপাই! বাটত তুমি কাৰোবাক লগ পাইছিলানে?" বদৰে উত্তৰ দিলে--"নাই পোৱা--জনপ্ৰাণী নোহোৱা এই নগৰখন দেখি মই তেনেই অবাক হৈছোঁ।" বুঢ়াই তেতিয়া কলে--"দোকানৰ ভিতৰলৈ ব'লা। নহলে বিপদ ঘটিব পাৰে।" বদৰ বাছিম দোকানৰ ভিতৰলৈ সোমাই গ'ল। বুঢ়াই তেওঁক খাবলৈ দিলে; তাৰ পিচত কলে--"তুমি দোকানৰ ভিতৰৰ কোঠাত সোমাই থাকা। সেই ছয়তানীজনীৰ কবলৰ পৰা আল্লাই যে তোমাক ৰক্ষা কৰিলে তাৰ বাবে কৃতাৰ্থ মানিছো।" দোকানীৰ কথা শুনি বদৰ বাছিমৰ ভয় লাগিল। খাই বৈ উঠি মুখ-হাত ধোৱাৰ পিচত তেওঁ বুঢ়াক সুধিলে---"আপুনি কাৰ কথা কৈছে? আপোনাৰ কথা শুনি মোৰ ভয়েই লাগিছে।" বুঢ়াই তেতিয়া উত্তৰ দিলে--"বোপাই! এইখন বাজিকৰৰ দেশ। এজনী ছয়তানী ইয়াৰ ৰাণী। তাই বহুত যাদু জানে। তুমি যে গাধ, ঘোঁৰা আৰু খচচৰবোৰ দেখিছিলা সেইবোৰ আগতে তোমাৰ আমাৰ দৰে মানুহেই আছিল। আন ঠাইৰ পৰা সেই মানুহবোৰ এই নগৰলৈ আহিছিল--তেওঁলোকো তোমাৰ দৰে ডেকা ল'ৰা আছিল। এনেকৈ নগৰ সোমোৱা প্ৰত্যেক-জন ডেকাকে সেই ডাইনীজনীয়ে লৈ গৈ চল্লিচ দিন তাইৰ লগতে ৰাখে। তাৰ পিচত তাই তেওঁলোকক যাদু কৰি ঘোঁৰা, খচচৰ বা গাধত পৰিণত কৰে। সেইবোৰ জন্তুকে তুমি সাগৰৰ পাৰত দেখিবলৈ পাইছিলা। এই সকলো মানুহকে

তাই যাদু কৰিলে। সেইদেখি তুমি যেতিয়া পাৰলৈ আহিব খুজিছিলা তোমাৰো অৱস্থা তেওঁলোকৰ দৰে হয় বুলি তেওঁলোকে ভয় কৰিছিল ; আৰু সেয়েহে পাৰলৈ নাহিবৰ কাৰণে আকাৰে ইঙ্গিতে তোমাক বুজাবলৈ চেষ্টা কৰিছিল। এই ছয়তানীজনীয়েই এতিয়া নগৰৰ গৰাকী। তাইৰ যাদুৰ বলেৰে ইয়াৰ নাগৰিক–সকলৰ হাতৰ পৰা তাই নগৰখন কাঢ়ি ললে। তাইৰ নাম হল ৰাণী "লাবা"। বুঢ়াৰ কথা শুনি ভয়তে বদৰ বাছিম আগলি কলাপাত কঁপাদি কঁপিবলৈ ধৰিলে। তেওঁ মনতে ভাবিলে—'এটা যাদুৰ কবলৰ পৰা কোনোমতে উদ্ধাৰ পাই আহিছোহে —এইবাৰ আৰু এটাৰ অবলত পৰিবলগীয়া হ'ল।' তেওঁ ভয় খোৱা দেখি বুঢ়াই কলে—"দুৱাৰমুখলৈ আহাচোন—সোবোৰ মানুহৰ পিনে চোৱা। যাদুৰ বলতে তেওঁলোক ইয়াতে আছে। তুমি ভয় নকৰিবা। ৰাণী আৰু নগৰৰ মানুহবিলাকে মোক মৰম কৰে ; তেওঁলোকে মোৰ মনত একো আঘাত নিদিয়ে।" তেতিয়া বদৰ বাছিম দুৱাৰমুখলৈ আহিল আৰু মানুহবোৰৰ পিনে তেওঁ চাবলৈ ধৰিলে।

মানুহবোৰে তেওঁক দেখা পাই দোকানীক সুধিলে—"ডাঙৰীয়া! এইজন আপোনাৰ বন্দীনে কি?" বুঢ়াই কলে—"তেওঁ মোৰ ভতিজা। বাপেক মৰা বুলি শুনি মই ইয়ালৈকে লৈ আহিলো।" তেতিয়া মানুহবোৰে ক'লে—"এওঁ বৰ ধুনীয়া ডেকা। পিচে ৰাণী লাবে তেওঁৰ কিবা অপকাৰ কৰে বুলিহে ভয় লাগে ; জানোচা তেওঁ আপোনাক বিশ্বাসঘাতকতা কৰি এওঁক আপোনাৰ কাষৰ পৰা লৈ যায়।" বুঢ়াই কলে—"ৰাণীয়ে মোক মৰম কৰে ; সেইদেখি মোৰ ভতিজা বুলি শুনিলে ৰাণীয়ে এওঁৰ অপকাৰ সাধি মোক কষ্ট দিবলৈ আগ নেবাঢ়িব।" ছুলতান বদৰ দোকানীজনৰ লগতে বহুত দিন থাকিল। বুঢ়াৰো তেওঁৰ প্ৰতি বৰ স্নেহ উপজিল।

এদিন বদৰ দোকানৰ মুখত বহি আছিল ; এনেতে দেখিবলৈ পালে, ঘোঁৰাত উঠি এহেজাৰমান মানুহ গৈছে ; হাতে হাতে খোলা তৰোৱাল ; আৰু সকলো সুসজ্জিত হৈ গৈছে। দোকানৰ আগেদি যাওঁতে তেওঁলোকে দোকানী-জনক অভিবাদন জনাই গ'ল ; তেওঁলোকৰ পাচতে এহেজাৰ ৰূপহী গাভৰু গ'ল ; সকলোবোৰে সোণৰূপ খটোৱা জাকজমক পাটৰ সাজ পিন্ধি গৈছে আৰু যাঠী একোপাত লৈ গৈছে। তেওঁলোকৰ মাজত ঘোঁৰাত উঠি গৈছে এগৰাকী নাৰী ; ঘোঁৰাৰ জীনখন সোণৰ আৰু তাত মণিমুকুতাৰে কাৰুকাৰ্য কৰি থোৱা আছে। তেওঁলোক দোকানৰ ওচৰ পোৱাত গাভৰুহঁতে দোকানীক অভি-



বাদন জনালে। তেনেতে পূৰ্ণপয়োভৰে যোৱা ৰাণী লাবক দেখা গ'ল। দোকানত বদৰ বাছিমক তেওঁ দেখা পালে। এনে অপূৰ্ব ৰূপ দেখি তেওঁ অবাক হ'ল আৰু বদৰৰ প্ৰতি তেওঁৰ মন আকৰ্ষিত হ'ল। সেইদেখি ঘোঁৰাৰ পৰা নামি বদৰৰ কাষত ৰহিলগৈ আৰু বুঢ়াক ক'লে—"এই ধুনীয়া ডেকাজনক আপুনি ক'ত পালে?" বুঢ়াই কলে—"তেওঁ মোৰ ভতিজা ; অলপতে মোৰ ঘৰলৈ আহিছে।" ৰাণীয়ে তেতিয়া ক'লে—"আজি নিশাটো তেওঁক মোৰ কাৰেঙতে থাকিবলৈ দিয়ক।" বুঢ়াই উত্তৰ দিলে—"মোৰ কাষৰ পৰা লৈ গৈ আপুনি তেওঁক যাদু নকৰেতো!" ৰাণীয়ে নকৰে বুলি কোৱাত বুঢ়াই শপত কাঢ়িবলৈ কলে। ৰাণীয়েও শপত কাঢ়িলে যে তেওঁ বদৰৰ একো অপকাৰ নকৰে আৰু তেওঁক যাদুও নকৰে। ইয়াৰ পাচত ৰাণীয়ে ঘোঁৰা এটা তেওঁৰ কাৰণে সজাবলৈ আদেশ দিলে আৰু বুঢ়াক এহেজাৰ মোহৰ দিলে। তাৰপাচত বদৰক লগত লৈ তেওঁ যাত্ৰা কৰিলে। বদৰৰ ৰূপদেখি মানুহবোৰে কোৱাকুই কৰিলে—"এনেকুৱা ধুনীয়া মানুহজনক সেই যখিনীজনীয়ে যেন যাদু কৰিব নোৱাৰে।"

বদৰ বাছিমে সকলো কথা শুনি গৈছিল ; কিন্তু তেওঁ একো মাত-বোল কৰা নাছিল। মাত্ৰ আল্লাৰ ওপৰতে ভাৰসা ৰাখি তেওঁলোকৰ লগতে ৰাজকাৰেঙত উপস্থিত হ'লগৈ। বদৰ বাছিমক লৈ ৰাণী কাৰঙৰ ভিতৰলৈ গ'ল। কাৰেঙটো দেখি বদৰ অবাক হ'ল। গোটেই কাৰেঙটো সোণেৰে নিৰ্মাণ কৰা হৈছে। বিৰাট ফুলনিখনৰ মাজত এটা নিজৰা আছে। বাগিচাৰ গছ-গছনিবোৰত নানান ধৰণৰ চৰায়ে কলকলাব লাগিছে। বাগিচাৰ মুখামুখিকৈ থকা খিড়িকীখনৰ কাষৰে হাতীদাঁতৰ আসন এখনত ৰাণী বহিল আৰু ছুলতান বদৰ বাছিমকো কাষতে বহিবলৈ দিলে। লিগিৰীবোৰে সোণ আৰু হীৰা-মুকুতা খটোৱা পাত্ৰত নানান খাদ্য সম্ভাৰ আনি তেওঁলোকৰ আগত পৰিবেশন কৰাত দুয়ো খোৱা-বোৱা কৰিলে। ইয়াৰ পাচত ৰাণীয়ে গান-বাজনা আৰম্ভ কৰিবলৈ আদেশ দিলে। দহজনী গাভৰুৱে আহি গীত গাবলৈ ধৰিলে। ইপিনে ৰাণী লাব আৰু বদৰ বাছিমে পিয়লাই পিয়লাই সুৰা পান কৰিলে।

এই পৰিবেশৰ মাজত বদৰৰ মন আনন্দত উতলা হৈ উঠিল। আচহুৱা ভাবটো তেওঁৰ মনৰ পৰা আঁতৰি গ'ল। তেওঁ ভাবিলে, 'ৰাণী ইমান ধুনীয়া! মই কেতিয়াও তেওঁৰ সঙ্গ ত্যাগ নকৰো। তেওঁৰ সাম্ৰাজ্য মোৰ সাম্ৰাজ্যতকৈ ডাঙৰ। তদুপৰি ৰাজকুমাৰী জওহৰতকৈয়ো তেওঁ বেছি ধুনীয়া।' বদৰে সন্ধিয়া

পৰলৈকে সুৰা পান কৰি সময় কটালে। তেতিয়া কাৰেওত চাকি জ্বলোৱা হ'ল। সুগন্ধি ধূপৰ গোন্ধে আমোল-মোলালে। গোটেই নিশাটো বদৰে ৰাণীৰ লগতে কটালে। ৰাতিপুৱা দুয়ো স্নান কৰি উঠি খোৱা-বোৱা, সুৰাপান আৰু গীত-মাতৰ মাজেদি সময় অতিবাহিত কৰিলে।

এইদৰে ৰং-ধেমালি কৰি তেওঁলোকে চল্লিশটা দিন পাৰ কৰি দিলে। মূৰকত ৰাণীয়ে বদৰক সুধিলে—"কোৱাচোন তুমি ইয়াত থাকি বেছি ভাল পাইছা—নে তোমাৰ দদায়েৰৰ দোকানত থাকিহে ভাল লাগে?" বদৰে উত্তৰ দিলে—"ইয়াত থাকি মই বেছি ভাল পাইছো। মোৰ দদাই হ'ল এজন দুখীয়া মানুহ। তেওঁ বন-দৰৰ বেচি পেট প্ৰবৰ্তায়।" তেওঁৰ কথা শুনি ৰাণীয়ে হাঁহিবলৈ ধৰিলে।

ৰাতিপুৱা সাৰ পাই উঠি বদৰ বাছিমে দেখিলে যে ৰাণী লাৱ তেওঁৰ কাষত শুই থকা নাই। বহুত সময়লৈ ৰাণী উলটি নহা দেখি বদৰ কানিকাপোৰ পিন্ধি বাহিৰলৈ ওলাই গ'ল। ফুলনিলৈকে গৈছে বুলি ভাবি তেওঁ ৰাণীক বিচাৰি ফুলনি পালেগৈ। নিজৰাৰ পাৰত গছ-গছনিত তেওঁ বহুত চৰাই দেখা পালে। নিজৰাৰ পাৰতে এজনী বগা চৰাই আছিল। তেওঁ বৈ থাকোতেই গছৰ ওপৰৰ পৰা ক'লা চৰাই এটা উৰি আহি চৰাইজনীৰ কাষ পালে। সঙ্গসুখ লাভ কৰাৰ মূৰত চৰাইজনীয়ে নাৰী-মূৰ্তি ধাৰণ কৰিলে। বদৰে দেখিলে যে তেৱেঁই ৰাণী লাৱ।

ৰাণীৰ এনে আচৰণ দেখা পাই বদৰৰ মনটো গধুৰ হৈ পৰিল। কাৰেওলৈ উলটি গৈ তেওঁৰ পালেঙত বাগৰ দিলে। ৰাণী যেতিয়া ঘূৰি আহিল, তেতিয়া বদৰে ক'লে—"মই খুড়াৰ দোকানলৈ যাব খুজিছো। চল্লিশ দিন তেওঁক দেখা নাই। সেইদেখি তেওঁৰ ওচৰলৈ যাবৰ মন গৈছে।" ৰাণীয়ে উত্তৰ দিলে—"যোৱা বাৰু! কিন্তু মোৰ কাষৰ পৰা বেছিদিন আতৰি নাথাকিবা। খন্তেকৰ বাবেও মই তোমাৰ বিৰহ সহ্য কৰিব নোৱাৰো।" বদৰে সোণকালে আহিব বুলি কৈ বুঢ়াৰ দোকানলৈ বুলি যাত্ৰা কৰিলে। বুঢ়াই তেওঁক আকোৱালি ধৰি খা-খবৰ সুধিলে।

বদৰে ক'লে—"কালি নিশালৈকে দিনবোৰ ভালেৰেই কটাইছিলো।" এইবুলি তেওঁ ফুলনিত ক'লা চৰাইটোক কেনে অৱস্থাত দেখিছিল, সেইকথা ক'লে। বুঢ়াই তেতিয়া ক'লে—"মানুহজনীৰ পৰা সাৱধানে থাকিবা। তুমি যে গছৰ ওপৰত চৰাইবোৰ দেখা পাইছিলা, সেইবোৰো আগতে ডেকা মানুহ আছিল। ৰাণী



তেওঁলোকৰ প্ৰতি আসক্ত হৈছিল; পিচত তেওঁ যাদু কৰি সকলোকে চৰাইত পৰিণত কৰিলে। তুমি দেখা পোৱা ক'লা চৰাইটো পূৰ্বতে তেওঁৰ দাস আছিল; ৰাণী সেই দাসৰ প্ৰতি আসক্ত হ'ল। পিচে দাসটোৱে এজনী দাসীৰ প্ৰতি চকু দিয়াত তেওঁ তাক চৰাইলৈ ৰূপান্তৰিত কৰিলে। এই ক'লা চৰাইটোৰ সঙ্গ-লাভ কৰা তুমি দেখিলা বুলি ৰাণীয়ে গম পাইছে; সেইদেখি তেওঁ এতিয়া তোমাৰ অহিত সাধিবলৈ পাঙিছে। পিচে যেতিয়ালৈকে মই তোমাক অহিত ৰক্ষা কৰি থাকিম, তেতিয়ালৈকে তেওঁ তোমাৰ একো অপকাৰ কৰিব নোৱাৰে। তুমি একো চিন্তা নকৰিবা। যাদু বিদ্যাত মোৰ লগত কোনেও ফেৰ মাৰিব নোৱাৰে। পিচে বাধ্যত পৰিলেহে মই যাদু কৰিবলৈ লওঁ। ৰাণীৰ যাদুৰ গৰাহৰ পৰা বহুত সময়ত মানুহক ৰক্ষা কৰিছো; তেওঁৰ কাৰণে মই ভয় নকৰো—তেওঁ মোৰ একো অপকাৰ কৰিব নোৱাৰে। কাইলৈ আকৌ আহিবা। তেওঁ কি কৰে মোক জনাবাহি। তোমাৰ অহিত সাধিবৰ বাবে আজি নিশা তেওঁ যাদু কৰিব তেওঁৰ হাতৰ পৰা ৰক্ষা পৰিবলৈ হ'লে তুমি কেনেভাৱে চলিব লাগিব, সেই বিষয়ে মই তোমাক কম।"

বুঢ়াৰ পৰা বিদায় লৈ বদৰ বাছিম ৰাণীৰ ওচৰলৈ গ'ল। ৰাণী তেওঁৰ কাৰণেই বাট চাই আছিল। তেওঁক দেখা পাই ৰাণীয়ে আদৰি নিলে। বদৰক খাবলৈ দিয়াৰ পিচত ৰাণীয়ে সুৰা আনিবলৈ আদেশ দিলে; নিশালৈকে দুয়ো সুৰা পাণ কৰিলে। ৰাণীয়ে এপিয়লাৰ পাচত এপিয়লাকৈ সুৰা যাচিবলৈ ধৰিলে আৰু বদৰ তেনেই মতলীয়া হৈ পৰিল। তেতিয়া ৰাণীয়ে তেওঁক ক'লে—"তোমাক কথা এষাৰ সোধো। তুমি সঁচা কথা কবা নে?" বদৰে সঁচা কথা কব বুলি কোৱাত ৰাণীক ক'লে—"কালি নিশা তুমি সাৰ পাই মোক দেখা নাপাই বিচাৰি গ'লা। তুমি ফুলনিলৈ গৈ মোক দেখা পালা আৰু মই বগা চৰাই এজনীৰ ৰূপ ধৰি এটা ক'লা চৰাইৰ লগত থকা দেখিলা। এই চৰাইটোৰ আচল পৰিচয় তোমাক দিব খুজিছো। সেই ক'লা চৰাইটো পূৰ্বত মোৰ দাস আছিল; মই তাৰ প্ৰতি প্ৰেমাসক্ত হৈছিলো। পিচে সি লিগিৰী এজনীলৈ চকু দিয়াত মই যাদু কৰি তাক চৰাইলৈ ৰূপান্তৰিত কৰিলো আৰু লিগিৰীজনীক হত্যা কৰিলো। পিচে মই সেই দাসটোৰ বিৰহ সহ্য কৰিব নোৱাৰা হৈছো; সেইদেখি প্ৰায়ে চৰাইৰ ৰূপ ধৰি তাৰ কাষলৈ যাওঁ। তোমাৰ প্ৰতি আসক্ত হোৱা সত্বেও তাৰ ওচৰলৈ যোৱা বাবে মোৰ ওপৰত খং উঠিছে নেকি?"

সুৱাৰ বাগীত মতলীয়া হৈ বদৰে ক'লে—"মোৰ খং উঠাৰ কাৰণ তুমি ঠিকেই ধৰিছা।" ৰাণীয়ে বদৰক ভালৰি বোলাবলৈ চেষ্টা কৰিলে। মাজ নিশা ৰাণী বিচনাৰ পৰা উঠিল। বদৰ বাছিম সাৰ পাই আছিল ; কিন্তু তেওঁ টোপনিৰ ভাও জুৰি ৰাণীয়েনো কি কৰে তাকে চাই থাকিলে। ৰাণীয়ে বঙা মোনা এটাৰ পৰা কিবা বঙা বস্তু এবিধ উলিয়ালে ; তাকে কোঠাৰ মাজত থৈ দিয়াৰ লগে লগে নিজৰা এটা হৈ গ'ল। ৰাণীয়ে ধান এমুঠি লৈ মাটিতে সিচি দিলে আৰু নিজৰাৰ পানী অলপ তাৰ ওপৰত ছটিয়াই দিলে। তেতিয়া সেইবোৰ যেহু হৈ পৰিল ; ৰাণীয়ে সেইবোৰ গোটাই লৈ খুন্দি গুড়ি কৰিলে। সেই আটাখিনি গোটাই থৈ তেওঁ শুই থাকিল। ৰাতিপুৱা সাৰ পাই উঠি বদৰে মুখ-হাত ধুই উঠাৰ পাচত বুঢ়াৰ ওচৰলৈ যাব খুজিছিল। ৰাণীয়েও যাবলৈ ক'লে। বুঢ়াৰ ওচৰলৈ গৈ বদৰে সকলো কথা ক'লে। সেই কথা শুনি বুঢ়াই হাঁহিবলৈ ধৰিলে ; তাৰ পিচত ক'লে—"হে আল্লা! এই যখিনীজনীয়ে তোমাৰ অপকাৰ কৰিবলৈ পাঙিছে। পিচে তুমি ভয় নকৰিবা।" এইবুলি বুঢ়াই তেওঁক পিঠাগুড়িৰ অলপ দি ক'লে—"এইখিনি লৈ যোৱা। ৰাণীয়ে দেখা পালে এইবোৰ কি বুলি সুধিব। তুমি তেতিয়া ক'বা 'ভাল বস্তু সৰহকৈ থাকিলে ভাল'। তুমি এইবোৰকে খাবা। তেতিয়া ৰাণীয়ে গুড়ি কৰি থোৱা আটা আনি তোমাক খাবলৈ দিব। তুমি সেইখিনি খোৱাৰ ভাও জুৰিবা! কিন্তু আচলতে মই দিয়া পিঠাগুড়িখিনিহে খাবা। তেওঁ দিয়াখিনি ভুলতে যাতে নোখোৱা, সেই কথালৈ লক্ষ্য ৰাখিবা। কিয়নো তাৰ অকণমান খালেও ৰাণীৰ যাদুৰ কবলত পৰিবা ; তেতিয়া তেওঁ কব—'মানুহৰ দেহ পৰিত্যাগ কৰ।' এইবুলি কোৱাৰ লগে লগে তুমি মানুহৰ দেহ হেৰুৱাবা আৰু তেওঁ যি ইচ্ছা কৰে সেইমতে কোনো প্ৰাণীৰ আকাৰ ধাৰণ কৰিবা। কিন্তু তুমি যদি তেওঁ দিয়া বস্তুবোৰ নোখোৱা, তেন্তে যাদুৱে কাম নিদিয়ে আৰু তোমাৰো একো অপকাৰ নহয়। তেতিয়া তেওঁ ক'ব—'মই তোমাৰ লগত ধেমালিহে কৰিছিলো।' তাৰ পাচত তেওঁ কপটতা দেখুৱাই তোমাৰ প্ৰতি প্ৰেম নিবেদন কৰিব। তুমি প্ৰেমাভিনয় কৰি তেওঁক ক'বা—'ইয়াৰে পিঠাগুড়ি অলপ খোৱাচোন ; বেছ জুতি লাগিব।' তেওঁ যদি অকণমান পিঠাগুড়ি খায়, তুমি হাতত পানী এচলু লৈ তেওঁৰ মুখলৈ মাৰি পঠিয়াবা আৰু লগতে ক'বা—'এই মানৱ দেহ পৰিত্যাগ কৰ' (এইবুলি যি আকাৰ ধাৰণ কৰাটো কামনা কৰা তাকে ক'বা)। তেতিয়া তেওঁৰ কাষৰ পৰা মোৰ ওচৰলৈ গুচি আহিবা। ইয়াৰ পাচত কি কৰিব লাগে মই তোমাক কম।"



বদৰ তেওঁৰ পৰা বিদায় লৈ ৰাণীৰ কাৰেঙলৈ উলটি গ'ল। ৰাণীয়ে তেওঁক দেখি আদৰ সাদৰ কৰি কলে—"তুমি মোৰ কাষৰ পৰা বহুত সময় আঁতৰি থাকিলা।" বদৰে উত্তৰ দিলে—"মই খুড়াৰ ওচৰলৈ গৈছিলো ; তেওঁ মোক এই পিঠাগুড়িখিনি খাবলৈ দিছে।" ৰাণীয়ে উত্তৰ দিলে—"মোৰ হাতত তাতোকৈ ভাল বস্তু আছে।" তেওঁ বদৰৰ পিঠাগুড়িখিনি এখন থালত থলে আৰু আন এখনত নিজৰখিনি লৈ বদৰক কলে—"এয়া খোৱা। এইখিনি বেছি ভাল।" বদৰেও খোৱাৰ ভাও জুৰিলে ; তেওঁ খালে বুলি ভাবি ৰাণীৰয়ে হাতত পানী এচলু লৈ বদৰৰ গালৈ মাৰি পঠিয়ালে আৰু লগতে কলে—"হেৰ দুৰ্ভগীয়া—তই এই শৰীৰ পৰিত্যাগ ক'ৰ আৰু এচকুৰা, কুৰূচ খচচৰৰ ৰূপ ধাৰণ কৰ।" কিন্তু বদৰৰ ৰূপৰ পৰিবৰ্তন নহ'ল। তাকে দেখি ৰাণীয়ে উঠি আহি তেওঁক আকোৱালি ধৰি কলে—"মই ধেমালিহে কৰিছিলো। তুমি বেয়া নাপাবা।" বদৰে ক'লে—"মই কিয় বেয়া পাম। তুমি যে মোক ভাল পোৱা সেই বিষয়ে মোৰ দৃঢ় বিশ্বাস আছে। পিচে মই অনা পিঠাগুড়ি অলপমান খোৱাচোন।" সেইবুলি কোৱাত বুঢ়াই দি পঠোৱা পিঠাগুড়ি অলপমান ৰাণীয়ে খালে ; কিন্তু খোৱাৰ লগে লগে তেওঁ ছাটি-ফুটি কৰিবলৈ ধৰিলে। বদৰ বাছিমে হাতত পানী এচলু লৈ ৰাণীৰ মুখলৈ মাৰি পঠিয়াই কলে—"এই মানৱ দেহা পৰিত্যাগ কৰি ফুটুকা ফুটুকী খচচৰৰ ৰূপ ধাৰণ কৰ।"

বদৰে সেইবুলি কোৱাৰ লগে লগে ৰাণী এজনী খচচৰলৈ ৰূপান্তৰিত হ'ল ; সেই অৱস্থা হোৱা দেখি তেওঁৰ চকুৰেদি পানী বৰলৈ ধৰিলে আৰু মুখখনেৰে বদৰৰ ভৰি দুটাত স্পৰ্শ কৰিলেহি। বদৰে তেতিয়া লেকাম এডাল লগাই দিব খুজিলে ; কিন্তু লগাব নোৱাৰিলে। ইয়াৰ পাচত বদৰ দোকানীৰ ওচৰ পালেগৈ আৰু তেওঁক সকলো কথা কলে। বুঢ়াই তেতিয়া লেকাম এডাল উলিয়াই আনি সেইডালেৰে খচচৰজনীৰ মুখত লেকাম লগাবলৈ কলে। বদৰ সেই লেকামডাল লৈ কৰেঙলৈ আহিল ; তেওঁক দেখা মাত্ৰেই খচচৰজনী কাষচাপি আহিল আৰু বদৰেও মুখত লেকামডাল লগাই দিলে। তাৰ পিচত খচচৰজনীৰ পিঠিত উঠি বুঢ়াৰ ওচৰলৈ গ'ল। বুঢ়াই ৰাণীক দেখা পাই কলে—"হেৰ অভিশপ্তা নাৰী! আল্লাই তোক শাস্তি দিয়ক।" তাৰ পিচত তেওঁ বদৰক কলে—"বোপাই তুমি আৰু এইডোখৰ ঠাইত থকাৰ সকাম নাই। এই খচচৰজনীৰ পিঠিত উঠি যলৈকে যাব খোজা যোৱাগৈ। কিন্তু লেকামডাল কাৰো হাতত নিদিবা।"

বদৰে ধন্যবাদ জনালে আৰু তেওঁৰ পৰা বিদায় লৈ তিনি দিনৰ বাট অতিক্ৰম কৰাৰ মূৰত তেওঁ আন এখন নগৰৰ কাষত উপস্থিত হ'ল। এজন পকামূৰীয়া বুঢ়াই তেওঁক দেখা পাই সুধিলে—"বোপাই তুমি ক'ৰ পৰা আহিছা ?" বদৰে উত্তৰ দিলে—"যাদুকৰৰ নগৰৰ পৰা আহিছো।" বুঢ়াই তেতিয়া কলে—"তুমি আজি নিশাটো মোৰ ঘৰতে থাকা।" সেইকথাত মান্তি হৈ বদৰ তেওঁৰ লগতে গল ; পিচে বাটতে তেওঁলোকে বুঢ়ী এজনীক লগ পালে। খচ্চৰজনীক দেখা পাই বুঢ়ীয়ে কান্দি কান্দি ক'লে—"মোৰ ল'ৰাটোৰ খচ্চৰজনী সাইলাখ এনেকুৱা আছিল। পিচে খচ্চৰজনী মৰি থাকিল। সেই কথা মনত পৰিলে মোৰ বেজাৰ লাগে। ডাঙৰীয়া! আপুনি এই খচ্চৰজনী মোক বেচিব নে ?" বদৰে ক'লে—"মই বেচিব নোৱাৰো।" বুঢ়ীয়ে আকৌ ক'লে—"আল্লাৰ দোহাই ! মোৰ অনুৰোধ নেপেলাব। এই খচ্চৰজনী কিনি নিব নোৱাৰিলে মোৰ ল'ৰা আৰু জীয়াই নাথাকে।" বুঢ়ীয়ে নেৰানেপেৰাকৈ লাগি থকাত বদৰে শেষত ক'লে—"এহেজাৰ মোহৰ নাপালে মই খচ্চৰজনী নেবেচো।" তেওঁ ভাবিছিল যে বুঢ়ীয়েনো এহেজাৰ সোণৰ মোহৰ ক'ত পাব! পিচে তেওঁৰ কথা শুনি বুঢ়ীয়ে খোচনিৰ মোণা এটাৰ পৰা এহেজাৰ মোহৰ উলিয়ালে। তাকে দেখা পাই বদৰ বাছিম "মই ধেমালিহে কৰিছিলো। খচ্চৰজনী নেবেচো।" তেতিয়া বুঢ়ীয়ে ক'লে—"এই নগৰত কোনেও মিছা কথা ক'ব নোৱাৰে। মিছা কথা কোৱা মানুহৰ প্ৰাণদণ্ড হয়।"

বদৰ বাছিমে তেতিয়াই পিঠিৰ পৰা নামি খচ্চৰজনী বুঢ়ীৰ হাতত শোধাই দিলে। বুঢ়ীয়ে লেকামডাল মুখৰ পৰা গুচাই হাতত পানী এচলু ল'লে আৰু খচ্চৰজনীৰ গালৈ ছাটি মাৰি দি ক'লে—"এইটো শৰীৰ পৰিত্যাগ কৰি পূৰ্বৰ নিচিনা হোৱা।" এইবুলি কোৱাৰ লগে লগে খচ্চৰজনীয়ে নাৰীমূৰ্তি ধাৰণ কৰিলে আৰু দুয়োজনী মানুহে পৰস্পৰক আকোৱালী ধৰি চুমা খাবলৈ ধৰিলে। বদৰ বাছিমে বুজিলে, এই বুঢ়ীজনীয়েই ৰাণী লাবৰ মাক। প্ৰতাৰিত হোৱা বুলি গম পাই বদৰে সেই ঠাইৰ পৰা পলাব খুজিলে। তেনেতে বুঢ়ীয়ে ডাঙৰকৈ সুহুৰি এটা মাৰিলে আৰু লগে লগে পৰ্বতটোৰ সমান দৈত্য এটা আহি সেই ঠাইত উপস্থিত হ'ল। ভয়তে বদৰ থৰ লাগিল। বুঢ়ী দৈত্যটোৰ বোকোচাত উঠিল ; জীয়েককো তেওঁৰ লগতে তুলি ল'লে আৰু বদৰক দৈত্যটোৰ হাতত দিলে। আটাইবোৰক লৈ দৈত্যটো উৰি গ'ল। এঘণ্টামান সময় নৌ পাৰ হওঁতেই তেওঁলোক ৰাণী লাবৰ কাৰেঙত উপস্থিত হ'লগৈ। সিংহাসনত বহি লৈ ৰাণী



লাবে বদৰক ক'লে—"মই ইয়ালৈ আহিলো আৰু স্বৰূপ ধাৰণ কৰিলো যেতিয়া তোক আৰু সেই বুঢ়া দোকানীটোক ভালকৈ এশিকনি দিম। তাক বহুত দয়া দেখুৱালো ; তথাপি সি মোক অন্যায় কৰিবলৈ আগবাঢ়ে। মই ভালকৈ জানো, তই বুঢ়াৰ সহায় নোলোৱাকৈ এইবোৰ কৰিব নোৱাৰ।" এইবুলি কৈ তেওঁ বদৰৰ গাত পানী ছটিয়াই দি ক'লে—"এই শৰীৰ ত্যাগ কৰি কুৎচ কুকুৰা এটাৰ ৰূপ ধাৰণ কৰ।" একোকে খাবলৈ নিদি তেওঁ কুকুৰাটোক সজা এটাৰ ভিতৰত ভৰাই থলে। পিচে ৰাণীৰ লগত থকা ছোৱালী এজনীয়ে এনে নিৰ্দয় ব্যৱহাৰ কৰাটো সহি থাকিব নোৱাৰিলে ; ৰাণীয়ে গম নোপোৱাকৈ ছোৱালীজনীয়ে কুকুৰাটোক খাবলৈ দিলে।

এদিন সেই ছোৱালীজনীয়ে ৰাণীয়ে গম নোপোৱাকৈ কাৰেঙৰ পৰা ওলাই গৈ বুঢ়া দোকানীক লগ ধৰি সকলো কথা ক'লে আৰু লগতে এইবুলিও জনালে "আপোনাৰ ভতিজাকক ৰাণী লাবে মাৰি পেলাব খুজিছে।" বুঢ়াই ছোৱালীজনীক এই বাতৰি দিয়া বাবে ধন্যবাদ জনাই ক'লে—"তাইৰ হাতৰ পৰা মই নগৰখন উদ্ধাৰ কৰি তোমাকেই ৰাণী পাতিম।" এইবুলি কৈ তেওঁ ডাঙৰকৈ সুহুৰি এটা মাৰি দিয়াত চাৰিখন পাখি থকা দৈত্য এটা আহি সমুখত উপস্থিত হ'ল। বুঢ়াই দৈত্যটোক ক'লে—"এই ছোৱালীজনীক জলকুঁৱৰী জুলনাৰৰ নগৰলৈ আৰু তেওঁৰ মাক ফৰশ্বাহৰ ওচৰলৈ লৈ যোৱা। যাদুবিদ্যাত এই পৃথিৱীত তেওঁলোক দুগৰাকীৰ সমকক্ষ কোনো নাই।" তাৰ পিচত ছোৱালীজনীৰ কাণে চাই ক'লে—"সেই ঠাইত উপস্থিত হৈ তুমি কবা যে ছুলতান বদৰ বাছিমক ৰাণী লাবে বন্দী কৰি থৈছে।" দৈত্যটো ছোৱালীজনীক লৈ উৰি গ'ল আৰু অলপ সময়ৰ পিচতে ৰাণী জুলনাৰৰ কাৰেঙৰত উপস্থিত হ'ল। ছোৱালীজনীয়ে ৰাণীৰ ওচৰলৈ গৈ সকলো কথা ভাঙিপাতি ক'লে। ৰাণী জুলনাৰে ছোৱালীজনীক আদৰ-সাদৰ কৰি ধন্যবাদ জনালে। ৰাণীয়ে বদৰ বাছিমৰ সন্ধান পোৱাৰ কথা ঢোল পিটি গোটেই ৰাজ্যতে জনাই দিবলৈ আদেশ দিলে। ইয়াৰ পাচত ৰাণী, তেওঁৰ মাক ফৰশ্বাহ আৰু ককায়েক ছালিহে সৈন্য-সামন্ত সাজু কৰিলে। ছুলতান আল সমনদলৰ ৰাজ্য দখল কৰাৰ পৰা 'জিন' জনজাতিও তেওঁলোকৰ অনুগত হ'ল ; সেইদেখি 'জিন' জনজাতিৰো সকলো মানুহ সমবেত হ'লহি।

ইয়াৰ পাচত সকলোৱে আকাশেদি উৰি গৈ ৰাণী লাবৰ নগৰীত উপস্থিত হৈ গোটেই নগৰী আৰু কাৰেং লুটপাত কৰিলে ; তেওঁলোকে চকুৰ পচাৰতে সকলোবোৰ কাফেৰক বধ কৰিলে। জুলনাৰে তেতিয়া ছোৱালীজনীক সুধিলে—

"মোৰ ল'ৰাটো ক'ত আছে?" দাসীজনীয়ে সজাটো আনি তাৰ ভিতৰৰ পৰা চৰাইটোলৈ আঙুলিয়াই দি ক'লে—"এয়েঁই আপোনাৰ পুতেক।" জুলনাৰে চৰাইটো সজাৰ পৰা উলিয়াই আনি পানী ছটিয়াই দি ক'লে—"এইটো শৰীৰ ত্যাগ কৰি পূৰ্বৰ ৰূপ ধাৰণ কৰা।" সেইবুলি কোৱাৰ লগে লগে বদৰে পূৰ্বৰ ৰূপ ঘূৰাই পালে। মাকে পুতেকক গৰা মাৰি ধৰি কান্দিবলৈ ধৰিলে। তেতিয়া জুলনাৰে বুঢ়া দোকানী শেখ আব্দুল্লাক মতাই আনি পুতেকৰ উপকাৰ কৰা বাবে ধন্যবাদ জনালে আৰু পুতেকৰ খবৰ দিবলৈ যোৱা ছোৱালীজনীক তেওঁলৈ বিয়া দি আব্দুল্লাকে সেই ৰাজ্যৰ ছুলতান পাতিলে। তদুপৰি তেওঁ নগৰৰ মুছলমান নাগৰিক-সকলক মতাই আনিলে আৰু আব্দুল্লাৰ ওচৰত আনুগত্য প্ৰকাশ কৰি শপত কাঢ়িবলৈ ক'লে; তেওঁলোকেও তাকে কৰিলে। ইয়াৰ পাচত ৰাণী জুলনাৰ সদলে নিজ ৰাজ্যলৈ উলটি গ'ল। নগৰবাসীয়ে ঢোল বজাই তেওঁলোকক আদৰি নিলে। তিনিদিন ধৰি নগৰীখন সজাই-পৰাই উৎসৱ পতা হ'ল। ছুলতান বদৰ বাছিম উলটি অহাৰ বাবে সকলোৱে উৎসৱ যোগ দিলে।

এইবোৰ হৈ যোৱাৰ মূৰত বদৰে মাকক ক'লে—"এতিয়া আৰু মোৰ বিয়াখন পাতিবলৈহে বাকী থাকিল। সেয়ে হৈ উঠিলে আমাৰ সকলোৰে মিলন ঘটিব।" মাকে তেতিয়া উত্তৰ দিলে—"তুমি ঠিক কথাকে কৈছা। অলপ দিন বাট চোৱা; ইতিমধ্যে তোমাৰ যোগ্য হ'ব পৰা ৰাজকুমাৰী এজনীৰ সন্ধান লওঁ।" আইতাক ফৰশ্বাহ আৰু লগতে দদায়েকৰ জীয়েকহঁতেও মত লগালে—"বদৰ বাছিম! তোমাৰ মনোবাঞ্চা পূৰণ কৰাত আমিও সহায় কৰি দিম।" তাৰ পিচত ছোৱালীৰ সন্ধান লবৰ কাৰণে সকলোবোৰ গ'ল। ৰাণী জুলনাৰেও দেশে দেশে ধুনীয়া ছোৱালীৰ সন্ধান লোৱালে। পিচে এইবোৰ কৰা দেখি বদৰ বাছিমে মাক জুলনাৰক ক'লে—"তোমালোকে ছোৱালী বিচৰা কাম বাদ দিয়া—কিয়নো আল সমনদলৰ জীয়েক জওহৰৰ বাহিৰে আন ছোৱালীক মই বিয়া নকৰাওঁ। সঁচাকৈ তেওঁৰ নামৰ লগত ৰূপৰো সাদৃশ্য আছে।" জুলনাৰে উত্তৰ দিলে—"মই সেইজনী ছোৱালী চিনি পাওঁ।" জুলনাৰে তেতিয়া আল সমনদলক মাতি আনিবলৈ আদেশ দিলে। তেওঁ আহি পোৱাত বদৰক সেই খবৰ জনালে আৰু বদৰ তেওঁক লগ ধৰিবলৈ বুলি গ'ল।

তেওঁক দেখা পাই আল সমনদলে থিয় দি সন্মান জনালে। ছুলতান বদৰ বাছিমে তেতিয়া কলে যে জীয়েক জওহৰক তেওঁলৈ বিয়া দিব লাগে। আল সমনদলে উত্তৰ দিলে—"তাই আপোনাৰ দাসীৰ তুল্য; আপোনাৰ সেৱাতেই



নিয়োজিত হ'ব।" তেতিয়া তেওঁ জীয়েকৰ সন্ধান লবলৈ মানুহ পঠালে আৰু লগতে কলে যে ছুলতান বদৰ বাছিমৰ হাতত তেওঁ বন্দী হৈ থকা সম্বাদ দি জীয়েকক তালৈকে লৈ আহিব লাগে। সেইমতে মানুহ গ'ল আৰু অলপ পিচতে ৰাজকুমাৰীক তালৈ লৈ আহিল। বাপেকক দেখি ৰাজকুমাৰীয়ে ডিঙিত গৰা মাৰি ধৰি কান্দিবলৈ ধৰিলে। বাপেকে ৰাজকুমাৰীক ক'লে—"জলকুঁৱৰী মহাৰাণী জুলনাৰৰ পুত্ৰ, মহান আৰু সিংহবিক্ৰমী সম্ৰাট বদৰ বাছিমলৈ মই তোমাক বিয়া দিছো। ৰূপত তেওঁ অতুলনীয়। তেওঁ অতি শক্তিমন্ত আৰু পদমৰ্যাদাৰে কালৰ পৰাও শ্ৰেষ্ঠতম। তেয়েঁই তোমাৰ যোগ্যতম পাত্ৰ।" জীয়েকে উত্তৰ দিলে—"মোৰ কবলৈ একো নাই। আপোনাৰ ইচ্ছাই মোৰ ইচ্ছা। সকলো বিৰোধ ভাবৰ এতিয়া অৱসান ঘটিছে। মই তেওঁৰ দাসীৰ তুল্য।" ইয়াৰ পাচত কাজীক মতাই অনা হ'ল; তেওঁ সাক্ষীবাদী লৈ ছুলতান বদৰ বাছিম আৰু ৰাজকুমাৰী জওহৰৰ মাজত বিয়াৰ বন্দৱস্ত সমাধা কৰিলে। গোটেই নগৰ সুসজ্জিত কৰি তোলা হ'ল। বাদ্যযন্ত্ৰই আনন্দৰ খলকনি তুলিলে। বিবাহ উপলক্ষে কাটেকৰ পৰা কয়দীবিলাকক মুক্তি দিয়া হ'ল। ইপিনে ছুলতানে বিধৱা আৰু নিঠৰুৱা লোকক বস্ত্ৰ দান কৰিলে। ৰাজ্যৰ আমিৰ আদি ডা-ডাঙৰীয়াসকলক মানধৰা সাজ একোটা দি দিলে। দহ দিন ধৰি দিনে নিশাই উৎসৱ উৎযাপিত হ'ল। সকলোৱে ভোজভাত খালে। উৎসৱৰ অন্তত সুকীয়া সুকীয়া ন-টা সাজত কইনাক সজাই পৰাই আনি বদৰ বাছিমক দেখুওৱা হ'ল। তেওঁ আল সমনদলকো মান ধৰা সাজ এটা দিলে আৰু তেওঁক নিজৰ দেশলৈ পঠাই দিলে। ইয়াৰ পাচত তেওঁলোকে সুখে-সন্তোষে, ভোগ বিলাসৰ মাজেৰে জীৱন যাপন কৰিলে।

# বাগদাদৰ মাছমৰীয়া খলিফাৰ কাহিনী

অতি পুৰণি কালত বাগদাদ নগৰত খলিফা নামেৰে এজন মাছমৰীয়া আছিল। তেওঁ নিচেই দুখীয়া মানুহ; বিয়া-বাৰুও কৰোৱা নাছিল। এদিন ৰাতিপুৱা তেওঁ জালখন লৈ নদীৰ পাৰলৈ গ'ল। আন মানুহতকৈ আগতে গৈ তেওঁ সদায় জাল মাৰে। সেইদিনাও নদীৰ পাৰলৈ গৈ কানি-কাপোৰ কোঁচাই লৈ পানীলৈ নামি গ'ল। তাৰ পিচত জালখন মেলি লৈ পানীলৈ মাৰি পঠালে। কিন্তু জালত একো নালাগিল। এইদৰে তেওঁ দহবাৰ জাল মাৰিলে। কিন্তু একোকে ধৰিব নোৱাৰিলে। তেওঁৰ মনত বৰ বেজাৰ লাগিল। "হে আল্লা! দয়া কৰা। আল্লাই দয়া কৰিলেই সকলো হয়। দিনটোৰ ভাতমুঠি আল্লাৰ জহতে পাওঁ। তেওঁ নিদিলে কোনেও দিব নোৱাৰে।"

মাছমৰীয়াই মনতে ভাবিলে, "আল্লাৰ নাম লৈ আৰু এবাৰ জাল মাৰিম। তেওঁ কিজানি মোক এইবাৰ হতাশ নকৰেই।" এইবুলি আকৌ নদীৰ পাৰলৈ গ'ল আৰু পানীৰ মাজলৈ জালখন মাৰি পঠালে। ৰচী কেইডালত খামুচি এঘণ্টা পৰ খপি থকাৰ মূৰত জালখন টানিলে। জালখন গধুৰ যেন পাই বৰ লাহে লাহে টানিবলৈ ধৰিলে। পাৰলৈ আনি দেখিলে যে এচকুৱা, লেঙেৰা বান্দৰ এটাহে জালত লাগিল। তাকে দেখি খলিফাই ভাবিলে—"কিয় বাৰু এনেকুৱা দুৰ্ভাগ্য হ'ল? আজি মোৰ ভাগ্যত কি আছেনো বাৰু? পিচে সকলো আল্লাৰে ইচ্ছা।" তেওঁ বান্দৰটো ধৰি নি ৰচী এডালেৰে নদীৰ পাৰৰে গছ এডালত বান্ধি থলে। তেওঁ ভাবিলে যে এই বান্দৰটোৰ কাৰণেই পানীত শনি লাগিল। সেইদেখি সোঁকা এডালেৰে বান্দৰটোক কোবাব খুজিলে। তেনেতে সুস্পষ্ট, মাতেৰে বান্দৰটোৱে ক'লে—"খলিফা! মোক নামাৰিবা। মোক এই গছ জোপাতে বান্ধি থৈ পানীলৈ নামি যোৱা আৰু আল্লাৰ নাম লৈ পুনৰ জাল পেলোৱা। আল্লাই তোমাৰ ভাত



মুঠিৰ যোগান ধৰিব।" এইকথা শুনি খলিফাই পানীলৈ নামি গৈ আকৌ জাল মাৰিলে। জালখন টানোতে আগতকৈয়ো গধুৰ যেন পালে। লাহে লাহে টানি টানি জালখন পাৰলৈ তুলি দেখিলে যে এইবাৰো বান্দৰ এটাহে লাগিল। বান্দৰটোৰ আগদাঁত কেইটা সেৰেঙা; চকুৰ দাঁতিত চুৰ্মা লগাইছে আৰু হাত দুখনতো আল্‌তা সানি থৈছে। ককালত ফটাকানি এটুকুৰা মেৰাই লৈছে। বান্দৰটোৱে হাঁহি আছিল।

খলিফাই ক'লে—"আল্লাই নদীৰ মাছবোৰ বান্দৰলৈ ৰূপান্তৰিত কৰিলে হ'বলা!" তেওঁ গছত বান্ধি থোৱা প্ৰথম বান্দৰটোৰ ওচৰলৈ গৈ ক'লে—"হেৰৌ কুলক্ষণীয়া। তই কোৱা মতে কাম কৰি মই কিটো পালো দেখিলি? আৰু এটা বান্দৰ পালো মাথোন। তোৰ নিচিনা কণা, লেঙেৰা এটাক ৰাতিপুৱাই দেখা কাৰণেই মোৰ দিনটো মিছা হ'ল।" এইবুলি কৈ তেওঁ সেই লেঙেৰা বান্দৰটোক কোবাবলৈ বুলি সোঁকাডাল দাঙোতেই বান্দৰটোৱে কাঁকুতি জুৰি ক'লে—"আল্লাৰ নামত কাবৌ কৰি কৈছো—মোক নামাৰিবা। সৌ বান্দৰটোৰ ওচৰলৈ যোৱা। সিয়েই তোমাক বুধি দিব পাৰিব।" তেতিয়া তেওঁ সোঁকা ডাল পেলাই দি দ্বিতীয় বান্দৰটোৰ ওচৰলৈ গল; দ্বিতীয় বান্দৰটোৱে ক'লে—"খলিফা! মই কোৱা মতে নকৰিলে তোমাৰ একো লাভ নহয়। তুমি যদি মোৰ কথা মতে চলা আৰু মোক বিতুষ্ট নকৰা, তেন্তে মোৰ জহতে তোমাৰ ভাগ্য উদয় হ'ব।" খলিফাই ক'লে—"তোৰ কথা মতে কাম কৰাৰ কথা যে কৈছ, মইনো কি কৰিব লাগে?" বান্দৰটোৱে উত্তৰ দিলে—"মোক নদীৰ পাৰতে বান্ধি থৈ তুমি পানীলৈ নামি যোৱা। তাৰ পিচত তৃতীয় বাৰৰ কাৰণে তোমাৰ জাল খন মাৰাগৈ। তাৰ পিচত কি কৰিব লাগে মই বাক ক'ম। সেইমতে তেওঁ গৈ আকৌ জাল মাৰিলে; অলপ সময় বৈ জালখন টানোতে গধুৰ যেন পালে। লাহে লাহে পাৰলৈ তুলি আনি দেখিলে যে এইবাৰো বান্দৰ এটাহে লাগিল। এই বান্দৰটো ৰঙা; গাত নীলা এডা চোলা এটা। হাত আৰু ভৰিত আল্‌তা সানিছে; চকুত চুৰ্মা সানি লৈছে।

বান্দৰটো দেখি খলিফাই আচৰিত হৈ ক'লে—"আল্লাৰ কি মহিমা! আজি ভাল দিনটো মোৰ ভাগ্যত মিলিল! ৰাতিপুৱাই বান্দৰটোৰ মুখ দেখিলো! এনে-স্থলত কি ভাগ্য হব পাৰে সেইবিষয়ে প্ৰবাদ আছেই নহয়। আজি মুঠতে বান্দৰৰ দিন; নদীত এটাও মাছ নাই। আমি বান্দৰ ধৰিবলৈহে ইয়ালৈ আহিলো!"

তেওঁ তৃতীয় বান্দৰটোৰ পিনে চাই সুধিলে—"হেৰৌ কুলক্ষণীয়া! তই নো কোন?" বান্দৰটোৱে ক'লে—"মই আবু-অল-ছাদৎ নামৰ ইহুদী এজনৰ বান্দৰ।

তেওঁ টকা ধাৰে দিয়ে।” খলিফাই তেতিয়া সুধিলে—“তইনো তেওঁৰ কি কাম কৰি দিয় ?” বান্দৰটোৱে ক’লে—“মই ৰাতিপুৱাই তেওঁক সুপ্ৰভাত জনাওঁ আৰু তেওঁ পাচটো মোহৰ লাভ কৰে। গধূলিও সেইদৰে তেওঁক শুভেচ্ছা জনাওঁ আৰু তেওঁ আকৌ পাচটা মোহৰ লাভ কৰে।” এই কথা শুনি খলিফাই প্ৰথম বান্দৰটোৰ পিনে চাই ক’লে—“হেৰৌ কুলক্ষণীয়া ! আনৰ বান্দৰ কিমান ভাল দেখিছ ? তোৰ ফুটা চকু, লেঙেৰা ঠেংটো আৰু কুলক্ষণীয়া মুখখন ৰাতিপুৱাই দেখা কাৰণেই মই লবোনে ভোকে থাকিব লগীয়া হ’ল।” এইবুলি তেওঁ সোঁকাডাল লৈ প্ৰথম বান্দৰটোক কোবাবলৈ লওঁতেই আবু-অল-ছাদতৰ বান্দৰটোৱে তেওঁক ক’লে—“খলিফা ! তেওঁক নামাৰিবা। মোৰ ওচৰলৈ আহাঁ। কি কৰিব লাগে মই তোমাক ক’ম।” খলিফাই সোঁকাডাল পেলাই দি তাৰ কাষলৈ গৈ সুধিলে—“কি কৰিব লাগে নো ?” বান্দৰটোৱে ক’লে—“বাকী দুটা বান্দৰৰ লগতে মোকো ইয়াতে থৈ তুমি নদীত জালখন মাৰাগৈ। জালত যি উঠে, তাকে মোৰ ওচৰলৈ লৈ আহিবা। কি কৰিলে তোমাৰ লাভ হয়, সেই কথা মই তোমাক পিচত জনাম।” খলিফাও জাল লৈ নৈৰ পাৰলৈ গ’ল। জাল খন পেলাই অলপ সময় বাট চালে আৰু তাৰ পিচত পাৰলৈ চপাই আনি দেখিলে যে বঢ়িয়া মাছ এটা জালত লাগিছে। মাছটোৰ মূৰটো ডাঙৰ, ফিছাখন চিয়া আৰু চকু দুটা দুটুকুৰা সোণৰ লেখিয়া। মাছটো দেখা পাই খলিফাৰ মনত বৰ বং লাগিল ; কোনো কালে তেওঁ এনেকুৱা এটা মাছ ধৰা নাছিল। পৃথিৱীৰ ভিতৰত আটাইতকৈ বহুমূলীয়া বস্তুটো পোৱা যেন পালে ! উলাহমনেৰে তেওঁ আবু-অল-ছাদতৰ বান্দৰটোৰ ওচৰলৈ মাছটো লৈ গ’ল। বান্দৰটোৱে সুধিলে—“খলিফা ! তুমি এই মাছটো কি কৰিবা আৰু তোমাৰ বান্দৰটোৰ কি হ’ব ?” তেওঁ উত্তৰ দিলে—“প্ৰথমে সৌ কুলক্ষণীয়া বান্দৰটোক পানীলৈ দলিয়াই পেলাই দিম। তোক মোৰ লগতে লৈ যাম আৰু তই যিহকে খাবলৈ বিচাৰ তাকে সদায় দিম।” বান্দৰটোৱে তেতিয়া কলে—“তুমি মোকে বাছি লৈছা যেতিয়া কি কৰিলে তোমাক সৌভাগ্যই লাগ দিয়ে মই তাৰেই বুধি দিম। মোৰ কথা শুনা। ৰচী এডালেৰে তুমি মোকো গছ এজোপাত বান্ধি থোৱা ; মোক তাতে থৈ তুমি মথাউৰিৰ মাজলৈ গৈ টাইগ্ৰীছ নদীত জাল মাৰিবা। অলপ বেলি ৰৈ জালখন পাৰলৈ চপাই আনিবা। জালত মাছ এটা লাগিব। ইমান ধুনীয়া মাছ জীৱনত তুমি কোনো কালে দেখা নাই। মাছটো মোৰ ওচৰলৈ লৈ আহিবা। তাৰপিচত কি কৰিব লাগিব, মই কম।”



খলিফাও সেইমতে গ’ল ; এইবাৰ জালত প্ৰকাণ্ড মাছ এটা লাগিল আগৰটোতকৈয়ো এইটো মাছ ডাঙৰ। তেওঁ মাছটো লৈ বান্দৰটোৰ ওচৰলৈ গ’ল। বান্দৰটোৱে তেতিয়া ক’লে—“ঘাঁহ কিছুমান গোটাই আনা। তাৰে আধা ঘাঁহ পাচি এটাত মেলি দি তাৰ ওপৰতে মাছটো থবা। তাৰপিচত বাকীখিনি ঘাঁহেৰে মাছটো ঢাকি দিবা। আমাক ইয়াতে থৈ তুমি পাচিটো কান্ধত লৈ বাগ্‌দাদলৈ যাবা, কোনোবাই বাটত যদি কিবা সোধে তুমি একোকে নামাতিবা। পোনে পোনে বজাৰলৈ যাবা। টকা ধাৰ দিওঁতা মহাজনসকলৰ দোকানৰ বাট-টোৱেদি উজাই গ’লে তুমি সেই মহাজনসকলৰ মূৰব্বী আবু-অল-ছাদতৰ দোকান খন দেখা পাবা। ঢাৰি এখনত তেওঁ বহি থাকে। পাচ কালে থকা গাৰু দুটাত আঁউজি লয়। তেওঁৰ দুটা চন্দুক আছে ; এটাত সোণ আৰু আনটোত ৰূপ থাকে। তেওঁৰ কেওকাষে লগুৱা, নিগ্ৰোদাস আদিয়ে বেৰি থাকিব। কাষলৈ গৈ তুমি পাচিটো আগবঢ়াই দি কবা, “আপোনাৰ নাম লৈ মই আজি জাল মাৰোতে এই মাছটো পালো।” তেওঁ তেতিয়া সুধিব—“মোৰ বাহিৰে আন কাৰবাক তুমি মাছটো দেখুৱাইছিলা নে কি ?” তুমি উত্তৰ দিবা—“হে আল্লা ! নাই দেখুওৱা।” তেতিয়া তেওঁ মাছটো লৈ তোমাক মোহৰ এটা দিব। তুমি মোহৰটো ঘূৰাই দিবা। তেওঁ তেতিয়া দুটা মোহৰ তোমাক দিব। সেইবাৰো তুমি ঘূৰাই দিবা। এইদৰে তেওঁ যিহকে দিয়ে তুমি ঘূৰাই দিবা। মাছটোৰ যিমান ওজন হব, সিমান ওজনৰ সোণো যদি তোমাক দিয়ে, তথাপি নলবা। তেতিয়া তেওঁ তোমাক সুধিব—“তোমাক কি লাগিব, কোৱা” তুমি এইবুলি কবা উত্তৰ দিবা—“দুষাৰ কথা নকলে মই মাছটো নেবেচো।” তেওঁ তেতিয়া সুধিব—“কিং কথানো ?” তুমি কবা—“আপুনি থিয় দি এইবুলি কওক—“বজাৰত গোট খোৱা বাইজসকল ! শুনক ! আপোনালোকক সাক্ষী ৰাখি মই মাছমৰীয়া খলিফাৰ বান্দৰটোৰ লগত মোৰ বান্দৰটো সলাইছো আৰু তেওঁৰ অৱস্থা আৰু ভাগ্যৰ লগত মই নিজৰ অৱস্থা আৰু ভাগ্য সালসলনি কৰিছো।” মোৰ মাছৰ দাম এয়ে। মোক ধন-সোণ নালাগে।” তেওঁ যদি তাকে কৰে, তেন্তে পুৱা গধূলি মই সদায় তোমাক শুভেচ্ছা জনাম আৰু তুমি দিনটোৰ ভিতৰত দহটা সোণৰ মোহৰ ঘটিব পাৰিবা। আনহাতে এই এচকুৱা লেঙেৰা বান্দৰটাৱে তেওঁক লম্ভিব আৰু ৰাতিপুৱাই তাৰ মুখ দেখাৰ ফলত নিতৌ তেওঁক অপায়-অমঙ্গলে লগ নেৰা হব। এইদৰে খৰচান্ত হৈ শেষত তেওঁ মগনীয়াত পৰিণত হব। মোৰ কবলগীয়া কথা ইমানেই। সেইমতে কাম কৰিলে তোমাৰ কপাল ফুলিব।”

খলিফাই কলে—"মই সেইমতেই কৰিম। পিচে এই কুলক্ষণীয়া বান্দৰটোক কি কৰো সেই কথাহে ভাবি পোৱা নাই।" বান্দৰটোৱে তেতিয়া মাত লগালে—"তাক পানীলৈ যাবলৈ দিয়া আৰু মোকো এৰি দিয়া।" খলিফায়ো তাৰে কথামতে তিনিওটা বান্দৰক এৰি দিলে আৰু সিহঁত নদীলৈ গুচি গ'ল। তেতিয়া খলিফাই মাছটো ভালকৈ ধুই পখালি ললে আৰু পাচি এটাত ঘাঁহ অলপ দি তাৰ ওপৰতে মাছটো থলে আৰু ওপৰত অলপ ঘাঁহ দি ঢাকি পেলালে। পাচিটো কান্ধত লৈ তেওঁ বাগদাদ নগৰ অভিমুখে যাত্ৰা কৰিলে। তেওঁক দেখা পাই আলিবাটৰ চিনাকি মানুহবোৰে সুধিলে—"খলিফা! সেয়া কি নিছা?" তেওঁ পিচে কাৰো কথালৈ কাণ নকৰি গৈ থাকিল। মুবকত বজাৰ পালেগৈ। ধন ধাৰে দিয়া মহাজনসকলৰ দোকানবোৰ থকা বাটটোৰেদি যি পিনে যাবলৈ বান্দৰটোৱে কৈছিল সেইপিনে গৈ থাকিল। শেষত সেই ইহুদীজনক দেখা পালে; খোৰাছানৰ ছুলতানৰ লেখিয়াকৈহে যেনিবা তেওঁ লগুৱা লিকচৌৰ দ্বাৰা পৰিবেষ্টিত হৈ আছে। তেওঁক দেখিয়েই খলিফাই চিনি পালে; আগবাঢ়ি গৈ তেওঁৰ সমুখত থিয় দিয়াত আবু-অল-ছাদতে তেওঁৰ পিনে চালে আৰু চিনি পাই কলে—"খলিফা দেখোন! কি সকামতনো আহিলা? কোনোবাই যদি তোমাক কিবা নকবলগীয়া কথা কলে বা কিবা অপকাৰ কৰিলে তেন্তে মোক কোৱা। মই তোমাৰ লগতে শান্তি ৰক্ষকৰ ওচৰলৈ যাম আৰু তুমি তেওঁৰ পৰা সুবিচাৰ পাবা।" খলিফাই উত্তৰ দিলে—"ডাঙৰীয়া আপুনি থাকোতে মোক কোনে কি কৰ পাৰে? আজি ৰাতিপুৱা মই নদীত মাছ মাৰিবলৈ গৈছিলো; আপোনাৰ ভাগ্যক সুৱঁৰি জাল পেলোৱাত এই মাছটো পালো।"

এইবুলি কৈ তেওঁ মাছটো উলিয়াই ইহুদী জনৰ আগত থলে; মাছটো দেখি তেওঁ মোহিত হ'ল। তেওঁ ক'লে—"কালি নিশা এটা সপোন দেখিছিলো; পৰী এগৰাকীয়ে মোৰ কাষলৈ আহি কৈছিল "আবু-অল-ছাদৎ! মই তোমালৈ এটা উপহাৰ পঠাইছো।" নিশ্চয় এই মাছটোৰ কথাকে কৈছিল।" তাৰ পিচত খলিফালৈ চাই সুধিলে—"সচাঁ কথা কোৱাচোন! এই মাছটো কোনোবাই দেখিছিল নেকি?" খলিফাই ক'লে—"খোদাৰ কছম! আপোনাৰ বাহিৰে আন কোনেও দেখা নাই।" তেতিয়া ইহুদী জনে লগুৱা এটাক কৰি ক'লে—"এইপিনে আহ। এই মাছটো মোৰ ঘৰলৈ লৈ যা। গৃহিণীক যে মাছটো কাটি-বাছি ভাজিবলৈ আৰু আঙ্গা ৰান্ধি থবলৈ কৈছে। দোকানৰ



লেঠা মাৰি মই বেগেতে ঘৰলৈ উলটিম।" খলিফাই মাত লগালে—"এৰা বোপাই যোৱা। আইদেউক কবাগৈ, দুটুকুৰামান ভাজি থব আৰু বাকীখিনিৰে আঙ্গা ৰান্ধিব।" ল'ৰাটো মাছ লৈ ইহুদীৰ ঘৰলৈ গ'লগৈ।

তেতিয়া ইহুদীজনে জেপত হাত ভৰাই মোহৰ এটা উলিয়াই খলিফাৰ হাতত দি ক'লে—"খলিফা! এইটো নিয়া। তোমাৰ পৰিয়ালৰ কাৰণে কিবা কিনি নিবা।" হাতৰ তলুৱাত মোহৰটো লৈ খলিফাই আল্লাৰ নাম স্মৰণ কৰিলে; তেওঁ যেন জীৱনত কোনো কালে সোণৰ মোহৰ এটা দেখাই নাই! অভিভূত হৈ তেওঁ উভতি কিছু দূৰ পালেগৈ। পিচে অলপ দূৰ যোৱাৰ মূৰত বান্দৰটোৰ কথা মনত পৰিল। তেতিয়া উলটি আহি তেওঁ মোহৰটো ঘূৰাই দি ক'লে—"আপোনাৰ মোহৰটো লওক আৰু মাছটো ঘূৰাই দিয়ক। আপুনি মোক মানুহৰ আগত হাঁহিয়াতৰ পাত্ৰ কৰিব খুজিছে নেকি?" এইকথা শুনি ইহুদীজনে ভাবিলে যে খলিফাই ধেমালি কৰিছে। তেওঁ আগৰ মোহৰটোৰ লগতে আৰু দুটা মোহৰ দিলে। কিন্তু খলিফাই ক'লে—"মোৰ মাছটো ঘূৰাই দিয়ক। মই এই দামত মাছটো বেচিম বুলি ভাবিছে নেকি?" তেতিয়া ইহুদীজনে আৰু দুটা মোহৰ দি ক'লে—"তোমাৰ মাছটোৰ বাবে এই পাচটা মোহৰ দিলো। ইয়াতকৈ বেছি আশা নকৰিবা।" মোহৰ পাচটা হাতত লৈ খলিফা আনন্দ মনেৰে গুচি গ'ল। সোণৰ মোহৰকেইটা চাই চাই অভিভূত হৈ খলিফাই ক'লে—"হে আল্লা! আজি মোৰ হাতত যিমান ধন আছে সিমানখিনি ধন বোধকৰো বাগদাদৰ খলিফাৰ হাততো নাই।" এইদৰে ভাবিচিন্তি তেওঁ বজাৰৰ বাটটো পাৰ হৈ গ'ল। তেনেতে বান্দৰটোৱে কোৱা কথালৈ আকৌ মনত পৰিল। তেওঁ ইহুদীজনৰ ওচৰলৈ উলটি আহি মোহৰকেইটা ঘূৰাই দিলে। ইহুদীজনে সুধিলে—"খলিফা! কি হ'ল তোমাৰ? সোণৰ মোহৰ নালাগে নেকি? ৰূপৰ মোহৰ নিব খোজা নেকি?" খলিফাই উত্তৰ দিলে—"মোক টকা-পইচা একোকে নেলাগে। মোক মাত্ৰ মাছটো ঘূৰাই দিয়ক।"

এই কথা শুনি ইহুদীজনৰ বৰ খং উঠিল। খঙতে গৰজি উঠি তেওঁ ক'লে—"হেৰৌ মাছমৰীয়া! তই যিটো মাছ আনিছ তাৰ দাম আচলতে এসিকিও নহব। তথাপি মই তোক পাচটা মোহৰ দিছো। ইমানতো তই সন্তুষ্ট হোৱা নাই! তোক ভূতে পাইছে নেকি? ঠিক কিমান দামত বেচিবি ক।" খলিফাই উত্তৰ দিলে—"মোক সোণ-ৰূপ, একোকে নালাগে। আপুনি মাত্ৰ দুষাৰ কথা ক'লেই হ'ব।" 'দুষাৰ কথা'ৰ বিষয়ে উল্লেখ কৰা শুনিয়েই, ইহুদীজন খঙতে জ্বলি-পকি উঠিল।

('দুষাৰ কথা'ৰ অৰ্থ তেওঁ অন্য ধৰণে বুজিলে। ধৰ্ম শাস্ত্ৰত কৈছে যে বিশেষ 'দুষাৰ কথা' ক'লে ইহুদ এজন মুছলমান ধৰ্মত দীক্ষিত হয়)। খঙতে গৰজি তেওঁ ক'লে—"কি কলি তই ? তোৰ মাছটোৰ কাৰণে মই নিজৰ ধৰ্ম ত্যাগ কৰিব লাগিব ? তই মোক মোৰ ধৰ্মৰ পৰা পথভ্ৰষ্ট কৰিবৰ খোজ ? মোৰ বোপা-ককাৰ দিনৰ, বিশ্বাসক উপলুঙা কৰিবলৈ তই সাহ কৰিলি !" এইবুলি তেওঁ লগুৱাবোৰক আদেশ দিলে—"এই ! তহঁত এইপিনে আহ ! এই দগাবাজটোক ভালকৈ এপিটন দে।" মানুহবোৰে খলিফাক উবাই-খুবাই মৰিয়ালে। মাৰৰ কোবত বেচেৰা মাটিত বাগৰি পৰিল। তেতিয়া ইহুদীজনে লগুৱাবোৰক ক'লে—"তাক এৰি দে। উঠিবলৈ দে তাক !" খলিফাও ততালিকে উঠিল। তেতিয়া ইহুদীজনে সুধিলে—"এতিয়া ক। মাছটোৰ বাবে তোক কিমান দাম লাগিব ?" মাছমৰীয়াই ক'লে—"মাছটোৰ বাবে বেলেগে একো দাম দিব নালাগে ; মাত্ৰ মই কোৱা কথা দুটা আপুনি ক'ব লাগে।" তেতিয়া ইহুদীজনে ক'লে—"তই হবলা মোক মুছলমান কৰিব খুজিছ ?" খলিফাই উত্তৰ দিলে—"হে আল্লা ! আপুনি কি কথা কৈছে ! আপুনি ইছলাম ধৰ্ম গ্ৰহণ কৰিলে মুছলমানবো একো লাভ নহয় আৰু ইহুদীবো একো ক্ষতি নহয়। সেইদৰে আপুনি ইছলাম ধৰ্মত বিশ্বাস স্থাপন নকৰিলেও মুছলমানৰ একো ক্ষতি নহয় আৰু ইহুদীসকলৰো তাৰ পৰা একো লাভ নহয়। মই আপোনাক এইটো কথাহে কব খুজিছো : আপুনি থিয় দি এইবুলি কওক—"বজাৰত সমবেত হোৱা বাইজসকল ! আপোনালোকক সাক্ষী ৰাখি মই মোৰ বান্দৰটো মাছমৰীয়া খলিফাৰ বান্দৰৰ লগত সালসলনি কৰিছো আৰু মোৰ অৱস্থা আৰু ভাগ্যও তেওঁৰ অৱস্থা আৰু ভাগ্যৰ লগত সলাই লৈছো।" তেতিয়া ইহুদীজনে ক'লে—"সেইটোনো কি বৰ ডাঙৰ কথাটো !" এইবুলি তেওঁ তৎক্ষণাত থিয় হ'ল আৰু সেই কথাকেইটা ক'লে ; তাৰ পিচত মাছমৰীয়াৰ পিনে চাই সুধিলে—"আৰু কি কবলগীয়া আছে ?" খলিফাই ক'লে—"একো নাই।" খলিফাই তেতিয়া বিদায় ল'লে। পাচিটো কান্ধত লৈ তেওঁ টাইগ্ৰীচ নৈৰ পাৰলৈ উলটি গ'ল। আকৌ তেওঁ পানীত জাল মাৰিলে। জালখন টানোতে গধুৰ যেন পালে। পাৰলৈ আনি দেখিলে যে বহুত মাছ জালত পৰিছে।

এনেতে মানুহ এজনী থাল এখন লৈ সেইখিনিত উপস্থিত হ'লহি। মানুহজনীয়ে মোহৰ এটা দিয়াত তেওঁ মাছ এটা দিলে। ইয়াৰ পাচতে আৰু এটা মানুহে মোহৰ এটা দি মাছ এটা কিনি নিলে। এইদৰে মাছ বেচি তেওঁ দহটা



মোহৰ পালে। একেৰাহে দহদিন ধৰি তেওঁ মাছ বেচি প্ৰতি দিনে দহটাকৈ মোহৰ উপাৰ্জন কৰিলে। এশটা মোহৰ তেওঁৰ হাতত গোট খালে। পিচে মাছমৰীয়াৰ ঘৰটো সদাগৰসকলৰ ঘৰৰ কাষতে। এদিন ৰাতি শুই থাকোতে খলিফাই ভাবিলে "মই দুখীয়া মাছমৰীয়া মানুহ বুলিয়েহে সকলোৱে জানে। কিন্তু এতিয়া মই এশটা সোণৰ মোহৰৰ মালিক। পিচে খলিফা হাৰুণ-অল-ৰছিদে কেনেবাকৈ এই কথা গম পালে ধনখিনি মোৰ পৰা লৈ যাব খুজিব। মোক মতাই নি কব—'মোক অলপ ধন লাগে। তোৰ হাতত এশটা মোহৰ আছে বুলি শুনিছো। সেইদেখি ধনখিনি মোক ধাৰলৈ দে।' মই তেতিয়া ক'ম—'হে খলিফা ! মই নিচেই নিচলা মানুহ। মোৰ হাতত এশটা মোহৰ আছে বুলি মানুহে মিছাকৈ কৈছে। মোৰ হাতত ধন নাই।' তেতিয়া খলিফা হাৰুণ-অল-ৰছিদে মোক ৱালিৰ হাতত শোধাই দি ক'ব —'ইয়াৰ কানি-কাপোৰ খুলি সৌকাৰে কোবাই দিয়া। যেতিয়ালৈকে সি সৈ নেকাঢ়ে আৰু তাৰ হাতত থকা এশটা মোহৰ শোধাই নিদিয়ে তেতিয়ালৈকে নেৰিবা।' এতেকে এইবোৰ লেঠাৰ হাত সাৰিবলৈ মই এটা ব্যৱস্থা কৰিব লাগিল ; মই নিজেই নিজৰ গাত কোবাম ; সৌকাৰে কেবাৰেও তেতিয়া সহ্য কৰিব পাৰিম।"

এইবুলি ভাবি খলিফা বিচনাৰ পৰা উঠিল আৰু কানিকাপোৰ খুলি থৈ বেত এডাল উলিয়াই আনিলে। চামৰাৰ গাৰু এটা ওচৰতে থলে। তাৰ পিচত এটা কোব নিজৰ গাত মাৰি আনটো কোব গাৰুটোত মাৰি এইবুলি চিঞৰিবলৈ ধৰিলে— "হে আল্লা ! এইবোৰ মিছা কথা। মানুহে মোৰ কথা লগাইছে। মই দুখীয়া মাছমৰীয়া মানুহ। মোৰ হাতত 'ধন-বিত একোৱেই নাই।" গাৰুৰ ওপৰত পৰা শব্দটো আৰু গাত কোবোৱা শব্দটো শুনি সদাগৰসকল আৰু অন্যান্য মানুহে কোৱাকুই কৰিলে—"বেচেৰা মানুহটোৰ কি হ'ল ? গি দেখোন চিঞৰ-বাখৰ লগাইছে আৰু তাক কোবোৱা শব্দও শুনিবলৈ পাইছো ! বোধকৰো ডকাইতে ধৰি মাৰপিট কৰিছে।" সকলো মানুহ নিজৰ নিজৰ ঘৰৰ পৰা ওলাই আহি খলিফাৰ ঘৰৰ কাষত জুম বান্ধিলে। পিচে দুৱাৰত তলা লগাই থোৱা দেখি তেওঁলোকে ক'লে—"কিজানি ডাকাইতবোৰ পাচফালেদি ঘৰৰ ভিতৰ সোমালে। ওপৰেদি বাগাই গৈ ভিতৰ সোমোৱাহে ভাল হ'ব।" সেইমতে তেওঁলোক বাগাই গৈ ওপৰলৈ উঠি ফাকেদি ঘৰৰ ভিতৰ সোমাই গ'ল। তেওঁলোকে দেখিলে যে খলিফাৰ গাত কানি-কাপোৰ একোৱেই নাই ; তেওঁ নিজেই নিজৰ গাত কোবাইছে। তেতিয়া তেওঁ-

লোকে সুধিলে—"খলিফা তোৰ কি হৈছে ?" খলিফাই উত্তৰ দিলে—"বাইজসকল! মোৰ হাতত অলপ মোহৰ আছে। খলিফা হাৰুণ-অল-ৰছিদে এই কথা গম পাই বুলি মোৰ মনত শঙ্কা উপজিছে। তেওঁ মোক মতাই নি ধনখিনি বিচাৰিব। মই তেতিয়া ধন নাই বুলি ক'ম। অস্বীকাৰ কৰিলে তেওঁ মোক শাস্তি দিয়াব। সেইদেখি মাৰপিট কৰিলেও সহ্য কৰিব পৰাকৈ মই এতিয়া নিজই নিজৰ গাত কোবাইছো।"

খলিফাৰ কথা শুনি সদাগৰসকলৰ হাঁহি উঠিল। তেওঁলোকে ক'লে—"এই বলিয়ালি ধন নকৰিবি। তোৰ কাৰণেই আমি শুৱও নোৱাৰিলো আৰু ইমান চিন্তাত পৰিব লগীয়া হ'ল।" খলিফায়ো তেতিয়া নিজৰ গাত কোবোৱা বন্ধ কৰি শুই থাকিলে। ৰাতিপুৱা শুই উঠি আন দিনাৰ দৰেই নিজৰ কামলৈ বুলি ওলাই যাব খোজোতেই মোহৰখিনিৰ কথা মনত পৰিল। খলিফাই ভাবিলে—"মোহৰখিনি ঘৰত থৈ গ'লে চোৰে নিব। ইপিনে কঁকালত কাপোৰ মেৰাই বান্ধি লৈ ফুৰালেও কোনোবাই দেখা পাব পাৰে; তেতিয়া নিজান ঠাইত মোলৈ খাপ পাতি থাকিব আৰু মই গ'লেই মোক মাৰি মোহৰখিনি লৈ যাব। সেইদেখি এটা বুধি পাঙিব লাগিলি।" এইবুলি ভাবি তেওঁ চোলাৰ ভিতৰফালে জেপ এটা কৰি মোহৰখিনি তাৰ ভিতৰত ভৰাই ল'লে। তাৰ পিচত জালখন আৰু পাচিটো লৈ টাইগ্ৰীচ নদীৰ পাৰলৈ গ'ল। তাত জাল মাৰি এটাও মাছ নোপোৱাত অলপ আতৰলৈ গৈ আকৌ জাল মাৰিলে। এইবাৰো মাছ নাপালে। এইদৰে বেলি মূৰৰ ওপৰ পোৱালৈকে ঠাই সলাই জাল মাৰিও এটা মাছো ধৰিব নোৱাৰিলে।

তেতিয়া খলিফাই ভাবিলে—"হে আল্লা! লাভেই হওক বা লোকচানেই হওক, আৰু এবাৰ মাত্ৰ জাল মাৰি চাওঁ।" এইবুলি গাৰ বলেৰে জালখন পানীৰ মাজলৈ মাৰি পঠাওঁতে চোলাৰ জেপত থোৱা মোহৰৰ টোপোলাটো ছিটিকি গৈ পানীত পৰিল আৰু সোঁতে টোপোলাটো পানীৰ মাজলৈ টানি নিলে। খলিফাই জাল পেলাই, কানিকাপোৰ খুলি ধনৰ টোপোলা বিচাৰিবলৈ বুলি পানীলৈ জাপ মাৰি দিলে। ধন বিচাৰি এশবাৰ মান বুৰ মাৰিলে; কিন্তু একো লাভ নহ'ল। ভাগৰত অৱশ হৈ গ'ল। হতাশ মনেৰে পাৰলৈ উঠি আহি জালখন আৰু পাচিটো দেখা পালে; কিন্তু খুলি থৈ যোৱা কানি-কাপোৰবোৰ বিচাৰি নাপালে। জালখনকে গাত মেৰাই তেওঁ ঘৰমুৱা হ'ল।



খলিফা হাৰুণ-অল-ৰছিদৰ এজন বন্ধু আছিল; তেওঁৰ নাম ইবন-অল-কিৰনাছ; মানুহজন সোণাৰী। বেপাৰীসকলে তেওঁক খলিফাৰ সদাগৰ বুলি কয়। সেইদেখি বাগদাদৰ বজাৰত বেচিবলৈ অনা সকলো আপুৰুগীয়া আৰু বহুমূলীয়া বয়বস্তু, ধুনীয়া দাস-দাসী আদি পোনতে তেওঁৰ ওচৰলৈকে অনা হয়। এদিন তেওঁ দোকানত বহি থাকোতে দালাল এজনে দাসী এজনীক তেওঁৰ ওচৰলৈ আনিলে। ছোৱালীজনী দেখিবলৈ বৰ ধুনীয়া। কলা-বিজ্ঞান আদি সকলো বিষয়ত ছোৱালীজনী পাকৈত; তাই কবিতা ৰচিবও পাৰে আৰু সকলো বাদ্য-যন্ত্ৰ বজাব জানে। ইবন-অল-কিৰনাছে পাঁচহেজাৰ সোণৰ মোহৰ দি ছোৱালীজনী কিনি ল'লে আৰু তাইক এহেজাৰ মোহৰ খৰচ কৰি কানি-কাপোৰ দিলে। তাৰ পাচত ছোৱালীজনীক খলিফা হাৰুণ-অল-ৰছিদৰ ওচৰলৈ লৈ গ'ল। খলিফাই পৰীক্ষা কৰি দেখিলে যে ছোৱালীজনী সকলো বিষয়তে পাৰ্গত। ছোৱালীজনীৰ নাম আছিল কুট-অল-কুলুব।

পিচদিনা খলিফাই ইবন-অল-কিৰনাছক মতাই আনি ছোৱালীজনীৰ দাম হিচাপে দহহেজাৰ মোহৰ দিয়ালে। দাসী কুট-অল-কুলুবৰ প্ৰতি খলিফা আসক্ত হ'ল আৰু তেওঁ ৰাণী জুবেদা আৰু ৰক্ষিতাসকলৰ সঙ্গ ত্যাগ কৰিলে। এমাহ কাল তেওঁ কুট-অল-কুলুবৰ লগতে কটালে; মাত্ৰ শুকুৰবাৰে নামাজ পঢ়িবলৈ গৈ লৰালৰিকৈ উলটি আহে। এইকথাৰ বাবে ডা-ডাঙৰীয়াসকল ক্ৰুদ্ধ হ'ল; তেওঁলোকে খলিফাক ৰাজিৰৰ আগত আপত্তি কৰিলে। পৰৱৰ্তী শুকুৰবাৰৰ দিনা ৰাজিৰে মছজিদতে লগ ধৰিলে আৰু খলিফাৰ মনৰ কথা উলিয়াবৰ মনেৰে নিজৰ নানান প্ৰণয় কাহিনীৰ কথা ক'লে। খলিফাই তেতিয়া ক'লে—"ময়ো প্ৰণয়-পাশত অৱদ্ধ হৈছো। কি কৰো একো ভাবি পোৱা নাই।" ৰাজিৰ জাফৰে উত্তৰ দিলে—"হে খলিফা! কুট-অল-কুলুব কেনেকৈ আপোনাৰ হাতত পৰিলহি, সেই কথা আপুনি জানে। তাই এজনী দাসী মাত্ৰ। তাই আপোনাৰ কাৰণে যোগ্য নহয়। মই আপোনাৰ ওচৰত এষাৰ কথা নিবেদন কৰিব খুজিছো। ছুলতান আৰু ৰাজকুমাৰসকলৰ গৌৰৱৰ বিষয় হ'ল—চিকাৰ আৰু খেল-ধেমালিত যোগ দি এইবোৰত জয়লাভ কৰাটো। আপুনি এইবোৰত মনোনিবেশ কৰিলে ছোৱালীজনীৰ পৰা মনটো আঁতৰাই নিব পাৰিব আৰু ঘূৰকত হয়তো তাইৰ কথা পাহৰি যাব।" খলিফাই ক'লে—"জাফৰ! তুমি উচিত কথাকে কৈছা। আমি এতিয়াই চিকাৰ কৰিবলৈ যাওঁ আহা।"

শুকুৰবৰীয়া নামাজ পঢ়াৰ অন্তত তেওঁলোক চিকাৰলৈ গ'ল ; পালি-প্ৰহৰীও লগতে গ'ল। বদত তৎ নাপাই অল-ৰছিদে-ৱাজিৰক ক'লে--"জাফৰ! মোৰ বৰ পিয়াহ লাগিছে।" এনেতে দূৰৰ ওখ টিপ এটাত কিবা এটা দেখা পাই তেওঁ জাফৰক সুধিলে—"সেইটো কি দেখিছানে ?" ৱাজিৰে ক'লে--"ওখ টিপ এটাত কিবা এটা বিণিকি বিণিকি দেখা পাইছো। হয়তো কাৰবাৰ বাগিচাৰ ৰখীয়া। যিয়েই নহওক ; তাৰ ওচৰলৈ গ'ল নিশ্চয় পানী পোৱা যাব। তাৰ ওচৰলৈকে যাওঁ—আপোনালৈ পানী লৈ আহিম।" পিচে অল-ৰছিদে ক'লে-"মোৰ খচচৰটোৰে তোমাৰটোতকৈ বেগাই যাব পাৰে। সেইদেখি সৈন্য-সামন্তৰ সৈতে তুমি ইয়াতে থাকা। মই নিজেই মানুহটোৰ ওচৰলৈ গৈ পানী খাই আহিম।" এইবুলি কৈ তেওঁ খচচৰটোক হেচুকি দিয়াত গিয়ো বায়ুবেগে দৌৰ দিলে। টিপটোৰেদি উঠি গৈ যাক দেখা পালে, তেৱেঁই হ'ল মাছমৰীয়া খলিফা ; গাত কানি-কাপোৰ নাই ; মাত্ৰ জালখন গাত মেৰাই থৈছে। মানুহটোৰ মূতিটো অদ্ভুত ধৰণৰ হৈ উঠিছে ; ৰঙা চকু দুটা টুটকৈ জিলিকি আছে ; ধূলি-মাকতি ভৰা চুলি কোচা জপৰা হৈ আছে। মানুহটো দেখিবলৈ ভূতৰ নিচিনা হৈছে।

অল-ৰছিদে সম্ভাষণ জনোৱাত তেৱেঁা প্ৰত্যুত্তৰ দিলে। কিন্তু তেওঁ ক্ৰোধ-মূৰ্তি ধৰি থাকিল। খলিফাই সুধিলে--"হেৰা ! মোক অলপ পানী দিব পাৰিবানে ?" মাছমৰীয়াই ক'লে--"তই চকুৰে দেখা নাপাৱ নেকি ? নে তোক পৰম্ৱাই পাইছে ? এই টিপটোৰ পাচফালেই টাইগ্ৰীচ নদীখন আছে দেখোন !" অল-ৰছিদ টিপটোৰেদি নদীৰ পিনে নামি গ'ল ; নিজেও পানী খালে, খচচৰটোকো খুৱালে। তাৰ পিচত মাছমৰীয়া খলিফাৰ ওচৰলৈ উলটি আহি তেওঁক সুধিলে—"তোমাৰ কি হৈছে ? ইয়াত থিয় হৈ আছা কিয় ? তুমি কি কৰা নো ?" মাছমৰীয়া খলিফাই তেতিয়া উত্তেজিত হৈ ক'লে—"বুৰ্বকৰ দৰে প্ৰশ্ন সুদিজ দেখোন ! মোৰ বৃত্তি কি, তাৰ চিন মোৰ গাতে দেখা নাই নেকি ?" অল-ৰছিদে উত্তৰ দিলে-"মোৰ মনেৰে তুমি মাছমৰীয়া হবলা।" হয় বুলি কোৱাত তেওঁ আকৌ মাছ-মৰীয়াক সুধিলে--"তোমাৰ গাৰ চোলাটো, লুঙিখন আৰু কাকলৰ গামোচাখন কি হ'ল ?" পিচে মাছমৰীয়াৰো ঠিক সেইখিনি কাপোৰেই হেৰাল ; এতিয়া অল-ৰছিদৰ মুখত হুবহু সেইখিনি কাপোৰৰে বৰ্ণনা শুনি মাছমৰীয়াই ধৰি ল'লে যে এই মানুহটোৱেই তেওঁৰ কাপোৰবোৰ চুৰ কৰি নিলে। এইবুলি ভাবি চকুৰ পচাৰতে টিপটোৰ পৰা তললৈ নামি আহি খচচৰৰ লেকামডালত খামুচি ধৰি



ক'লে—"হেৰৌ ! পেংলাই নকৰিবি। ভালে ভালে মোৰ কাপোৰ উলিয়াই দে।" অল-ৰছিদে ক'লে "খোদাৰ কছম ! মই তোমাৰ কাপোৰ দেখাই নাই। মই একোকে নাজানো।"

অল-ৰছিদৰ মুখখন খোপোকা আৰু ওঠ দুটা সৰু। তাকে দেখি মাছমৰীয়াই ক'লে—"তই বোধকৰো গায়ক নহলে বাদ্যকাৰ। কিন্তু ভালে ভালে মোৰ কাপোৰ উলিয়াই দে। নহলে এইডাল লাঠীৰে কোবাই ঠিক কৰিম।" মাছমৰীয়াৰ হাতৰ লাঠীডাল দেখি অল-ৰছিদে প্ৰমাদ গণি মনতে ভাবিলে—"এই বলিয়া মগনীয়াটোৰ এইডাল লাঠীৰ এটা কোবো মই সহিব নোৱাৰিম।" তেওঁ পাটৰ কাপোৰৰ হলৌ চোলা এটা পিন্ধি আহিছিল ; সেইটোকে খুলি দি ক'লে--"তোমাৰ কাপোৰৰ সলনি এইটোকে লোৱা।" মাছমৰীয়াই চোলাটো হাতত লৈ লুটিয়াই বগৰাই চাই ক'লে—"এই ফুল দিয়া চোলাটোতকৈ মোৰ চোলাৰ দাম দহগুণ বেছি আছিল।" অল-ৰছিদে তেতিয়া ক'লে--"এইটোকে পিন্ধি থাকা।" মাছমৰীয়াই চোলাটো পিন্ধি ল'লে ; পিচে বৰ দীঘল হোৱা যেন পাই পাচত কথা কটাৰী খনেৰে চালাটোৰ এক তৃতীয়াংশ কাটি পেলালে ; বাকী ডোখৰেই তেওঁৰ আঁঠুৰ তললৈকে জুৰিলে। তাৰ পিচত অল-ৰছিদৰ পিনে চাই সুধিলে—"পিচে পেঁপা বজোৱাৰ বাবে তোৰ গিৰিহঁতে নো তোক মাহে কিমান দৰমহা দিয়ে ?" অল-ৰছিদে উত্তৰ দিলে—"মোক দৰমহা হিচাপে মাহে দহটা মোহৰ দিয়ে।" তাকে শুনি মাছমৰীয়াই ক'লে—"তোৰ অৱস্থা দেখি মোৰ দুখ লাগিছে। মই দিনে দহটা সোণৰ মোহৰ ঘটিছো। মোৰ লগত থাকি কাম কৰিবলৈ ইচ্ছা আছে নেকি ? তেতিয়া তোক মই মাছ ধৰাৰ কল-কৌশল শিকাই দিম আৰু মোৰ লাভৰ অৰ্দ্ধেক ভাগ তয়ো পাবি। সেইদেখি মোৰ লগুৱা হ'লে তই দিনে পাচটা মোহৰ ঘটিব পাৰিবি আৰু ময়ো এই টোকোন ডালেৰেই তোৰ গিৰিহঁতৰ কবলত পৰাৰ পৰা তোক ৰক্ষা কৰি থাকিম।

অল-ৰছিদ সন্মত হ'ল ; মাছমৰীয়াই তেতিয়া ক'লে—"তেনেহলে খচচৰ-টোৰ পৰা নামি সেইটো বান্ধি থ। আমি ইয়াৰ পিঠিতে মাছ বোজাই কৰি অনা-নিয়া কৰিব পাৰিব। তই এইপিনে আহ ; মাছ মৰাৰ কৌশলবোৰ তোক এতিয়াই শিকাই দিম।" অল-ৰছিদে খচচৰটো বান্ধি থলে আৰু কানি-কাপোৰ চপাই ল'লে। তেতিয়া মাছমৰীয়াই ক'লে--"জালখন এইদৰে ধৰ আৰু হাতেৰে এইদৰে ধৰি লৈ টাইগ্ৰীছ নদীলৈ এনেকৈ ছাটি মাৰি পেলাই দে।" মাছমৰীয়াই দেখুৱাৰ দৰেই

অল-ৰছিদে জালখন মাৰি পঠিয়ালে ; তাৰ পিচত পাৰলৈ টানিবলৈ চেষ্টা কৰোঁতে জালখন দাঙিবই নোৱাৰিলে। মাছমৰীয়াও আগবাঢ়ি গ'ল আৰু দুয়ো ধৰি জালখন টানিলে। পিচে দুয়ো টানিও জালখন দাঙিব নোৱাৰিলে। তেতিয়া মাছমৰীয়াই কলে—"আগবাৰ মোৰ কাপোৰখিনিৰ সলনি তোৰ হলো চোলাটো ল'লো। এইবাৰ মোৰ জালখন যদি কেনেবাকৈ কাটে, তেন্তে তোৰ খচ্চৰটোও ল'ম আৰু তোকো পিটি গুৰুলা-গুৰুল কৰিম।" অল-ৰছিদে উত্তৰ দিলে—"আমি দুয়ো একেকোৰতে টান মাৰো আহঁা।" সেইদৰে টান মাৰি কোনোমতে তেওঁলোকে জালখন পাৰলৈ তুলিলে ; জালখন মেলি দেখিলে যে বহুত মাছ লাগিছে। তেতিয়া মাছমৰীয়াই ক'লে "হেৰৌ! তই এতিয়া দুৰ্কপলীয়া হৈ আছ। কিন্তু যদি মনপুতি মাছ ধৰা কামত ধৰ, তেন্তে তই মাছমৰীয়া হিচাপে নাম কৰিব পাৰিবি। এতিয়া তই খচ্চৰটো লৈ বজাৰলৈ যা আৰু দুটা পাচি লৈ আহ। তই ঘূৰি নহালৈকে মই মাছবোৰ ৰখি থাকিম। তাৰ পিচত আমি দুয়ো তোৰ খচ্চৰটোৰ পিঠিত মাছবোৰ তুলি লৈ যাম। মোৰ হাতত দগা-পাল্লা আছেই। মাছ জুখি দি পইচা ল'লেই হ'ব। এইখিনি মাছ বেচি কুৰিটামান মোহৰ পাম। সেইদেখি তই বেগেতে পাচি দুটা আনগৈ ; মিছাকৈ ঘূৰি ফুৰি সময় খৰচ নকৰিবি।"

অল-ৰছিদ সেইমতেই খচ্চৰত উঠি বজাৰলৈ গ'ল ; মাছমৰীয়াৰ লগত হোৱা কথা-কাণ্ডবোৰৰ বাবে পেটে পেটে হাঁহি উঠিল। তেওঁ গৈ জাফৰৰ ওচৰ পালে। জাফৰে সুধিলে—"আপুনি বোধকৰো পানী বিচাৰি গৈ ধুনীয়া ফুলনিখন দেখি বৰ ভাল পালে।" এই কথা শুনি অল ৰছিদে হাঁহিবলৈ ধৰিলে। তাৰ পিচত তেওঁ মাছমৰীয়াৰ লগত হোৱা সকলো ঘটনাৰ কথা বিৱৰি ক'লে। কেনেকৈ মাছমৰীয়াই তেওঁক চোৰ বুলি ক'লে, তেওঁ নিজৰ হলো চোলাটো খুলি দিয়াত দীঘল হোৱা দেখি মাছমৰীয়াই কেনেকৈ কাটি ল'লে—এই সকলোবোৰ কথা ক'লে। জাফৰে তেতিয়া ক'লে—"মই ভাবিছিলো যে আপোনাৰ হলো চোলাটো ময়েই খুজি লম। যিহওক, এতিয়া মই মাছমৰীয়াৰ ওচৰলৈ গৈ তেওঁৰ পৰা চোলাটো কিনি ল'ম।"

অল ৰছিদে ক'লে—"মাছমৰীয়াই চোলাটোৰ এডোখৰ কাটি নষ্ট কৰি পেলালে। নদীত মাছ ধৰোঁতে মোৰ ভাগৰ লাগি গ'ল। মই বহুত মাছ ধৰিলো। মাছমৰীয়াৰ লগতে নদীৰ পাৰত মাছবোৰ থৈ আহিছো। তেওঁ মাছবোৰ ৰখি, মোলৈ বাট চাই আছে ; মোক দুটা পাচি আনিবলৈ দিছে। তাৰ পিচত আমি দুয়ো



বজাৰলৈ গৈ মাছ বেচি ধনখিনি সমানে ভগাই ল'ম।" জাফৰে ক'লে—"আপোনাৰ মাছখিনি কিনিবলৈ মই গ্ৰাহক এজন যোগাৰ কৰি আনোগৈ।" অল-ৰছিদে তেতিয়া ক'লে—"মোক মাছ মাৰিবলৈ শিকোৱা এই মাছমৰীয়া জনৰ পৰা যেয়ে মাছ একোটা আনি মোক দিয়ে, তেওঁকেই মই সোণৰ মোহৰ এটা দিম।" তেতিয়া সৈন্যবোৰৰ মাজত এইবুলি ঘোষণা কৰি দিয়া হ'ল যে তেওঁলোকে গৈ খলিফা-হাৰুণ-অল-ৰছিদৰ বাবে মাছ আনিব লাগে। সকলোৱে নদীৰ পাৰলৈ যাত্ৰা কৰিলে।

ইপিনে অল-ৰছিদে পাচি আনিব বুলি মাছমৰীয়াই বাট চাই থাকোঁতেই সৈন্য-সামন্তবোৰে গৈ শগুণৰ দৰে মাছবোৰ কাঢ়া-আজোৰা লগালে। ঠেলা-হেচা লগাই সকলোৱে মাছ লৈ সোণালী শেল দিয়া ৰুমালত বান্ধি ল'লে। মাছমৰীয়াই ভাবিলে—"এইবোৰ নিশ্চয় 'আসমান'ৰ মাছ।" এইবুলি ভাবি দুহাতে দুটা মাছ লৈ পানীলৈ জাপ মাৰি দি তুতি কৰিবলৈ ধৰিলে—"হে আল্লা। এই মাছকেইটাৰ কাৰণেই মোৰ লগৰীয়া, পেঁপা বজোৱা মানুহটোক এই মুহূৰ্ততে মোৰ ওচৰলৈ আনি দিয়া।" এনেতে খলিফা হাৰুণ-অল-ৰছিদৰ নিগ্ৰো দাসবোৰৰ মূৰব্বী কৃষ্ণকায় দাসটোৱে তেওঁৰ পিনে চোঁচা ল'লে। বাটতে তাৰ ঘোঁৰাটোৱে আমনি কৰাত বাকীবোৰতকৈ সি পাচ পৰিল ; আহি দেখিলে যে মাছ শেষেই হ'ল। ইপিনে সিপিনে চাই দেখিলে যে দুহাতে দুটা মাছ লৈ মাছমৰীয়া পানীৰ মাজত আছেগৈ। সি তেতিয়া মাছমৰীয়াক ক'লে—"এইপিনে আহ।" কিন্তু মাছমৰীয়াই তাৰ কথা নুশুনিলে। তেতিয়া দাসটোৱে তাৰ কাষ চাপি গৈ ক'লে—"মোক মাছ দুটা দে ; যি দাম লাগে, মই দিম।" মাছমৰীয়াই উত্তৰ দিলে—"তই ভোটা বুদ্ধিৰ মানুহ নেকি? মই এয়া মাছ নেবেচো।" এই কথা শুনি দাসটোৱে হাতৰ টোকোনডাল দাঙি লৈ মাৰিব খোজোঁতে মাছমৰীয়াই চিঞৰি চিঞৰি ক'লে—"নেমাৰিবি ঐ মোক। টোকোনৰ কোৰ খোৱাতকৈ তোৰ কথাকে মানিছো।" এইবুলি কৈ মাছ দুটা দাসটোৰ পিনে দলি মাৰি দিয়াত সি মাছ দুটা তুলি লৈ ৰুমালত বান্ধিলে। তাৰ পিচত পইচা উলিয়াবলৈ বুলি জেপত হাত ভৰাই দেখে যে এটা পইচাও নাই। তেতিয়া সি মাছমৰীয়াক ক'লে—"তোৰেই কপাল ফুটা! মোৰ হাতত এটা পইচাও নাই। পিচে তই কাইলৈ খলিফাৰ কাৰেঙলৈ যাবি আৰু চণ্ডালক লগ পাব খোজা বুলি কবি ; তেতিয়া দাসবোৰে তোক মোৰ ওচৰলৈ পঠাই দিব। তালৈ গৈ তোৰ কপালত যি আছে সেইমতে পাবি আৰু

তাকে লৈ গুচি আহিবি।" মাছমৰীয়াই তেতিয়া মাত লগালে—"আজিৰ দিনটো বৰ সুলক্ষণীয়া দিন হ'ল! সুলক্ষণৰ প্ৰতাপত থাকিব নোৱাৰা হ'ল তেনেই!"

ইয়াৰ পিচত জাল লৈ মাছমৰীয়া বাগদাদলৈ উলটি গ'ল। আলিবাটেদি যাওঁতে মানুহে খলিফাৰ হলৌ চোলাটো গাত দেখা পাই মাছমৰীয়াৰ পিনে তথা লাগি চাবলৈ ধৰিলে। মাছমৰীয়া আহি নিজৰ ঘৰৰ নওলামুখ পালে। পিছে তেওঁৰ ঘৰৰ কাষতে খলিফা হাৰুণ-অল-ৰছিদৰ দৰ্জীজনৰ দোকানখন আছিল। দৰ্জীয়ে দেখিলে যে মাছমৰীয়াই খলিফাৰ কাপোৰ পিন্ধি আহিছে; চোলাটোৰ মূল্য এহেজাৰ মোহৰ হব। তেওঁ মাছমৰীয়াক সুধিলে—"তুমি এই হলৌ চোলাটো ক'ত পালা?" মাছমৰীয়াই ক'লে—"তুমি সুধিবলৈ কোন? মই মাছ মাৰিবলৈ শিকোৱা মানুহ এটাই মোক এই চোলাটো দিছে। সি মোৰ কাপোৰখিনি চুৰ কৰি নিছিল; চুৰি কৰা দোষত তাৰ হাত এখন কটা গ'লহেঁতেন। পিচে মই তাক ক্ষমা কৰিলো আৰু সিয়ো তাৰ সলনি মোক এই চোলাটো দিলে।" দৰ্জীয়ে তেতিয়া বুজিলে যে মাছমৰীয়াই মাছ মাৰি থাকোতেই খলিফাই সৈ ধেমালি কৰিলে আৰু এই চোলাটোও মাছমৰীয়াক দিলে।

হাৰুণ-অল-ৰছিদ চিকাৰ কৰিবলৈ আৰু মাছ মাৰিবলৈ যোৱাৰ উদ্দেশ্য আছিল—কুট-অল-কুলুব নামৰ ছোৱালী জনীৰ কথা পাহৰিবলৈ চেষ্টা কৰা। পিচে ৰাণী জুবেদাই তাইৰ কথা শুনিবলৈ পালে আৰু খলিফা যে তাইৰ প্ৰতি অতিশয় আসক্ত হৈছে সেই কথাও তেওঁ গম পালে। এনে অৱস্থাত স্বাভাৱিকতে নাৰীৰ মনত ঈৰ্ষা ওপজে; ৰাণীৰো ঈৰ্ষা হ'ল। তেওঁ বোহ পাতি খোৱা-বোৱা সকলো বাদ দিলে। মনতে পাঙিলে যে খলিফা কেনিবা গ'লে ছোৱালীজনীৰ কিবা এটা কৰিবলৈ ফন্দী পাতিব। সেই দেখি খলিফা চিকাৰ কৰিবলৈ যাব বুলি শুনি ৰাণীয়ে তেওঁৰ অন্দৰ মহলৰ লিগিৰীবোৰক আদেশ দিলে যে বাৰেকাৰেং সজাই পৰাই সু-সজ্জিত কৰিব লাগে আৰু সুৰা, মিঠাই আদি খুৱাবৰ বাবে যা-যোগাৰ কৰিব লাগে। তেওঁ নিজেও এবিধ মিঠাই তৈয়াৰ কৰি তাত ভাং মিহলাই দিলে। ইয়াৰ পিচত লিগিৰী এজনীক কুট-অল-কুলুবৰ ওচৰলৈ পঠালে আৰু ভোজলৈ নিমন্ত্ৰণ জনাবলৈ কলে। লিগিৰীজনীক এইবুলি কবলৈ ক'লে—"খলিফাৰ মহিষী জুবেদা-বিন-অল-কাছিমে আজি ঔষধ খাইছে। আপুনি সুললিত গীত গাব জানে বুলি গম পাই আপোনাৰ গীত শুনি তেখেতে মন ভাল লগাই ৰাখিব খুজিছে।" সেইমতে কোৱাত কুট-অল-কুলুব ৰাণীৰ ওচৰলৈ যাবলৈ সাজু হ'ল।



হাতত বাদ্য যন্ত্ৰ লৈ তেওঁ লিগিৰীৰ লগত আহি ৰাণীৰ আগত উপস্থিত হ'ল। ৰাণীৰ আগত সেৱা জনাই তেওঁ অন্যান্য তিৰোতা আৰু লিগিৰীবোৰৰ লগতে থিয় দি থাকিল। ৰাণী জুবেদাই তেওঁৰ ৰূপৰ প্ৰতি লক্ষ্য কৰিলে। তেওঁ দেখিলে যে ছোৱালীজনীৰ গাল দুখন গোলাপৰ পাপৰিৰ দৰে নিমজ; বুকুখন উঠন; মুখখন জোনৰ দৰে উজ্বল; কপালখন ফুলৰ পাপৰিৰ দৰে বগা; চকুৰ মণি দুটা কিচ্‌কিচকৈ ক'লা; চকুৰ পতাত তন্দ্ৰালস ভাৱ এটা প্ৰস্ফুটিত হৈছে; ছোৱালীজনীৰ মুখৰ পৰা এটা জেউতি বিৰিঙি উঠিছে—কপালত বৈ পৰা চুলিবোৰে ৰচনা কৰা ক'লা পটভূমিৰ বুকু ফালি তেওঁৰ কপালৰ পৰা যেন বেলিটোহে ওলাই আহিছে। তেওঁৰ নিশ্বাসে কস্তুৰীৰ সুগন্ধ বিলাই দিছে। মুখখন যেন এপাহ ফুলহে আৰু গাৰ গঢ়টো লাহী গা-গছ ডালৰ নিচিনা। নিশাৰ এন্ধাৰৰ মাজত পূৰ্ণিমাৰ জোনৰ দৰে তেওঁৰ ৰূপে জেউতি বিকিৰণ কৰিলে। তেওঁৰ চাৱনিত মাদকতা আছে; চেলাউৰিযোৰ ধেনুভিৰীয়া আৰু ওঁঠ দুটা প্ৰবাল মণিৰ দৰে তেজীৰঙা। তেওঁৰ এই ৰূপ দেখি সকলো অবাক হৈ পৰিল আৰু চকুলৈ চাওঁতেই মন্ত্ৰমুগ্ধ হৈ গ'ল।

ৰাণী জুবেদাই মূৰকত ক'লে—"আহা, কুট-অল-কুলুব। তুমি আসন গ্ৰহণ কৰা আৰু তোমাৰ সুকুমাৰ কলাৰ সাধনাৰে আমাক আপ্যায়িত কৰা।" ছোৱালী-জনীয়ে তেতিয়া খঞ্জৰী বজাই ইমান শুৱলাকৈ গীত গাবলৈ ধৰিলে যে আকাশৰ চৰায়ো স্তব্ধ হৈ গ'ল আৰু গীত শুনি থকা সকলোৱে মতলীয়া হৈ নাচিবলৈ ধৰিলে। তাৰ পিচত তেওঁ বাঁহীটো তুলি ললে; বাঁহীৰ সুৰেৰে সকলোকে মতলীয়া কৰি তোলাৰ মূৰত স্বৰমণ্ডলখন ললে। তাঁৰকেইডাল সুৰত বান্ধি ললে আৰু তাৰ পিচত স্বৰমণ্ডলখন কোচত তুলি ধীৰে ধীৰে আঙুলি বুলাবলৈ ধৰিলে। সুৰ-সঙ্গত কৰি উঠি গীত আৰম্ভ কৰিলে; শ্ৰোতাসকল তেনেই অভিভূত হৈ পৰিল। তাৰ পিচত তেওঁ থিয় হ'ল আৰু হাতেৰে নানান ক্ৰিয়া-কৌশল দেখুৱালে। ৰাণী ছোৱালীজনীৰ প্ৰতি আকৰ্ষিত নহৈ নোৱাৰিলে; তেওঁ মনতে ভাবিলে 'এই ছোৱালীজনীক ভাল পোৱা বাবে অল-ৰছিদক দুষিব নোৱাৰি।' ইয়াৰ পিচত ছোৱালীজনীয়ে ৰাণীক অভিবাদন জনাই আসন গ্ৰহণ কৰিলে। তেতিয়া তেওঁক খাবলৈ দিয়া হ'ল।

ভাং মিহলি কৰা মিঠাইৰ থালখন তেওঁৰ আগত দিয়াত তেওঁ তাৰ পৰা লৈ খালে; পেটলৈ যোৱাৰ লগে লগে তেওঁৰ মূৰটো ঢলি গল আৰু টোপনিত অচেতন হৈ মাটিত বাগৰি পৰিল। তেতিয়া ৰাণীয়ে লিগিৰীবোৰক কলে—"এইক কোঠা

এটালৈ লৈ যা আৰু মই আনিবলৈ কলে ইয়ালৈ লৈ আহিবি।'' ইয়াৰ পিচত তেওঁ পেৰা এটা আনিবলৈ কলে। ইপিনে কবৰ এটা নিৰ্মাণ কৰিবলৈকো আদেশ দিলে, আৰু কুট-অল-কুলুব খাই থাকোতে বুকুত ধৰাত উশাহ লব নোৱাৰি মৰিল বুলি প্ৰচাৰ কৰি দিলে। তাই জীয়াই থকা বুলি কোনোবাই কলে কাটি দুছোৱা কৰিব বুলিও পৰিয়ালৰ সকলোকে ভয় দেখুৱালে। পিচে খলিফা হাৰুণ-আল-ৰছিদ হঠাৎ চিকাৰৰ পৰা উলটি আহিল; তেওঁ আহিয়েই ছোৱালীজনীৰ কথা সুধিলে। ছোৱালীজনী মৰিল বুলি খলিফাৰ আগত কবলৈ ৰাণী জুবেদাই দাস এটাৰ আগত কৈ থৈছিল; সি খলিফাৰ আগত দীঘল দি পৰি কলে—''জাহাপনা! খাওঁতে বুকুত ধৰাত উশাহ লব নোৱাৰাৰ ফলত কুট-অল-কুলুবৰ মৃত্যু হ'ল।'' ইয়াৰ পিচত কাৰেঙৰ সকলোৰে মুখৰ পৰা তেওঁ সেই কথাকে শুনিবলৈ পালে। তেওঁ সুধিলে—''কবৰটো ক'ত আছে?'' তেওঁক কবৰখানালৈ লৈ গৈ কবৰ এটা দেখুৱাই দি কোৱা হ'ল—''ইয়াতে কবৰ দিয়া হৈছে।'' খলিফাই কবৰৰ কাষতে বহি এঘণ্টা পৰ কান্দিলে আৰু তাৰ পিচত বেজাৰ মনেৰে গুচি গ'ল।

ৰাণী জুবেদাই দেখিলে যে তেওঁৰ বুধিয়ে কাম দিলে; তেওঁ দাস এটাক পেৰাটো আনিবলৈ কলে। পেৰাটো মেলি লোৱাৰ পিচত ছোৱালীজনীক আনিবলৈ কলে। ছোৱালীজনীক পেৰাৰ ভিতৰত ভৰাই পেৰাত তলা লগাই দিলে আৰু তাৰ পিচত দাসটোক ক'লে—''এই পেৰাটো লৈ গৈ বেচি দিবি। কিন্তু যি মানুহে পেৰাটো কিনে তেওঁ পেৰাটো নোখোলাকৈ কিনি নিব লাগিব। পেৰা বেচি যি ধন পাবি সেইখিনি দুখীয়া মানুহক বিলাই দিবি।'' মানুহটোৱেও সেইমতে পেৰাটো লৈ গ'ল।

ইপিনে মাছমৰীয়া খলিফাই ৰাতিপুৱা এইবুলি গুণাগথা কৰিলে, ''মোৰ পৰা মাছ কিনি নিয়া দাসটোৰ ওচৰলৈকে যাব লাগিল। সি খলিফাৰ কাৰেঙলৈ গৈ তাক লগ ধৰাৰ কথা কৈছিল।'' সেই দেখি কাৰেঙলৈ গ'ল। তালৈ গৈ দেখিলে যে নিগ্ৰো দাস আৰু লগুৱা-লিকচৌবোৰ বহি আছে। মাছ কিনি নিয়া দাসটোও সিহঁতৰ মাজতে বহি আছিল। দাসটোৱে মাছমৰীয়াৰ পিনে চাওঁতে তেওঁক চিনি পালে। তেতিয়া মাছমৰীয়াই কলে—''মই ওলালোহি। মই কথা দি কথা ৰখা মানুহ।'' মাছমৰীয়াৰ কথা শুনি হাঁহি মাৰি দাসটোৱে ধন দিবলৈ বুলি জেপত হাত ভৰালে। এনেতে চিঞৰ-বাখৰ লগাত দাসটোৱে কি হৈছে চাবলৈ বুলি ঘূৰি চালে। খলিফাৰ কাষৰ পৰা ৱাজিৰ জাফৰ অহা দেখি দাসটোৱে উঠি গৈ তেওঁক লগ ধৰিলে আৰু দুয়ো বহুত সময় কথা পাতিলে।



মাছমৰীয়া বৈ থাকিল। থিয় দি থাকি আমনি লগাত আৰু দাসটোৱেও তেওঁলৈ কাণ নকৰা দেখি তেওঁ অলপ দূৰ আগুৱাই গৈ দূৰৰ পৰাই চিঞৰি কলে—''মোৰ ধনখিনি দিয়া। মই যাওঁগৈ।'' দাসটোৱে তেওঁৰ কথা শুনিছিল যদিও ৱাজিৰ কাষতে থকাত উত্তৰ দিবলৈ সংকোচ বোধ কৰিলে। সেই দেখি নুশুনা ভাও জুৰি ৱাজিৰৰ লগত কথা পাতি থাকিল। তেতিয়া মাছমৰীয়াই আকৌ ক'লে—''এতিয়া ধন দিবৰ বেলিকা খবৰ নাই! চাবিচোন! যিবোৰে লোকৰ বস্তু আনি ধন দিবলৈ টান পায়, সেইবোৰক আল্লাই শুদাই নেৰে! ডাঙৰীয়া! মই আপোনাৰ চৰণত পৰিছো! দয়া কৰি মোৰ প্ৰাপ্যখিনি দিয়াওক। মই তেতিয়া গুচি যাব পাৰো।'' দাসটোৱে সকলো কথা শুনিলে যদিও ৱাজিৰৰ আগত উত্তৰ দিবলৈ লাজ পালে; ৱাজিৰেও দেখিলে যে মানুহটোৱে তেওঁৰ পিনে চাই কিবাকিবি কৈছে; অথচ তেওঁ মানুহটোক চিনি পোৱা নাই। মানুহটোৰ আচৰণত অসন্তোষ বোধ কৰি তেওঁ দাসটোক সুধিলে—''এই মগনীয়াটোৱে তোক কি খুজিছে?'' দাসটোৱে তেতিয়া ক'লে—''আপুনি তাক চিনি পোৱা নাই নেকি?'' জাফৰে উত্তৰ দিলে—''মই চিনি নাপাওঁ। আগতে কেতিয়াও এই মানুহটোক দেখা নাই। মই চিনি পাম কেনেকৈ?'' দাসটোৱে উত্তৰ দিলে--''টাইগ্ৰীছ নদীৰ পাৰত আমি এই মাছমৰীয়াটোৰ মাছখিনিকে কাঢ়ি আনিছিলো। মই সেই ঠাই পাওঁতে পলম হৈছিল। সকলোবোৰ দাসে মাছ নিলে; এনে অৱস্থাত শুদা হাতেৰে খলিফাৰ ওচৰলৈ উলটিব লগীয়া হোৱাত মোৰ লাজ লাগিল। এনেতে দেখিলো, মাছমৰীয়াই দুহাতে দুটা মাছ লৈ পানীৰ মাজত বুৰ দি আছে। মই তেতিয়া তাক ক'লো—''তোৰ হাতত থকা মাছকেইটা মোক দে; মই তাৰ দাম দিম।'' সি মাছকেইটা দিলে; পিচে তাক ধন দিবৰ বাবে জেপত হাত ভৰাই দেখিলো যে জেপ তেনেই উদং হৈ আছে। তেতিয়া মই কলো—''তই কাৰেঙলৈকে আহিবি আৰু মই তোৰ দৰে দুখীয়া মানুহ এটাক সহায় কৰিব পৰাকৈ যি পাৰো দিম।'' সেই দেখি সি মোৰ ওচৰলৈ আহিছে। তাক ধন দিবৰ বাবে জেপত হাত ভৰাওঁতেই আপোনাক এইপিনে অহা দেখি উঠি আহি আপোনাক লগ ধৰিলো। মোলৈ বাট চাই তাৰ আমনি লাগিছে। সি আহি ইয়াত বৈ থকাৰ বৃত্তান্ত এইটোৱেই।''

তাৰ কথা শুনি ৱাজিৰে হাঁহি মাৰি ক'লে—''মাছমৰীয়া উচিত সময়তে ওলাইছেহি। তই তাক নিৰাশ কৰিছ কিয়? সি কোন তই নাজাননে?'' দাসটোৱে 'নাজানো' বুলি কোৱাত জাফৰে ক'লে—''ই খলিফাৰ গিৰিহঁত আৰু তেওঁৰ অংশীদাৰ। খলিফা আজি দুখে-বেজাৰে জুৰুলা হৈ আছে। এই মুহূৰ্তত

মাছমৰীয়াটোৰ বাহিৰে আন কোনেও তেওঁৰ মন ভাল লগাব নোৱাৰে। সেইদেখি তাক যাবলৈ নিদিবি। ইতিমধ্যে মই খলিফাৰ ওচৰলৈ গৈ তেওঁক ইয়াৰ সম্বাদ দিওঁগৈ। মাছমৰীয়াক দেখা পালে হয়তো খলিফাই কুট-অল-কুলুবৰ শোক পাহৰিব পাৰে। তেওঁ তেতিয়া মানুহটোক‌ো ধন-সোণ দিব। সেয়ে যদি হয়, তেন্তে এই সকলোবোৰ তোৰ যহতে হ'ব।" দাসটোৱে তেতিয়া ক'লে—"প্ৰভু! আপুনি যি ভাল দেখে কৰক।" ৰাজিৱ খলিফাৰ ওচৰলৈ গ'ল আৰু ইপিনে সেই দাস চৰ্দাৰটোৱে মাছমৰীয়াক যাবলৈ নিদিবৰ বাবে ৰখীয়া-পৰীয়াবোৰক নিৰ্দেশ দিলে। তাকে দেখি মাছমৰীয়াই চিঞৰ-বাখৰ লগাই ক'লে—"দেখিছানে মোৰ ভাগ্যৰ ফেৰ! পাওনা সাধিবলৈ আহিলো মই! ওলোটাই মোকহে এতিয়া পুৰণি কৰ-কাটলৰ পাওনা খুচৰি উলিয়াই আটক কৰিলে!"

জাফৰে আহি দেখিলে যে খলিফাই মূৰে-কপালে হাত দি মন মাৰি বহি আছে। জাফৰে সমুখলৈ আহি ক'লে—"খলিফাৰ হুকুম পালে এই দাসে এষাৰ কথা কব পাৰো।" খলিফাই ক'লে—"ৰাজিৱ! তোমাক বিনা সংকোচে কথা কোৱাত মই কেতিয়াবা বাধা দিছো জানো? কি কব লগীয়া আছে কোৱা।" জাফৰে তেতিয়া ক'লে—"মই আপোনাৰ পৰা বিদায় লৈ ঘৰলৈ বুলি গৈছিলো; পিচে দুৱাৰমুখতে আপোনাৰ সৰাকী, শিক্ষাদাতা আৰু অংশীদাৰ--সেই মাছমৰীয়া খলিফাক লগ পালো। তেওঁ আপোনাৰ কথা উলিয়াই দুখ কৰি এই বুলি কৈছে--"মই তেওঁক মাছ মাৰিবলৈ শিকালো; কিন্তু মোলৈ দুটা পাচি আনিবলৈ বুলি গৈ তেওঁ আৰু উলটি নাহিল। সজ অংশীদাৰ বা সজ শিক্ষানবিশে এনে কাম কেতিয়াও নকৰে।' সেইদেখি আপুনি যদি তেওঁৰ অংশীদাৰ হব খোজে তেন্তে ভালেই। যদি নোখোজে, তেন্তে আন কোনোবা এজনক অংশীদাৰ পাতি লবলৈ তেওঁক কৈ দিয়ক।"

এই কথা শুনি খলিফাৰ মুখত হাঁহি বিৰিভি উঠিল; তেওঁ মনৰ পৰা দুখৰ বোজাটো অলপ পাতলিল। "সঁচাকৈ মাছমৰীয়া দুৱাৰমুখত বৈ আছে নেকি?" জাফৰে ক'লে—"আপোনাৰ শপত খাই কৈছো—তেওঁ দুৱাৰমুখত বৈ আছে।" খলিফাই তেতিয়া মাত লগালে—"তেওঁক তেওঁৰ প্ৰাপ্যখিনি দিবলৈ মই পাৰ্যমানে চেষ্টা কৰিম। তেওঁৰ কপালত যদি দুখ লিখা আছে, তেন্তে তাকে পাব আৰু সুখ পাব লাগে যদি সুখকে পাব।" এইবুলি কৈ তেওঁ কাগজ এখিলা আনি টুকুৰা-টুকুৰ কৰিলে আৰু তাৰ পিচত ৰাজিৱক ক'লে--"জাফৰ! তুমি এই কাগজবোৰত এটা মোহৰৰ পৰা এহেজাৰ মোহৰলৈকে কুৰিটা সংখ্যা লিখি দিয়া; লগতে



খলিফাৰ পদমৰ্যদাৰ কথাও লিখিবা আৰু বেত্ৰাঘাতৰ পৰা মৃত্যু দণ্ডলৈকে কুৰিবিধ শাস্তি বিধানৰ কথাও লিখিবা।" জাফৰে সেইমতে লিখি দিলে। তাৰ পিচত খলিফাই ক'লে—"জাফৰ! মোৰ পুণ্যৱান পূৰ্বপুৰুষসকল আৰু 'হামজা' আৰু 'অকিল'ৰ নামত শপত কাঢ়ি কৈছো, এই কাগজবোৰৰ ভিতৰত কি লিখা আছে সেই কথা মাত্ৰ আমি দুয়ো জানো। তুমি মাছমৰীয়াক মাতি আনি এখন কাগজ তুলি লবলৈ কোৱা। তেওঁ তুলি লোৱা কাগজত যি লিখা থাকে তাকেই তেওঁ পাব। তেওঁ যদি খলিফাৰ পদমৰ্যাদা লিখি থোৱা কাগজখনকে তুলি লয়, তেন্তে একো দ্বিধা নোহোৱাকৈ মই তাকেই তেওঁক দান কৰিম। আনহাতে ফাঁচী, অঙ্গক্ষত বা মৃত্যুদণ্ড লিখা থাকিলে মই তেওঁৰ প্ৰতি সেই দণ্ডকে বিহিম। এতিয়া তেওঁক মাতি আনা।" এই কথা শুনি জাফৰে ভাবিলে--"আল্লাৰ সমান মহান কোনো হ'ব নোৱাৰে! বেচেৰা মানুহটো এতিয়া মৃত্যুৰ মুখত পৰিব পাৰে। ইয়াৰ বাবে ময়েই দায়ী হব লাগিব। কিন্তু খলিফাই প্ৰতিজ্ঞা কৰিলে যেতিয়া একো উপায় নাই। মানুহটোক মাতি আনিবই লাগিব। আল্লাৰ বিধান মতে যি হব লাগে সেয়ে হ'ব।"

তেওঁ তেতিয়া মাছমৰীয়াৰ ওচৰলৈ গৈ তেওঁৰ হাতত ধৰিলে আৰু খলিফাৰ ওচৰলৈ নিব খুজিলে। তাকে দেখি মাছমৰীয়াই খণ্ডতে ভোৰভোৰাবলৈ ধৰিলে--"এই কুলক্ষণীয়া দাসটোৰ ওচৰলৈ আহি মই মূৰ্খালি কৰিলো। তাৰ বাবেই মই এই আপদখনত পৰিলোহি।" জাফৰে মাছমৰীয়াক লৈ গ'ল; তেওঁৰ আগে-পাচে দাসবোৰে আগুৰি ধৰিলে। মাছমৰীয়াই ভাবিলে—"মোক আটক কৰিয়েই এৰা নাই; পলাব নোৱাৰাকৈ আগে-পাচে এই মানুহবোৰকো লৈ আহিছে।" তেওঁলোকে সাতটা চ'ৰা পাৰ হৈ যোৱাৰ মূৰত ৰাজিৱে মাছমৰীয়াক ক'লে--"মাছ-মৰীয়া! মোৰ কথা শুন। ধৰ্ম আৰু সত্যৰ পালনকাৰী খলিফাৰ আগত তই উপস্থিত হৈছ।" এইবুলি কৈ তেওঁ পৰ্দাখন দাঙি দিলে। মাছমৰীয়াই সমুখত দেখা পালে--খলিকা আসনত বহি আছে আৰু ডা-ডাঙৰীয়াসকল সসন্মানে থিয় দি আছে। খলিফাক দেখিয়েই মাছমৰীয়াই আগবাঢ়ি গৈ ক'লে--"হেৰা বাদ্যকাৰ! মাছমৰীয়া হবলৈ গৈ তুমি সকলো চাহ এৰা দিলা। মই মাছবোৰ ৰখি তোমালৈ বাট চাই থাকিলো; কিন্তু তুমি উলটি নাহিলা। দাস কিছুমানে আহি মোৰ সকলো মাছ কাঢ়ি নিলে; মই অকলশৰীয়া হোৱা বাবে একোকে কৰিব নোৱা-ৰিলো। তোমাৰ দোষতে এই ঘটনা ঘটিল। কিয়নো তুমি যদি বেগেতে পাচি দুটা লৈ উলটি আহিলাহেঁতেন, তেন্তে আমি মাছ বেচি এশটা মোহৰ ঘটিব

পাৰিলোহেঁতেন। এতিয়া মই ধন সাধিবলৈ আহোঁতে ওলোটাই মোকহে ইহঁতে আটক কৰিলে। পিচে তোমাৰ কি হ'ল? কোনে তোমাক ইয়াত আটক কৰি থৈছে?"

খলিফাৰ হাঁহি উঠিল। তেওঁ পৰ্দাৰ চুক এটা দাঙি ভুমুকি মাৰি চাই মাছমৰীয়াক ক'লে—"তুমি এইপিনে আহি কাগজ এখিলা তুলি লোৱা।" মাছমৰীয়াই ক'লে—"কালি তুমি আছিলা মাছমৰীয়া আৰু আজি হ'লা জ্যোতিষী। পিচে সৰহ বৃত্তিত ধৰিলে মানুহ দুখীয়াহে হয়।" জাফৰে তেতিয়া ক'লে "বলকি থাকিব নালাগে। খলিফাই কোৱা মতে কাগজ এখিলা তুলি ল।" মাছমৰীয়াই আগবাঢ়ি গৈ হাতখন মেলি ভাবিলে--"এই বাদ্যকাৰটোক আৰু কেতিয়াও মোৰ যোগালি হিচাপে নলওঁ আৰু তাৰ লগত মাছো নামাবো।" তাৰ পিচত কাগজ এখিলা তুলি লৈ খলিফাৰ হাতত দি ক'লে--"হেৰা বাদ্যকাৰ! ইয়াৰ পৰানো মোৰ কি লাভ হ'ল? কোৱা–একো লুক-ঢাক নকৰিবা।" অল-বছিদে কাগজখিলা লৈ জাফৰৰ হাতত দি ক'লে—"ইয়াত কি লিখা আছে পঢ়ি শুনোৱা। ৰাজিবে পঢ়ি চাই ক'লে—"আল্লাৰ মহিমা অপাৰ।" খলিফাই সুধিলে—"জাফৰ। কিবা ভাল ভাগ্য মিলিছে নেকি? কি লিখা আছে কাগজত?" ৰাজিবে ক'লে— "মাছমৰীয়াক এশটা কোব দিব লাগে—এই বুলি কাগজত লিখা আছে।" খলিফাই তেতিয়া মাছমৰীয়াক কোবাবলৈ আদেশ দিলে আৰু সেইমতে এশটা কোব মৰা হ'ল।

তেতিয়া জাফৰে ক'লে—"জাহাপনা! এই দুখীয়া মানুহটো সমুদ্ৰলৈ আহি তৃষ্ণাতুৰ হৈ উলটি যাব নে? আপুনি দয়া পৰবশ হৈ বেচেৰাক আৰু এবাৰ কাগজ তুলি লবলৈ দিব বুলি আশা কৰিছো; এইবাৰ তাৰ ভাগ্য ভাল হবও পাৰে।" খলিফাই ক'লে—"সি যদি মৃত্যু দণ্ডৰ কথা লিখি থোৱা কাগজ খিলাকে তুলি লয়, তেতিয়া হ'লে মই তাক মৃত্যু দণ্ডও বিহিব লাগিব আৰু তাৰ বাবে তুমিয়েই দায়ী হ'বা।" জাফৰে ক'লে—"মৰিবলৈ হ'লে মানুহটোৱে শান্তিহে পাব।" সেইকথা শুনি মাছমৰীয়াই তেওঁক ক'লে--"মোক যে মাৰি পেলাব লগীয়া হ'ল, মই থকা কাৰণে বাগদাদত বাস কৰাটোৱেই আপোনালোকৰ পক্ষে অসহনীয় হৈ উঠিছে নেকি?" জাফৰে তেতিয়া ক'লে—"আল্লাৰ কৃপাৰ ওপৰত ভাৰসা ৰাখি আৰু এখিলা কাগজ তুলি লোৱা।" সেইমতে কাগজ এখিলা লৈ তেওঁ জাফৰৰ হাতত দিলে; কাগজৰ কথাখিনি পঢ়ি উঠি জাফৰ মনে মনে থাকিল। খলিফাই



সুধিলে—"কি হ'ল? তুমি দেখোন মনে মনে থাকিলা?" ৰাজিবে উত্তৰ দিলে— "মাছমৰীয়াক একোকে দিব নালাগে—এইবুলি ইয়াত লিখা আছে।" খলিফাই তেতিয়া ক'লে—"আমাৰ পৰা মাছমৰীয়াই অন্ন সংস্থানৰ উপায় নাপায়। তেওঁক ইয়াৰ পৰা গুচি যাবলৈ কোৱা।" জাফৰে আকৌ মাত লগালে--"অনুগ্ৰহ কৰি তৃতীয়বাৰৰ বাবে তেওঁক কাগজ এখিলা তুলি লবলৈ কওক; জানোচা এইবাৰ তেওঁৰ ভাগ্য উদয় হয়।" খলিফাই ক'লে—"শেষবাৰৰ কাৰণে তেওঁক লবলৈ কোৱা যাওক।" মাছমৰীয়াই আকৌ কাগজ এখিলা তুলি ন'লে আৰু এইখনত এইবুলি লিখা আছিল—"মাছমৰীয়াক মোহৰ এটা দিব লাগে।" জাফৰে তেতিয়া ক'লে— তই "সৰহ ধন পোৱাটোকে মই আশা কৰিছিলো; পিচে আল্লাই তোক মাত্ৰ মোহৰ এটাহে দিলে।" মাছমৰীয়াই তাৰ উত্তৰত ক'লে--"এশটা কোবৰ সলনি মোহৰ এটা পোৱাটোও কম ভাগ্যৰ কথা নহয়!" খলিফাই সেই কথা শুনি হাঁহিলে; জাফৰে মাছমৰীয়াক বাহিৰলৈ লৈ গ'ল।

দুৱাৰমুখ পাওঁতেই দাসবোৰৰ চৰ্দাৰ চণ্ডালে তেওঁক দেখা পাই মাত লগালে "হেৰৌ! মাছমৰীয়া! তোৰ লগত ৰংৰহইচ কৰি উঠি খলিফাই তোক দিয়া ধনৰ ভাগ আমাকো দে।" মাছমৰীয়াই ক'লে—"তুমি ঠিক কথা কৈছা! মই পোৱা খিনিৰ ভাগ তোমাকো লাগে? মই বহুত পালো। এশটা কোব খাই মোহৰ এটা পালো। তোমাক তাৰ ভাগ দিবলৈ মোৰ সমূলি আপত্তি নাই।" এইবুলি কৈ মাছমৰীয়াই মোহৰটো দাসটোৰ পিনে দলি মাৰি পেলাই দি গুচি গ'ল। তেওঁৰ দুগালেদি চকুপানী বৈ গ'ল। মাছমৰীয়াৰ অৱস্থা দেখা পাই দাসটোৱে বুজিলে যে তেওঁ সচাঁ কথাকে কৈছে। সি তেতিয়া মাছমৰীয়াক মাতি আনিবৰ বাবে বাকীবোৰ দাসক ক'লে। সিহঁতে মাছমৰীয়াক ওভোতাই আনিলে। চণ্ডালে জেপত হাত ভৰাই ৰঙা মোনা এটা উলিয়ালে আৰু তাৰ পৰা এশটা সোণৰ মোহৰ উলিয়াই মাছমৰীয়াৰ হাতত দি ক'লে—"এয়া! তোৰ মাছৰ দাম ল।" মাছমৰীয়াই সেই মোহৰ এশ আৰু খলিফাই দিয়া মোহৰটো লৈ গুচি গ'ল। তেওঁৰ মনত ৰং লাগিল আৰু মাৰ খোৱাৰ কথাও পাহৰি গ'ল।

পিচে মাছমৰীয়াই দাসীৰ বজাৰখনৰ কাষেদি যাওঁতে বহুতো মানুহ জুম বান্ধি থকা দেখা পালে। তেওঁ মনতে ভাবিলে—"ইমান মানুহ গোট খাইছে কিয়" এইবুলি ভাবি তেওঁ ভিৰ ঠেলি ভিতৰ সোমাই গ'ল। মানুহবোৰে কোৱাকুই কৰিলে "এক নম্বৰ দগাবাজটো আহিছে। তাক বাট এৰি দিয়া।" তেওঁ গৈ দেখিলে যে

পেৰা এটাৰ ওপৰত দাস এটা বহি আছে আৰু কাষতে বুঢ়া মানুহ এটা থিয় দি আছে। বুঢ়াই চিঞৰি চিঞৰি কলে--"হে সদাগৰসকল ! খলিফাৰ মহিষী ৰাণী জুবেদা-বিন অল-কাছিমৰ কাৰেঙৰ পৰা পঠোৱা এই পেৰাটোৰ ভিতৰত কি আছে একো নজনাকৈ কোনে ততালিকে পেৰাটো কিনিবলৈ আগবাঢ়ি আহিব ?" এজন সদাগৰে মাত লগালে--"হে আল্লা ! এইটোতো বৰ বিপদজনক কথা। দায় দোষ নধৰে যদি মই এযাৰ কথা কওঁ। একুৰি মোহৰ দিওঁ মোক পেৰাটো দিয়ক।" আন এজনে কলে "মই পঞ্চাচটা মোহৰ দিম।" এইদৰে ইজনে সিজনে ডাকিবলৈ ধৰাত দাম উঠি এশটা মোহৰ হলগৈ। তেতিয়া বুঢ়াই সুধিলে--"ইয়াতকৈ ওপৰত কোনোবাই ডাকিব খোজেনে ?" হঠাৎ মাছমৰীয়া খলিফাই মাত লগালে--"মই এশ এটা মোহৰ দিম।" এই কথা শুনি সদাগৰসকলে ভাবিলে যে মাছমৰীয়াই পেংলাইহে কৰিছে। সেইদেখি তেওঁলোকে হাঁহি হাঁহি কলে—"এশ এটা মোহৰ দি মাছমৰীয়াই পেৰাটো কিনক।" তেতিয়া দাসটোৱে কলে--"মই তেওঁকেই বেচিম। মাছমৰীয়া ! তুমি এইটো লোৱা। মোক ধনখিনি দিয়া।" মাছমৰীয়াই ধনখিনি উলিয়াই দাসটোৰ হাতত দিলে। দাসটোৱে পেৰাটো তেওঁৰ হাতত শোধাই দিলে। আৰু পেৰা বেচি পোৱা ধনখিনিৰে সেই ঠাইতে দুখীয়া মানুহক ভিক্ষা দিলে।" ইয়াৰ পিচত কাৰেঙলৈ উলটি গৈ ৰাণী- জুবেদাক সকলো কথা জনালে। তাৰ কথা শুনি ৰাণীয়ে সন্তোষ পালে।

মাছমৰীয়াই পেৰাটো কান্ধত তুলি ললে। পিছে বৰ গধুৰ পোৱা বাবে সেইদৰে বেছি দূৰলৈ কঢ়িয়াই নিব নোৱাৰিলে। সেইদেখি পেৰাটো মূৰত তুলি ঘৰলৈ লৈ গল। নিজৰ ঘৰৰ মুখত পেৰাটো নমাই ভাগৰ লগাৰ কাৰণে খন্তেক বহিলে। তেওঁ ভাবিলে -"এই পেৰাটোৰ ভিতৰত বা কি আছে ?" তাৰপিচত দুৱাৰখন খুলি পেৰাটো কোঠাৰ ভিতৰলৈ সুমুৱাই নিলে। তেওঁ পেৰাটো খুলিবলৈ চেষ্টা কৰিলে ; কিন্তু নোৱাৰিলে। মনতে ভাবিলে—"এই পেৰাটো কিনিবলৈ মোকনো কিহে পাইছিল ? তলাটোকে ভাঙি ইয়াৰ ভিতৰত নো কি আছে চোৱা যাওক।" এইবুলি তলাটো আজুৰি ভাঙিবলৈ চেষ্টা কৰিলে ; কিন্তু ভাঙিব নোৱাৰিলে। মাছমৰীয়াই তেতিয়া মনতে ভাবিলে : 'এতিয়া এনেকৈয়ে থাকক। কাইলৈ কিবা এটা কৰিব লাগিব'। পিচে শুবৰ মনেৰে বাগৰ দিবলৈ লওঁতে দেখিলে যে কোঠাটোত শুবলৈ ঠায়েই নাই। পেৰাটোৱেই গোটেই কোঠাটো আগুৰি থৈছে। সেইদেখি তেওঁ তেতিয়া পেৰাটোৰ ওপৰতে বাগৰ দিলে। অলপ সময় সেইদৰে বাগৰ দি থকাৰ মূৰত পেৰাৰ ভিতৰত কিবা এটাই লৰচৰ কৰা



যেন গম পালে। তেওঁৰ টোপনি ভাঙি গ'ল আৰু ভয়ো লাগিল। পেৰাৰ পৰা নামি তেওঁ ক'লে--"এই পেৰাটোৰ ভিতৰত ভূত সোমাই আছে হবলা। এইটো খুলিব নোৱাৰাত ভালেই হ'ল। আল্লাইহে মোক ৰচালে। এইটো খুলি থোৱা হ'লে ভূতে আন্ধাৰত ওলাই আহি মোক মাৰি পেলালেহেঁতেন।" তেওঁ আকৌ পেৰাৰ ওপৰতে শুই থাকিল। অলপ পিচতে পেৰাটো আকৌ লৰচৰ হ'ল। একেজাপেই তেওঁ নামি আহি ক'লে-"সেয়া ! আকৌ লৰচৰ কৰিছে ! কি সাংঘাতিক কথা !" তেওঁ লৰালৰিকৈ চাকি এটা বিচাৰিলে। কিন্তু চাকি নাপালে। ইপিনে চাকি এটা কিনি আনিবলৈকো পইচা নাই।

সেইদেখি বাহিৰ ওলাই গৈ চিঞৰিবলৈ ধৰিলে—"অ' ৰাইজ ! কোন ক'ত আছা, শুনা !" সৰহ ভাগ মানুহেই তেতিয়া শুই আছিল। তেওঁৰ চিঞৰত সকলোৱে সাৰ পালে। তেওঁলোকে সুধিলে—"হেৰা খলিফা ! তোমাৰ কি হ'ল ?" তেওঁ উত্তৰ দিলে—"চাকি এটা আনা, মোৰ ঘৰত ভূত ওলাইছে।" তেওঁৰ কথা শুনি মানুহবোৰে হাঁহি দিলে। তেওঁলোকৰ পৰা চাকি এটা লৈ মাছমৰীয়া নিজৰ ঘৰলৈ উভতি গ'ল। শিল এচটাৰে তলাটো খুন্দিয়াই ভাঙি পেলালে আৰু তাৰ পিচত পেৰাটো খুলিলে। খুলিয়েই দেখিলে যে পেৰাৰ ভিতৰত পৰীৰ দৰে দীপলিপ ছোৱালী এজনী শুই আছে। ছোৱালীজনী ভাং খোৱাৰ পিচত অচেতন হৈ পৰিছিল। সেই মুহূৰ্ততে তাই চেতনা ঘূৰাই পালে। ছোৱালীজনীয়ে চকু মেলি চালে। মাছমৰীয়াই ছোৱালীজনীক দেখি সুধিলে—"তুমিনো ক'ৰ পৰা ওলালাহি আইদেউ ?" ছোৱালীজনীয়ে ক'লে—"হাছনাহানা আৰু ৰজনীগন্ধাক মোৰ ওচৰলৈ মাতি আনা।" খলিফাই উত্তৰ দিলে—"ইয়াত 'হেন্না' ফুলৰ বাহিৰে আন ফুল নাই।" তেনেতে ছোৱালীজনীয়ে সম্পূৰ্ণভাৱে জ্ঞান পাই খলিফাক সুধিলে--"তুমি কোন ? মই ক'ত আছো ?" মাছমৰীয়াই ক'লে--"তুমি মোৰ ঘৰত আছা।" ছোৱালীজনীয়ে সুধিলে—"মই খলিফা হাৰুণ-অল-ৰছিদৰ কাৰেঙত থকা নাই জানো ?" মাছমৰীয়াই উত্তৰ দিলে--"কোন অল ৰছিদৰ কথা কৈছা ? তুমি মোৰ দাসী। আজি এশ এটা মোহৰ দি মই তোমাক কিনি আনিছো। তুমি এই পেৰাটোৰ ভিতৰতে শুই আছিলা।" এই কথা শুনি ছোৱালীজনীয়ে সুধিলে--"তোমাৰ নাম কি ?" তেওঁ উত্তৰ দিলে--"মোৰ নাম খলিফা। মোৰ ভাগ্যই বেয়াৰ ফালে গতি লৈছে বুলিহে ভাবিছিলো ; পিচে এতিয়া দেখোন ভাগ্য ভালেই।"

ছোৱালীজনীয়ে হাঁহি মাৰি ক'লে—"কথা পিচতো পাতিবা। কি আছে মোক খাবলৈ দিয়া।" মাছমৰীয়াই ক'লে—"খাবলৈ একোৱেই নাই। দুটা দিন মই নখোৱাকৈ আছো। খুদ-কণ এটাও মোৰ হাতত নাই।" ছোৱালীজনীয়ে সুধিলে - "তোমাৰ হাতত ধন নাই জানো ?" তেওঁ ক'লে—"এই পেৰাটোৱেই মোক দেৱলীয়া কৰিলে। এইটোৰ বাবেই মই গাথিৰ ধন শেষ কৰিলো। এতিয়া ফুটা কড়ি এটাও নাই।" ছোৱালীজনীৰ হাঁহি উঠিল ; তেওঁ ক'লে—"তুমি ওলাই যোৱাচোন। ওচৰচুবুৰীয়াৰ পৰাই খোৱা বস্তু অলপ খুজি আনা। মোৰ বৰ ভোক লাগিছে।" তেওঁ বাহিৰলৈ ওলাই গ'ল আৰু চিঞৰি চিঞৰি ক'লে—"গৃহস্থসকল ! শুনক !" ওচৰ চুবুৰীয়া মানুহবোৰে সাৰ পাই উঠি আহি তেওঁক সুধিলে—"খলিফা তোমাৰ কি হ'ল ?" তেওঁ উত্তৰ দিলে—"মই ভোকত তৎ পোৱা নাই। মোৰ হাতত একো খোৱাবস্তুও নাই।" তেতিয়া এজন মানুহে আহি তেওঁক ৰুটি এটা দিলে ; এজনে মঙহ কেইটুকুৰামান দিলে ; আন এজনে অলপ চৰ্বী দিলেহি। এজনে আকৌ তিয়ঁহ এটা দিলে। এইদৰে মানুহবোৰৰ পৰা পোৱা বস্তুৰে তেওঁৰ কোঁচ ভৰি পৰিল। নিজৰ ঘৰলৈ উলটি গৈ সেইবোৰ ছোৱালীজনীৰ আগত দি ক'লে—"খোৱা।" পিচে ছোৱালীজনীয়ে হাঁহি হাঁহি ক'লে—"কিন্তু পানী ক'তা ? এপিয়লাও পানী নোহোৱাকৈ মই এইবোৰ খাম কেনেকৈ ? ডিঙিত চৰহা মাৰি ধৰিলে মৰিব লগীয়া হ'ব।" মাছমৰীয়াই তেতিয়া ক'লে--"মই একলহ পানী লৈ আহোঁগৈ" এইবুলি কৈ তেওঁ কলহটো লৈ ওলাই গ'ল আৰু আলিবাটত থিয় দি চিঞৰি চিঞৰি ক'লে--"বাইজসকল। শুনক!" মানুহবোৰে সুধিলে—"খলিফা এই ৰাতিখন কিয় চিঞৰিছা ?" তেওঁ ক'লে—"আপোনালোকে মোক খোৱাবস্তুবোৰ দিলে আৰু ময়ো সেইবোৰ খালো। কিন্তু পিয়াহত অ'ঠ-ক'ঠ শুকাই গৈছে। এতিয়া মোক পানী লাগে।" তেতিয়া এজনে পানী এঘটি আনি দিলে। এজনে লোটাত আৰু এজনে বদ্‌নাত পানী আনি দিলে। মাছমৰীয়া কলহত পানী ভৰাই লৈ ঘৰলৈ উলটি গ'ল। তেওঁ ছোৱালীজনীক ক'লেগৈ—"এতিয়া আৰু তোমাৰ একো অভাৱ নাই। ছোৱালীজনীয়ে উত্তৰ দিলে—"এৰা, সদ্যহতে মোক আৰু একো নেলাগে।"

মাছমৰীয়াই ক'লে—"তোমাৰ এই অৱস্থা কেনেকৈ হ'বলৈ পালে মোক কোৱাচোন।" ছোৱালীজনীয়ে তেতিয়া ক'লে—"মোৰ নাম কুট-অল-কুলুব। মই খলিফাৰ দাসী। মোৰ প্ৰতি ঈৰ্ষাপৰায়ণ হৈ ৰাণী জুবেদাই মোক ভাং খুৱাই অচেতন কৰি এই পেৰাটোত ভৰাই দিলে। পিচে আল্লাৰ কৃপাত তাৰ ফলত মোৰ



একো অঘটন নঘটিল। ময়ো ৰক্ষা পৰিলো আৰু তোমাৰো কপাল ফুলিল। কিয়নো তুমি এতিয়া খলিফা হাৰুণ-অল-ৰছিদৰ পৰা অপাৰ ধন-সম্পদ পাবা। তোমাৰ অৱস্থা এতিয়া সলনি হৈ পৰিব।" মাছমৰীয়াই সুধিলে—"যাৰ কাৰেঙত মোক আটক কৰি থৈছিল, সেইজনেই অল-ৰছিদ-নহয় জানো ?" ছোৱালীজনীয়ে হয় বুলি কোৱাত তেওঁ ক'লে--"মই তেওঁৰ নিচিনা কৃপণ মানুহ ক'তো দেখা নাই। সেই বাদ্যকাৰ জন তেনেই অকামিলা আৰু তেওঁৰ জ্ঞান-বুদ্ধিও নাই। কালি তেওঁ মোক সৌকাৰে এশটা কোৰ মৰাই মোহৰ এটা দিলে। অথচ ময়েই তেওঁক মাছ মাৰিবলৈ শিকাইছিলো আৰু মোৰ অংশীদাৰ পাতিছিলো। পিচে তেওঁ মোক আভুৱা ভাবিলে।" ছোৱালীজনীয়ে তেতিয়া ক'লে—"এনে অশোভনীয়ভাৱে কথা নকবা। তুমি চকু মুদি আছা নেকি ? এইবাৰৰ পৰা তেওঁক লগ পালে তেওঁৰ প্ৰতি সন্মান দেখুৱাবা। তেতিয়া তোমাৰ অভীষ্ট সিদ্ধি হ'ব।" ছোৱালীজনীৰ কথাইহে মাছমৰীয়াৰ চকু মুকলি কৰিলে। তেওঁ তেতিয়া সকলো কথা উপলব্ধি কৰিলে। মাছমৰীয়াই ছোৱালীজনীক ক'লে—"আল্লাৰ নাম লৈ এতিয়া শুই থাকা।" ছোৱালীজনী শুই থাকিল আৰু মাছমৰীয়ায়ো নিলগলৈ গৈ বাগৰ দিলে। ৰাতিপুৱা শুই উঠি কাগজকলম বিচৰাত মাছমৰীয়াই সেইবোৰ যতনাই দিলে ; ছোৱালীজনীয়ে খলিফাৰ বন্ধু ইবন-অল-কিৰনাছলৈ এখন চিঠি লিখিলে। তেওঁৰ কি ঘটনা ঘটিল, কেনেকৈ মাছমৰীয়া খলিফাৰ হাতত পৰিলহি আৰু মাছমৰীয়াই কেনেকৈ কিনি আনিলে, এই সকলোবোৰ কথা লিখি তেওঁ চিঠিখন মাছমৰীয়াৰ হাতত দি ক'লে—"এইখন লৈ তুমি সোণাৰীসকলৰ বজাৰখনলৈ যোৱা ; মানুহক সুধি ইবন-অল-কিৰনাছ নামৰ সোণাৰী জনৰ দোকান খন বিচাৰি উলিয়াবা। তেওঁৰ হাততে এই কাগজখন দিবাগৈ ; আন একো কব নালাগে।" সেইমতে চিঠিখন লৈ মাছমৰীয়া বজাৰলৈ গ'ল আৰু মানুহক সুধি ইবন-অল-কিৰনাছৰ দোকানখন উলিয়ালেগৈ। মাছমৰীয়াই সদাগৰক চালাম জনোৱাত তেওঁ অৱজ্ঞাৰ ভাবেৰে ওলোটাই চালাম জনাই সুধিলে-"কি লাগে ?" মাছমৰীয়াই তেওঁৰ হাতত চিঠিখন দিলে। সদাগৰে চিঠিখন ল'লে ; কিন্তু তেতিয়াও তেওঁ চিঠিখন পঢ়া নাছিল। মাছমৰীয়াক মগনীয়া বুলি ধাৰণা কৰি সদাগৰে ভাবিলে যে ভিক্ষা বিচাৰি আহিছে। সেইদেখি লগুৱাক আদেশ দিলে, "ইয়াক পইচা কেইটামান দে।" মাছমৰীয়াই ক'লে, "মই ভিক্ষা মাগিবলৈ অহা নাই। এই কাগজখন পঢ়ক।"

ইবন-অল-কিৰনাছে তেতিয়া চিঠিখন খুলি লৈ পঢ়িবলৈ ধৰিলে ; চিঠিখন পঢ়ি উঠি মাছমৰীয়াৰ কাষ চাপি তেওঁ ক'লে—"ভাই ! তোমাৰ ঘৰ কোন খিনিত ?" মাছমৰীয়াই উত্তৰত ক'লে—"আপুনি মোৰ ঘৰৰ কথা সুধিছে কিয় ? মোৰ ঘৰলৈ গৈ মোৰ দাসী জনীক চুৰ কৰি আনিব খুজিছে নেকি ?" তেতিয়া ইবন-অল-কিৰনাছে উত্তৰ দিলে—"তোমাৰ আৰু ছোৱালীজনীৰ কাৰণে অলপ খোৱাবস্তু কিনি দিব খুজিছো ।" মাছমৰীয়াই নিজৰ ঘৰৰ ঠিকনাটো দিলে । সদাগৰে ক'লে—"তুমি সজ কাম এটা কৰিলা । এইবাৰ তোমাৰ ভাগ্য উদয় হ'ব ।' এই বুলি তেওঁ দুটা দাসক মাতি আনি ক'লে—"এই মানুহটোক ধনভৰালী মহছিনৰ ওচৰলৈ লৈ যা । মানুহটোৰ হাতত এহেজাৰ সোণৰ মোহৰ দিবলৈ কৈছো বুলি মহছিনক কবি । তাৰ পিচত আকৌ মোৰ ওচৰলৈ লৈ আহিবি ।" সেইমতে দাস দুটাই মাছমৰীয়াক ধনভৰালীৰ ওচৰলৈ লৈ গ'ল । কোৱা মতে ধনভৰালীয়ে তেওঁক ধন-খিনি দিলে । তেতিয়া দাস দুটাই তেওঁক সিহঁতৰ গিৰিহঁতৰ ওচৰলৈ আকৌ লৈ আহিল । আহি দেখা পালে যে ফুটুকাফুটুকী খচ্চৰ এজনীৰ পিঠিত উঠি সদাগৰ ক'ৰবালৈ যাবলৈ সাজু হৈ আছে আৰু দাস আদি অনুচৰবোৰো তেওঁৰ লগত যাবলৈ ৰৈ আছে । ওচৰতে জীণ-লেকাম লগাই অবিকল একে ধৰণৰ খচ্চৰ এজনী সাজু কৰি থোৱা হৈছে । সদাগৰে মাছমৰীয়াক ক'লে—"এই খচ্চৰজনীৰ পিঠিত উঠি লোৱা ।" তেওঁ তেতিয়া মাত লগালে, "মই নুঠো । লাথি মাৰি পেলাই দিয়ে বুলি ভয় লাগে ।" সদাগৰে ক'লে—"তমি উঠিবই লাগিব ।" খচ্চৰজনীৰ নেজৰ ফালে মুখ কৰি মাছমৰীয়া বহিল আৰু নেজতে খামুচি ধৰি চিঞৰ-বাখৰ লগালে । খচ্চৰজনীয়ে তেতিয়া লাথি মাৰি তেওঁক মাটিলৈ পেলাই দিলে । মানুহবোৰে হাঁহি দিলে । মাটিৰ পৰা উঠি মাছমৰীয়াই ক'লে—"এই প্ৰকাণ্ড খচ্চৰজনীৰ পিঠিত নুঠো বুলি মই কোৱা নাছিলো নে ?" ইবন-অল-কিৰনাছে তেতিয়া মাছমৰীয়াক বজাৰতে এৰি থৈ খলিফাৰ ওচৰ পালেগৈ আৰু ছোৱালীজনীৰ খবৰটো দিলে । তাৰ পিচত তেওঁ ছোৱালীজনীক নিজৰ ঘৰলৈ লৈ আহিল ।

ইপিনে মাছমৰীয়া নিজৰ ঘৰলৈ গুচি গ'ল ; গৈ দেখিলে যে বহুত মানুহ গোট খাইছে । মানুহবোৰে কোৱাকুই কৰিছে—"মাছমৰীয়া খলিফা আজি নিশ্চয় মহা বিপদত পৰিছে । সি বাৰু ছোৱালীজনীক ক'ত পালে ?" এজনে আকৌ ক'লে—"সি হ'ল দগাবাজ দালাল এটা ! নিশ্চয় আলিবাটত ছোৱালীজনীক মতলীয়া অৱস্থাত পাই নিজৰ ঘৰলৈ ধৰি আনিলে । সি নিজৰ অপৰাধ সম্পৰ্কে



জানিব পাৰিছে কাৰণেই এতিয়া পলাই ফুৰিছে ।" এইদৰে কথা পাতি থাকোতেই মাছমৰীয়া আহি সেইখিনিত উপস্থিত হোৱা দেখি তেওঁলোকে ক'লে—"তই কি বিপদত পৰিছ, জাননে ?" মাছমৰীয়াই ক'লে—"আল্লাৰ কছম ! মই একোকে নাজানো ।" মানুহবোৰে তেতিয়া ক'লে—"অলপ আগতে পালি-প্ৰহৰী কিছুমান আহিছিল ; তই চুৰ কৰি অনা দাসীজনীক সিহঁতে লৈ গ'ল । তোকো সিহঁতে বিচাৰিছিল ।" মাছমৰীয়াই ক'লে—"মোৰ দাসী জনীক সিহঁতে নিলে কিয় ?" জুমৰ মাজৰ পৰা কোনোবা এজনে মাত লগালে—"সিহঁতক হকাবাধা কৰা হ'লে ইয়াক মাৰিয়েই পেলালেহেঁতেন ।" কিন্তু মাছমৰীয়াই মানুহবোৰৰ কথালৈ কাণ নিদি ইবন-অল-কিৰনাছৰ দোকানলৈ বেগ দিলে আৰু সদাগৰক লগ পাই ক'লে—"আপুনি কিন্তু এইটো ভাল কাম নকৰিলে । মোক ফাঁকি দি ৰাখি থলে আৰু ইপিনে পালি-প্ৰহৰী পঠাই মোৰ দাসীজনীক ধৰাই আনিলে ।" সোণাৰীজনে তেতিয়া ক'লে—"হেৰৌ মূৰ্খ ! তই মনে মনে থাক । মোৰ লগত এইপিনে আহচোন ।" তেওঁ মাছমৰীয়াক লৈ ধুনীয়া ঘৰ এটাৰ ভিতৰলৈ সোমাই গ'ল । মাছমৰীয়াই দেখিলে যে সেই ছোৱালীজনী সোণখটোৱা আসন এখনত বহি আছে ; দহজনী ৰূপহী দাসীয়ে তেওঁৰ আল ধৰি আছে । ছোৱালীজনীৰ আগত উপস্থিত হৈ ইবন-অল--কিৰনাছে অভিবাদন জনালে । তেতিয়া ছোৱালীজনীয়ে সুধিলে—"মোৰ নতুন গৰাকীজনক আপুনি কি কৰিছে ? তেওঁ যথা-সৰ্ব স্ব দি মোক কিনি নিছিল ।" সদাগৰে উত্তৰ দিলে—"মই তাক এহেজাৰ সোণৰ মোহৰ দিলো ।" এইবুলি তেওঁ মাছমৰীয়াৰ সকলো কথা বিবৰি ক'লে । তেতিয়া ছোৱালীজনীয়ে হাঁহি হাঁহি ক'লে—"তেওঁক দোষ নিদিব । তেওঁ তেনেই হোজা মানুহ । তেওঁক উপহাৰ হিচাপে ময়ো এই এহেজাৰ মোহৰ দিছো । আল্লাই কৃপা কৰিলে তেওঁ খলিফাৰ পৰাও ধন-সম্পদ লাভ কৰিব ।"

তেওঁলোকে কথা পাতি থাকোতেই খলিফাৰ দাস এটা আহি সেইখিনিত উপস্থিত হ'ল । কুট-অল-কুলুবৰ সন্ধান লবলৈ সি আহিছিল । ইবন-অল-কুলুবৰ ঘৰত ছোৱালীজনী থকা বুলি গম পাই খলিফাই তুৰন্তে তেওঁক নিজৰ কাৰেঙলৈ লৈ আহিবলৈ আদেশ দিলে । ছোৱালীজনী খলিফাৰ কাৰেঙলৈ উলটি গ'ল ; তেওঁ মাছমৰীয়াকো লগত লৈ গ'ল । খলিফাক অভিবাদন জনোৱাৰ মূৰত তেওঁ ছোৱালীজনীক কি ঘটনা ঘটিছিল আৰু কোনে তেওঁক কিনি নিছিল, সেই কথা সুধিলে । ছোৱালীজনীয়ে ক'লে—"খলিফা নামৰ মাছমৰীয়া এজনে মোক কিনি

নিছিল ; তেওঁ দুৱাৰ মুখতে অপেক্ষা কৰি আছে। মাছমৰীয়াই মোৰ আগত কৈছে বোলে মাছ মাৰিবৰ বাবে তেওঁৰ আৰু খলিফাৰ মাজত হোৱা বন্দৱস্ত মতে দুয়ো অংশীদাৰ হৈছিল আৰু সেই সূত্ৰে খলিফাৰ লগত তেওঁৰ হিচাপ নিষ্পত্তি কৰিবলৈ এতিয়াও বাকী আছে।" অল-ৰছিদে তেতিয়া সুধিলে—"তেওঁ দুৱাৰ মুখত অপেক্ষা কৰি আছে নেকি ?" কুট-অল-কুলুবে হয় বুলি কোৱাত খলিফাই মাছমৰীয়াক মতালে। মাছমৰীয়াই খলিফাৰ আগত সাষ্টাঙ্গে প্ৰণিপাত কৰিলে। খলিফাই হাঁহি হাঁহি সুধিলে—"মাছমৰীয়া ! কালিৰ দিনটোও তুমি মোৰ অংশীদাৰ ৰূপে আছিলা নেকি ?" খলিফাই যে কুট-অল-কুলুবৰ কথা উল্লেখ কৰিছে, সেই কথা মাছমৰীয়াই বুজিলে। অন্তৰত সাহস চপাই লৈ তেওঁ ক'লে—"আল্লাৰ কচম খাই কৈছো ! তেওঁৰ লগত মোৰ আন একো সম্পৰ্ক ঘটা নাই। মই মাত্ৰ তেওঁক দেখা পাইছিলো আৰু তেওঁৰ লগত কথা পাতিছিলো।" তাৰ পিচত মাছমৰীয়াই নিজৰ সকলো কথা খলিফাৰ আগত ব্যক্ত কৰিলে। খলিফাক আগৰবাৰ লগ পোৱাৰ পিচৰ পৰা কি কি ঘটনা ঘটিল—সেই সকলো কথা তেওঁ জনালে। তেওঁৰ কথা শুনি খলিফাই পাৰে মানে হাঁহিলে ; তাৰ পিচত মাছমৰীয়াক সুধিলে—"হেৰোৱা সম্পদ তুমি গৰাকীক ঘূৰাই দিছা। তাৰ বাবে তোমাক কি দিব লাগিব কোৱা।" মাছমৰীয়াৰ মুখৰ মাত হৰিল। তেতিয়া খলিফাই আদেশ দিলে যে মাছমৰীয়াক ৫০ হেজাৰ সোণৰ মোহৰ দিব লাগে আৰু সাজ এটা দি মান ধৰিব লাগে। লগতে খচচৰ এজনী আৰু ছুডান দেশৰ কৃষ্ণকায় দাস কেইটামানো দিলে। তেতিয়া মাছমৰীয়া খিতাপত সেই কালৰ ছুলতান এজনৰ সমানেই হ'লগৈ।

ছোৱালীজনীক ঘূৰাই পাই খলিফাই বৰ ৰং পালে ; ৰাণী জুবেদায়েই যে এই সকলোবোৰ ঘটনাৰ মূল সেই কথাও তেওঁ গম পালে। খঙতে তেওঁ বহুত দিনলৈ ৰাণীৰ পৰা আঁতৰি থাকিল ; ৰাণীক তেওঁ দেখাকে নিদ্বিয়া হ'ল আৰু তেওঁক ক্ষমা নকৰিব বুলিয়েই খলিফাই ভাবিলে। খলিফাৰ খং দেখি ৰাণী বৰ চিন্তিত হৈ উঠিল। তেওঁৰ মুখৰ গোলাপী ৰং নোহোৱা হ'ল, মুখখন শেঁতা পৰিল। শেষত তেওঁ অধৈৰ্য হৈ খলিফালৈ এখন চিঠি লিখিলে ; নিজৰ সকলো অপৰাধ স্বীকাৰ কৰি ক্ষমা প্ৰাৰ্থনা কৰিলে। ৰাণী জুবেদাৰ চিঠি পঢ়ি খলিফাই তেওঁক ক্ষমা কৰিলে আৰু মনতে ভাবিলে—'আল্লাই সকলো দোষ ক্ষমা কৰিব।' তেতিয়া খলিফাই চিঠিৰ উত্তৰ দি পঠালে, দোষ স্বীকাৰ কৰা বাবে সন্তোষ প্ৰকাশ কৰি খলিফাই তেওঁক ক্ষমা কৰিলে বুলি লিখিলে। সেই চিঠি পঢ়ি ৰাণীয়ে বৰ ৰং পালে।



খলিফাই মাছমৰীয়াক মাহে আঠৈকুৰি মোহৰ বানচ হিচাপে দিবৰ কাৰণে মঞ্জুৰ কৰিলে ; মাছমৰীয়া খলিফাৰ বিশেষভাৱে প্ৰিয়পাত্ৰ হৈ উঠিল। ফলত মাছমৰীয়াৰ খিতাপ, খাতিৰ আদি বাঢ়ি গ'ল। খলিফাৰ পৰা বিদায় লৈ ৰাজকীয় পয়োভৰেৰে মাছমৰীয়া ঘৰলৈ উলটিল। পিচে দুৱাৰমুখতে চণ্ডাল নামৰ দাসটোক লগ পালে ; সেই দাসটোৱেই মাছমৰীয়াক এশটা মোহৰ দিছিল। দাসটোৱে তেওঁক সুধিলে—"হেৰা মাছমৰীয়া ! এইবোৰ কেনেকৈ পালা ?" মাছমৰীয়াই সকলো কথা ভাঙি-পাতি কোৱাত চণ্ডালে সন্তোষ পালে ; কিয়নো তাৰ কাৰণেই মাছমৰীয়া ধনী হৈ উঠিল। দাসটোৱে সুধিলে—"তুমি অতবোৰ সা-সম্পত্তিৰ গৰাকী হ'লা, মোক একোকে দান নিদিয়া নেকি ?" সেই কথা শুনি মাছমৰীয়াই মোনাটো খুলি এহেজাৰ মোহৰৰ টোপোলা এটা উলিয়াই দাসটোৰ পিনে আগবঢ়াই দিলে। কিন্তু দাসটোৱে ধনখিনি ঘূৰাই দি কলে—"তোমাৰ ধন তুমি লোৱা। আল্লাই তোমাৰ মঙ্গল কৰক।" নিচেই দুখীয়া অৱস্থাত থকা মাছমৰীয়াৰ এতিয়া এনে বদান্যতা দেখি দাসটো তেনেই অবাক হ'ল।

মাছমৰীয়া খলিফা খচচৰজনীৰ পিঠিত উঠিল। দাসকেইটাই লেকামত ধৰি টানি নিলে। তেওঁ নিজৰ ঘৰৰ কাষ পোৱাত ওচৰ-চুবুৰীয়া মানুহে তেওঁৰ খিতাপ দেখি তধা লাগি চাবলৈ ধৰিলে। খচচৰজনীৰ পৰা নমাৰ লগে লগে সকলোৱে তেওঁক বেৰি ধৰিলেহি আৰু হঠাতে ইমান চহকী কেনেকৈ হ'ল সেই বিষয়ে প্ৰশ্ন সুধিবলৈ ধৰিলে। তেওঁ তেতিয়া সকলো কথা ভাঙি-পাতি ক'লে।

ইয়াৰ পিচত মাছমৰীয়া খলিফাই বঢ়িয়া ঘৰ এটা কিনি ল'লে আৰু বহুত ধন খৰচ কৰি ঘৰটো সু-সজ্জিত কৰি তুলিলে। ঘৰ-বাৰী ঠিক-ঠাক কৰি লোৱাৰ মূৰত তেওঁ নগৰৰ মুখীয়াল মানুহ এজনৰ ধুনীয়া ছোৱালী এজনীক বিয়া কৰাই সুখে-সন্তোষে দিন কটালে। দিনে দিনে তেওঁৰ সমৃদ্ধি বাঢ়ি গ'ল। এনেদৰে ভাগ্য লাভ কৰি তেওঁ আল্লাৰ চৰণত প্ৰণিপাত জনালে।

ইয়াৰ পিচতো তেওঁ খলিফা হাৰুণ-অল-ৰছিদৰ ওচৰলৈ প্ৰায়ে গৈ থাকে ; খলিফাই তেওঁক বিশেষ সমাদৰ কৰে আৰু নানান উপহাৰো দিয়ে।

# আবু কিৰ ধোবা আৰু আবু ছিৰ নাপিত

এসময়ত আলেকজেন্দ্ৰিয়া নগৰত আবু কিৰ নামৰ ধোবা এটা আৰু আবু ছিৰ নামৰ নাপিত এটাই বাস কৰিছিল। বজাৰৰ আলি বাটটোৰ কাষতে তেওঁলোক ওচৰা-ওচৰিকৈ আছিল; তেওঁলোকৰ দোকান দুখনো ওচৰা-ওচৰিকৈ আছিল। ধোবাটো আছিল ঠগী আৰু মিছলীয়া; সি বৰ দগাবাজ। কোনো বেয়া কাম কৰিবলৈ সি লাজ নাপায়। মানুহে তাক কাপোৰ ধুবলৈ দিলে সি পোনতেই পইচা বিচাৰে; চাবোন, নীল আদি কিনিব লাগে বুলি সি মিছাকৈ কয়। সেইদেখি গ্ৰাহকে তাক আগতীয়াকৈ পইচা আদায় কৰি দিয়ে আৰু সিয়ো মদ-মঙহ কিনি সকলো পইচা খৰচ কৰে; সি দামী দামী খোৱা বস্তুহে কিনি খায়। উত্তম বিধৰ চোকা মদৰ বাহিৰে আন মদ নাখায়। কাপোৰৰ গৰাকী কাপোৰ বিচাৰি আহিলে সি কয়—"কাইলৈ ধলপুৱাতে আহিব; মই সকলো সাজু কৰি ৰাখিম।" সেই কথা শুনি গ্ৰাহকজন উলটি যায়; পিচদিনা নিৰ্দিষ্ট সময়ত পুনৰ আহিলে ধোবাই কয়—"কাইলৈ আহিব। কালি মোৰ ঘৰলৈ আলহী আহিছিল; তেওঁলোকৰ আলপৈচান ধৰোতেই দিনটো গ'ল। মই কামত হাত লগাব নোৱাৰিলো। আপুনি বাৰু কাইলৈ ধলপুৱাতে আহিব; কাপোৰখিনি তেতিয়াই লৈ যাব পাৰিব।"

সেইমতে পিচদিনা গ্ৰাহক আহিলে সি আকৌ ফাঁকি দি মানুহজনক ঘূৰাই পঠাব। এইদৰে অহাযোৱা কৰোতে মানুহজনে শেষত অধৈৰ্য হৈ ধোবাক সোধে—"মোৰ আগত 'কাইলৈ, কাইলৈ' বুলি কৈ আৰু কিমান দিন চোঁচৰাই থাকিবি? মোক কাপোৰখিনি দে, নালাগে ধুব।" তেতিয়া ধোবাই উত্তৰ দিয়ে—"আল্লাৰ দোহাই। মই আপোনাৰ আগত ক'বলৈকে লাজ পাইছো। পিচে আপোনাক



সঁচা কথাটো কবই লাগিব। লোকৰ বস্তু হানি কৰা মানুহক আল্লায়ো শাস্তি নিদিয়াকৈ নেৰে।" মানুহজনে তেতিয়া সোধে—"কথাটো কি, মোৰ আগত ভাঙি কচোন।" আবু কিৰে তেতিয়া উত্তৰ দিয়ে এইবুলি—"মই আপোনাৰ কাপোৰখিনি বঢ়িয়াকৈ ধুই বচীত মেলি থৈছিলো; পিচে তাৰ পৰাই কোনোবাই সকলো কাপোৰ চুৰ কৰি নিলে।" কাপোৰৰ গিৰিহঁতজন যদি দয়ালু মানুহ হয়, তেন্তে তেওঁ ক'ব—"আল্লাই মোৰ ক্ষতি পূৰণ কৰিব।" কিন্তু খঙাল মানুহে তাৰ সকলো টেঙবালি ধৰা পেলাই তাক গালি-শপনি পাৰে; পিছে এই কথা লৈ বিচাৰকৰ ওচৰত গোচৰ তৰিলেও তেওঁ কানি কাপোৰ ঘূৰাই নাপায়। এইদৰে ধোবাটোৱে সকলোকে ঠগিলে। লাহে লাহে তাৰ কথা সকলো মানুহৰ মাজত জনাজাত হৈ পৰিল। আবু কিৰক কাপোৰ ধুবলৈ নিদিবৰ বাবে মানুহে আনক সাৱধান কৰি দিবলৈ ধৰিলে।

সেইদেখি তাৰ কাষলৈ কোনো নহা হ'ল। মাত্ৰ যিসকলে তাৰ স্বভাৱৰ কথা গম নাপায়, তেনে মানুহহে তাৰ ওচৰলৈ গৈছিল। ইপিনে নিতৌ মানুহে দগাবাজী ধৰা পেলাই তাক অপমান কৰিবলৈ ধৰিলে। এইবোৰ কাৰণতে তাৰ ব্যৱসায়ৰ অৱস্থা কাহিল হৈ পৰিল। সেইদেখি সি চুবুৰীয়া আবু ছিৰ নাপিতৰ দোকানত বহি থাকেহি আৰু তাৰ পৰাই তাৰ নিজৰ দোকানৰ দুৱাৰ মুখলৈ চাই থাকে। তাৰ স্বভাৱ-চৰিত্ৰৰ কথা গম নোপোৱা কোনোবা মানুহ হাতত কাপোৰ লৈ তাৰ দোকানৰ মুখত থিয় দি থকা দেখিলে ধোবাই নাপিতৰ দোকানৰ পৰা লৰালৰিকৈ উঠি গৈ মানুহজনক সোধে—"আপোনাক কি কৰি দিব লাগে?" মানুহজনে উত্তৰ দিয়ে—"মোৰ এই কাপোৰখন ধুই ৰং দি দিব লাগে।" ধোবাই সোধে—"কোনটো ৰং দিব লাগিব?" ধোবাটোৱে তাৰ হাতত কেইবা বিধৰো ৰং সানি থয়। পিচে সি কাকো নঠগাকৈ নেৰে। তাৰ ফলতে তাৰ আৰ্থিক অৱস্থা ক্ৰমে পৰি যাবলৈ ধৰিলে। সি কাপোৰখন হাতত লৈ মানুহজনক কয়—"মোৰ পইচাখিনি আগতীয়াকৈ দিয়ক। আপুনি কাইলৈ আহি কাপোৰ লৈ যাবহি। মানুহজন পইচা দি গুচি যায়; আবু কিৰে তেতিয়া বজাৰলৈ গৈ কাপোৰখন বেচি দিয়ে আৰু সেই ধনেৰে মঙহ, শাক-পাচলি, ধপাত আদি লাগতিয়াল সকলো বস্তু কিনি আনে। ইপিনে সি যদি দূৰৰ পৰা দেখে যে তাক কাপোৰ ধুবলৈ দিয়া কোনোবা মানুহ আহি তাৰ দোকানৰ মুখত থিয় দি আছে, তেতিয়া সি মানুহজনক দেখা নিদি লুকাই থাকে।

এইদৰে সি বহুত বছৰ কটালে। পিচে এদিন বৰ খঙাল মানুহ এজনে তাৰ হাতত কাপোৰ এখন দিলেহি। সি কাপোৰখন বেচি দি পইচাখিনি খৰচ কৰি পালালে। কাপোৰৰ গৰাকীজন সদায় বিচাৰি আহে; কিন্তু তাক দোকানত লগ নাপায়। সি কাপোৰ দিবলগীয়া কোনোবা মানুহক দেখা পালেই আবু ছিৰ নাপিতৰ দোকানলৈ পলাই যায়। তাক লগ ধৰিব নোৱাৰি সেই খঙাল মানুহজন অধৈৰ্য্য হৈ উঠিল; তেওঁ কাজীৰ ওচৰ পালেগৈ আৰু কাজীৰ পৰা চিপাহী এজনক লৈ ধোবাৰ দোকানৰ মুখত উপস্থিত হ'লহি; কেইবাজনো মুছলমান লোকক সাক্ষী ৰাখি তেওঁ ধোবাৰ দোকানৰ দুৱাৰত গজাল মৰাই বন্ধ কৰি থলে। দোকানৰ ভিতৰত তেওঁ কাপোৰ বিচাৰি নাপালে; মাত্ৰ ফুটা কলহ দুটামানহে দেখা পালে। চিপাহীজনে তাৰ পচিত দুৱাৰত তলা লগাই দি চাবিটো জেপত ভৰাই ল'লে আৰু ওচৰচুবুৰীয়া মানুহবোৰক ক'লে—"সি আহিলে এই মানুহজনৰ কাপোৰ ঘূৰাই দি মোৰ ওচৰলৈ যাবলৈ ক'বা; সি মোৰ হাতৰ পৰা তাৰ দোকানৰ চাবিটো লৈ আহিব।" ইয়াৰ পিচত সেই মানুহজন আৰু চিপাহীজন গুচি গ'ল। তেতিয়া আবু ছিৰে আবু কিৰক সুধিলে—"এইটোনো কি ধৰণৰ কাৰবাৰ? যেয়ে তোমাক কাপোৰ দিয়েহি তেওঁৰে কাপোৰ হেৰায়! এই খঙাল মানুহজনৰ কাপোৰখন কি হ'ল?" ধোবাই ক'লে—"কোনোবাই চুৰ কৰি নিলে।" নাপিতে আচৰিত হৈ ক'লে—"কি অদ্ভুত কথা। কোনোবাই তোমাক কাপোৰ দিলেই চোৰে নিব নে? নগৰৰ চোৰ-ডকাইত আটাইবোৰবে আড্ডা তোমাৰ ঘৰতে বহে নেকি? তুমি মিছা কথা কৈছা বুলিহে মোৰ সন্দেহ হৈছে। সঁচা কথাটো কোৱাচোন বাৰু।"

আবু কিৰে তেতিয়া ক'লে—"কোনেও মোৰ পৰা কাপোৰ চুৰ কৰি নিয়া নাই।" আবু ছিৰে আকৌ সুধিলে—"তেন্তে লোকৰ কানি-কাপোৰবোৰ তুমি কি কৰা?" ধোবাই ক'লে—"কোনোবাই কাপোৰ ধুবলৈ দিলে মই সেই কাপোৰ বেচি দিওঁ আৰু ধনখিনি খৰচ কৰি পেলাওঁ।" আবু ছিৰে সুধিলে—"আল্লাৰ বিধান মতে এইটো জানো উচিত হৈছে?" আবু কিৰে উত্তৰ দিলে—"দুখীয়া অৱস্থাত পৰিয়েই মই এই কাম কৰিছো; ব্যৱসায় নচলা হৈছে আৰু ইপিনে মই নিচলা মানুহ—হাতত একোৱেই নাই।" এই বুলি সি ব্যৱসায় চেঁচা পৰি যোৱাৰ কথা উলিয়াই নানান ওজৰ-আপত্তি কৰিলে আৰু তাকে শুনি আবু ছিৰেও নিজৰ ব্যৱসায়ৰ পৰা বিশেষ লাভ নোহোৱাৰ কথা উলিয়াই দুখ কৰিলে। সি ক'লে—



"নাপিতৰ কামত মই সিদ্ধহস্ত; এই নগৰৰ কোনেও মোৰ লগত ফেৰ মাৰিব নোৱাৰে। পিচে মই নিচেই দুখীয়া; সেইদেখি দাড়ি-চুলি কটাবলৈ মোৰ ওচৰলৈ কোনো নাহে। ভাই! মোৰ এইটো বৃত্তিৰ প্ৰতি বিতৃষ্ণা জন্মিছেগৈ!" আবু কিৰে ক'লে—"ব্যৱসায় বেয়া হৈ যোৱা কাৰণে মোৰো এইটো বৃত্তিৰ প্ৰতি মোহ নোহোৱা হ'ল। কিন্তু আন কি কাম কৰি আমি এই নগৰত পেট প্ৰৱৰ্ত্তাব পাৰিম? সেইদেখি মই কওঁ যে আমি দুয়ো ইয়াৰ পৰা গুচি যোৱাহে ভাল হ'ব। আমি আন ঠাইৰ মানুহৰ মাজত আশ্ৰয় লমগৈ। আমাৰ হাতৰ বিদ্যা আমাৰ লগতে যাব আৰু এইবোৰৰ চাহিদা পৃথিৱীৰ সকলো ঠাইতে আছে দেখোন! সেইদেখি আমি তেতিয়া এই অশান্তিময় অৱস্থাটোৰ পৰাও উদ্ধাৰ পাম।" এইদৰে সি আন ঠাইলৈ উঠি যোৱাৰ সপক্ষে নানান কথা কৈ আবু ছিৰৰ মন জয় কৰিবলৈ চেষ্টা কৰিলে। শেষত নাপিতো সন্মত হ'ল। তেতিয়া সিহঁতে কেনি যাব সেই বিষয়ে থিৰাং কৰি ল'লে।

একেলগে দুয়ো দেশ ফুৰিবলৈ যোৱাটো ঠিক হোৱাৰ মূৰত আবু কিৰে আবু ছিৰক ক'লে—"আমি দুয়ো সহোদৰৰ তুল্য হ'লো; এতিয়া আৰু আমাৰ মাজত একো পাৰ্থক্য নাই। সেই দেখি আমি ফাটিহা গাই এই বুলি অঙ্গীকাৰ কৰি লওঁ—আমাৰ দুজনৰ ভিতৰত যিজনে কাম পায়, তেওঁ নিজৰ লাভৰ পইচাৰে কাম নোপোৱা জনক খুৱাব। আমাৰ হাতত গোট খোৱা ধনখিনি পেৰা এটাত ভৰাই থোৱা হ'ব আৰু আলেকজেন্দ্ৰিয়ালৈ উলটি আহিলে আমি সেই ধন সমানে ভগাই লম।" "সেয়ে হব" বুলি আবু ছিৰ সন্মত হ'ল; কোৰাণৰ প্ৰথম অধ্যায় পাঠ কৰি দুয়ো এই বন্দৱস্ত পকা কৰি ল'লে। তেতিয়া আবু ছিৰে তাৰ দোকানত তলা লগাই চাবিটো সেই ঘৰটোৰ গৰাকীৰ হাতত দিলে; ইপিনে আবু কিৰৰ দোকানো বন্ধ অৱস্থাতে থাকিল আৰু তাৰ দোকানৰ চাবিটো থাকিল চিপাহীজনৰ হাতত। পিচ দিনা ৰাতিপুৱাই টালি-টোপোলা লৈ তেওঁলোক সাগৰ-ভ্ৰমণৰ বাবে ওলাল। তেওঁলোক উঠা জাহাজখনত অধ্যক্ষ আৰু নাবিকসকলৰ বাহিৰেও এশ কুৰি জন যাত্ৰী গৈছিল। পিচে আবু ছিৰৰ ভাগ্য ভাল বুলিয়েই ধৰিব লাগিব; কিয়নো জাহাজত এজন নাপিতো নাছিল। জাহাজ চলাৰ মূৰত নাপিত আবু ছিৰে ধোবাক ক'লে—"ভাই! আমি এতিয়া সাগৰৰ বুকুত। খোৱাবোৱা কৰিবৰ বাবে আমাৰ হাতত এতিয়া একোৱেই নাই। ইপিনে যাত্ৰাও দীঘলীয়া হ'ব। সেইদেখি মই এটা কাম কৰো বুলি ভাবিছো। মই দাড়ি খুৰোৱা সজুলি লৈ যাত্ৰী-

সকলৰ মাজত ঘূৰি ফুৰিম। কোনোবাই দাড়ি খুৰাব খুজিলে খুৰাই দিম আৰু তাৰ বাবে পিঠা এটা, চৰতীয়া এটা বা খোৱা পানী একলহকে ল'ম। এইদৰে আমাৰ দুয়োৰে বাবে এটা বন্দৱস্ত কৰিম।" ধোবাই ক'লে—"তাকে কৰিলে একো লোকচান নহয়"—এইবুলি কৈ সি শুই থাকিল। নাপিতে আহিলা-পাতি আৰু এবাটি পানী ল'লে ; কান্ধত ফটাকানি এখনো পেলাই ল'লে। এইদৰে সি যাত্ৰীসকলৰ মাজত ঘূৰি ফুৰিবলৈ ধৰিলে।

এজন যাত্ৰীয়ে তাক দাড়ি খুৰাই দিবলৈ ক'লে। সি খুৰাই দিয়াত মানুহজনে তাক পইচা দুটা দিলে ; তেতিয়া আবু ছিৰে ক'লে—"মই পইচা লৈ কি কৰিম? আপুনি যদি মোক পিঠা এটাকে দিলেহেঁতেন, তেন্তে এই সাগৰৰ মাজত সেয়ে মোৰ কাৰণে বৰ বহুমূলীয়া বস্তু হ'লহেঁতেন। মোৰ লগতো এজন মানুহ আছে। আমাৰ হাতত খোৱা বস্তু একোৱেই নাই।" মানুহজনে তেতিয়া তাক ৰুটি এটা আৰু অলপ পনীৰ দিলে ; তাৰ পানীৰ বটলটোতো পানী ভৰাই দিলে। নাপিতটো বস্তুখিনি লৈ আবু কিৰৰ ওচৰলৈ গ'ল আৰু তাক ক'লে—"এই ৰুটিটো আৰু পনীৰখিনি খোৱা আৰু এইখিনি পানীও খাব পাৰিবা।" ধোবাই তাকে খালে আৰু আবু ছিৰে আকৌ খুৰ, পানী এবাটি আৰু ফটাকানি টুকুৰা লৈ যাত্ৰীসকলৰ মাজত ঘূৰি ফুৰিবলৈ ধৰিলে। দাড়ি খুৰাই দিয়া বাবে এজন মানুহে তাক পিঠা এটা দিলে ; এজনে অলপ পনীৰ দিলে। জাহাজত আন নাপিত নথকা হেতুকে সকলোৱে তাৰ হতুৱাই কাম কৰাই ল'লে। দাড়ি খুৰাব খোজা সকলোৰে লগত দৰদাম কৰি সি দুটা ৰুটি আৰু দুপইচাকৈ আদায় কৰিলে। মানুহবোৰেও সি বিচৰা মতে দিলে। এইদৰে গধূলিলৈকে ডেৰকুৰি ৰুটি আৰু ডেৰকুৰি পইচা গোটালে। লগতে পনীৰ, জলফাইৰ আচাৰ আদিও পালে। এইবোৰৰ উপৰিও যাত্ৰীসকলে সি বিচৰা মতে অন্যান্য বস্তুও দিলে ; এইদৰে তাৰ হাতত বহুত বস্তু গোট খালে। জাহাজৰ অধ্যক্ষয়ো তাৰ হতুৱাই দাড়ি খুৰুৱালে ; সি অধ্যক্ষৰ আগতো কথাৰ চলতে জনাই থ'লে যে তাৰ খোৱাবোৱাত কষ্ট হৈছে। তেতিয়া অধ্যক্ষই তাক ক'লে—"তই তোৰ লগৰ মানুহটো লৈ সদায় নিশা ইয়ালৈ আহিবি আৰু নিশাৰ সাজটো তহঁতে মোৰ ইয়াতে খাবি। আমাৰ লগত যিমান দিনলৈ ভ্ৰমণ কৰ, সিমান দিনলৈকে তহঁত এই বিষয়ে নিশ্চিন্ত হ'ব পাৰ।"

ইয়াৰ পিচত নাপিতটো ধোবাৰ কাষলৈ উলটি আহিল। ধোবা শুই আছিল। নাপিতে তাক জগাই দিলে। সাৰ পাই উঠি আবু কিৰে দেখিলে যে নাপিতে ৰুটি,



পনীৰ জলফাইৰ আচাৰ আদিৰ ডাঙৰ টোপোলা এটা মূৰত তুলি আনিছে। তাকে দেখি সি সুধিলে—"অতবোৰ বস্তু ক'ত পালা?" আবু ছিৰে উত্তৰ দিলে—"আল্লাৰ দয়াত পালো।" আবু কিৰে তাৰে কিছুমান খাবই খুজিছিল ; পিচে নাপিতে মাত লগালে—"ভাই এইখিনি খাব নালাগে। আমি এইবোৰ সাচি থম, পিচত কামত আহিব। বুজিছা? আজি জাহাজৰ অধ্যক্ষৰ দাড়ি খুৰাই দিছিলো। আমাৰ খাবলৈ নাই বুলি তেওঁৰ আগত জনোৱাত তেওঁ ক'লে—"তোৰ লগৰ মানুহটো লৈ ইয়ালৈ আহিবি। সদায় নিশাৰ সাজটো তহঁতে ইয়াতে খাবিহি? আজি নিশা আমি তেওঁৰ লগতে খামগৈ।" পিচে আবু কিৰে ক'লে—"জাহাজত উঠা কাৰণে মোৰ মূৰটো বৰকৈ ঘূৰাইছে ; থিয় দিবই নোৱাৰো। সেইদেখি মই ইয়াৰে অলপ খাম আৰু তুমি অকলে অধ্যক্ষৰ লগত খাবাগৈ।" আবু ছিৰে ক'লে—"তাকে কৰা বাৰু।" ধোবাই তেতিয়া খাবলৈ আৰম্ভ কৰিলে আৰু নাপিতো কাষতে বহি থাকিল। পাহাৰৰ কুৰুঙৰ পৰা শিলকটীয়াই ডোখৰ ডোখৰ শিল তোলাৰ লেখিয়াকৈ ধোবাই গোগ্ৰাসে গিলিবলৈ ধৰিলে। বহুদিন খাবলৈ নোপোৱা হাতী এটাইহে যেন টপা টপ গিলিবলৈ ধৰিছে। এগৰাহ মুখলৈ নিয়াৰ পিচ মুহূৰ্ত্ততে আৰু এগৰাহ মুখত ভৰায়। ইপিনে ৰাক্ষসটোৰ দৰে সমুখৰ বস্তু-বোৰলৈ লুভীয়া দৃষ্টিৰে চাই আছে। মাহতলী টহিলং কৰা ষাড় গৰুটোৱে যিদৰে ফোঁচফোঁচাই থাকে তাৰ টকালি কেইটাৰ শব্দও ঠিক তেনেকুৱা যেন লাগিছিল।

এনেতে নাবিক এটাই আহি নাপিতক ক'লে—"জাহাজৰ অধ্যক্ষই তোমাক খাবলৈ মাতিছে আৰু তোমাৰ লগৰীয়া জনকো লগতে লৈ যাবলৈ কৈছে।" নাপিতে তেতিয়া ধোৱাক সুধিলে—"তুমি আমাৰ লগত যাবা জানো?" সি ক'লে—"মই খোজ কাঢ়িব নোৱাৰো।" সেইদেখি নাপিত অকলে গ'ল, সি দেখিলে যে অধ্যক্ষ আৰু লগৰ সকলোৱে তালৈ আৰু তাৰ লগৰীয়ালৈ বাট চাই আছে ; তেওঁলোকৰ মুখত বাৰখন মান থালত খোৱা-বস্তু ভৰি আছে। তাক দেখিয়েই অধ্যক্ষই সুধিলে —"তোৰ লগৰ মানুহটো নাহিল. দেখোন?" সি উত্তৰ দিলে—"ডাঙৰীয়া, সাগৰত ভ্ৰমণ কৰা বাবে তেওঁৰ মূৰঘূৰণি হৈছে।" তেতিয়া অধ্যক্ষই ক'লে—"সেইটো একো ডাঙৰ অসুখ নহয়। বেগেতে ভাল হৈ যাব। সেইদেখি তই তাৰ কাৰণে অলপ খোৱাবস্তু লৈ যা। তাক দি থৈ আহিবি। আমি তোলৈ বাট চাই থাকিম।" এইবুলি কৈ তেওঁ কাবাবৰ থাল এখন আঁতৰাই থ'লে আৰু তাৰ পিচত বাকী প্ৰতিখন থালৰ পৰা অলপ অলপ আঞ্জা-তৰকাৰী সেই

থালখনত দিলে ; এইদৰে দহটামান মানুহে খাব পৰা বস্তু তাত গোট খালে। অধ্যক্ষই সেইখিনি আবু ছিৰৰ হাতত দিলে আৰু তাৰ লগৰীয়াক দি আহিবলৈ ক'লে। সি গৈ দেখিলে যে ধোবাটোৱে তেতিয়াও কুকুৰ দাঁতেৰে সমুখৰ খোৱাবস্তুবোৰ চোবায়েই আছে। উটৰ দৰে সি খায়েই আছে ; ইগৰাহৰ পিচত সিগৰাহ মুখলৈ নিছে। আবুছিৰে তাক ক'লে—"এইবোৰ খাব নালাগে বুলি মই তোমাক কোৱা নাছিলো নে ? অধ্যক্ষজন বৰ দয়ালু মানুহ। তোমাৰ মূৰঘূৰণি হৈছে বুলি মই ক'বলৈহে পালো, তেওঁ এইবোৰ বস্তু তোমালৈ পঠাই দিলে।" ধোবাই মাত্র ক'লে—"এইপিনে দিয়া।" নাপিতে থালখন আগবঢ়াই দিলে আৰু সিয়ো একে থাপেই থালখন চপাই নি খাবলৈ আৰম্ভ কৰিলে। ভোকাতুৰ কুকুৰ বা সিংহ এটাই পাৰ চৰাই বা আন কিবা মৰা জন্তু এটা দেখা পালে যিদৰে নেফানেফ কৰি খাবলৈ ধৰে, সিয়ো সেইদৰেই খাবলৈ ধৰিলে। আবু ছিৰ তেতিয়া অধ্যক্ষৰ ওচৰলৈ উলটি গ'ল আৰু হেঁপাহ পলুৱাই সি তেওঁৰ লগত খোৱা-বোৱা কৰিলে ; লগতে কফিও খালে। খাই-বৈ উলটি আহি দেখিলে যে ধোবাটোৱে থালখনৰ সকলো বস্তু খাই শেষ কৰি থালখন একাষৰীয়াকৈ থৈ দিছে। সি থালখন লৈ গৈ অধ্যক্ষৰ লগুৱা এটাৰ হাতত দিলে আৰু তাৰ পিচত আবুকিৰৰ ওচৰলৈ উলটি আহি শুই থাকিল।

ৰাতিপুৱা সি আকৌ দাড়ি খুৰাবলৈ ওলাই গ'ল। মঙহ আদি যিবোৰ খোৱাবস্তু পালে সেই সকলোবোৰ আনি সি তাৰ লগৰীয়াক দিলে। ধোবাই পাৰেমানে খালে ; কিন্তু বহাৰ পৰা নুঠিল। নিতান্ত যিবোৰ কাম তাৰ হৈ আনে কৰি দিব নোৱাৰে, সেইবোৰ কাম কৰিবৰ বাবেহে সি বহাৰ পৰা উঠে। প্রতি নিশা নাপিতে অধ্যক্ষৰ কোঠাৰ পৰা তালৈ একোথাল খোৱা বস্তু আনি দিয়ে। এইদৰে কুৰিটা দিন পাৰ হোৱাৰ মূৰত জাহাজ খন এখন নগৰত ৰ'লগৈ, অধ্যক্ষৰ পৰা বিদায় লৈ তাতে সিহঁত দুয়ো জাহাজৰ পৰা নামিল। সেই নগৰতে সিহঁতে এটা ঘৰ ভাড়ালৈ ললে। আবু ছিৰে চৌ, হেঁতা, কাঁহী আদি বয়বস্তু কিনি আনিলে ; তাৰ পিচত মঙহ কিনি আনি ৰন্ধা-বঢ়া আৰম্ভ কৰিলে। আবু কিৰ কিন্তু ঘৰৰ ভিতৰ সোমায়েই শুই থাকিল ; আবু ছিৰেহে তাক পিচত জগাই দি ভাত খাবলৈ দিলে। সি খোৱাৰ পাতত বহি আবু ছিৰক ক'লে—"তুমি বেয়া নাপাবা আকৌ! মোৰ মূৰঘূৰণি ভালেই হোৱা নাই।" তাৰ পিচত সি আকৌ শুই থাকিল। এইদৰে ৪০টা দিন পাৰ হ'ল। সদায় নাপিতটোৱে দাড়ি খুৰুৱা সজুলি লৈ নগৰত ঘূৰি ফুৰে আৰু ভাগ্যত যি মিলে তাকে লৈ ঘৰমুৱা হয়।



ধোবাটোক সদায় সি শুই থকা অৱস্থাত পায়হি ; সি আহিহে তাক জগাই দিয়ে। শুই উঠিয়েই ধোবাটোৱে শনাহীটোৰ দৰে মোকোৰামোকোৰে খাবলৈ আৰম্ভ কৰে ; তাৰ পিচত আকৌ শুই থাকে। এইদৰেই সি দিনবোৰ পাৰ কৰিলে। নাপিতে কেতিয়াবা কয়—"তুমি ওলাই যোৱাচোন। নগৰৰ মুকলি বতাহৰ মাজত ফুৰিলে অলপ ভাল লাগিব। এই ঠাইখনো বৰ ভাল।" সি তেতিয়া উত্তৰ দিয়ে—"তুমি আকৌ বেয়া নাপাবা। মোৰ মূৰটো ঘূৰাই আছে। উঠিবই নোৱাৰো।"

সি বেয়া পাই বুলি আবু ছিৰে তাক একো টান কথা নকয়। পিচে এই ৪০ টা দিন পাৰ হোৱাৰ পিচ দিনাই আবু ছিৰ নৰীয়া-পাটিত পৰিল। সেইদিনা বাহিৰলৈ যাব নোৱাৰিলে। সি নগৰৰে ভাৰী এটাৰ হতুৱাই সিহঁতৰ কামবনবোৰ কৰাই লোৱালে। মানুহটোৱে সিহঁত দুয়োৰে আল ধৰিলে ; সিহঁতৰ খোৱা-বোৱাৰো যোগাৰ কৰি দিলে। তেতিয়াও কিন্তু আবু কিৰ লৰচৰ নহ'ল। সি মাত্র খালে আৰু শুলে। এইদৰে চাৰি দিন ধৰি সেই মানুহটোৱে সিহঁতৰ কাম কৰি দিলে। তাৰ পিচ দিনা নাপিতৰ অসুখ আৰু বেছি হোৱাত সি অচেতন হৈ পৰিল। ভোকত পেটৰ কলমলনি উঠাত আবু কিৰ উঠিবলৈ বাধ্য হ'ল। সি নাপিতৰ কাপোৰৰ মাজতে বিচাৰি বিচাৰি এহেজাৰ ৰূপৰ মোহৰ পালেগৈ। ধনখিনি লৈ সি দুৱাৰখন জপাই বাহিৰলৈ ওলাই গ'ল। সি মনে মনে এইদৰে গুচি যোৱা কোনেও দেখা নাপালে। আবু কিৰ বজাৰ পালেগৈ আৰু পাচশ মোহৰ দি দামী কাপোৰ এসাজ কিনিলে। সেই সাজ কাপোৰকে পিন্ধি নগৰৰ আলিবাটেদি ঘূৰি ফুৰিবলৈ ধৰিলে। সি দেখিলে যে নগৰৰ সকলো মানুহে বগা আৰু নীলা কাপোৰ পিন্ধে ; তাৰ বাহিৰে আন একো ৰঙৰ কাপোৰ নিপিন্ধে।

সি গৈ ধোবা এটাৰ দোকানত উপস্থিত হ'ল ; তাৰ দোকানত অকল নীলা ৰং হে দেখা পাই সি ৰুমাল এখন উলিয়াই দি ক'লে—"এইখন ধুই ৰং দিবা ; তাৰ বাবে তোমাৰ যিমান মজুৰী, সেইমতে পাবা।" ধোবাই ক'লে—"এইখন ৰং দিবলৈ হ'লে কুৰিটা মুদ্রা দিব লাগিব।" আবু কিৰে উত্তৰ দিলে—"আমাৰ দেশত দুটা মুদ্রা দিলেই এইখিনি কাম কৰাই ল'ব পাৰি।" ধোবাই টপৰাই মাত লগালে—"তেনেহলে তোমাৰ নিজৰ দেশতে ৰং দিয়াই লোৱাগৈ, মোৰ খোলোচা কথা ইমানেই—কুৰিটা মুদ্রা দিলে কাম কৰি দিব পাৰিম ; তাতকৈ কমত নোৱাৰো।"

"তুমি নো কি ৰং দিবা ?" "মই নীলা ৰং দিম।" "মোক ৰঙা ৰঙহে লাগে।" "মই ৰঙা ৰং বোলাব নাজানো।" "তেনেহ'লে সেইজীয়া ৰং দিবা।"

“সেউজীয়া ৰঙো দিব নাজানো।” “হালধীয়া ?” “সেইটোও নাজানো।” এইদৰে আবু কিৰে নানান ৰঙৰ কথা উল্লেখ কৰাৰ মূৰত ধোবাটোৱে ক'লে—“এই-খন নগৰত ধোবা আছে ঠিক ছল্লিচটা ; তাতকৈ এটাও কম-বেছি নহয়। আমাৰ ভিতৰত কোনোবা এজনৰ মৃত্যু হ'লে আমি তেওঁৰ পুতেকক এই কাম শিকাও। কিন্তু তেওঁৰ ল'ৰা নাথাকিলে আমাৰ ধোবা এজন কমি যাব। আকৌ তেওঁৰ যদি দুটা পুতেক থাকে তেন্তে আমি ডাঙৰটোক কাম শিকাওঁ ; সি মৰিলে তাৰ ভায়েকক শিকাওঁ। এইদৰে আমাৰ বিদ্যাটো এটা বান্ধৰ মাজত আছে ; আমি অকল নীলা ৰঙহে দিব জানো ; আন একো ৰং দিব নাজানো।” তেতিয়া আবু কিৰে ক'লে——“মরো ধোবা ; মই হৰেক-ৰকমৰ ৰং বোলাব জানো। তুমি ভেৰণীয়াকৈ মোক কামত সুমুৱাই লোৱা ; মই তোমাক সকলো কথা শিকাই দিম আৰু তুমি তেতিয়া সকলোবোৰ ধোবাতকৈ জাকতজিলিকা হৈ উঠিবা।”

কিন্তু ধোবাই ক'লে—“আমি অচিনাকি মানুহক কামত সুমুৱাই নলওঁ।” আবু কিৰে তেতিয়া সুধিলে—“পিচে মই নিজে যদি কাপোৰত ৰং দিয়া দোকান এখন খোলো ?” সি ক'লে—“আমি কেতিয়াও তোমাক সেই কাম কৰিবলৈ নিদিওঁ।” আবু কিৰ সেই ঠাইৰ পৰা গুচি গ'ল ; আন এটা ধোবাৰ আগত উপস্থিত হ'ল আৰু তাৰ আগতো একেটা প্ৰস্তাৱকে দাঙি ধৰিলে ; কিন্তু সিয়ো প্ৰথমটোৰ দৰেই তাক ঘূৰাই পঠালে। আৰু কিৰেও এটা এটাকৈ চল্লিশটা ধোবাৰ ঘৰত ঘূৰিলে ; কিন্তু কোনেও তাক কামত ভৰাই ল'বলৈ বা তাৰ পৰা কাম শিকিবলৈ ইচ্ছা নকৰিলে। তেতিয়া সি ধোবাবোৰৰ মুখিয়ালজনৰ কাষলৈ গৈ সকলো কথা কোৱাত মানুহজনে ক'লে—“আমি অচিনাকি মানুহক কাম নিশিকাওঁ। আবু কিৰৰ বৰ খং উঠিল ; সি তেতিয়া ছুলতানৰ কাষলৈ গৈ ক'লে—“মই বিদেশী মানুহ ; ধোবাৰ কাম কৰি মই পেট প্ৰবৰ্ত্তাও” এইবুলি পাতনি মেলি সি সেই নগৰৰ ধোবাবোৰৰ সকলো কথা জনালে। লগতে ক'লে—“মই কাপোৰত নানান ধৰণৰ সেউজীয়া ৰং দিব পাৰো—বাঁহৰ দৰে সেউজীয়া, পেষ্টা, জলফাই আৰু ভাটো চৰাইৰ পাখিৰ দৰে সেউজীয়া ৰং কাপোৰত দিব পাৰো। কয়লাৰ দৰে বা চুৰ্মাৰ দৰে ক'লা ৰঙো দিব পাৰো। সেইদৰে সুমথিৰা বা নেমুটেঙাৰ দৰে হালধীয়া ৰঙো দিব পাৰিম। আপোনাৰ নগৰীত থকা ধোবাবোৰে এইবোৰ ৰং দিব নাজানে ; সিহঁতে মাথোন নীলা ৰংটোহে দিব জানে, তথাপি সিহঁতে মোক সিহঁতৰ লগত কাম কৰিবলৈ নিদিয়ে আৰু মোৰ পৰা কাম শিকিবলৈকো সিহঁত ৰাজি নহয়।”



ছুলতানে তেতিয়া ক'লে—“তই ঠিক কথাকে কৈছ! ৰাৰু মই তোক দোকান এখন পাতি দিম আৰু কাৰবাৰ কৰিবৰ বাবে ধনো দিম। তই সিহঁতলৈ ভয় কৰিব নালাগে। কোনোবাই তোৰ কামত কিবা বাধা দিলে, মই তাক ফাঁচী দিয়াম।” এইবুলি ছুলতানে বাটৈক মতাই আনি ক'লে—“এই ধোবাটোক লগত লৈ নগৰলৈ যা। সি যিডোখৰ ঠাই বাছি লয় সেই ঠাইত থকা দোকান বা ঘৰৰ গিৰিহঁতক তাৰ পৰা খেদাই দিবি আৰু সেই ঠাইতে ধোবাই বিচৰা ধৰণে দোকান এখন সাজি দিবি। সি যি কয় তাকে কৰিবি তইঁতে একো আপত্তি নকৰিবি।” এইবুলি ছুলতানে তাক বঢ়িয়া কাপোৰ এসাজ, দুটা লগুৱা, সুসজ্জিত ঘোঁৰা এটা আৰু লগতে এহেজাৰ মোহৰ দি ক'লে—“এইখিনি টকাৰে ঘৰ এটা সজাই লবি।” আবু কিৰে সেই সাজটো পিন্ধি ঘোৰাত উঠি ল'লে। ছুলতানে তাক বঢ়িয়া ঘৰ এটাত থাকিবলৈ দিলে। পিচদিনা সি ঘোৰাত উঠি নগৰৰ বাটেদি গ'ল, আগে আগে গ'ল ঘৰসজা মানুহকেইটা। আবু কিৰে কেওপিনে চাই যাবলৈ ধৰিলে। মূৰকত এডোখৰ ঠাই দেখি তাৰ মন খালে। সি ক'লে—“এই ডোখৰ ঠায়েই ভাল হ'ব।” তেতিয়া মানুহবোৰে সেই ঠাই ডোখৰৰ গিৰিহঁতক ধৰি নি ছুলতানৰ ওচৰ পোৱালেগৈ। ছুলতানে সেই মানুহটোক সেইখিনি মাটিৰ বাবে ধন দিয়াৰ উপৰিও ওপৰুৱাকৈ কিছু ধন দিলে। ইয়াৰ পিচত ঘৰসজা মানুহে ঘৰ সাজিবলৈ ল'ল। আবু কিৰে সিহঁতক কামৰ দিহা দিলে। এইদৰে সি বঢ়িয়া দোকান এখন সাজি ললে। তেতিয়া সি ছুলতানৰ ওচৰলৈ গৈ কলে যে তাৰ ঘৰ সজা হ'ল। এতিয়া ৰং আৰু যাৱতীয় সা-সজুলি কিনিবলৈকে ধন লাগে।

ছুলতানে তেতিয়া ক'লে—“তোৰ কাৰবাৰৰ মূলধন হিচাপে মই চাৰিহেজাৰ-মোহৰ দিলো। তই কেনেকুৱা কাম কৰ তাৰ প্ৰথম চানেকীটো মোক দেখুৱাবি।” সি ধনখিনি লৈ বজাৰলৈ গ'ল। বিভিন্ন ধৰণৰ ৰং আৰু অন্যান্য সা-সজুলি কিনি আনিলে। ইপিনে ছুলতানে তাৰ ওচৰলৈ পাঁচশখন কাপোৰ পঠালে। সিয়ো কাপোৰবোৰত ভিন ভিন ৰং বোলাবলৈ ললে ; তাৰ পাচত দোকানৰ দুৱাৰমুখতে সেই কাপোৰবোৰ শুকাবলৈ বুলি মেলি থ'লে, বাটকৰা মানুহবোৰ তাৰ দোকানৰ কাষেদি যাওঁতে এই বাৰেবৰণীয়া কাপোৰবোৰ দেখি তেনেই অবাক হ'ল। এই-বোৰ ৰঙৰ কাপোৰ তেওঁলোকে দেখাই নাই। তাৰ দোকানৰ মুখত মানুহে জুম বান্ধিলেহি। তধা লাগি কাপোৰবোৰলৈকে চাই থকাৰ মূৰত তেওঁলোকে তাক সুধিলে—“এইবোৰ কি ৰং বুলি কয়নো ?” সি উত্তৰ দিলে—“এইটো ৰঙা”

"এইটো হালধীয়া", "এইটো সেউজীয়া" এইদৰে সি নানান ৰঙৰ নাম কৈ গ'ল। ইয়াৰ পিচত সেই মানুহবোৰেও কাপোৰ একোখন আনি তাৰ হাতত দি ক'লে—"আমাৰ কাপোৰতো এনেকুৱা ৰং দি দিয়া। যিমান ধন লাগে লোৱা।" ছুলতানৰ কাপোৰবোৰত ৰং দিয়া শেষ হ'লত সি সেইবোৰ লৈ ৰাজ কাৰেঙলৈ গ'ল। কাপোৰ-বোৰ দেখি ছুলতানে বৰ সন্তোষ পালে আৰু তাক বহুতো উপহাৰ দিয়ালে।

ইপিনে কাপোৰত ৰং দিয়াবলৈ চিপাহীবোৰ তাৰ ওচৰলৈ আহিল। সিহঁতে বিচৰা মতে সি কাপোৰত ৰং দিবলৈ ধৰিলে আৰু সিহঁতেও তাক সোণ আৰু ৰূপৰ ডেধাৰ মোহৰ দিলে। এইদৰে তাৰ নাম কেউপিনে ফুটি-ফাটি গ'ল। মানুহে তাৰ দোকানখনৰ নাম দিলে "ছুলতানৰ ধোবাৰ দোকান"। ফৰমাচৰ কাপোৰেৰে তাৰ ঘৰ ভৰি পৰিল। বাকীবোৰ ধোবাই তাক একোকে ক'ব নোৱাৰা হ'ল। সিহঁতে তাৰ ওচৰলৈ আহি পূৰ্বৰ কথাৰ বাবে ক্ষমা বিচাৰিলে আৰু তাৰ তলতে কাম শিকিবলৈ বিচাৰিলে। কিন্তু সিহঁতৰ কাকো সি নল'লে, তাৰ তেতিয়া অগাধ সম্পত্তি; দাস-দাসীও ভৰি আছে।

আবু কিৰে এইদৰে জীৱন কটাবলৈ ধৰিলে। কিন্তু সিপিনে আবু ছিৰৰ টকা পইচাখিনি চুৰ কৰি তাক দুৱাৰ বন্ধ কৰি থৈ অহাৰ পৰা তিনি দিনলৈকে আবু ছিৰ অচেতন অৱস্থাতে পৰি থাকিল। তাৰ পিচদিনা সেইটো এলেকাৰ চন্তৰীটোৱে দুৱাৰত তলা লগাই থোৱা দেখি ভাবিলে—"ইহঁত দুটা হয়তো ভাড়া নিদিয়াকৈ পলাল! নহ'লে মৰিলেই নেকি? কি হ'লনো বাৰু ইহঁতৰ?" চন্তৰীটোৱে গন্ধিয়া পৰলৈকে বাট চালে; তাৰ পিচত নাপিতৰ ঘৰৰ মুখ পালেগৈ; তলাতে চাবিটো লগাই থোৱা দেখা পাই দুৱাৰখন খুলি ভিতৰ সোমাই গ'ল। দেখিলে যে বিচনাত পৰি আবু ছিৰে কেঁকাই আছে। সি আবু ছিৰক সুধিলে—"তোমাৰ বন্ধুজন ক'ত?" আবু ছিৰে উত্তৰ দিলে—"মই আজিহে জ্ঞান পাইছো। জ্ঞান পোৱাৰ পিচত তেওঁক মাতিবলৈ ধৰিলো; কিন্তু একো উত্তৰ নাপালো। ভাই! আল্লাই তোমাৰ মঙ্গল কৰিব। দয়া কৰি মোক এটা কাম কৰি দিয়া। মোৰ মুৰ-শিতানতে টকাৰ মোনাটো আছে; তাৰ পৰা অলপ পইচা উলিয়াই তুমি মোক খোৱাবস্তু অলপ আনি দিয়া। মই ভোকত তৎ নোপোৱা হৈছো।" চন্তৰীটোৱে মোনাটো উলিয়াই দেখিলে যে তাৰ ভিতৰত একো নাই; সি নাপিতক ক'লে—"এই মোনাটোত একোৱেই নাই।" তেতিয়া আবু ছিৰে গম ধৰিলে যে আবু কিৰেই টকাখিনি চুৰ কৰি পলাই গৈছে; সি চন্তৰীটোক সুধিলে—"তুমি মোৰ



লগৰ মানুহজনক দেখা পাইছিলানে?" চন্তৰীয়ে ক'লে—"মই এই তিনিদিন তেওঁক দেখা নাই; তোমালোক দুয়ো ইয়াৰ পৰা গুচি গ'লা বুলিহে ভাবিছিলো।" নাপিতে ক'লে—"কথা সেইটো নহয়। মোৰ টকাখিনিলৈ তেওঁৰ লোভ আছিল। মই বেমাৰত পৰাত সেই সুযোগতে তেওঁ টকাখিনিলৈ ইয়াৰ পৰা পলাল।"

নাপিতে তেতিয়া কান্দিবলৈ ধৰিলে। চন্তৰীটোৱে শান্ত্বনা দি ক'লে—"তোমাৰ একো হানি নহয়। আল্লাই তাৰ কামৰ বিচাৰ লব।" চন্তৰীটো সেই ঠাইৰ পৰা গ'লগৈ; নিজৰ ঘৰত চুৰুহা ৰান্ধি তাকে নাপিতক দিলেহি। এইদৰে সি নিজৰ ধন ভাঙি দুমাহলৈ নাপিতক তালাপী কৰিলে। মূৰকত সি আৰোগ্য লাভ কৰি চন্তৰীটোক ক'লে—"আল্লাই যদি মোক দয়া দেখুৱায়, তেন্তে মই তোমাৰ উপকাৰৰ প্ৰতিদান দিম।" চন্তৰীটোৱে উত্তৰ দিলে—"আল্লাৰ দয়াতে তুমি আৰোগ্য লাভ কৰিলা।" ইয়াৰ পিচত নাপিতটো আলিবাটলৈ ওলাই গ'ল। সি গৈ বজাৰত উপস্থিত হ'ল। পিচে যি ঠাইত উপস্থিত হ'ল সেইখিনিতে আবু কিৰ ধোবাৰ দোকানখন আছিল। দোকানৰ সমুখত নানান ৰঙৰ কাপোৰ ওলোমাই থোৱা সি দেখা পালে। কিছুমান মানুহে জুম বান্ধি সেই কাপোৰবোৰকে চাই আছে। সি এজন মানুহক সুধিলে—"ইয়াত কি হৈছে নো? ইমানবোৰ মানুহ গোট খাইছে কিয়?" মানুহজনে উত্তৰ দিলে—"এইখনেই হ'ল—ছুলতানৰ ধোবাৰ দোকান। আবু কিৰ নামৰ বিদেশী মানুহ এজনক ছুলতানে এই দোকানখন পাতি দিছে। তেওঁ কাপোৰত ৰং দিলে আমি এইখিনিত গোট খাওঁহি আৰু তেওঁৰ কাম চাই থাকো। এইবোৰ ৰং কাপোৰত বোলাব জনা আন ধোবা আমাৰ দেশত নাই।" এইবুলি মানুহজনে আবু কিৰ আৰু ধোবাবোৰৰ মাজত কি ঘটনা ঘটিছিল আবু কিৰে কেনেকৈ ছুলতানৰ ওচৰত আপত্তি দৰ্শালে, ছুলতানে কেনেকৈ তাক সমাদৰ দেখুৱাই দোকান সজাই দিলে—ইত্যাদি সকলো কথা ক'লে।

এই কথা শুনি নাপিতে মনত সন্তোষ পালে; সি মনতে ভাবিলে—"আল্লাৰ কৃপাত তেওঁ এতিয়া অৱস্থাপন্ন হৈ উঠিছে। তেওঁক দোষ দিবও নোৱাৰি, বোধকৰো কামৰ হেঁচাতে তেওঁ মোৰ কথা পাহৰি গৈছে। তেওঁৰ কাম-বন নথকা কালত মই তেওঁক আদৰ-সাদৰ কৰি ৰাখিছিলো। সেইদেখি এতিয়া মোক দেখা পালে তেওঁ নিশ্চয় ভাল পাব আৰু মই যিদৰে তেওঁৰ যতন লৈছিলো, তেৱেঁা ঠিক সেইদৰেই মোৰ যতন ল'ব।" এইদৰে গুণাগথা কৰি সি ধোবাৰ ঘৰৰ দুৱাৰমুখত উপস্থিত হ'লগৈ। দুৱাৰৰ কাষতে ওখ আসন এখনত আবু কিৰক বহি থকা দেখা

পালে ; তাৰ গাত জাকজমক সাজ ; ইপিনে চাৰিটা কৃষ্ণকায় আৰু চাৰিটা শ্বেতকায় দাসে আল ধৰি আছে। দাসবোৰেও বঢ়িয়া কানি-কাপোৰ পিন্ধি আছে। তদুপৰি দহটা নিগ্রো দাসে দোকানত কাম কৰিছে। আবু কিৰে সিহঁতক কিনি আনি কাপোৰ ধুই কেনেকৈ ৰং দিব লাগে সেই বিদ্যা শিকাই লৈছিল। আবু কিৰে ছুলতানী খিতাপেৰে গাদীত বহি কামৰ নিৰ্দেশ দি আছে। নাপিতে গৈ তাৰ সমুখত থিয় দিলে ; সি ভাবিছিল যে তাক দেখা পালেই ধোবাই ৰং পাব আৰু আদৰ-সাদৰ কৰিব। পিচে তাক দেখা পায়েই ধোবাই খঙতে গৰজিবলৈ ধৰিলে—"এই দগাবাজ! মোৰ দোকানৰ মুখত থিয় নিদিবিহি বুলি মই তোক কিমান বাৰ ক'ব লাগে? হেই চোৰ! তোৰ কাৰণে মই মানুহৰ ওচৰত অপদস্থ হব লাগিব। ইয়াক ধৰ তহঁতে!"

আদেশ পাই দাসবোৰে নাপিতক ধৰিলে। ধোবাই আসনৰ পৰা উঠি আহি ক'লে—"ইয়াক মাটিত বগৰাই দে।" সেইমতে সিহঁতে নাপিতক ঠেলা মাৰি পেলাই দিলে আৰু আবু কিৰে লাঠী এডাল লৈ তাৰ পিঠিত এশটা কোব মাৰিলে। তেতিয়া দাসকেইটাই তাক লুটিয়াই দিলে আৰু এইবাৰ ধোবাই তাৰ পেটত এশটা কোব মাৰিলে। তাৰ পিচত ক'লে—"হেই লাঠুৰা। আকৌ যদি তই মোৰ দোকানৰ মুখত থিয় দিয়হি, তেনেহ'লে মই তোক ছুলতানৰ ওচৰলৈ ধৰি নিম আৰু তেওঁ তেতিয়া তোক কাটি দুছোৱা কৰিবৰ বাবে কটোৱালৰ ওচৰলৈ পঠাই দিব। আঁতৰ হ ইয়াৰ পৰা!" আবু ছিৰ তাৰ পৰা গুচি গ'ল। মাৰো খালে, অপমানো পালে, দুখে বেজাৰে সি জৰ্জৰিত হৈ পৰিল। ইপিনে ওচৰত থিয় দি থকা মানুহবোৰে আবু কিৰক সুধিলে—"এই মানুহটোৱে নো কি কৰিছিল?" সি উত্তৰ দিলে— "সি এটা ডগধা চোৰ, লোকৰ কাপোৰ চুৰ কৰি নিয়ে। মোৰ ইয়াৰ পৰাও বহুত দিন কাপোৰ চুৰ কৰি নিছে। মই ভাবিছিলো, বেচেৰা মানুহটো দুখীয়া ; আল্লাই তাক ক্ষমা কৰিব। সেইবুলি ভাবি মই তাক একো শাস্তি দিয়া নাছিলো, গ্রাহকক মই কাপোৰৰ দামকে দি দিওঁ আৰু তাকো পুনৰ এনে কাম নকৰিবি বুলি এৰি দিওঁ। পিচে সি মোৰ কথা নুশুনে। আকৌ যদি সি আহে, তেন্তে এইবাৰ মই তাক ছুলতানৰ ওচৰলৈ পঠিয়াই দিম। ছুলতানে তাক প্ৰাণদণ্ড দিব আৰু তেতিয়া তাৰ উৎপাতৰ পৰাও মানুহ ৰক্ষা পৰিব।"

আবু কিৰে এনে আচৰণ দেখুওৱাৰ মুৰত আবু ছিৰ সেই ঠাইৰ পৰা উলটি গৈ দুখে-বেজাৰে বহি থাকিল, আবু কিৰৰ আচৰণৰ কথাকে সি ভাবি থাকিল।



গাৰ বিষ কমাত সি বজাৰলৈ গ'ল। এনেতে গা ধুবৰ মন যোৱাত সি মানুহ এজনক সুধিলে—"ইয়াত স্নানাগাৰ ক'ত আছে?" মানুহজনে সুধিলে—"সেইটো নো কি বস্তু?" আবু ছিৰে বুজাই দিলে—"এই স্নানাগৰতে মানুহে গা ধুই শৰীৰৰ মলি আদি গুচায়।" মানুহজনে উত্তৰ দিলে—"তেতিয়া হ'লে সাগৰলৈ গৈ তাতে গাই ধুই আঁহা।" কিন্তু নাপিতে মাত লগালে—"মই স্নানাগাৰৰ কথাহে কৈছো।" মানুহজনে ক'লে—"তুমি কিহৰ কথা কৈছা, মই বুজা নাই। আমি সকলোৱে গৈ সাগৰত গা ধোওঁ। আনকি ছুলতানেও সাগৰত গা ধোৱেগৈ।" আবু ছিৰৰ বুজিবলৈ বাকী নাথাকিল যে নগৰত স্নানাগৰ এটাও নাই আৰু মানুহে এই বিষয়ে একোকে নাজানে। তেতিয়া সি ছুলতানৰ কাৰেঙলৈ গৈ ছুলতানৰ আগত দীঘল দি পৰি ক'লে—"মই বিদেশী মানুহ। স্নানাগাৰ সজাই মোৰ বৃত্তি। এই নগৰলৈ আহি গা ধুবৰ বাবে স্নানাগাৰ এটাৰ সন্ধান ল'লো। কিন্তু দেখিলো যে ইয়াত এটা স্নানাগাৰো নাই। এনেকুৱা এখন ধুনীয়া নগৰত স্নানাগাৰ এটা নথকাটো কেনে ধৰণৰ কথা? তাত গা ধুবলৈ বৰ আৰাম লাগে।" ছুলতানে তেতিয়া সুধিলে—"স্নানাগাৰ নো কি?" আবু ছিৰে তাকে বুজাই দিলে আৰু লগতে ক'লে—"আপোনাৰ ৰাজধানীত যদি স্নানাগাৰ এটা নাথাকে, তেন্তে খুত থাকি যাব।"

ছুলতানে তাক আদৰ-সাদৰ কৰিলে। তাক দামী কাপোৰ এসাজ, ঘোঁৰা এটা, দুটা কৃষ্ণকায় দাস, চাৰিজনী লিগিৰী আৰু চাৰিটা শ্বেতকায় দাস দান কৰিলে। তদুপৰি বঢ়িয়া ঘৰ এটাত থাকিবলৈ দিলে। ধোবাতকৈও নাপিতক বেছিকৈহে সন্মানিত কৰা হ'ল। ইয়াৰ পিচত ঘৰ সজা মিস্ত্রীক মতাই আনি ছুলতানে ক'লে—"এই মানুহটোৱে বাছি দিয়া ঠাইতে স্নানাগাৰ এটা সাজি দে।" নাপিতেও মিস্ত্রী-কেইটাক লগত লৈ নগৰৰ মাজত ঠাই বিচাৰিবলৈ ধৰিলে। শেষত এডোখৰ ঠাই তাৰ মনঃপুত হ'ল। তাৰ দিহামতে সেই ঠাইতে মিস্ত্রীবোৰে ঘৰ সাজিবলৈ ল'লে। এইদৰে বঢ়িয়া স্নানাগৰ এটা গঢ়ি তোলা হ'ল। নাপিতে তেতিয়া ঘৰটোত ৰং দিয়ালে ; ঘৰটো আৰু ধুনীয়া হৈ উঠিল। ইয়াৰ পিচত আবু ছিৰে ছুলতানৰ ওচৰলৈ গৈ ক'লে যে ঘৰ সজা আৰু ঘৰত ৰং দিয়া কাম শেষ হ'ল। এতিয়া স্নানাগাৰৰ যাবতীয় সৰঞ্জাম যোগাৰ কৰিবলৈহে বাকী আছে। ছুলতানে তেতিয়া তাক দহ হেজাৰ মোহৰ দিলে আৰু সিয়ো বিবিধ সৰঞ্জাম আনি স্নানাগাৰটো সজালে ; গামোচাবোৰ ৰচীত ওলোমাই থলে। বাটৰুৱা মানুহে তধা লাগি ঘৰটোৰ সাজ-সজ্জাবোৰ চাই যাবলৈ ধৰিলে। কোনো কালে নেদেখা এই ঘৰটো চাবলৈ মানুহে

বেৰি ধৰিলেহি। তেওঁলোকে সুধিলে—“এইটোনো কি ?” আবু ছিৰে উত্তৰ দিলে—“এইটো স্নানাগাৰ ।”

সি গা ধুব পৰাকৈ গৰম পানীৰ যোগাৰ ৰাখিলে । ডাঙৰ পাত্ৰটোত নিজৰাৰ দৰে পানী পৰিব পৰাকৈ কিটিপ লগাই দিলে । তাকে দেখি নগৰৰ সকলো মানুহ তেনেই অবাক হৈ পৰিল । ইয়াৰ পিচত সি চেমনীয়া বয়সৰ দহটা লগুৱা লাগে বুলি ছুলতানক ক'লে । ছুলতানেও সেইমতে দেখাই শুনাই ধুনীয়া ল'ৰা দহটা দিলে । কেনেকৈ চাবোন ঘঁহি দিব লাগে, গা পিহি দিব লাগে, এইবোৰ কাম সিহঁতক শিকাই দি আবু ছিৰে ক'লে—“গা ধুবলৈ অহা মানুহক তহঁতে এইদৰে আল ধৰিব লাগিব ।” ইয়াৰ পিচত সি কেওপিনে ধুপধুনা জ্বলাই দিলে । লগতে নগৰত এইবুলি ঘোষণা কৰাই দিলে—“ৰাইজসকল, ছুলতানৰ স্নানাগাৰত আপোনালোকে গা ধুই যাওকহি ।” তেতিয়া পাত্ৰমন্ত্ৰীসকল তাত উপস্থিত হ'লহি ; তেওঁলোকৰ গা ঘঁহি পিহি দিবলৈ আবু ছিৰে নিৰ্দেশ দিলে, মানুহবোৰ পানীত জোবোৰা মাৰি উঠি আহি ওপৰৰ আসনত বহাৰ পিচত ল'ৰাবোৰে আবু ছিৰে শিকোৱা মতে তেওঁলোকৰ গা ঘঁহি পিহি দিলে । এইদৰে তিনিদিন ধৰি মানুহবোৰে বিনাখৰচত তাত গা ধুলেহি । চতুৰ্থ দিনা নাপিতে ছুলতানক নিমন্ত্ৰণ কৰিলে . পাৰিষদসকলৰ লগত ঘোঁৰাত উঠি ছুলতান স্নানাগাৰলৈ আহিল, ছুলতান গা-ধুবলৈ যোৱাত তেওঁৰ আলধৰিবলৈ আবু ছিৰ নিজেই আগবাঢ়ি গ'ল । ছুলতানৰ গা ঘঁহি দিয়াত ছটা-ছটে মলিবোৰ এৰাবলৈ ধৰিলে । সেইবোৰকে সি ছুলতানক দেখুৱালে, ইয়াৰ পিচত গোলাপজল মিহলি কৰা পানীৰে আবুছিৰে ছুলতানৰ গাটো ধুৱাই দিলে, গা-ধোৱাৰ পিচত ছুলতানৰ গা-মন বৰ মুকলি আৰু পাতল যেন লাগিল। তাৰ পিচত নাপিতে ছুলতানক আসনত বহুৱাই ল'ৰাকেইটাৰ হতুৱাই গা পিহাই দিলে ; ইপিনে কেউপিনে সুগন্ধি ধুপ-ধুনা জ্বলাই দিলে ।

তেতিয়া ছুলতানে সুধিলে—“স্নানাগাৰত এইদৰে স্নান কৰে নেকি ?” আবুছিৰে ‘হয়’ বুলি শলাগিলে । ছুলতানে ক'লে—“সঁচাকৈ এনে স্নানাগাৰৰ অবিহনে মোৰ নগৰখন সম্পূৰ্ণ হৈ উঠা নাছিল । পিচে তই মানুহজনে প্ৰতি কিমানকৈ ধন লৈছ ?” আবুছিৰে ক'লে—“আপুনি যি হিচাপে লবলৈ আদেশ দিয়ে, সেই মতেই ল'ম ।” তেতিয়া ছুলতানে ক'লে—“তোৰ স্নানাগাৰত গা ধোৱা প্ৰত্যেক মানুহৰ পৰা এহেজাৰকৈ সোণৰ মোহৰ লবি ।” পিচে আবুছিৰে ক'লে—“জাহাপানা ! এষাৰ কথা ক'ব খুজিছো, দায়-দোষ নধৰে যেন, সকলো মানুহৰ



অৱস্থা সমান নহয় ; কিছুমান চহকী আৰু কিছুমান দুখীয়া । মই এহেজাৰ মোহৰকৈ ল'লে এই স্নানাগাৰ তেনেই নিস্থান পৰি থাকিব ; কিয়নো দুখীয়া মানুহে ইমানখিনি ধন দিব নোৱাৰিব ।” তেতিয়া ছুলতানে সুধিলে—“তেন্তে তইনো কিমানকৈ লবি ?” নাপিতে উত্তৰ দিলো—“যাৰ যি মন যায়, সেইমতেই দিব । ধনী মানুহে নিজৰ পদ-মৰ্যাদাৰ লগত খাপ খোৱাকৈ যি ধন দিয়ে তাকে দিব আৰু দুখীয়া মানুহে নিজৰ সামৰ্থ্য অনুসৰি দিব । এইদৰে চলিলে স্নানাগাৰটোও বেছ ভালদৰে চলিব । এহেজাৰ মোহৰ ছুলতানসকলেহে দিব পাৰিব ; সাধাৰণ মানুহে দিব নোৱাৰে ।”

পাৰিষদসকলেও আবু ছিৰৰ কথাকে সমৰ্থন কৰি ক'লে—“জাহাপনা ! এওঁ সঁচা কথাকে কৈছে। সকলো মানুহ জানো আপোনাৰ জোৰৰ হব পাৰিব ?” ছুলতানে উত্তৰ দিলে—“তোমালোকে উচিত কথাকে কৈছা। পিচে এই মানুহটো বিদেশৰ পৰা আহিছে। সি দুখীয়া মানুহ। আমি কোনো কালে নেদেখা স্নানাগাৰ এটা সি আমাক সাজি দিছে ; সেইটোৱেহে আমাৰ নগৰখনক পূৰ্ণাঙ্গ কৰি তুলিলে। এনে অৱস্থাত তাৰ প্ৰতি উদাৰ ব্যৱহাৰ কৰাটো আমাৰ কৰ্তব্য। সেইদেখি আমি তাক সৰহকৈ ধন দিয়াটো ভাল হব।” পৰিষদসকলে মাত লগালে—“আপুনি মুক্তহস্তে তেওঁক পুৰস্কৃত কৰক আৰু আনহাতে দুখীয়া মানুহক কম ধন দি স্নানাগাৰত গা ধুবৰ কাৰণে অনুমতি দিয়ক । তেতিয়া ৰাইজে আপোনাৰ গুণ গাব। আমি আপোনাৰ পাৰিষদ ; এহেজাৰ মোহৰ দিয়াটো আমাৰ পক্ষেই টান হ'ব। এনে স্থলত দুখীয়া মানুহে কেনেকৈ দিব ?” . তেতিয়া ছুলতানে ক'লে—“বাৰু তেন্তে ! এই প্ৰথমবাৰৰ কাৰণে তোমালোকৰ প্ৰত্যেকে এশকৈ মোহৰ, এটা আলধৰা, এজনী দাসী আৰু এটা কৃষ্ণকায় দাস তাক দিয়া।” পাৰিষদসকলে উত্তৰ দিলে। “সেয়ে হওক। আমি তাকে দিম । ইয়াৰ পিচৰ পৰা ইয়ালৈ যেয়ে আহে, তেৱেঁ নিজৰ মৰ্যাদা অনুসৰি যি মন যায় তাকে দিব ।” ছুলতানে ক'লে—“একো আপত্তি নাই ।” ছুলতানে নাপিতক এহেজাৰ সোণৰ মোহৰ আৰু অন্যান্য বস্তু দান কৰিলে । সেইদিনা ছুলতানৰ লগত গা ধুবলৈ চাৰিশ পাৰিষদ আহিছিল ; সেইদেখি তেওঁলোকে দিয়া ধনৰ মুঠ পৰিমাণ হ'লগৈ চল্লিশ হেজাৰ মোহৰ ; আনহাতে চাৰিশ আলধৰা আৰু সিমান সংখ্যক নিগ্ৰো আৰু দাসীও দিলে। তদুপৰি ছুলতানে তাক উপৰুৱাকৈ দহ হেজাৰ মোহৰ, আলধৰা, নিগ্ৰো আৰু দাসী দান কৰিলে। আবু ছিৰে ছুলতানৰ আগত দীঘল দি পৰি ক'লে—'জাহাপনা ! ইমান-

বোৰ দাস-দাসী মই ক'ত ৰাখিম ?" ছুলতানে ক'লে—"হেৰৌ ! নিৰ্বোধ। তই যাতে অপাৰ সম্পদৰ গৰাকী হ'ব পাৰ, সেই উদ্দেশ্যেৰেই তোক এইবোৰ বস্তু দিবৰ বাবে মই পাৰিষদবৰ্গক আদেশ দিছো । তই হয়তো নিজৰ দেশ আৰু পৰিয়ালৰ কথা মনত পৰিলে নিজ দেশলৈ উলটি যাবলৈ ইচ্ছা কৰিবি। সেইদেখি নিজৰ দেশত ভালদৰে জীৱন যাপন কৰিব পৰাকৈ তই আমাৰ দেশৰ পৰা ধন-সম্পত্তি লৈ যাব পাৰিবি বুলিয়েই এইবোৰ দিছো। আবু ছিৰে তেতিয়া ক'লে—"জাহাপনা ! অতবোৰ শ্বেতকায় দাস, দাসী আৰু নিগ্ৰো ৰখাটো ছুলতান-সকলকহে শুৱাব । আপুনি যদি নগদ টকা দিবলৈ আদেশ দিলেহেঁতেন, তেন্তে মোৰ বেছি লাভ হ'লহেতেন । কিয়নো এইজাক মানুহক খুৱাব-পিন্ধাবলৈ বহুত ধন লাগিব । মই যিখিনি ধন পাইছো সেইখিনিৰে খৰচৰ জোৰা মাৰিবগৈ নোৱাৰিম ।"

ছুলতানে হাঁহি মাৰি ক'লে—"তই ঠিক কথাকে কৈছ! এইজাক মানুহক ভৰণ-পোষণ দিব পৰা সামৰ্থ্য তোৰ নাই । গাইপতি এশটাকৈ মোহৰ দিলে তই এই মানুহবোৰ মোক বেচি দিবি নেকি ?" আবু ছিৰে ক'লে—"সেই দামতে মই সিহঁতক বেচি দিবলৈ সাজু আছো ।" ছুলতানে ধন আনিবলৈ খাজান্সীৰ ওচৰলৈ মানুহ পঠালে । ধন অনাৰ মূৰত সেইখিনি আবু ছিৰৰ হাতত দিলে । তেতিয়া ছুলতানে দাসবোৰক পূৰ্বৰ গিৰিহঁতসকলৰ হাতত গতাই দি ক'লে—"তোমালোকে বাছি বাছি নিজৰ দাসবোৰ লৈ যোৱা । মই সিহঁতক তোমালোকৰ হাতত দান কৰিছোঁ ।" ইয়াৰ পিচত পাৰিষদবৰ্গক লৈ ছুলতান কাৰেঙলৈ উলটি গ'ল । ইপিনে ওৰে নিশা উজাগৰে থাকি নাপিতে মোহৰবোৰ লেখি মোনাত ভৰাই বান্ধি থ'লে। তেতিয়া তাৰ হাতত থাকিল কুৰিটা কৃষ্ণকায় দাস, কুৰিটা শ্বেতকায় দাস আৰু চাৰিজনী দাসী ।

পিচদিনা ৰাতিপুৱাই সি স্নানাগাৰটো খুলিলে আৰু এই বুলি কেওপিনে ঘোষণা কৰাই দিলে—"স্নানাগাৰত যেয়ে গা ধুব খোজে, তেৱেঁই নিজৰ সামৰ্থ্য অনুসৰি ধন দিলেই হ'ব ।" ধনৰ পেৰা এটা লৈ সি এঠাইত বহিল আৰু ইপিনে গ্ৰাহক আহি তাৰ কাষত জুম বান্ধিলে । প্ৰত্যেকে নিজৰ শক্তি অনুসৰি ধন দিবলৈ ধৰিলে আৰু চাওঁতে চাওঁতেই পেৰাটো ধনেৰে ভৰি পৰিল । ইপিনে ৰাণীয়েও স্নানাগাৰত গা ধুবলৈ মন কৰিলে। এই কথা গম পাই আবু ছিৰে বন্দবস্ত কৰিলে যে ৰাতিপুৱাৰ পৰা দুপৰীয়ালৈকে পুৰুষে গা ধুব আৰু দুপৰীয়াৰ পৰা সন্ধিয়ালৈকে



তিৰোতাসকলে তাত গা ধুব। ৰাণী অহা মাত্ৰেই সি ধনৰ পেৰাটোৰ কাষত লিগিৰী এজনী থিয় কৰাই থলে । গা ঘঁহি-পিহি দিবলৈ সি চাৰিজনী লিগিৰীক শিকাই থৈছিল । তিৰোতা মানুহক গা ধুৱাই দিয়াত সিহঁত পাকৈত হৈ উঠিল । স্নানাগাৰ সোমায়েই ৰাণীৰ মনটো ভাল লাগিল ; তেওঁ এহেজাৰ মোহৰ আগবঢ়াই দিলে । এইদৰে নাপিতৰ কথা কেওপিনে ফুটিফাটি গ'ল ; স্নানাগাৰলৈ অহা ধনী-দুখীয়া সকলো মানুহকে সি আদৰ-সাদৰ কৰিলে । তাৰ হাতত মুঠিয়ে মুঠিয়ে ধন গোট খালেহি ; ডাঙৰ ডাঙৰ মানুহৰ লগত তাৰ সম্ভাৱ হ'ল । সপ্তাহটোৰ ভিতৰত এদিন ছুলতানো তাৰ ওচৰলৈ আহে । উলটি যাবৰ বেলিকা তাৰ হাতত এহেজাৰ মোহৰ দি থৈ যায় । সপ্তাহৰ বাকীকেইটা দিনত ধনী-দুখীয়া আন মানুহ-বোৰ আহে । সিয়ো সকলোৰে যতন লয় আৰু সকলোকে সন্মান কৰে । পিচে এদিন ছুলতানৰ নৌ সেনাপতি স্নানাগাৰলৈ আহিল ; আবু ছিৰে নিজেই তেওঁৰ গা ঘঁহি-পিহি দিলে । গা ধুই অহাৰ মূৰত আবু ছিৰে তেওঁক চৰ্বত আৰু কফি খাবলৈ দিলে । তেওঁ তাক ধন দিব খোজাত তেওঁৰ পৰা ধন ল'বলৈ আবু ছিৰ ৰাজি নহ'ল । তাৰ আদৰ-সাদৰ দেখি নৌ-সেনাপতি মোহিত হ'ল ; কিন্তু তাৰ এই সজ আচৰণৰ প্ৰতিদান দিয়াৰ একো উপায় বিচাৰি নাপালে ।

এইদৰেই আবু ছিৰৰ দিনবোৰ পাৰ হবলৈ ধৰিলে । ইপিনে আবু কিৰে মানুহৰ মুখত স্নানাগাৰৰ কথাবোৰ শুনি মনতে ভাবিলে—"এই স্নানাগাৰটো নিশ্চয় পৃথিৱীৰ বেহেস্ত । কাইলৈ তালৈকে যোৱা যাওক ।" সেইমতে বহুমূলীয়া সাজপাৰ পিন্ধি সি খচ্চৰ এজনীত উঠি স্নানাগাৰলৈ যাত্ৰা কৰিলে ; আগে-পাচে চাৰিটা শ্বেতকায় দাস আৰু চাৰিটা কৃষ্ণকায় দাসো গ'ল । দুৱাৰ মুখত উপস্থিত হওঁতেই সি ধূপ-ধূনাৰ গোন্ধ পালে । জাকে-জাকে মানুহে অহাযোৱা কৰিছে ; বহুত মানুহ আসনত বহি আছে ; চ'ৰা ঘৰত ভৰি দিয়েই সি আবু ছিৰক দেখা পালে ; আবু ছিৰে আসনৰ পৰা উঠি সম্ভাষণ জনালে । পিচে ধোবাই তাক সুধিলে—"ভাল মানুহে এনেকুৱা কাম কৰে জানো ? মই কাপোৰত ৰং দিয়া দোকান এখন খুলি এতিয়া নগৰত প্ৰধান ৰং দিয়া দোকানী হৈ উঠিলো । এতিয়া ছুলতানৰ লগতো মোৰ চিনা-পৰিচয় হৈছে আৰু ধন-সম্পত্তি, ক্ষমতা আদি সকলোৰে গৰাকী হৈছো । তথাপি পুৰণি বন্ধুলো ক'ত আছে, এইবুলি এটা খবৰ লোৱা নাই ; মোক এষাৰ মাত দিয়া নাই । মই তোমাক বিচাৰি চলাথ লগালো । মোৰ লগুৱাবোৰক পঠাই সকলো ঠাইতে তোমাৰ খবৰ লোৱালো । কিন্তু কোনেও তুমি ক'লৈ গ'লা সেই খবৰ মোক দিব নোৱাৰিলে ।"

আবু ছিৰে উত্তৰ দিলে—"মই তোমাৰ ওচৰলৈ যোৱা নাছিলো নে ? তুমিহে মোক চোৰ বুলি বদনাম দি মাৰপিট কৰিলা আৰু মানুহৰ আগত মোক অপদস্থ কৰিলা ।" নুবুজাৰ ভাও জুৰি আবু কিৰে তেতিয়া ক'লে—"তুমি এইবোৰ কি কথা কৈছা ? মই তেন্তে তোমাকে কোবালো নেকি ?" আবু ছিৰে ক'লে—"হয়, মোকে কোবালা ।" তেতিয়া আবু কিৰে শত-সহস্ৰ শপত খাই ক'লে যে সি তাক চিনি পোৱা নাছিল ; তাৰ পিচত ক'লে—"এটা মানুহে সদায় আহি কাপোৰ চুৰ কৰে । সি দেখাত তোমাৰ নিচিনাই । সেইটো মানুহ বুলি মই তেন্তে ভুল কৰিলো ।" এইবুলি সি নিজৰ মূৰে কপালে চপৰিয়াই অনুতপ্ত হোৱাৰ ভাও জুৰি কৰলৈ ধৰিলে—"আল্লাৰ দোহাই ! মই তোমাৰ ডাঙৰ অপৰাধ কৰিলো । কিন্তু তুমি তেতিয়া চিনাকি নিদিলা কিয় ? মোৰেই দোষ হৈছে ! মোক কামত ব্যস্ত থকা দেখিয়েই তুমি হয়তো মোক চিনাকি নিদিলা ।" তেতিয়া আবু ছিৰে উত্তৰ দিলে—"বন্ধু ! আল্লাই তোমাক ক্ষমা কৰিব । অদৃষ্টত যিটো লিখা আছে, সেইটো আল্লাৰ বাদে আন কোনে খণ্ডাব পাৰে ? বাৰু এতিয়া তুমি কানি কাপোৰ খোলা ; গা ধোৱাগৈ ।" ধোবাই আকৌ ক'লে—"আল্লাৰ দোহাই ! তুমি মোক ক্ষমা কৰিবা ভাই !" আবু ছিৰেও ক'লে—"আল্লাই তোমাৰ দায়-দোষ মৰিষণ কৰিব । এইবোৰ মোৰ কপালৰ লিখন ।" তাৰ পিচত আবু কিৰে সুধিলে—"তুমি ইমান আটাৰন্ত হ'লা কেনেকৈ ?" আবু ছিৰে উত্তৰ দিলে—"যাৰ যহত তোমাৰ দোপত দোপে উন্নতি হ'ল, মোৰো উন্নতি তেওঁৰ যহতে হৈছে । মই গৈ ছুলতানৰ আগত স্নানাগাৰৰ বিষয়ে বিৱৰি কোৱাত তেওঁ মোক স্নানাগাৰ এটা সাজি দিবলৈ ক'লে ।" তেতিয়া ধোবাই কলে—"ছুলতানৰ লগত তোমাৰো চিনাকি আছে, মোৰো আছে । তোমাক অধিক অনুগ্ৰহ দেখুৱাবলৈ মই ছুলতানক খাটনি জুৰিম । তুমি যে মোৰ বন্ধু, সেই কথা তেওঁ নাজানে । মই তাকে কৈ ছুলতানৰ আগত তোমাৰ কথা উলিয়াম ।" আবু ছিৰে ক'লে—"তুমি মোৰ কথা একো ক'ব নালাগে, ছুলতান আৰু তেওঁৰ পাৰিষদ বৰ্গই মোক বৰ মৰম কৰে ; এই সকলোবোৰ তেওঁলোকেই মোক দিছে ।"

ইয়াৰ পিচত সি ধোবাৰ আগত নিজৰ সকলো কথা ভাঙি-পাতি ক'লে । তাৰ পিচত ক'লে—"এই পেৰাটোৰ দাঁতিতে তোমাৰ কানি-কাপোৰ খুলি থৈ গা ধুবলৈ ব'লা ; মই তোমাৰ গাটো ঘঁহি দিম ।" সিয়ো কাপোৰ খুলি পানীলৈ নামি গ'ল ; আবু ছিৰে চাবোন সানি তাৰ গাটো ঘঁহি দিলে ; এইদৰে নানান প্ৰকাৰে তাৰ আলধৰাৰ মূৰত তাক খাবলৈ দিলে । ধোবাক এইদৰে সন্মান দেখুওৱা বাবে বাকীবোৰ মানুহ অবাক হ'ল । তাৰ পিচত আবু কিৰে নাপিতক ধন দিব খুজিলে ; পিচে সি ধন লবলৈ অস্বীকাৰ কৰি ক'লে—"মোক লাজ নিদিবা । তুমি মোৰ বন্ধু । আমাৰ মাজত একো প্ৰভেদ নাই ।" তেতিয়া আবু কিৰে ক'লে—"বন্ধু তোমাৰ স্নানাগাৰটো বেছ ধুনীয়া । মাত্ৰ এটা বস্তুৰহে অভাৱ ঘটিছে ।" আবু ছিৰে সুধিলে—"কিহৰ কথা কৈছা ?" আবু কিৰে উত্তৰ দিলে "চুলি ছিঙিব পৰা ঔষধটোৰ কথা কৈছো । হালধীয়া বিহ দৰৱ এবিধৰ লগত চূণ মিহলাই দিলেই সেইবিধ বস্তু তৈয়াৰ কৰিব পাৰি । সেই ঔষধ লগালে সহজে চুলি ছিঙিব পাৰি—দুখ নাপায় । তুমি সেইটোকে তৈয়াৰ কৰি থবা । এইবাৰ ছুলতান ইয়ালৈ আহিলে তুমি তাকে ছুলতানক দিবা আৰু কেনেকৈ চুলি ছিঙিব পাৰি শিকাই দিবা । ছুলতানে তেতিয়া সন্তোষ পাব আৰু তুমি অধিক প্ৰিয়পাত্ৰ হৈ উঠিবা ।" আবু ছিৰে ক'লে—"তুমি ঠিক কথাকে কৈছা । মই তাকে কৰিম ।"



আবু কিৰ ছুলতানৰ ওচৰ পালেগৈ ; সি ছুলতানক ক'লে—"জাহাপনা ! মই কথা এষাৰ আগতীয়াকৈ জনাই আপোনাক সাৱধান কৰি দিব খুজিছো ।" ছুলতানে সুধিলে—"কি কথা ?" আবু কিৰে উত্তৰ দিলে—"আপুনি স্নানাগাৰ এটা সজাইছে বুলি শুনিবলৈ পাইছো ।" ছুলতানে ক'লে—"হয় সজাইছো । বিদেশী মানুহ এটা মোৰ ওচৰলৈ আহিছিল । তোক যেনেকৈ কাপোৰত ৰং দিয়া দোকান-খন সজাই দিয়ালো, তাকো তেনেকৈ স্নানাগাৰ এটা সজাই দিয়ালো । ধুনীয়া হৈছে এই স্নানাগাৰটো । মোৰ নগৰৰ সেয়ে এটা বহুমূলীয়া সম্পদ ।" এইদৰে ছুলতানে স্নানাগাৰটোৰ গুণ গাবলৈ ধৰিলে । তেতিয়া ধোবাই ক'লে—"আপুনিও তালৈ গৈছে নেকি ?" ছুলতানে ক'লে—"গৈছো ।" আবু কিৰে ক'লে—"সেই দগাবাজ আৰু কাফেৰটোৰ হাতৰ পৰা আপুনি যে নিৰাপদে সাৰি আহিছে, তাৰ বাবে আল্লাৰ ওচৰত কৃতজ্ঞতা জনাইছো ।" ছুলতানে তেতিয়া সুধিলে—"সি কি কৰিলে নো ?" আবু কিৰে ক'লে—"আপুনি যদি আকৌ সেই স্নানাগাৰটোলৈ যায়, তেন্তে আপোনাৰ জীৱন ৰক্ষা নপৰে । এই মানুহটো আপোনাৰ শত্ৰু । সি এটা কাফেৰ । সি আপোনাক প্ৰলোভিত কৰি এই স্নানাগাৰটো সজাইছে আৰু তাতে আপোনাক বিহ দি মৰাৰ পাং পাতিছে । সি আপোনাৰ কাৰণে কিবা এটা বস্তু থৈ দিছে ; আপুনি স্নানাগাৰলৈ গলেই সি সেই বস্তুটো উলিয়াই দি এইবুলি ক'ব—"এই ঔষধটো ব্যৱহাৰ কৰিলে দুখ নোপোৱাকৈ চুলিবোৰ ছিঙি পেলাব পাৰি ।"

"পিচে সেইটো ঔষধ নহয়, সাংঘাতিক বিহ এবিধহে। খৃষ্টান দেশৰ ৰজাই তাক এইবুলি কথা দি থৈছে যে সি যদি আপোনাক হত্যা কৰিব পাৰে, তেতিয়া হ'লে তাৰ ল'ৰা-তিৰোতাকো ৰজাই বন্দীশালৰ পৰা মুক্তি দিব। তাৰ পৰিয়ালক ৰজাই এতিয়া বন্দী কৰি ৰাখিছে। ময়ো সেইখন দেশত এইজন ৰজাৰ হাততে বন্দী হৈ আছিলো। পিচে মই কাপোৰত ৰং দিয়া দোকান এখন খুলি নানান ধৰণৰ ৰং কাপোৰত বোলাই দিয়াত ৰজাই সন্তোষ পালে আৰু মোক এটা বৰ খুজিবলৈ ক'লে। মই তেতিয়া ক'লো যে মোক মুক্তি দিব লাগে। সেইমতে ৰজাই মোক মুক্তি দিয়াত মই আহি এই নগৰত উপস্থিত হ'লো। পিচে সেই মানুহটোক ইয়াৰ স্নানাগাৰত দেখা পাই মই তাক সুধিলো 'তই শাৰি আহিলি কেনেকৈ? তোৰ ল'ৰা-তিৰোতাই মুক্তি পালে কেনেকৈ?'' সি তেতিয়া ক'লে: "মই আৰু মোৰ ল'ৰা-তিৰোতা সকলো বন্দী শালত থাকোতেই খৃষ্টান ৰজাই এদিন ৰাজসভা বহুৱালে। অন্যান্য লোকৰ লগতে সেই সভাত ময়ো উপস্থিত আছিলো। মই মানুহবোৰৰ মাজত থিয় দি থাকোতেই তেওঁলোকে বিভিন্ন ৰজাৰ কথা উলিওৱা শুনিলো। এইদৰে এজন এজনকৈ বহুতো ৰজাৰ কথা উল্লেখ কৰাৰ মূৰত তেওঁ-লোকে এইখন নগৰৰ ছুলতানৰ নাম উল্লেখ কৰিলে। তেতিয়া খৃষ্টান ৰজাই ক'লে -- 'কি দুৰ্কপাল! এই ছুলতান জনেই মোৰ বিৰক্তিৰ মাত্ৰা আটাইতকৈ বঢ়াইছে। কোনোবাই যদি ছুলতানক বধ কৰিব পাৰে, তেন্তে মই তেওঁক যি লাগে তাকেই দিম।'' মই তেতিয়া তেওঁৰ কাষ চাপি গৈ ক'লো: "মই যদি তেওঁক হত্যা কৰো, তেন্তে আপুনি মোৰ ল'ৰা-তিৰোতাৰ সৈতে মোক মুক্তি দিবনে? ৰজাই ক'লে-- 'দিম। লগতে তই যিহকে বিচাৰ তাকে দিম।' সেইমতে বন্দৰস্ত হোৱাত তেওঁ জাহাজেৰে মোক এই নগৰলৈ পঠাই দিলে। মই ছুলতানৰ আগত উপস্থিত হোৱাত তেওঁ মোক এই স্নানাগাৰটো সজাই দিলে। এতিয়া মই তেওঁক হত্যা কৰিবলৈহে বাকী আছে; তাকে কৰিলেই খৃষ্টান ৰজাৰ ওচৰলৈ উলটি গৈ মোৰ ল'ৰা-তিৰো-তাক মোকলাব পাৰিম আৰু লগতে তেওঁৰ পৰা বটাও আদায় কৰি ল'ব পাৰিম।'' সি এইবুলি কোৱাত মই সুধিলো—"তইনো ছুলতানক কি উপায়েৰে মাৰিব খুজিছ?'' সি ক'লে—"অতি সহজ বুধি এটা পাঙি থৈছো। বিহ মিহলাই বস্তু এটা তৈয়াৰ কৰি থৈছো। তেওঁ স্নানাগাৰলৈ আহিলে মই তেওঁক ক'ম: 'এইটো ঔষধ ঘঁহি চুলিবোৰ অনায়াসে ছিঙিব পাৰি।' ছুলতানে তাকে ব্যৱহাৰ কৰিলে এদিন আৰু এনিশাৰ মূৰত তেওঁৰ মৃত্যু ঘটিব। ইতিমধ্যে মই ইয়াৰ পৰা পলাম। মই যে ছুলতানক হত্যা কৰিলো সেই কথা কোনেও গমকে নাপাব।''



আবু কিৰে তাৰ পিচত ক'লে—"এই কথা শুনি মই বৰ চিন্তিত হ'লো। আপুনি মোৰ মহৎ উপকাৰ কৰি থৈছে। সেইদেখি কথাবোৰ আপোনাক জনাবৰ মনেৰে এইখিনি পালোহি।''

ধোবাৰ কথা শুনি ছুলতানৰ বৰ খং উঠিল। তেওঁ তাক সকলোবোৰ কথা গোপনে ৰাখিবলৈ ক'লে। সন্দেহৰ বাবে সুৰুঙা নথকাকৈ সকলো কথা জানি ল'বৰ মনেৰে তেওঁ এবাৰ স্নানাগাৰলৈ যাবলৈ ঠিক কৰিলে। সেই মতেই তেওঁ গ'ল। আগৰ দৰেই আবু ছিৰে তেওঁক গা ধুৱাই দিলে; তাৰ পিচত ছুলতানক ক'লে—"মই ঔষধ এটা তৈয়াৰ কৰি থৈছো। সেই ঔষধটো ব্যৱহাৰ কৰিলে চুলিবোৰ হেলাৰঙে উঘালি পেলাব পাৰি।'' ছুলতানে ক'লে—"চাওঁ। মোক দেখুৱাচোন।'' নাপিতে তেতিয়া বস্তুটো আনি ছুলতানক দিলে; ভেকেটা ভেকেট গোন্ধটো পায়েই তেওঁ বুজিলে যে সেইটো বিহ। তেওঁ খঙত জলি-পকি উঠিল আৰু পালি-প্ৰহৰীবোৰক চিঞৰি চিঞৰি মাতি আনি সিহঁতক আদেশ দিলে—"ইয়াক ধৰ।'' সিহঁতে তাক ধৰি বান্ধি লৈ গ'ল। খঙতে গুজৰি গুমৰি ছুলতানো কাৰেঙলৈ উভতি গ'ল। ছুলতানৰ খঙৰ কাৰণ কি সেই কথা কোনেও গম নাপালে; ইপিনে তেওঁক সুধিবলৈকো সাহ নহ'ল। ৰাজ সভালৈ গৈ ছুলতানে আবু ছিৰক হাতকেৰেয়া লগাই তেওঁৰ সমুখত উপস্থিত কৰালে। তাৰ পিচত নৌ সেনাপতিক মতাই আনি তেওঁক ক'লে--"এই নাঠুৱাটোক থৈলা এটাৰ ভিতৰত ভৰাই তাত দুমোনমান শুকান চূণ ঢালি দিবা। তাৰ পিচত থৈলাৰ মুখখন টানি বান্ধি দিবা। থৈলাটো নাৱত তুলি মোৰ কাৰেঙৰ সমুখেদি লৈ যাবা। মই খুলনিতে বহি থাকিম। মই তাক পেলাই দিবলৈ কোৱা মাত্ৰেই তুমি থৈলাটো সাগৰলৈ পেলাই দিবা। উতলিবলৈ ধৰা চূণৰ তাপত পুৰি তাৰ গা বখলা-বখল হ'ব আৰু সেই অৱস্থাৰেই সি পানীত বুৰি মৰিব।''

ছুলতানৰ আদেশমতে নৌ সেনাপতিয়ে আবু ছিৰক তেওঁৰ সমুখৰ পৰা লৈ গ'ল। কাৰেঙৰ মুখামুখিকৈ থকা দ্বীপ এটালৈ তাক লৈ গৈ নৌ সেনাপতিয়ে সুধিলে--"মই এবাৰ তোমাৰ স্নানাগাৰলৈ গৈছিলো; তুমি তেতিয়া মোৰ বৰ যতন লৈছিলা। তোমাৰ আচৰণ দেখি মই তেতিয়া বৰ তৃপ্তি পাইছিলো। তুমি মোৰ পৰা টকা-পইচা একোকে নল'লা। সেইদেখি তোমাৰ প্ৰতি মোৰ যথেষ্ট স্নেহ জন্মিছে। পিচে কোৱাচোন তুমি ছুলতানৰ কি জগৰ লগালা? তেওঁৰ ইমান খং উঠাৰ কাৰণ কি? কিয় তোমাক ইমান শোচনীয়ভাৱে হত্যা কৰিবলৈ আদেশ দিলে?'' আবু ছিৰে উত্তৰ দিলে—"মই একো কৰা নাই। এনে শাস্তি খাব-

লগীয়াকৈ কিবা অপৰাধ কৰিছো বুলিও মোৰ মনত নপৰে।'' তেতিয়া তেওঁ ক'লে—''ছুলতানে তোমাক উচ্চ পদ-মৰ্যাদা দান কৰিছিল। তেনে সন্মান আনৰ ভাগ্যত ঘটা নাছিল। সেই কাৰণে আচ্যৰন্ত মানুহবোৰে সহিব পৰা নাছিল। হয়তো কোনোবাই তোমাৰ সৌভাগ্য হোৱাটো সহিব নোৱাৰি ছুলতানৰ আগত তোমাৰ কিবা কথা লগাইছে। তাকে শুনি ছুলতান খঙত টিঙিৰি তুলা যেন হৈ উঠিছে। বাৰু! তুমি চিন্তা নকৰিবা। তোমাৰ একো বিঘিনি হব নোৱাৰে। আমাৰ মাজত ইমান চিনা-পৰিচয় নথকা সত্বেও এদিন তুমি মোক ইমান আদৰ-সাদৰ কৰিছিলা; সেইদেখি মই আজি তোমাক বিপদৰ পৰা উদ্ধাৰ কৰিম। মই তোমাক মুকলি কৰি দিয়াৰ পিচত তুমি মোৰ লগতে এই দ্বীপত থাকিবা। তোমা-লোকৰ দেশৰ পিনে যোৱা জাহাজ আমাৰ নগৰৰ ফালৰ পৰা আহিলে তাতে তোমাক পঠাই দিম।''

আবু ছিৰে তেওঁক অশেষ ধন্যবাদ জনালে। নৌ সেনাপতিয়ে তেতিয়া থৈলা এটাত শুকান চূণ কিছুমান ভৰালে। মানুহ এটাৰ সমান আকাৰৰ শিল এচ-টাও লগতে ভৰাই দিলে। তাৰ পিচত নাপিতৰ হাতত জাল এখন দি ক'লে—''তুমি জালখন লৈ সাগৰত মাছকে ধৰা। মই সদায় ছুলতানৰ ৰান্ধনি ঘৰত মাছৰ যোগান ধৰিব লাগে। পিচে আজি তোমাৰ ঘটনাটোৰ বাবেই মই মাছ ধৰিবলৈ সময় নাপালো। ছুলতানৰ ৰান্ধনিয়ে মাছ বিচাৰি মোৰ ওচৰলৈ মানুহ পঠিয়াই দিলে মাছ দিব নোৱাৰিম। তুমি যদি মাছ ধৰিব পাৰা তেন্তে সিহঁতে মাছ লৈ যাব পাৰিব আৰু তেতিয়া মোৰ মান ৰক্ষা পৰিব। ইতিমধ্যে ময়ো যাওঁ আৰু কাৰেঙৰ সমুখলৈ গৈ তোমাক সাগৰলৈ পেলাই দিয়াৰ ভাও জুৰিম।'' এইবুলি কৈ তেওঁ থৈলাটো নাৱত তুলি কাৰেঙৰ সমুখলৈ নাও বাই গ'ল; বুলনিত ছুল-তানক বহি থকা দেখা পাই তেওঁ সুধিলে—''জাহাপনা! মানুহটোক পানীলৈ দলিয়াই দিম নেকি?'' ছুলতানে চিঞৰি ক'লে—''উক্ পানীলৈ পেলাই দিয়া'' কোৱাৰ লগে লগে হাত খনেৰেও পানীৰ পিনে দেখুৱাই ইঙ্গিত দিলে। ঠিক সেই মুহূৰ্ততে ঘটনা এটা ঘটিল। তিৰবিৰাই থকা কিবা বস্তু এটাও পানীত পৰিলগৈ।

এইদৰে উফৰি গৈ পানীত পৰা বস্তুটোৱেই আছিল ছুলতানৰ ছাব-মোহৰ থকা আঙঠিটো। সেই মন্ত্ৰপূত আঙঠিটোৰ এনে শক্তি আছিল যে ছুলতানে যদি কাৰোবাৰ ওপৰত বিতুষ্ট হৈ তাক হত্যা কৰিব খোজে, তেতিয়া হ'লে আঙঠি পিন্ধি থকা সোঁ হাতখন সেই মানুহটোৰ পিনে টোৱাই দিলেই হ'ল; বিজুলী সঞ্চাৰে



তাৰ পৰা পোহৰ ওলাব আৰু সেয়ে মানুহটোৰ মূৰটো ছিঙি পেলাব। এই আঙঠিটো হাতত নাথাকিলে সৈন্য-বাহিনীয়ে ছুলতানক উলাই কৰিব আৰু তেওঁ আনক পৰাভূত কৰিবও নোৱাৰিব। সেইদেখি আঙঠিটো হাতৰ পৰা ছিটিকি পৰাত ছুলতানে কথাটো লুকুৱাই ৰাখিলে। আঙঠিটো পানীত পৰাৰ কথা ক'লে সৈন্য বাহিনীয়ে বিদ্ৰোহ কৰি তেওঁক মাৰি পেলায় বুলি ছুলতানৰ ভয় লাগিল।

ইপিনে সৌ সেনাপতিয়ে দ্বীপটোত থৈ যোৱাৰ পিচত আবু ছিৰে সাগৰত জাল মাৰিবলৈ ধৰিলে; জালত বহুত মাছ লাগিল। সি এইদৰে বহুত মাছ ধৰিলে। তেতিয়া সি মনতে ভাবিলে: মই বহুত দিন মাছ খাবলৈ পোৱা নাই: এইবুলি বৰ ডাঙৰ মাছ এটা বাছি লৈ ভাবিলে যে সেনাপতি আহিলে সি তেওঁক কৈ সেই মাছটোকে ৰান্ধি খাব। কটাৰী এখন লৈ সি মাছৰ ডিঙিটো কাটিলে; পিচে কাটোতে ডিঙিৰ ওচৰতে কটাৰীখন কিহবাত লাগি ধৰাত সি সেইটোনো কি চালে। দেখিলে যে সেইটো ছুলতানৰ ছাব-মোহৰ মৰা আঙঠি। মাছটো আঙঠিটো গিলি সেই দ্বীপৰ কাষ পাইছিলহি; এনেতে জালত লাগিল। আবু ছিৰে আঙঠি-টোৰ ভৌতিক শক্তিৰ কথা একো গম নাপায়; সি আঙঠিটো আঙুলিত পিন্ধি ল'লে। এনেতে ছুলতানৰ ৰান্ধনিয়ে পঠোৱা মানুহ দুটা মাছ বিচাৰি সেই ঠাইত উপস্থিত হ'লহি; আবু ছিৰক দেখা পাই সিহঁতে সুধিলে—''হেৰা, সেনাপতি ক'লৈ গ'ল?'' সি ক'লে—''মই কব নোৱাৰো।'' এইবুলি কৈ সোঁহাতখন সিহঁতৰ পিনে আগবঢ়াই দিয়াৰ লগে লগে দুয়োটা মানুহৰ মূৰ দুটা ছিগি গ'ল। এই কাণ্ড দেখি আবু ছিৰে অবাক হ'ল; সি আচৰিত হৈ ক'লে—''কোনে মাৰিলে ইহঁতক?'' তাৰ মনটো বেয়া লাগিল; পিচে সি ভাবিচিন্তি থাকোতেই সেনাপতি ঘূৰি আহি সেইখিনি পালে। তেওঁ এদ'ম মাছ, মৰা শ দুটা আৰু আবু ছিৰৰ আঙুলিত ছাব-মোহৰ থকা আঙঠিটো দেখা পালে। তাকে দেখি তেওঁ ক'লে—''হেৰা! আঙঠিটো পিন্ধি থকা হাতখন মোৰ পিনে নুঘূৰাবা। ঘূৰালেই তুমি মোকো মাৰিবা।''

তেওঁৰ কথা শুনি আবু ছিৰৰ মুখত মাত হৰিল; সি হাতখন লৰচৰ নকৰিলে। তেতিয়া সেনাপতিয়ে সুধিলে—''এই মানুহ দুটাক কোনে মাৰিলে? ''আল্লাৰ দোহাই! মই একোকে ক'ব নোৱাৰো।'' ''তুমি সঁচা কথাকে কৈছা। কিন্তু মোক কোৱাচোন। এই আঙঠিটো ক'ত পালা?'' ''মই এই মাছটোৰ ডিঙিত এই আঙঠিটো পাইছিলো।'' সেনাপতিয়ে ক'লে—''মই সকলো বুজিছো। ছুলতানৰ কাৰেঙৰ পৰা আঙঠিটো উফৰি আহি সাগৰৰ বুকুত অদৃশ্য হৈ পৰা মই

দেখা পাইছিলো। 'তাক পানীলৈ পেলাই দিয়া' বুলি হাতেৰে ইঙ্গিত দি চিঞৰ মাৰি দিওঁতেই আঙঠিটো ছিটিকি পৰিছিল। এই মাছটোৱেই আঙঠিটো গিলি থলে আৰু ভাগ্যক্রমে এইখিনিলৈ অহাত তুমি মাছটো ধৰিব পাৰিলা। পিচে এই আঙঠিটোৰ কি ভৌতিক শক্তি আছে জানানে?" আবু ছিৰে ক'লে—"মই একোকে নাজানো।" সেনাপতিয়ে তেতিয়া ক'লে—"এই ভৌতিক শক্তি থকা আঙঠিটোৰ ভয়তে সৈন্য বাহিনীয়ে ছুলতানৰ ওচৰত সেও মানি থাকে। এইটো মন্ত্রপূত আঙঠি, কাৰবাৰ প্রতি বিতুষ্ট হৈ ছুলতানে যদি তাক মাৰি পেলাব খোজে, তেন্তে তেওঁ এই আঙঠিটো সেই মানুহটোৰ পিনে টোঁৱাই দিলেই তাৰ মূৰটো ছিগি যাব। আঙঠিৰ পৰা বিজুলী সঞ্চাৰে পোহৰ ওলায় আৰু সেয়ে ছুলতানৰ অপ্রিয় ভাজন হোৱা মানুহৰ মূৰটো ছিঙি তাক মাৰি পেলায়।" সেই কথা শুনি আবু ছিৰে বং পালে; সি সেনাপতিক ক'লে—"মোক নগৰলৈ ঘূৰাই নিয়ক।" সেনাপতিয়ে ক'লে-"তাকে কৰা যাব। এতিয়া ছুলতানে তোমাৰ কিবা অপকাৰ কৰিব বুলি মই ভয় কৰা নাই। তুমি ছুলতানক মাৰিব খুজিলে হাতখন তেওঁৰ পিনে টোঁৱাই দিলেই তেওঁৰ মূৰটো ছিগি যাব। তুমি তেওঁক বা তেওঁৰ পাৰিষদ বৰ্গক মাৰিব খুজিলে অনায়াসে সকলোকে মাৰিব পাৰিবা।"

ইয়াৰ পিচত সেনাপতিয়ে তাক নাৱত তুলি নগৰলৈ ওলোটাই নিলে। আবু ছিৰ কাৰেঙলৈ গ'ল আৰু ৰাজসভাতে পাৰিষদসকলৰ মাজত ছুলতানক বহি থকা দেখিলে। ছাব-মোহৰ থকা আঙঠিটো হেৰোৱাত তেওঁৰ মন মৰি আছে; ইপিনে কাকো তেওঁ সেই কথা কবও পৰা নাই। আবু ছিৰক দেখা পায়েই ছুলতানে সুধিলে—"তোক সাগৰত পেলাই দিয়া নাছিলো জানো? আকৌ এইখিনি পালিহি কেনেকৈ?" আবু ছিৰে ক'লে—"মোক সাগৰত পেলাইদিবলৈ আপুনি আদেশ দিয়াত সেনাপতিয়ে মোক এটা দ্বীপলৈ লৈ গ'ল আৰু মোৰ ওপৰত আপোনাৰ ইমান খং উঠাৰ কাৰণ কি সুধিলে; তুমিনো ছুলতানৰ কি জগৰ লগালা? তোমাক কিয় বধ কৰিবলৈ আদেশ দিছে? মই তেতিয়া ক'লো—"আল্লাৰ দোহাই কি জগৰ লগালো মই একোকে নাজানো।" তেওঁ তেতিয়া ক'লে: ছুলতানে তোমাক উচ্চ পদমৰ্যাদা দান কৰিছিল। কোনোবাই হয়তো সেইবাবে খিয়ালতে ছুলতানৰ আগত কিবা কথা লগালে আৰু তাৰ ফলতে ছুলতান তোমাৰ প্রতি বিতুষ্ট হৈছে। পিচে মই স্নানাগাৰলৈ যাওঁতে তুমি মোক বৰ আদৰ সাদৰ কৰিছিলা। তাৰে প্রতিদান স্বৰূপে মই তোমাক মুক্তি দিম আৰু তোমাৰ নিজৰ দেশলৈ তোমাক



পঠাই দিম: এইবুলি কৈ তেওঁ মোৰ সলনি ডাঙৰ শিল এছটা থৈলাটোত ভৰাই পেলাই দিলে। পিচে মোক পানীত পেলাই দিবলৈ নির্দেশ দিবৰ বেলিকা আপোনাৰ ছাব-মোহৰ থকা আঙঠিটো আঙুলিৰ পৰা ছিটিকি গৈ সাগৰত পৰিল আৰু মাছ এটাই আঙঠিটো গিলি থ'লে। মই তেতিয়া সাগৰত জাল মাৰি মাছ ধৰি আছিলো, জালত ধৰা মাছৰ মাজতে সেই মাছটোও আছিল। মাছটো খাবৰ মনেৰে কাটিলো আৰু তেতিয়াই এই আঙঠিটো পালো। মই আঙঠিটো পিন্ধি ললো। এনেতে ৰাজ কাৰেঙৰ পৰা মাছ বিচাৰি দুটা লগুৱা উপস্থিত হ'লহি। মই আঙঠিটোৰ শক্তিৰ কথা একোকে গম নাপাওঁ; পিচে মোৰ হাতখন সিহঁতৰ পিনে টোঁৱাই দিয়াৰ লগে লগেই সিহঁতৰ মূৰ দুটা ছিগি গ'ল। তেনেতে সেনাপতি উলটি আহিল। মোৰ আঙুলিত আঙঠিটো দেখা পাই ইয়াৰ ভৌতিক শক্তিৰ কথা মোক জনালে, এইয়া চাওক। মই আঙঠিটো আপোনাৰ ওচৰলৈ লৈ আহিছো। আপুনি মোক যথেষ্ট দয়া দেখুৱালে আৰু আপোনাৰ মহৎ উপকাৰৰ কথা মই পাহৰিব নোৱাৰিম। এইটো আপোনাৰ আঙঠি। লওক। পিচে কওক, মইনো মৃত্যুদণ্ড পাব লগীয়া হ'ল কিয়? মোৰ দোষ নো কি? তাৰ পিচত আপুনি মোক মাৰি পেলাওক। মোক মৰাৰ বাবে আপোনাৰ পাপ নহয়।" এইবুলি কৈ সি আঙঠিটো খুলি ছুলতানৰ হাতত দিলে। আবু ছিৰৰ এনে আচৰণ দেখা পাই তেওঁ বৰ সন্তোষ পালে। আঙঠিটো পিন্ধি ল'লতহে তেওঁ জীৱটো ঘূৰাই পোৱা যেন পালে। ছুলতানে উঠি গৈ নাপিতক সাৱটি ধৰি ক'লে—"মোৰ দায়-দোষ নধৰিবি। মোৰ দোষৰ বাবে ক্ষমা কৰিবি। তোৰ বাহিৰে আন কোনো মানুহে এই আঙঠিটো পালে মোক ঘূৰাই নিদিলেহেঁতেন।" আবু ছিৰে ক'লে—"মোৰ কি দোষৰ বাবে আপোনাৰ ইমান খং উঠিছিল, সেই কথা মোক কওকচোন।" ছুলতানে উত্তৰ দিলে—"তই ইমান মহৎ কাম কৰি ইয়াকে প্রমাণ কৰিলি যে তোৰ মনত একো অসৎ অভিপ্রায় নাই। সেই ধোবাটোৱেহে মোৰ আগত তোৰ কথা লগাইছিলহি।" এইবুলি ছুলতানে আবু কিৰে কোৱা সকলোবোৰ কথা ক'লে।

আবু ছিৰে তেতিয়া ক'লে—"আল্লাৰ দোহাই! মই খৃষ্টান ৰজাক চিনি নাপাওঁ; খৃষ্টান দেশলৈ মই কোনো কালে যোৱা নাই আৰু আপোনাক হত্যা কৰাৰ কথাই মোৰ মনত কেতিয়াও ঠাই পোৱা নাই। এই ধোবাজন মোৰ নগৰে মানুহ; আলেকজেন্দ্রিয়া নগৰত আমি দুয়ো ওচৰা-ওচৰিকৈ বাস কৰিছিলো। তাত কষ্টেৰে জীৱন কটাব লগীয়া হোৱাত ভাগ্যক বিচাৰি সেই দেশৰ পৰা ওচি

আহিলো। আহিবৰ সময়ত আনি কোৰাণ পাঠ কৰি এইবুলি চুক্তিবদ্ধ হৈছিলো যে আমাৰ ভিতৰত যিজনেই আগতে কাম পায় তেঁৱেই কাম নোপোৱাজনক নিজৰ ভাগি খুৱাব লাগিব।" এইদৰে সি ছুলতানৰ আগত সকলো কথা বিৱৰি ক'লে। আবু কিৰে কেনেকৈ তাৰ ধন চুৰ কৰিলে আৰু কেনেকৈ তাক বেমাৰী অৱস্থাতে এৰি থৈ গ'ল, এইবোৰ কথা কোৱাৰ উপৰিও গাথিৰ ধন ভাগি চন্তৰী-টোৰে তাক তালাপী কৰাৰ কথা, আবু-কিৰৰ দোকানত গৈ উপস্থিত হওঁতে সি তাক চোৰ বুলি গালি-শপনি পাৰি উবাইখুৰাই মৰিওৱাৰ কথাও জনালে। এইদৰে সকলো কথা কোৱাৰ মূৰত সি ছুলতানক ক'লে—"চুলি সৰা ঔষধটো তৈয়াৰ কৰি আপোনাক দিবলৈ তেৱেঁই মোক বুধিটো দিছিল আৰু কৈছিল যে মোৰ স্নানাগাৰত বোলে অকল সেইটো বস্তুহে নাই; বাকী সকলোবোৰ আছে। জাহাপনা! এই ঔষধটো বিষাক্ত নহয়। আমৰ দেশত এইটো ঔষধকে স্নানাগাৰত ব্যৱহাৰ কৰে। মইহে ঔষধটোৰ কথা পাহৰি আছিলো। ধোবাই তাকে মনত পেলাই দিছিল। মই আপোনাক সকলো কথা ক'লো। মোৰ কথা সঁচা নে মিছা, তাৰ প্ৰমাণ লব খুজিলে আপুনি সেই চন্তৰীটো আৰু ধোবাৰ দোকানৰ কাৰিকৰ-কেইটাক মতাই আনি সুধিব পাৰে।"

সেইমতে ছুলতানে সিহঁতক মতাই আনি নানান প্ৰশ্ন কৰিলে আৰু সিহঁতেও সঁচা কথাকে ক'লে। তেতিয়া ছুলতানে ক'লে যে গুদা ভৰি আৰু খালি মূৰেৰে ধোবাক হাত কেৰেয়া মাৰি ধৰি আনিব লাগে। ধোবা তেতিয়া নিজৰ ঘৰত বহি আছিল; নাপিত আবু-ছিৰৰ মৃত্যু হ'ল বুলি ভাবি সি উলাহ মনেৰে আছে। পিছে সি একো গম ধৰিবলৈ নৌ পাওঁতেই ছুলতানৰ চিপাহীয়ে আহি তাক আটক কৰিলে। তাক গতিয়াই বাহিৰলৈ উলিয়াই আনিলে আৰু হাত কেৰেয়া লগাই ছুলতানৰ আগত থিয় কৰিলেহি। সি দেখিলে যে ছুলতানৰ কাষতে আবু ছিৰ বহি আছে আৰু সমুখত থিয় দি আছে—সিহঁত আগতে থকা ঠাইৰ চন্তৰীটো আৰু দোকানৰ কাৰিকৰকেইটা। চন্তৰীটোৱে ধোবাক সুধিলে—"তুমি যাৰ ধন চুৰ কৰি নিছিলা আৰু যাক বেমাৰী অৱস্থাত পেলাই থৈ গুচি গৈছিলা, তোমাৰ সেই বন্ধুজন এইজনেই নহয় জানো?" কাৰিকৰকেইটায়ো তাক সুধিলে—"এই মানুহ জনকে ধৰি কোবাবলৈ আপুনি আমাক আদেশ দিয়া নাছিল জানো?" এইদৰেই আবু কিৰৰ নীচ কামবোৰ ছুলতানৰ আগত প্ৰমাণিত হ'ল; তাক নগুৰ শাস্তি দি বধ কৰিবলৈ ছুলতানে সিদ্ধান্ত ল'লে। সেইদেখি তেওঁ চিপাহীবোৰক ক'লে—



"তাক নগৰৰ বাটে বাটে আৰু বজাৰৰ মাজেদি ঘূৰাই ফুৰিবি। তাৰ পিচত থৈলাত ভৰাই সাগৰত পেলাই দিবি।" তেতিয়া আবু ছিৰে মাত লগালে—"জাহাপনা! মই তেওঁৰ মুক্তিৰ বাবে প্ৰাৰ্থনা জনাইছো, তেওঁ মোক যি কৰিলে, সেই সকলোবোৰৰ বাবে মই তেওঁক ক্ষমা কৰিছো।" কিন্তু ছুলতানে ক'লে—"তোৰ ওচৰত কৰা অপৰাধৰ বাবে তই ক্ষমা কৰিব পাৰ। কিন্তু সি মোৰ ওচৰত যি অপৰাধ কৰিলে, তাৰ বাবে মই কেতিয়াও ক্ষমা নকৰো।" এইবুলি কৈ চিপাহীবোৰক আদেশ দিলে--"লৈ যা ইয়াক।"

চিপাহীবোৰে তাক নগৰৰ বাটে বাটে ঘূৰাই লৈ ফুৰিলে; তাৰ পিচত চূণৰ থৈলা এটাত ভৰাই তাক সাগৰত পেলাই দিলে। এইদৰেই তাৰ মৃত্যু হ'ল। ইয়াৰ পিচত ছুলতানে নাপিতক সুধিলে—"আবু ছিৰ। তোক কি লাগে ক। যি বিচাৰ তাকেই দিম।" সি কলে—"মোৰ আৰু ইয়াত থাকিবৰ মন নাই। আপুনি মোক স্বদেশলৈ ঘূৰাই পঠোৱাৰ ব্যৱস্থা কৰি দিলেই হ'ব।" ছুলতানে তেতিয়া তাক বহুতো ধন-সোণ দান কৰিলে; লগতে এখন জাহাজ আৰু বহুতো বয়বস্তুও দিলে; জাহাজ চলাবৰ বাবে দাস কিছুমানো দিলে। ছুলতানে আনকি ৰাজিৰ পদটোও তাক যাচিছিল; পিচে নাপিত সেই পদ লবলৈ সন্মত নোহোৱাত তেওঁ এই বয়বস্তুবোৰকে দিলে। ছুলতানৰ পৰা বিদায় লৈ সি জাহাজত উঠিল। জাহাজ গৈ আলেকজেন্দ্ৰিয়াৰ পাৰত লাগিল। পাৰত নমাৰ পিচত দাস এটাই পানী-যুৰঁলীত থৈলা এটা দেখা পাই আবু ছিৰক ক'লে—"সাগৰৰ পাৰতে ডাঙৰ থৈলা এটা দেখা পাইছো। থৈলাৰ মুখখন বান্ধি থোৱা আছে; তাৰ ভিতৰত কি আছে কব নোৱাৰো।" তেতিয়া আবু ছিৰ গৈ থৈলাটোৰ মুখখন খোলালে; দেখিলে যে সেইটোৱেই আবু কিৰৰ মৰা শ। সি শটো কঢ়িয়াই নিয়াই আলেক-জেন্দ্ৰিয়াৰ কাষতে কবৰ দিলে। সেই খিনিতে ফুলনি এখন পাতিলে। কবৰখনাৰ দুৱাৰমুখতে ফলক এখনত এইখিনি কথা লিখি দিলে–

"মানুহৰ পৰিচয় কামৰ মাজতে
মহত্বৰ চিনাকিও তাৰ মাজতেই;
পৰ চৰ্চা নকৰিবা আনেও কৰিব
আনক নিন্দিলে তুমি, আনেও নিন্দিব;
অসৎ বচন তুমি কৰা পৰিহাৰ
ধেমালিতো তেনে কথা কদাপি নকৰা;

নিমাষিত কুকুৰক আমি লগতেই ৰাখোঁ
সিংহক ৰাখিলে কিন্তু লাগিব শৃঙ্খল
নহ'লে সি ঘটাব প্ৰমাদ ।
মৰাশ ওপঙি ফুৰে সাগৰ-বুকুত
মুকুতাৰ মণি থাকে পাৰৰ বালিত,
চিলনীৰ পৰাক্ৰম পাৰই নোৱাৰে ৰোধিব
নিজৰ মূৰ্খালিতে তাৰ ঘটিব পতন ।
আকাশত লিখা আছে এইষাৰ বাণী
"দয়ালু জনেহে পায় শ্ৰেষ্ঠ প্ৰতিদান।"
তিতালাও কালি তুমি মধু নিবিচাৰিবা
উৎসৰ স্বাদেই হ'ব স্বাদ আপোনাৰ ।

আবু ছিৰে কিছু দিন কটোৱাৰ মূৰত আল্লাই তাৰ জীৱনৰ অৱসান ঘটালে। তাৰ লগৰীয়া আবু কিৰৰ কবৰৰ ওচৰতে তাকো কবৰ দিয়া হ'ল । তেতিয়াৰ পৰা ঠাই ডোখৰ আবু কিৰ আৰু আবু ছিৰ বুলি জনাজাত হৈ উঠিল । মূৰকত কিন্তু মানুহে ঠাইডোখৰৰ নাম আবু কিৰ বুলিহে কবলৈ ধৰিলে ।

# কবৰ-ৰক্ষকৰ কাহিনী

জাঁহাপনা ! কালি নিশা মই এঠাইত ভোজ খাবলৈ গৈছিলোঁ । তাত কোৰাণ পাঠ কৰা হৈছিল । আইনজনা আৰু শাস্ত্ৰজনা লোকসকলো তাত উপস্থিত আছিল । কোৰাণ পাঠ কৰা হ'লত মেজত খাদ্য-সম্ভাৰ পৰিবেশন কৰিলে । অন্যান্য বস্তুৰ লগতে নহৰু দি ৰন্ধা মঙহৰ আঞ্জা এখনো দিছিল । আমি খাবলৈ বহিলোঁ ; কিন্তু এজন মানুহ খোৱা পাতত নবহিলহি ; তেওঁ একোকে হাতেৰেই নুচুলে । আমি তেওঁকো খাবলৈ মাতিলোঁ ; তেওঁ নাহিল । আমাক মাত্ৰ ক'লে— "মোক নধৰিব আৰু । এবাৰ ইয়াকে খাওঁতে যি হ'ব লাগে হ'ল । সেয়ে মোৰ কাৰণে যথেষ্ট ।" তেতিয়া আমি তেওঁক সুধিলোঁ—"আপুনি নহৰু দি ৰন্ধা মঙহ কিয় নাখায়, তাৰ কাৰণটো আমাক কওকচোন ।" তেতিয়া তেওঁ ক'লে— "মই এইবিধ বস্তু খাবলৈ হ'লে চল্লিশবাৰ চাবোনেৰে, চল্লিশবাৰ খাৰেৰে আৰু চল্লিশবাৰে আদাৰে হাত ধুব লগীয়া হ'ব, মুঠতে এশ কুৰি বাৰ হাত ধুব লাগিব ।" গৃহস্থই তেতিয়া তেওঁক হাত ধুবলৈ সেইবোৰ বস্তু যতনাই দিবৰ কাৰণে লগুৱাক নিৰ্দেশ দিলে । সেইমতে হাত ধোৱাৰ যোগাৰ হোৱাত মানুহজন খাবলৈ বহিল ; মঙহ খাবলৈ লওঁতে কিন্তু তেওঁ অস্বস্তি বোধ কৰা যেন লাগিল । তেওঁৰ হাতৰ কঁপনি উঠা দেখি আমি আচৰিত হ'লোঁ ; কঁপা হাতেৰে তেওঁ মঙহ এটুকুৰা তুলি লয় । এনেতে আমি দেখিলোঁ যে তেওঁৰ হাতৰ বুঢ়া আঙুলিটো নাই ; চাৰিটা আঙুলিৰেহে তেওঁ খাবলৈ লৈছে । আমি তেতিয়া সুধিলোঁ—"আপোনাৰ বুঢ়া আঙুলিটো কি হ'ল ? জন্মৰ পৰাই আঙুলিটো নাই নেকি ? নে কিবা দুৰ্ঘটনাৰ ফলতহে আঙুলিটো হানি হ'ল ?" তেওঁ তেতিয়া উত্তৰ দিলে—"বন্ধুসকল! অকল এইখন হাতৰে নহয়, দুয়োখন আৰু দুয়োটা ভৰিৰ বুঢ়া আঙুলিকেইটা মই হেৰুৱাব লগীয়া হ'ল ।" এইবুলি তেওঁ বাওঁহাতখন আৰু ভৰিদুটা দেখুৱালে । আমি বৰ আচৰিত হ'লোঁ । সেইদেখি ক'লোঁ—"আপোনাৰ কাহিনীটো শুনিবৰ

বাবে আমাৰ বৰ কৌতুহল জন্মিছে। আপুনি বুঢ়া আঙুলি কেইটা কেনেকৈ হেৰুৱালে আৰু এশ একুৰিবাৰ হাত ধোৱে কিয় ?"

তেওঁ তেতিয়া কবলৈ আৰম্ভ কৰিলে—"খলিফা হাৰুণ-অল ৰছিদৰ দিনত বাগদাদ নগৰত মোৰ পিতৃয়েই ঘাই সদাগৰ আছিল, তেতিয়া তেৱেঁই আটাইতকৈ চহকী মানুহ আছিল। সুৰাপান আৰু আমোদ প্ৰমোদৰ মাজতেই তেওঁ দিন কটাবলৈ ধৰিলে। সেইদেখি তেওঁৰ মৃত্যুৰ পাচত সা-সম্পত্তি একেবাৰেই বাকী নাথাকিলত মই তেওঁক কবৰ দিলো—তেওঁৰ সদ্‌গতিৰ হকে কোৰাণ পাঠ কৰালো। কিছুদিনৰ মূৰত পিতৃৰ দোকানখন মই আকৌ মুকলি কৰিলো। দোকানত বয়বস্তু অলপ-মানহে আছিল। কিন্তু সিপিনে ধাৰৰ অন্ত নাই। ধাৰ দিওঁতাসকলৰ লগতে এটা বন্দবস্ত কৰি মই ঋণ পৰিশোধ কৰিবৰ বাবে কিছু সময় ল'লো। তাৰ পিচত বেহাবেপাৰ কৰি প্ৰতি সপ্তাহে যি পাবো অলপ অলপকৈ তেওঁলোকৰ ধাৰ মাৰিবলৈ ধৰিলো। এইদৰেই মই সকলো ধাৰ পৰিশোধ কৰিলো আৰু তাৰ পাচৰ পৰাই মোৰ হাতত অলপ অলপকৈ ধন গোট খাবলৈ ধৰিলে।

এদিন মোৰ দোকানত বহি থাকোতেই হঠাৎ এগৰাকী ৰমণী মোৰ আগত উপস্থিত হ'লহি। মানুহগৰাকী দেখাত ধুনীয়া। সাজপাৰ আৰু অলঙ্কাৰ পাতিৰে সু-সজ্জিতা হৈ আছিল। তেওঁ খচ্চৰ এজনীৰ ওপৰত উঠি আহিছিল; লগতে দুটা নিগ্ৰো দাসো আহিছিল। বজাৰৰ ওচৰতে তেওঁ ৰ'লহি; দাস এটাই তেওঁক ক'লে—"আইদেউ এইপিনে আঁতৰি আহক; নহ'লে কোনোবা মানুহৰ চকুত পৰিব।" মানুহটোৱে তেওঁৰ সমুখত থিয় দি আঁৰ কৰি ধৰিলে আৰু তেওঁ দোকানবোৰৰ পিনে চালে। পিচে মোৰ দোকানখনৰ বাহিৰে আন সকলো-বোৰ দোকান তেতিয়া বন্ধ হৈ আছিল। সেইদেখি তেওঁ মোৰ দোকানলৈকে আহিল; মোৰ দোকানতে বহি তেওঁ অভিবাদন জনালে। তেওঁৰ মাতটো বৰ মধুৰ; তেনে মধুৰ কণ্ঠস্বৰ মই কেতিয়াও শুনা নাছিলো। তেওঁ বোৰ্খাটো খোলাৰ মূৰত পূৰ্ণিমাৰ জোনৰ দৰে মুখ এখন ওলাই পৰিল। প্ৰথম দৃষ্টিতে মই তেওঁৰ প্ৰেমত নিমগ্ন হ'লো।

তেওঁ মোক সুধিলে—"আপোনাৰ দোকানত ভাল কাপোৰ আছেনে ?" মই তেতিয়া ক'লো—"মই দুখীয়া মানুহ। আপুনি অনুগ্ৰহ কৰি অলপ সময় বাট চাওক। বাকীবোৰ দোকান খুলিলেই মই আপোনাক বঢ়িয়া কাপোৰ আনি দিম।" এইবুলি আমি কথা পাতিবলৈ ধৰিলো। মূৰকত দোকানীবোৰে দোকান খুলিলে।



তেতিয়া মই গৈ তেওঁ বিচৰা মতে কানি-কাপোৰ আনি দিলো; সেইখিনি কাপোৰৰ দাম পাচ হেজাৰ মোহৰ। তেওঁ দাসটোৰ হাতত কাপোৰ খিনি দি বজাৰৰ পৰা ওলাই খচ্চৰত উঠি গুচি গ'ল; তেওঁ নো ক'ৰ পৰা আহিছিল সেই কথা মোক নক'লে আৰু ময়ো সুধিবলৈ সঙ্কোচ বোধ কৰিলো। দোকানীবোৰে কাপোৰৰ দাম সাধিবলৈ অহাত মই নিজেই সেই পাচ হেজাৰ মোহৰ দিবলৈ গাত ল'লো। সেই নাৰীৰ প্ৰেমত আৱদ্ধ হৈ মই ঘৰমুৱা হ'লো। ঘৰলৈ গৈ খাবও নোৱাৰিলো, শুবও নোৱাৰিলো, মাত্ৰ তেওঁৰ ৰূপৰ কথাকে ভাবি থাকিলো।

এইদৰে এসপ্তাহ পাৰ হ'ল। দোকানীবোৰে কাপোৰৰ দাম বিচাৰি আহিলে তেওঁলোকক আৰু এসপ্তাহ কাল বাট চাবলৈ অনুৰোধ জনাওঁ। তাৰ পিচত তেওঁ আকৌ এদিন খচ্চৰত উঠি দাসকেইটাৰ লগত মোৰ দোকানলৈ আহিল। তেওঁ ক'লে—"আপোনাৰ কাপোৰৰ দামখিনি দিয়াত পলম হ'ল। ছাৰাফ এজনক মাতি আনকচোন; আপোনাক দিবলগীয়া ধনখিনি দিওঁ।" মই তেতিয়া ছাৰাফক মাতি আনিলো; তেওঁ টকা ভঙাই দিয়াত দাসটোৱে ধনখিনি গণি মোৰ পিনে আগবঢ়াই দিলে। ইয়াৰ পিচত আমি দুয়ো কিছুসময় কথা-বতৰা পাতি থকাৰ মূৰত দোকানবোৰ খুলিলে। তেতিয়া তেওঁ মোক কিছুমান কাপোৰ আনি দিবলৈ ক'লে। ময়ো তেওঁ বিচৰা কাপোৰবোৰ আন দোকানীৰ পৰা আনি দিলো। তেওঁ সেইবোৰ লৈ গুচি গ'ল; দামৰ বিষয়ে একো কথাকে মোৰ আগত নক'লে। তেওঁ গুচি যোৱাৰ পিচতহে মোৰ অনুশোচনা হ'ল। মই কি কাম কৰিলো। তেওঁ মোক যিমান ধন দি থৈ গ'ল তাৰ পাচ গুণ বেছি দামৰ কাপোৰ লৈ গ'ল! মোৰ ভয় লাগিল; কিয়নো দোকানীক ধন দিওঁতেই দেখোন মই দেৱলীয়া হব লাগিব। মনতে ভাবিলো—"দোকানীবোৰে মোৰ বাহিৰেতো আন কাকো চিনি নাপায়। এই মানুহজনীয়ে নিশ্চয় ৰূপৰ পোহাৰ মেলি মোক ঠগিলে। মই ডেকা মানুহ—সেইদেখি মোক ফান্দত পেলালে। মই ঠিকনাৰ খবৰ নোলোৱাৰ কাৰণে তেওঁ বোধকৰো বিদ্ৰূপৰ হাঁহি মাৰিছে।" এইদৰে চিন্তা-ভাৱনাৰ মাজেদি দিন কটালো। এটা মাহ পাৰ হৈ গ'ল; তথাপি তেওঁৰ দেখাদেখি নাই। ইপিনে দোকানীবোৰে মোক ইমান তাগাদা দিবলৈ ধৰিলে যে মই উপায় নোপোৱা হ'লো, মূৰকত মই মোৰ সা-সম্পত্তিকে বেচি দিবলৈ ঠিক কৰিলো।

দুখ-বেজাৰ কৰি দোকানত বহি থাকোতেই এদিন তেওঁ আকৌ মোৰ দোকানলৈ আহিল। তেওঁক দেখা মাত্ৰেই মোৰ মনৰ পৰা সকলো দুখ-বেজাৰৰ

ভাব আতৰি গ'ল। তেওঁ মোৰ ওচৰলৈ আহি মধুৰ কণ্ঠেৰে সম্ভাষণ জনাই ক'লে—"ছাৰাফ এজনক মাতকচোন; আপোনাক দিবলগীয়া ধনখিনি ভাঙি দিয়ক।" বস্তুখিনিৰ বাবে মই যিমান ধন পাব লাগে তাতকৈ বেছিকৈহে তেওঁ দিলে। তাৰ পিচত তেওঁ মোৰ লগত কথা পাতিবলৈ ধৰিলে; মোৰ মনত আনন্দই নধৰা হ'ল, এনেতে তেওঁ সুধিলে—"আপুনি বিয়া কৰালে নে নাই?" মই ক'লো—"নাই কৰোৱা। কোনো নাৰীৰ লগত মোৰ পৰিচয় ঘটা নাই।" মোৰ তেতিয়া দুগালেদি চকুলো বৈ গ'ল। তেওঁ সুধিলে—"আপুনি কান্দিছে কিয়?" মই ক'লো—"একো হোৱা নাই।' ইয়াৰ পিচত মই চল বুজি দাসটোৰ হাতত সোণৰ মোহৰকেইটামান গুজি দি তাক খাটনি জুৰিলো যে সি মোৰ হিয়াৰ বাতৰি তেওঁৰ আগত ব্যক্ত কৰিব লাগে। পিচে সি হাঁহি মাৰি ক'লে—"তেওঁহে আপোনাৰ প্ৰতি বেছিকৈ আকৃষ্ট হৈছে। তেওঁ আপোনাৰ পৰা বহুত কানি-কাপোৰ কিনি নিছে; পিচে আচলতে তেওঁৰ সেইবোৰৰ একো আৱশ্যক নাই। আপোনাৰ প্ৰতি আকৃষ্ট হোৱাৰ কাৰণেই তেওঁ এইবোৰ কিনিছে, সেইদেখি আপুনি নিজেই তেওঁক সকলো কথা জনাওক। তেওঁ আপোনাক নিৰাশ নকৰে।" মই তাৰ লগত কথা পাতিবৰ সময়ত তেওঁ আঁতৰি গৈছিল। দাসটোৰ হাতত ধন গুজি দিয়াৰ পিচত তেওঁ উলটি আহি নিজৰ আসনত বহিল। মই তেতিয়া তেওঁক ক'লো—"মোৰ মনৰ কথা ব্যক্ত কৰিব খুজিছো; দায়-দোষ হ'লে ক্ষমা কৰিব।" এইবুলি কৈ তেওঁক সকলো কথা কলো; তেওঁ একো আপত্তি নকৰিলে। দাসটোৰ হাতত মোলৈ চিঠি দি পঠাব বুলিও ক'লে আৰু লগতে জনালে—"দাস-টোৰে যি কৰিবলৈ কয় তাকেই কৰিব।" ইয়াৰ পিচত তেওঁ গুচি গ'ল, মই দোকানীবোৰক দিবলগীয়া ধনখিনি দিলো। কিন্তু বিৰহ-যন্ত্ৰনাত সেইদিনা নিশা চকুৰ টিপ মাৰিব নোৱাৰিলো।

কেইদিন মানৰ মূৰত তেওঁৰ দাসটো মোৰ ওচৰলৈ আহিল; মই তাক আদৰ-সাদৰ কৰি তেওঁৰ কথা সুধিলো। সি ক'লে—"সচাকৈ তেওঁ আপোনাৰ প্ৰতি বৰ আসক্ত হৈছে।" মই তেতিয়া সুধিলো—"তেওঁ নো কোন?" সি ক'লে—"হাৰুণ-অল ৰছিদৰ ৰাণী জুবেদাৰ আশ্ৰিতা; ৰাণীয়ে তেওঁক হেৰেমৰ বান্দী পাতিব খুজিছে, ৰাণীয়ে তেওঁক ইচ্ছা মতে য'লৈ ত'লৈ যাবলৈ দিয়ে। তেওঁ ৰাণীক আপোনাৰ কথা কৈছিল আৰু আপোনাৰ লগত বিবাহ সূত্ৰত আৱদ্ধ



হবৰ বাবে অনুমতি দিবৰ কাৰণেও খাটিছিল। পিচে ৰাণীয়ে ক'লে—'ডেকাজনক নেদেখাকৈ মই মত দিব নোৱাৰো; তোৰ যোগ্য মানুহ হ'লে মই অৱশ্যে বিয়াত মত দিম।' সেইদেখি আমি এতিয়া আপোনাক মনে মনে কাৰেঙলৈ নিয়াৰ সুযোগ এটা বিচাৰি আছো, আপুনি যদি মনে মনে কাৰেঙৰ ভিতৰলৈ যাব পাৰে, তেন্তে অভীষ্ট সিদ্ধি হ'ব। কিন্তু কথাটো সদৰি হৈ গ'লে ৰাণী জুবেদাই আপোনাৰ শিৰচ্ছেদ কৰাব, আপুনি। কি কয়, এতিয়া?"

মই ক'লো—"মই যাম; ধৰা নপৰিবৰ বাবেও সাৱধান হ'ম।" তেতিয়া সি ক'লে—"টাইগ্ৰীছ নদীৰ পাৰত ৰাণী জুবেদাই সজোৱা মছজিদটোলৈ আজি নিশা আপুনি যাব। তাতে নামাজ পঢ়ি নিশাটো কটাব।" ময়ো মান্তি হ'লো, নিশা মছজিদটোলৈ গৈ নামাজ পঢ়ি নিশাটো কটালো। ধলপুৱাতে দেখিলো যে কিছুমান দাস নাও বাই আহিছে; সিহঁতে উদং পেৰা কিছুমান আনি মছজিদৰ ভিতৰ সোমালেহি, সেইবোৰ তাতে থৈ সিহঁত গুচি গ'ল; মাত্ৰ এটা মানুহ তাত থাকিল; মই অবাক হৈ চাই আছিলো; এনেতে দেখিলো যে সেইটোৱেই মোৰ লগত আগতে কথা পতা দাসটো। এনেতে মই প্ৰণয়াৱদ্ধ হোৱা সেই নাৰী গৰাকী সেইখিনিত উপস্থিত হ'লহি। মই তেওঁক আকোৱালি ধৰিলোগৈ। অলপ সময় কথা বতৰা পতাৰ মূৰত তেওঁ মোক পেৰা এটাৰ ভিতৰত সোমাবলৈ ক'লে; মই ভিতৰ সোমোৱাৰ পিচত তেওঁ পেৰাটোত তলা লগাই দিলে। ইয়াৰ পিচত কিছুমান টোপোলা হাতত লৈ বাকীবোৰ দাসো উলটি আহিল। তেওঁ সেই টোপোলাবোৰ পেৰাবোৰৰ ভিতৰত ভৰাই এটা এটাকৈ সকলোবোৰ পেৰাতে তলা লগাই থলে। তাৰ পিচত দাসবোৰে পেৰাকেইটা নাৱত তুলিলেগৈ; ৰাণী জুবেদাৰ কাৰেঙ অভিমুখে নাও মেলি দিয়া হ'ল। তেতিয়া মোৰ মনত চিন্তাই বাঁহ ললেহি—"যদি মোৰ কামনা আৰু অবিবেচনাই মোক মৃত্যুৰ গৰাহলৈ ঠেলি নিয়ে! কিন্তু কথা হ'ল মোৰ মনোবাঞ্ছা পূৰণ হ'ব জানো?" পেৰাৰ মাজতে চেপেটা লাগি সোমাই থাকিলো; বিপদৰ পৰা ৰক্ষা কৰিবৰ কাৰণে আল্লাৰ চৰণত মিনতি জনালো। নাওখন গৈ কাৰেঙৰ দুৱাৰমুখ পোৱাত মানুহবোৰে পেৰা-কেইটা পাৰলৈ কঢ়িয়াই নিলে; মই সোমাই থকা পেৰাটোও লৈ গ'ল। কাৰেঙৰ পালি-প্ৰহৰীৰ মাজেদি পেৰাবোৰ সিহঁতে কঢ়িয়াই নিলে; প্ৰধান ৰক্ষকৰ কাষ পোৱাত সি টোপনিৰ পৰা উঠি চিঞৰি চিঞৰি ছোৱালীজনীক সুধিলে—"পেৰা-বোৰৰ ভিতৰত কি আছে?"

"এইবোৰত ৰাণী জুবেদাৰ কানি-কাপোৰ আছে।" "এটা এটাকৈ পেৰাবোৰ খোল ; এইবোৰৰ ভিতৰত কি আছে মই চাম।" "তুমি কিয় এইবোৰ খুলি চাব খুজিছা ?" "মোৰ লগত তৰ্ক নকৰিবা। পেৰাবোৰ খুলি চাবই লাগিব।" এইবুলি কৈ সি আগবাঢ়ি আহিল। মানুহবোৰে যিটো পেৰা তাৰ পিনে আগবঢ়াই দিলে, সেইটোৰ ভিতৰতে মই সোমাই আছিলো। সি পেৰাটোত হাত দিয়া গম পায়েই মোৰ ভয়তে জীৱ উৰিল। তেনেতে ছোৱালীজনীয়ে প্ৰধান-ৰক্ষকক ক'লে—"তুমি দহ হেজাৰ মোহৰৰ মল্যৰ বয়বস্তু নষ্ট কৰিবলৈ হ'লে নিজেও মৃত্যুদণ্ড পাবা আৰু ময়ো মৰিব লাগিব ! ইয়াত ৰঙচঙীয়া কাপোৰ আছে আৰু মক্কাৰ জেমজেম প্ৰস্ৰবনৰ পানীৰ পাত্ৰকেইটামান আছে।" তেতিয়া প্ৰধান ৰক্ষকে ক'লে—"বাৰু তেন্তে ! পেৰাবোৰ লৈ যা।"

তেতিয়া দাসবোৰে পেৰাকেইটা লৈ গ'ল। এইদৰে গৈ থাকোতেই হঠাৎ কোনোবাই কোৱা শুনিলো—"সৰ্বনাশ ! খলিফা ! খলিফা আহিছে !" এইকথা শুনি ভয়তে মোৰ বুকু কঁপিবলৈ ধৰিলে। মই আল্লাৰ নাম ল'লো—"হে আল্লা ! মোক ৰক্ষা কৰা, মোৰ নিজৰ দোষতে আজি এই বিপদত পৰিলো।" এনেতে খলিফাই ছোৱালীজনীক সোধা শুনিলো—"এই পেৰাবোৰৰ ভিতৰত কি আছে ?" তেওঁ ক'লে—"ৰাণী জুবেদাৰ কানি-কাপোৰ আছে।" তেতিয়া খলিফাই ক'লে—"মোৰ আগত খুলি দেখুৱাব লাগিব।" এইকথা শুনাৰ লগে লগে মোৰ বুকুৱে ধান বনাদি বান্ধিলে। 'হে আল্লা ! আজি মই নিৰ্ঘাত মৃত্যুৰ মুখত পৰিলো। কেনেবাকৈ ৰক্ষা পৰিলে মই ছোৱালীজনীক বিয়া কৰাব পাৰিম। কিন্তু ধৰা পৰাৰ পৰা ৰক্ষা নাই যেন দেখিছো ! তৰোৱালৰ ধাপত ডিঙি যায় যেন লাগিছে ! হে আল্লা ! মোক ৰক্ষা কৰা।"

তেনেতে ছোৱালীজনীয়ে খলিফাক ক'লে—"ৰাণী জুবেদাই এই পেৰাকেইটা নিবৰ কাৰণে মোক নিৰ্দেশ দিছিল। এইবোৰৰ ভিতৰত থকা বস্তুবোৰ আনক দেখুৱাবলৈ বাৰণ কৰি দিছে।" খলিফাই তেতিয়া ক'লে—"চালে একো ক্ষতি নহয় ! এইবোৰ খুলিবই লাগিব। ইয়াত কি আছে মই চামেই।" এইবুলি কৈ খলিফাই দাসবোৰক আদেশ দিলে—"পেৰাবোৰ মোৰ কাষলৈ লৈ আহ।" মই তেতিয়া মৃত্যু সুনিশ্চিত বুলি ভাবিলো আৰু ভয়তে মূচকচ গ'লো। দাসবোৰে এটা এটাকৈ পেৰাবোৰ আগবঢ়াই দিলে ; খলিফাই খুলি চাই দেখিলে যে সেইবোৰত ধুনীয়া ধুনীয়া কানি-কাপোৰ আৰু অন্যান্য বয়বস্তু কিছুমান আছে।



এইদৰে সিহঁতে এটা এটাকৈ পেৰাবোৰ খুলি গ'ল আৰু খলিফায়ো প্ৰতিটো পেৰাৰ ভিতৰৰ বস্তুবোৰ চাই গ'ল। প্ৰত্যেকটোতে কানি কাপোৰ আদি থকা দেখিলে। শেষত চাবলৈ থাকিল—মই সোমাই থকা পেৰাটো। দাসকেইটাই সেইটো পেৰা খুলিবলৈ লওঁতেই ছোৱালীজনীয়ে খলিফাক ক'লে—"আপুনি এই পেৰাটো ৰাণী জুবেদাৰ সমুখত চোৱাহে ভাল হ'ব ; ইয়াত তেখেতৰ গোপনীয় বস্তু আছে।" এই কথা শুনি খলিফাই পেৰাবোৰ ভিতৰলৈ নিবলৈ আদেশ দিলে। মানুহবোৰে তেতিয়া পেৰাকেইটা কঢ়িয়াই নিলে। বাকীবোৰৰ লগতে মই সোমাই থকা পেৰাটোও হেৰেমৰ ভিতৰলৈ নি কোঠা এটাৰ ভিতৰত থ'লেগৈ।

ইয়াৰ পিচত ছোৱালীজনীয়ে পেৰাটো খুলি মোক বাহিৰলৈ আনিলে আৰু ক'লে—"ভয় নকৰিব। এতিয়া আপোনাৰ একো হানি-বিঘিনি হ'ব নোৱাৰে। আপুনি নিশ্চিন্ত মনেৰে বহি থাকক। ৰাণী জুবেদা ইয়ালৈ আহিলে আপোনাৰ মনোবাঞ্ছা নিশ্চয় পূৰণ হ'ব।" মই অলপ সময় বহি থকাৰ মূৰতে দহজনী ৰূপহী লিগিৰী সোমাই আহিল। সিহঁতে দুটা শাৰী পাতি থিয় দিলে—তাৰ পিচত একুৰি কুমাৰীৰ লগত ৰাণী জুবেদা কোঠাটোৰ ভিতৰলৈ আহিল ; গাৰ কানি-কাপোৰ আৰু অলঙ্কাৰৰ ভৰত তেওঁ যেন খোজ কাঢ়িবই নোৱাৰা হৈছে। তেওঁ আওৱাই অহাৰ মূৰত দাসীবোৰ কোঠাটোৰ পৰা ওলাই গ'ল। মই তেতিয়া আগবাঢ়ি গৈ তেওঁৰ ওচৰত মূৰ দোঁৱালো, তেওঁ মোক বহিবলৈ কোৱাৰ মূৰত বহিলো। তাৰ পিচত ৰাণীয়ে মোক বংশ-পৰিয়াল, আৰ্থিক অৱস্থা আদিৰ কথা সুধিলে ; ময়ো তেওঁক সন্তোষ দিব পৰা ধৰণে উত্তৰ দি গ'লো। তাৰ পিচত তেওঁ ছোৱালীজনীক ক'লে—"তোক তুলি-তালি ডাঙৰ কৰাটো তেন্তে অসাৰ্থক হোৱা নাই।" এইবাৰ মোৰ পিনে চাই ক'লে—"এই ছোৱালীজনী আমাৰ নিজৰ ছোৱালীৰ নিচিনা। আল্লাৰ ওপৰত ভাৰসা ৰাখি তাইক তোমাৰ হাতত গতাবলৈ আগবাঢ়িছো।" মই আকৌ তেওঁৰ ওচৰত মূৰ দোৱালো ; ছোৱালীজনীক মোলৈ বিয়া দিব বুলি জানি আনন্দত অধীৰ হৈ উঠিলো। ৰাণীয়ে মোক দহ দিন কাৰেঙতে থাকিবলৈ ক'লে, ময়ো সেইমতে দহ দিন থাকিলো ; সেইকেইদিনৰ ভিতৰত এদিনলৈকো ছোৱালীজনীক লগ নাপালো ; ৰক্ষিতা এজনীয়েহে মোক দুয়োবেলা খাবলৈ দি গৈছিলহি।

ইয়াৰ পিচত ৰাণী জুবেদাই তেওঁৰ আদৰুৱা লিগিৰিজনীৰ বিয়াৰ কথাটো খলিফাৰ আগত উলিয়ালে। খলিফাই বিয়াত মত দিলে আৰু ছোৱালীজনীক

যৌতুক হিচাপে দহ হেজাৰ সোণৰ মোহৰ দিলে। ৰাণীয়ে তেতিয়া কাজীক মতাই আনি বিধি মতে বিয়াখন পাতি দিলে। মিঠাই তৈয়াৰ কৰি হেৰেমৰ দাসীমহলত বিতৰণ কৰি দিয়া হয়। এইদৰে আৰু দহটা দিন কটোৱাৰ মূৰত মোৰ পত্নীয়ে গা ধুবলৈ যাওঁতে লিগিৰীহঁতে কাঁহী এখনত খোৱাবস্তুবোৰ আনি মোৰ সমুখত থলেহি ; নানান ধৰণৰ মঙহৰ আঞ্জাৰ লগতে এটা বাটিত নহৰু দি ৰন্ধা কুকুৰাৰ মঙহো আছিল ; পেষ্টা, চেনি, কস্তুৰী আৰু গোলাপজলৰ গোন্ধত বাটিটো আমোল-মোলাই আছিল। মই আৰু বাট চাবলৈ নহ'ল ; সেই মঙহ খিনি খাবলৈ ধৰিলো ; খাওঁতে খাওঁতে আৰু খাব নোৱাৰা হলো। খাই উঠি হাতখন মোহাৰি থ'লো ; ধুবলৈ নহ'ল। লাহে লাহে নিশা হ'ল ; কোঠাত মম জ্বলাই দিলে। নৰ্তকীহঁতে নাচি নাচি গীত গাই কইনাক আগবঢ়াই আনিলে। জাকজমক সাজপাৰ পিন্ধাই সিহঁতে কইনাক কাৰেঙৰ কেওপিনে ঘূৰাই ফুৰালে। তাৰ পিচত কইনাক আনি মোৰ আগত উপস্থিত কৰালে। ইয়াৰ পিচত কোঠাটোৰ পৰা আনবোৰ মানুহ ওলাই যোৱাত মই নব-বধুক কাষ চপাই আনিলো ; কিন্তু মোৰ হাতত নহৰুৰ গোন্ধ পোৱা মাত্ৰেই তেওঁ ডাঙৰকৈ চিঞৰ মাৰি দিলে। চিঞৰ শুনি দাসীবোৰ দৌৰি আহি কোঠাৰ ভিতৰ সোমাল।

মই একো গমকে ধৰিব নোৱাৰিলো ; ভয়তে মোৰ গাৰ কঁপনি উঠিল। দাসীবোৰে সুধিলে—"কি হৈছে ?" নৱবধূৱে ক'লে—"এই বলিয়াটোক মোৰ কাষৰ পৰা আঁতৰাই নে। মানুহটোৰ জ্ঞান-বুদ্ধি আছে বুলি ভাবিছিলো।" মই তেতিয়া সুধিলো—"মোক কিয় বলিয়া বুলি কৈছা ?" তেওঁ ক'লে—"বলিয়া নহয় কি ! নহৰু দিয়া মঙহ খাবলৈ কিহে পাইছিল ? এইবোৰ খাই হাত ধুবলৈকো পাহৰিলে ! এনে অসৎ আচৰণৰ বাবে মই শাস্তি দিমেই। লেতেৰা হাতেৰে বিচনাত উঠিবহি লাগেনে ?" এইবুলি কৈয়েই চাবুক এডাল টান মাৰি আনি উৰাই-ঘূৰাই মোৰ পিঠিত কোবাবলৈ ধৰিলে। মাৰৰ কোবত মই মূছকছ গ'লো। তাৰ পিচত তেওঁ লিগিৰীহঁতক ক'লে—"এওঁক কটোৱালৰ ওচৰলৈ লৈ যা। নহৰু দিয়া মঙহ খোৱা আৰু সেইবোৰ খাই হাত নোধোৱাৰ শাস্তি স্বৰূপে হাতখনকে কাটি পেলাবলৈ কৰি।" সেইকথা শুনি মই ক'লো—"মই নহৰু দিয়া মঙহ খাই হাত নোধোৱা বাবেই মোৰ হাতখন কাটি পেলাবা নে ?" লিগিৰীহঁতেও তেওঁক খাটিলে—"মানুহজন বৰ হোজা। এইবাৰলৈ তেওঁক শাস্তি দিব নালাগে।



কিন্তু তেওঁ ক'লে—"নহয়—ইয়াৰ গত্যন্তৰ নাই। দোষৰ বাবে শাস্তি হব লাগিব।" ইয়াৰ পিচত তেওঁ তাৰ পৰা ওলাই গ'ল। পিচৰ দহটা দিন মই তেওঁক দেখা নাপালো। সেইকেইদিন তেওঁ দাসী এজনীৰ হতুৱাই মোক খাদ্য সামগ্ৰীৰ যোগান ধৰাইছিল। দাসীৰ মুখেই গম পালো যে নহৰুৰ গোন্ধ পোৱা বাবেই তেওঁ অসুস্থ হৈ পৰিল।

সেইকেইটা দিন পাৰ হোৱাৰ মূৰত তেওঁ মোৰ ওচৰলৈ আহি ক'লে—"হাত নোধোৱাকৈ নহৰু দিয়া মঙহ কেনেকৈ খাব লাগে, মই তাকে শিকাই দিম।" এইবুলি কৈ তেওঁ লিগিৰীবোৰক মাতিলে। সিহঁতে আহি মোৰ হাত-ভৰি বান্ধি পেলালে। তেওঁ তেতিয়া খুৰ এখন লৈ মোৰ হাত আৰু ভৰিৰ বুঢ়া আঙুলি কেইটা কাটি পেলালে। মই মূছকছ গ'লো। কটা ঠাইত তেওঁ ঔষধ লগাই দিলে ; তেজ বন্ধ হোৱাৰ পিচত মই ক'লো—"মই নহৰু দিয়া মঙহ যদি কেতিয়াবা খাওঁ, তেন্তে চল্লিশ বাৰ খাৰেৰে, চল্লিশ বাৰ আদাৰে আৰু চল্লিশ বাৰ চাবোনেৰে হাত ধুম।" তেওঁ তেতিয়া আল্লাৰ নামত মোক এই মৰ্মে শপত খুৱাই ল'লে। সেইদেখি আপোনালোকে নহৰু দিয়া মঙহ খাবলৈ দিয়াত মই অস্বস্তি বোধ কৰিছিলো আৰু মনতে ভাবিছিলো—"এইবোৰকে খোৱাৰ কাৰণেই মই হাত-ভৰিৰ বুঢ়া আঙুলিকেইটা হেৰুৱাব লগীয়া হ'ল।" পিচে আপোনালোকে খাবৰ কাৰণে টানি ধৰাত প্ৰতিজ্ঞা পালন কৰাটোহে উচিত হ'ব বুলি ভাবিলো।

# কাইৰ'ৰ প্ৰধান কটোৱালৰ কাহিনী

এবাৰ মই দহোটা চোৰক ফাঁচী দিয়ালো। সুকীয়া সুকীয়া ফাঁচী-কাঠত শ কেইটা ওলমি থাকিল। কোনেও যাতে শ কেইটা তাৰ পৰা নমাই নিব নোৱাৰে তালৈ লক্ষ্য ৰাখিবৰ বাবে মই প্ৰহৰীবোৰক আদেশ দি থৈছিলো। কিন্তু পিচ দিনা ৰাতিপুৱা সেই ঠাইলৈ আহি দেখা পালো যে তাৰে এডাল ফাঁচী-কাঠত দুটা শ ওলমি আছে। তাকে দেখি প্ৰহৰীকেইটাক সুধিলো —"কোনে এই কাম কৰিলে ? দশম ফাঁচী-কাঠ ডাল কি হ'ল ?" সিহঁতে একোকে নাজানে বুলি ক'লে ; মই তেতিয়া কোবাব খোজাত সিহঁতে সৈ কাঢ়িলে—"কালি নিশা পৰ দি থাকোতেই আমাৰ টোপনি আহিল। সাৰ পাই দেখিলো যে কোনোবাই এটা শ চুৰ কৰি নিলে ; লগতে ফাঁচী কাঠ ডালো লৈ গ'ল। আপোনাৰ খং উঠে বুলি আমাৰ ভয়তে জীৱ উৰিল। এনেতে খেতিয়ক এটা গাধত উঠি অহা দেখা পালো। আমি সেই মানুহটোকে ধৰি আনিলো আৰু তাক মাৰি এই ফাঁচী-কাঠ ডালতে ওলোমাই থলো।"

সিহঁতৰ কথা শুনি মই তেনেই অবাক হলো ; সিহঁতক সুধিলো—"মানুহ-টোৰ লগত কি কি বস্তু আছিল ?" সিহঁতে ক'লে—"সি গাধটোৰ পিঠিত তুলি দুটা টোপোলা কঢ়িয়াই আনিছিল।" মই আকৌ সুধিলো—"সেই টোপোলা-কেইটাৰ ভিতৰত কি আছিল ?" সিহঁতে উত্তৰ দিলে—"আমি ক'ব নোৱাৰো।" মই তেতিয়া টোপোলাকেইটা আনিবলৈ আদেশ দিলো। সেইকেইটা মোকলাবলৈ কোৰাত সিহঁতে টোপোলাকেইটা খুলিলে। দেখিলো যে তাৰ ভিতৰত কাটি টুকুৰা-টুকুৰ কৰি থোৱা মৰা শ এটা আছে। মই অবাক হৈ মনতে ভাবিলো—"হে আল্লা ! তোমাৰ কি অপাৰ মহিমা ! এই মানুহটোক হত্যা কৰাৰ জগৰতে খেতিয়কটো ফাঁচী-কাঠত ওলমিব লগীয়া হ'ল ! হে আল্লা ! তুমি তোমাৰ সেৱক-বৃন্দৰ প্ৰতি কেতিয়াও অবিচাৰ নকৰা।"

# মুচী আৰু তাৰ ঘৈণীয়েক

এসময়ত কাইৰো নগৰত এটা মুচী আছিল। তাৰ নাম মাৰুফ আৰু তাৰ ঘৈণীয়েকৰ নাম ফাটিমা। মানুহে তাইক ডাইনী বুলিছিল ; তাইৰ স্বভাৱ বেয়া আছিল ; কাম-কাজো একোকে নাজানে। তদুপৰি তাই আছিল—নিলাজী আৰু লোকৰ অপকাৰ কৰি ফুৰা তিৰোতা। গিৰিয়েক আছিল তাইৰ হাতৰ মুঠিত ; দিনটোত এশবাৰমান তাই গিৰিয়েকক গালি-শপনি পাৰে। তাইৰ উগ্ৰ মূৰ্তিটো দেখিলে গিৰিয়েকেও ভয় কৰে। মানুহটো ধীৰ স্বভাৱৰ ; নিজৰ মান-সন্মানৰ প্ৰতি সি সচেতন আছিল ; পিচে তাৰ আৰ্থিক অৱস্থাহে বেয়া। সি যদি সৰহকৈ ধন ঘটি আনে, তেন্তে ঘৈণীয়েকৰ বাবেই সকলো খিনি ধন খৰচ কৰি শেষ কৰিব লগীয়া হয়। পিচে সৰহ ধন লৈ ঘৰলৈ যিদিনা উলটিব নোৱাৰে, সেইদিনা তাই মানুহটোৰ জীৱন অতীষ্ঠ কৰি তোলে। এইদৰে ঘৈণীয়েকৰ হাতত নানান লাঞ্চনা ভোগ কৰাৰ পিচত এদিন ঘৈণীয়েকে তাক ক'লে—"আজি গধূলি মোক বাদাম আৰু মৌ দিয়া পিঠা এটা আনি দিব লাগিব।" সি তেতিয়া ক'লে—"আল্লাৰ কৃপাত যদি দুপইচা হাতত পৰেহি তেন্তে আনি দিম। আজি মোৰ হাতত ফুটা-কড়ি এটাও নাই। আল্লাই নিশ্চয় চকু মেলি চাব।" তাই মাত লগালে—"সেই-বোৰ কথাই গা নুজুৰায়। আল্লাই দিয়া-নিদিয়াৰ কথা মোক কেলৈ লাগিছে ? বাদাম আৰু মৌ দিয়া পিঠা আনিব নোৱাৰিলে মোৰ আগত দেখাকে দিবহি নালাগে। নানিলে কিন্তু মই ভালকৈ এসেকা দিম।"

সি হুমুনিয়া কাঢ়ি ক'লে—"হে আল্লা ! তুমি দয়াৰ সাগৰ।" তাৰ পিচত নামাজ পঢ়ি উঠি তাৰ দোকান খুলিলেগৈ। দোকানখন খুলিয়েই সি প্ৰাৰ্থনা জনালে —"হে আল্লা ! পিঠাৰ দামটো যোগাৰ কৰি দিবলৈ তোমাক খাটনি জুৰিছো। আজি ৰাতি এই মুখ চোকা মানুহজনীৰ অত্যাচাৰৰ গৰাহত মই যেন পৰিবলগীয়া

নহয়।" বুলি আহি মূৰৰ ওপৰ পোৱালৈকে সি বোন্দাপৰ দিলে ; কিন্তু কাম কৰাবলৈ বুলি কোনো গ্ৰাহক তাৰ কাষলৈ নাহিল। ঘৈণীয়েকলৈ তাৰ বৰ ভয় লাগিল। মূৰকত সি দোকানখন বন্ধ কৰি ওলাই গ'ল। ৰুটি কিনিবলৈকো তাৰ হাতত পইচা নাই ; এনে স্থলত বাদাম দিয়া পিঠাটো কিনিব কেনেকৈ ? সি তেনেই বিমোৰত পৰিল। পিঠা বেচা দোকানীটোৰ দোকানৰ সন্মুখত থিয় দি থাকোতে বেজাৰত তাৰ চকুলো বৰলৈ ধৰিলে। দোকানীয়ে তাক দেখি সুধিলে —"হেৰা মাৰুফ ! তুমি কান্দিছা কিয় ? কি হ'লনো ? কোৱাচোন মোক।" সি তেতিয়া সকলো কথা ভাঙি-পাতি ক'লে। লগতে ক'লে—"মোৰ তিৰোতাজনী বৰ মুখৰা। সেই ডাংকাচিজনীক পিঠা এটা লাগে। পিচে ভৰ দুপৰলৈকে দোকানত বহি থকা সত্ত্বেও ৰুটি কিনাৰ জোখাৰেই পইচা নাপালো। সেই দেখি মোৰ এতিয়া ভয় লাগিছে।" দোকানীটোৱে হাঁহি মাৰি ক'লে—"একো ভয় কৰিব নালাগে বাৰু। তোমাকনো কেই সেৰ লাগে ?" মাৰুফে ক'লে—"আঢ়ৈ সেৰ।" দোকানীটোৱে তেতিয়া বাদাম দিয়া পিঠা আঢ়ৈসেৰ জুখি দিলে আৰু লগতে ক'লে —"মোৰ হাতত চেকি থোৱা মাখনহে আছে, মৌ নাই। অৱশ্যে কুহিয়াৰৰ ৰস আছে ; কুহিয়াৰৰ ৰস মৌ-জোলতকৈয়ো ভাল হ'ব। তাকে দিলেনো কি হানি হ'ব ?"

মাৰুফে আপত্তি কৰিবলৈ সংকোচ বোধ কৰিলে ; কিয়নো দোকানীৰ পৰা সি বস্তুখিনি বাকীকৈহে নিব। সেইদেখি সি ক'লে—"কুঁহিয়াৰৰ ৰসকে দিয়া।" দোকানীয়ে বাদাম দিয়া পিঠা এটা মাখন সানি সেকিলে আৰু তাৰ পিচত কুহিয়াৰৰ ৰসত জুবুৰিয়াই দিলে। তেতিয়া সি মাৰুফক সুধিলে—"তুমি পনীৰ নিনিয়া নেকি ?" সি ক'লে—"নিম"। দোকানীয়ে পিঠাৰ লগতে ৰুটি আৰু পনীৰো দিলে ; লগতে ক'লে—"বস্তুখিনি বাকীকৈ দিছো। তুমি এইখিনি লৈ ঘৰলৈ যোৱাগৈ। ঘৈণীয়েৰাৰ লগত দন-হাই নকৰিবা। যেতিয়া পাবা তেতিয়াই মোৰ ধাৰ মাৰিবা।" মাৰুফৰ বুকুৰ পৰা যেন বোজা এটাহে খহি গ'ল। সি দোকানীৰ গুণ গাই বস্তুখিনি লৈ ঘৰমুৱা হ'ল।

ঘৰ পালতে ঘৈণীয়েকে সুধিলে—"বাদাম দিয়া পিঠা আনিছা নে ?" সি পিঠাটো আগবঢ়াই দিলে। তাই পিঠাটো চালে। পিচে কুহিয়াৰৰ ৰসত দিয়া বুলি গম ধৰিব পাৰি তাই ক'লে—"মৌ-জোল দিয়া পিঠাহে আনিবলৈ কৈছিলো ! মই তাকে কোৱা কাৰণেই হবলা তুমি কুহিয়াৰৰ ৰসত জুবুৰিওৱা পিঠা লৈ আহিলা।



দায় সাৰিবৰ মনেৰে সি ক'লে—"মই এইটো কিনি অনা নাই ; বাকীকৈহে আনিছো।" কিন্তু তাই এইবুলিহে উত্তৰ দিলে—"মই মৌ-জোল দিয়া পিঠাৰ বাহিৰে আন পিঠা নাখাওঁ।" তাৰ পিচত খঙত জ্বলি-পকি তাই পিঠাটো তাৰ মুখলৈ মাৰি পঠিয়াই ক'লে—"এতিয়াই গৈ আন এটা পিঠা আনি দিব লাগিব।" এই বুলি কাণতলীয়া চৰ এটা মাৰি পঠিওৱাত তাৰ দাঁত এটা সৰি গ'ল। হো হোৱাই তেজ ওলাই বুকুৰেদি বৈ গ'ল। সিয়ো খঙৰ ভমকত তাইৰ মূৰতে লাহেকৈ ভুকু এটা মাৰি দিলে। সি ভুকু মাৰি দিয়াত তাই তাৰ ডাঢ়ি কোচাত খামোচ মাৰি ধৰি চিঞৰিবলৈ ধৰিলে—"কোন ক'ত আছা, মোক ৰক্ষা কৰাহি।" চিঞৰ-বাখৰ শুনি ওচৰ-চুবুৰীয়া মানুহ লৰি আহিল ; তেওঁলোকে আহি তাইৰ খামোচৰ পৰা মাৰুফৰ ডাঢ়ি কোচা এৰুৱাই দিলে। সকলো কথা শুনি তেওঁলোকে পিচে ঘৈণীয়েককহে গৰিহণা দিলে ; তেওঁলোকে ক'লে—"আমি দেখোন কুহিয়াৰৰ ৰস সানিয়েই পিঠা খাওঁ। তুমি সেই কথাটো লৈয়েই বেচেৰা মানুহটোক এইদৰে জীয়াতু ভোগাব লাগে নে ? এনেবোৰ কথাৰ বাবে দহে তোমাকহে নিন্দিব।" এইদৰে বুজাই-বঢ়াই সিহঁত হালক শান্ত কৰি থৈ তেওঁলোক ঘৰাঘৰি গ'ল।

পিচে মানুহবোৰ যোৱাৰ পিচতে তাই পিঠা মুখত নিদিয়ে বুলি শপত কাঢ়িলে। মাৰুফে পেটৰ কলমলনিত তৎ পোৱা নাছিল ; সি ভাবিলে—"তাই দেখোন নাখাওঁ বুলিয়েই শপত কাঢ়িলে। এতেকে ময়েই খাই থওঁ।" এইবুলি সি পিঠাটো খাবলৈ ধৰিলে ; তাকে দেখি ঘৈণীয়েকে দাঁত কৰচি ক'লে—"আল্লাই ইয়াত বিহ মিলাই দি এই বাকসটোক যেন মাৰি নিয়ে।" সি হাঁহি মাৰি উত্তৰ দিলে—"শগুণৰ শাওত বুঢ়া গৰু নমৰে। তুমি দেখোন এইটো পিঠা নাখাওঁ বুলি ক'লা। কাইলৈ যদি আল্লাই কৃপা কৰে তেন্তে মই মৌ-জোলত জুবুৰিওৱা পিঠা এটা লৈ আহিম। তুমি সেইটোকে খাবা।" সি যিমানে ঘৈণীয়েকক বুজাবলৈ যায়, ঘৈণীয়েকে সিমানে বেছিকৈ গালি-শপনি পাৰে। ওৰে নিশাটো তাই বকিয়েই থাকিল। ৰাতিপুৱা তাই তাক মাৰিবৰ বাবে খেদা মাৰি অহা দেখি সি ক'লে—"মোক অলপ সময় দিয়া। তোমাক আন এটা পিঠা আনি দিম।" এইবুলি কৈ সি মছজিদলৈ গৈ নামাজ পঢ়িলে আৰু তাৰ পিচত তাৰ দোকানখন খুলিলেগৈ। সি দোকানত বহিছেহে ; এনেতে কাজীৰ আদালতৰ পৰা দুটা পিয়াদা আহি তাৰ আগত উপস্থিত হ'ল। সিহঁতে ক'লে—"ব'ল। তোক কাজীয়ে মাতিছে। ঘৈণীয়েৰে তোৰ বিৰুদ্ধে গোচৰ দিছে।" সিহঁতে দিয়া বৰ্ণনাৰ পৰাই সি বুজিলে যে সেইজনী তাৰ ঘৈণীয়েকেই

হয় । "আল্লাই তাইক ইয়াৰ বাবে শাস্তি দিব"--এইবুলি কৈ সিহঁতৰ লগতে কাজীৰ ওচৰলৈ গ'ল । সি ফাটিমাক দেখা পালে ; তাইৰ এখন হাতত কাপোৰ মেৰাই থৈছে ; ওৰণা খনত তেজ লাগি আছে । কান্দি কান্দি তাই চকুলো মচি আছে ।

কাজীয়ে তাক সুধিলে--"আল্লাৰ ভয়-ভ্ৰান্তি তোৰ নোহোৱা হ'ল নেকি ? এই নিমাখিত মানুহজনীক মৰিয়াই তাইৰ হাতখন কিয় ভাঙিলি ? তাইক মৰিয়াই দাঁত সৰুৱাই দিলি কিয় ?" মাৰুফে তেতিয়া ক'লে--"মই যদি মাৰিছো আৰু দাঁত সৰুৱাইছো, তেন্তে আপুনি মোক যি শাস্তি দিব খোজে তাকে দিয়ক । কিন্তু আচল কথা সেইটো নহয় ।" এইবুলি সি সকলো কথা ক'লে । কাজী জন বৰ দয়ালু আছিল । তেওঁ মাৰুফৰ হাতত অলপ পইচা দি কলে--"এই পইচা খিনি ল । ঘৈণীয়েৰক মৌ-জোলত জুবুৰিওৱা পিঠা আনি দিবি । তহঁত হালে আৰু কাজিয়া নকৰিবি ।" মাৰুফে কলে--"পইচা খিনি তেওঁৰ হাততে দিয়ক ।" তাই পইচাখিনি ললে আৰু তাৰপিচত কাজীয়ে কলে--"হেৰৌ তই গিৰিয়েৰৰ কথা মতে চলিবি । আৰু তই মানুহজনীক ভাল ব্যৱহাৰ কৰিবি ।" সিহঁতো আদালতৰ পৰা ওলাই গ'ল । মানুহজনী এটা বাটেদি গলগৈ ; মাৰুফ গ'ল আন এটা বাটেৰে । সি গৈ তাৰ দোকানত উপস্থিত হ'ল । দোকানত বহিবলৈ লওঁতেই পিয়াদাকেইটা তাৰ ওচৰত উপস্থিত হলহি ; সিহঁতে কলে--"আমাৰ মাচুলখিনি দে ।" সি ক'লে--"কাজীয়ে মোক জৰিমনা কৰা নাই ; তেওঁহে মোক অলপ ধন দিলে ।" সিহঁতে তেতিয়া কলে--"কাজীয়ে তোৰ পৰা ধন ললে নে তোকেই ধন দিলে, সেইবোৰ কথা আমাক কিয় লাগিছে ? তই যদি আমাৰ মাচুলখিনি নিদিয়, তেন্তে আমি নিজেই তোৰ পৰা কড়াই-ক্ৰান্তিয়ে আদায় কৰি লম ।" ইয়াৰ পিচত সিহঁতে তাক বজাৰৰ মাজেদি টানি লৈ গ'ল ; সি জোতা চিলাই কৰা সা-সজুলিবোৰকে বেচি সিহঁতক ধন দিয়াতহে সিহঁতে তাক এৰি দিলে । সিহঁত গুচি যোৱাৰ পিচত সি মূৰে কপালে হাত দি দুখমনেৰে বহি থাকিল । এতিয়া কাম কৰিবলৈ তাৰ আহিলা-পাতি খিনিও নোহোৱা হ'ল ।

এনেতে দুটা মানুহ ওলালহি ; সিহঁতে কলে--"হেৰৌ মানুহটো । তই এতিয়াই কাজীৰ ওচৰত উপস্থিত হবগৈ লাগিব । তোৰ ঘৈণীয়েৰে কাজীৰ ওচৰত গোচৰ দিছে ।" সি কলে--"কাজীয়ে দেখোন অলপ আগতে আমাৰ কাজিয়া মিট-মাট কৰি দিলে ।" কিন্তু সিহঁতে কলে--"আমি আন এজন কাজীৰ ওচৰৰ পৰা আহিছো । আমাৰ কাজীৰ ওচৰতহে তোৰ ঘৈণীয়েৰে গোচৰ দিছে ।" সি তেতিয়া



সিহঁতৰ লগতে কাজীৰ ওচৰলৈ গ'ল । তাতে ঘৈণীয়েকক দেখা পাই সি সুধিলে--"আমাৰ মাজত মিটমাট হৈ যোৱা নাছিল জানো ?" তাই মাত লগালে--"তোমাৰ আৰু মোৰ মাজত একো মিটমাট হব নোৱাৰে ।" সি তেতিয়া আগবাঢ়ি আহি কাজীৰ আগত সকলো কথা কলে আৰু লগতে জনালে--"আন এজন কাজীয়ে অলপ সময়ৰ আগতে আমাৰ মাজত মিটমাট কৰাই দিছিল ।" তাকে শুনি কাজীয়ে তাইক সুধিলে--"তহঁত দুয়োৰো মাজত মিটমাট হোৱাৰ পিছত তই মোৰ ওচৰত গোচৰ দিবলৈ আহিছ কিয় ?" তাই কলে--"তাৰ পাচতে তেওঁ মোক মাৰপিট কৰিছে ।" কাজীয়ে তেতিয়া কলে--"তহঁতে মিলিজুলি থাক । তই তাইক আৰু মাৰপিট নকৰিবি আৰু তয়ো তাক আমনি নিদিবি ।" সিহঁতৰ মাজত মিটমাট হৈ গ'ল । তেতিয়া কাজীয়ে মাৰুফক ক'লে--"পিয়াদাকেইটাক সিহঁতৰ মাচুলখিনি দে ।" সিয়ো মাচুল আদায় কৰি দি দোকানলৈ উলটি গ'ল । দোকানখন খুলি সি নিজৰ দুৰ্ভাগ্যৰ কথাকে ভাবি বহি থাকিল । এনেতে এটা মানুহ তাৰ আগত উপস্থিত হলহি ; সি কলে--"মাৰুফ ! তুমি বেগেতে উঠি গৈ কেনিবা লুকাই থাকা । তোমাৰ ঘৈণীয়েৰাই ওপৰৰ আদালতত তোমাৰ বিৰুদ্ধে গোচৰ দিছে আৰু আবু টাবাক এতিয়া তোমাক ধৰি নিবলৈ আহিছে ।" এই কথা শুনিয়েই সি দোকান বন্ধ কৰি পলাল । আহিলা-পাতিবোৰ বেচি যিখিনি ধন পাইছিল, তাৰে পাচটা ৰূপৰ মুদ্ৰা তেতিয়াও তাৰ হাতত আছিল । তাৰে সি ৰুটি আৰু পনীৰ কিনি ল'লে ।

তেতিয়া আছিল জাৰকালি । গধূলি নামাজ পঢ়াৰ সময় হৈছিল ; তেনে সময়তে জাৰৰ মাজৰ পৰা সি ওলাই আহিল । এনেতে কলহৰ ধাৰে বৰষুণ দিয়াত তাৰ কানি কাপোৰ তিতি জুৰুলি জুপুৰি হ'ল । উপায় নাপাই সি কবৰ খানাত আশ্ৰয় ললেগৈ । তাতে জহি খহি যোৱা ঘৰ এটা থকা দেখি সি বৰষুণৰ পৰা সাৰিব পাৰিব বুলি ভাবি তাৰে ভিতৰ সোমাল । তাৰ চকুলো বৰলৈ ধৰিলে ; নিজৰ দুৰ্ভাগ্যৰ কথা ভাবি কলে-- "এই যখিনী তিৰোতা জনীৰ পৰা মই কেনেকৈ পলাই সাৰিম ? হে আল্লা ! মোৰ তিৰোতাই বিচাৰি উলিয়াব নোৱাৰা কোনোবা দূৰ দূৰণিৰ ঠাইলৈ মোক লৈ যাব পৰা মানুহ এজন দিয়া ।" সি এইদৰে কান্দি থাকোতেই বেৰখনত ফাট মেল খালে আৰু তাৰ মাজৰ পৰা প্ৰকাণ্ড মূৰ্তি ধাৰণ কৰি কিবা এটা ওলাই আহিল । এই দৈত্যকায় মূৰ্তিটো দেখি মাৰুফৰ ভয়তে গাৰ নোম শিয়ৰি উঠিল । সেই মূৰ্তিটোৱে তাকে সুধিলে--"হেৰৌ মানুহ । তোৰ কি হৈছে ? তই কিয় এই ৰাতিখন মোক আমনি কৰিছহি ? মই দুশ বছৰ ইয়াতে

আছো। তোৰ বাহিৰে আন কোনো মানুহ ইয়ালৈ অহা দেখা নাই। তোৰ প্ৰতি মোৰ দয়া জন্মিছে। তোক কি লাগে মোক ক। মই তোৰ ইচ্ছা পূৰণ কৰিম।" মাৰুফে তেতিয়া সুধিলে--"তুমিনো কোন ?" সি উত্তৰ দিলে-"মই ভূত।" মাৰুফে তেতিয়া নিজৰ সকলো ঘটনাৰ কথা বিবৰি কলে। ভূতটোৱে তাক সুধিলে—"তোৰ ঘৈণীয়েৰে তোক বিচাৰি উলিয়াব নোৱাৰা দেশ এখনলৈ মই তোক লৈ যাব লাগে নে কি ?" মাৰুফে তাকে কৰিব লাগে বুলি কোৱাত সি কলে--"তেন্তে মোৰ বোকোচাত উঠহি।"

সেইমতে সি বোকোচাত উঠিল আৰু ভূতটোৱে তাক লৈ উৰি যাবলৈ ধৰিলে ৰাতিপুৱা হ'লত সি মাৰুফক ওখ পৰ্বত এটাৰ টিঙত নমাই দি কলে--"এতিয়া তই পৰ্বতটোৰ তললৈ নামি যা। এখন নগৰৰ দুৱাৰ মুখত উপস্থিত হবি ; সেই পিনেদি সোমাই যাবি। তাত আৰু ঘৈণীয়েৰে তোক বিচাৰি উলিয়াব নোৱাৰে।" এই বুলি কৈ সি গুচি গ'ল। মাৰুফ অবাক হৈ সেইখিনিতে থৰ লাগি ৰ'ল। বেলি ওলোৱাৰ পিচত সি ভাবিলে--"তললৈ নামি নগৰখন বিচৰাহে ভাল হব। পৰ্বতৰ টিঙত থকাৰ পৰা একো লাভ নহ'ব।" সি পৰ্বতৰ তললৈ নামি গৈ ধুনীয়া চহৰ এখন দেখা পালে ; ওখ দেৱালেৰে নগৰখন ঘেৰি থোৱা আছে। ওখ কাৰেং ঘৰবোৰ আৰু সোণ খটোৱা ঘৰবোৰ দেখা পাই তাৰ চকু জুৰ পৰি গ'ল। সি দুৱাৰ মুখেদি চহৰৰ ভিতৰলৈ সোমাই গ'ল ; চহৰখনে যেন তাৰ মনৰ দুখ-বেজাৰ হৰি নিলে। পিচে সি বাটেদি যাওঁতে নগৰবাসীসকলে তাৰ পিনে তধা লাগি চাবলৈ ধৰিলে। তাৰ গাৰ আচহুৱা সাজটো দেখি সকলো অবাক হ'ল। তেওঁলোকে তাক বেৰি ধৰিলে আৰু তাৰে এজনে সুধিলে—"হেৰা তুমি বিদেশী মানুহ নেকি ? কোন দেশৰ মানুহ ?" সি ক'লে—"মই কাইৰ' নগৰৰ পৰা আহিছো।" "তুমি নো কাইৰ' নগৰৰ পৰা আহিলা কেতিয়া ?" "মই কালি সন্ধিয়া নামাজ পঢ়াৰ সময়তে সেই ঠাইৰ পৰা যাত্ৰা কৰিছিলো।" তাৰ কথা শুনি মানুহজনে হাঁহি হাঁহি বাকীবোৰক ক'লে—"বাইজ ! এই মানুহটোৰ কথা শুনা !" বাকীবোৰে সুধিলে—"কি কথা নো ?" "এওঁ হেনো কাইৰ'ৰ পৰা আহিছে। কালি সন্ধিয়া নামাজ পঢ়া সময়ৰ পিচতে হেনো তাৰ পৰা আহি আজি এইখিনি পাইছে !"

এই কথা শুনি সকলো মানুহে গিৰ্জনি মাৰি হাঁহি দিলে ; সকলোৱে আহি মাৰুফৰ ওচৰত জুম বান্ধিলে ; তেওঁলোকে ক'লে—"হেৰা ! তুমি বলিয়া



মানুহৰ লেখিয়াকৈ কথা কৈছা কিয় ? কালি সন্ধিয়া কাইৰ'ৰ পৰা আহি আজি ৰাতিপুৱা এই ঠাইত উপস্থিত হব পাৰে নে ? এনে গছত গৰু উঠা কথাবোৰ কোনে পতিয়াব ? কাইৰ'ৰ পৰা ইয়ালৈ আহিবলৈ হলে দেখোন এবছৰ লাগিব !" সি ক'লে—"তোমালোকহে বলিয়া হৈছা হবলা ! মই সঁচা কথাকে কৈছো। এয়া চোৱা—মই কাইৰ'ৰ বজাৰৰ পৰা কিনি অনা ৰুটি। এতিয়াও নতুন ৰুটিৰ নিচিনা হৈ আছে।" এইবুলি সি ৰুটিটো দেখুওৱাত সিহঁত অবাক হ'ল—ৰুটিটো সিহঁতৰ দেশৰ নিচিনা নহয়। তাৰ কেউকাষে মানুহৰ ভিৰ বাঢ়িবলৈ ধৰিলে। মানুহে কোৱাকুই কৰিলে—"চোৱা ! চোৱা ! সোটো কাইৰ'ৰ ৰুটি !" নগৰৰ সকলো মানুহে তাক চাবলৈ ধৰিলে। কিছুমান মানুহে তাৰ কথা বিশ্বাস কৰিলে ; কিন্তু বাকীবোৰে বিশ্বাস নকৰিলে। তেওঁলোকে তাক পেংলাই কৰিবলৈ ধৰিলে। এনেতে খচচৰ এজনীৰ পিঠিত উঠি সদাগৰ এজন সেই ঠাইত উপস্থিত হ'লহি ; তেওঁৰ পাচে পাচে দুটা কৃষ্ণকায় দাসো আহিছিল। ভিৰৰ মাজত বৈ তেওঁ ক'লে—"বিদেশী মানুহ এজনক এইদৰে বেৰি ধৰি পেংলাই কৰিব লাগেনে ? এনে গৰ্হিত কামৰ বাবে তোমালোকে লাজ পোৱা উচিত।" এইদৰে গৰিহণা দিবলৈ ধৰাত মানুহবোৰ মাৰুফৰ কাষৰ পৰা আঁতৰি গ'ল। তেতিয়া সদাগৰে তাক ক'লে—"আহা ভাই ! এই মানুহবোৰে তোমাৰ একো অপকাৰ কৰিব নোৱাৰে।"

ইয়াৰ পিচত সদাগৰে তাক এটা সুসজ্জিত ঘৰলৈ লৈ গ'ল ; তাক বহিবলৈ দিয়া বৈঠকখানাটো ৰজাৰ ঘৰৰ দৰে বঢ়িয়া। সদাগৰৰ আদেশ মতে তেওঁৰ দাসবোৰে পেৰা খুলি ধনী সদাগৰসকলে পিন্ধা কাপোৰ এসাজ উলিয়াই আনিলে। সদাগৰে মাৰুফক সেই সাজ কাপোৰ পিন্ধিবলৈ দিলে। কাপোৰ সাজে মাৰুফক তুলি ধৰিলে ; সি যেন বাণিজ্যৰ অমাত্যহে, এনে ধাৰণা হ'ল। গৃহস্থই ইয়াৰ পিচত খোৱাৰ দিহা কৰিবলৈ নিৰ্দেশ দিয়াত দাসবোৰে নানান ব্যঞ্জনেৰে খোৱাৰ যোগান ধৰিলে। দুয়ো খাবলৈ বহিল। সদাগৰে সুধিলে—"ভাই ! তোমাৰ নামটো কি ?" "মোৰ নাম মাৰুফ। ফটা জোতা চিলাই কৰি মই পেট প্ৰবৰ্ত্তাওঁ।' "তুমি কোন দেশৰ পৰা আহিছা ?" "মই কাইৰ'ৰ পৰা আহিছো।" "তোমাৰ ঘৰ কোনখিনিত ?" "আপুনি কাইৰ' নগৰ দেখিছে নেকি ? মই সেই নগৰৰে সন্তান। আমাৰ ঘৰ ৰঙা-আলিৰ দাঁতিতে।" "ৰঙা-আলিৰ শাৰীটোত থকা মানুহবোৰৰ ভিতৰত কাক কাক চিনি পোৱা ?" মাৰুফে তেতিয়া কেইবা ঘৰো মানুহৰ নাম ক'লে। সদাগৰে সুধিলে—"ঔষধৰ দোকানী শ্বেখ আহমদক চিনি পোৱা ?" "তেওঁ আমাৰ নিচেই চুবুৰীয়া মানুহ।" "তেওঁৰ গা ভাল নে ?"

"ভাল।" "তেওঁৰ ল'ৰা কেইজন ?" "তিনিজন—মুস্তাফা, মহম্মদ আৰু আলি।" "তেওঁলোকৰ কুশল নে ?" "মুস্তাফা বিদ্যান মানুহ ; তেওঁ অধ্যাপক। মহম্মদে ঔষধৰ দোকান দিছে ; বাপেকৰ দোকানৰ কাষতে দোকান দিছে। তেওঁ বিয়া-বাৰুও কৰালে ; ল'ৰা এটা হৈছে—তাৰ নাম খৈছে হাছান।" তাৰ পিচত মাৰুফে আকৌ ক'লে—"পিচে সৰু পুতেক আলি মোৰ বন্ধু আছিল ; সৰুৰে পৰা আমি দুয়ো নলে-গলে লগা বন্ধু আছিলো। আমি খৃষ্টান ল'ৰাৰ ভেশচন ধৰি গীৰ্জালৈ গৈ খৃষ্টানসকলৰ কিতাপ চুৰ কৰি আনিছিলো ; সেইবোৰ কিতাপ বেচি যি পইচা পাওঁ তাৰে আমি কিবাকিবি কিনি খাওঁ। পিচে এদিন খৃষ্টানসকলে আমাক কিতাপৰ সৈতে হাতে হাতে ধৰা পেলালে ; তেওঁলোকে আহি আমাৰ ঘৰত সকলো কথা লগাই দিলে আৰু আলিৰ বাপেকক এইবুলি ক'লে—"আপোনাৰ ল'ৰাই আমাক এইদৰে উপদ্ৰৱ কৰিছে ; আপুনি যদি বাধা নিদিয়ে, তেন্ত আমি আপোনাৰ বিৰুদ্ধে ৰজাৰ ওচৰত গোচৰ দিমগৈ।" তেওঁ তেতিয়া মানুহবোৰক বুজাই-বঢ়াই পঠিয়াই দিলে আৰু তাৰ পিচত আলিক উৰাই-ঘূৰাই কোবালে। তাৰ পিচতে আলি ঘৰৰ পৰা পলাল ; যোৱা কুৰি বছৰে তেওঁৰ দেখা-দেখি নাই ; কোনেও তেওঁৰ একো খবৰো নাপায়।" সদাগৰে তেতিয়া মাত লগালে—"ময়েই আলি—ঔষধৰ দোকানী শেখ আহমদৰ নুমলীয়া পুতেক আৰু তুমিয়েই মোৰ ল'ৰাকালৰ বন্ধু।" দুয়ো পৰস্পৰক সাৱটি ধৰিলে। তাৰ পিচত আলিয়ে সুধিলে "পিচে মাৰুফ ! তুমি নো কাইৰ'ৰ পৰা এই নগৰলৈ আহিলা কিয় ?" মাৰুফেও ঘৈণীয়েকৰ অত্যাচাৰৰ ফলত তাৰ কি দশা হৈছিল সেইবোৰ কথা কোৱাৰ মূৰত ক'লে—"সেইদেখি তাইৰ অত্যাচাৰৰ গৰাহৰ পৰা ৰক্ষা পাবৰ মনেৰে মই পলাই গ'লো ; নগৰৰ বাহিৰ ওলাই যোৱাৰ পিচত ধাৰাসাৰে বৰষুণ দিবলৈ ধৰিলে। মই তেতিয়া কবৰখানাৰ ভিতৰ সোমালো আৰু ভঙা কোঁঠা এটাৰ ভিতৰতে আশ্ৰয় ললো। তাতে বহি দুখ বেজাৰ কৰি থাকোতেই সেই ঠাইত থকা ভুতটো মোৰ আগত ওলালহি। সি মোৰ কি হৈছে, সুধিলে। ময়ো তাক সকলো কথা কলো। তেতিয়া সি মোক বোকোচাত তুলি গোটেই নিশাটো আকাশৰ ওপৰেদি উৰাই লৈ গ'ল ; শেষত সৌ পৰ্বতটোৰ টিঙত নমালেহি আৰু এই নগৰখনৰ কথা মোক ক'লে। ময়ো তেতিয়া পৰ্বতৰ পৰা নামি আহি এই নগৰত সোমালো। পিচে নগৰৰ মানুহবোৰে মোক বেৰি ধৰি প্ৰশ্ন সুধিবলৈ ধৰিলে। মই তেতিয়া তেওঁ-লোকক কলো যে মই কালিহে কাইৰ'ৰ পৰা আহিছো ; কিন্তু মোৰ কথা তেওঁ-লোকে বিশ্বাস নকৰিলে। সেই সময়ত তুমি সেইখিনিত উপস্থিত হলাহি আৰু



মানুহবোৰক মোৰ কাষৰ পৰা খেদাই দি মোক তোমাৰ ঘৰলৈ লৈ আহিলা। মই কাইৰ' ত্যাগ কৰাৰ কাহিনী ইমানেই। পিচে তুমিনো কিয় এই ঠাইলৈ আহিলা ?"

আলিয়ে কলে—"সাত বছৰ বয়সৰ পৰাই মই নানান দেশ ভ্ৰমণ কৰি ফুৰিলো ; শেষত আহি এইখন নগৰত উপস্থিত হলো ; এই নগৰৰ নাম ইখটিয়ান-অল-খাতন। মই দেখিলো যে মানুহবোৰ দয়ালু, দুখীয়া। মানুহক তেওঁলোকে পুতৌ কৰে ; দুখীয়া মানুহক বাকীকৈ বস্তু দিয়ে আৰু তেনে মানুহৰ কথা বিশ্বাসো কৰে। সেই দেখি মই তেওঁলোকক কলো—"মই এজন সদাগৰ ; মোৰ বয়-বস্তুবোৰ আহি পোৱাৰ আগতে মই ইয়ালৈ আহিলো। মোৰ বয়বস্তুবোৰ থবৰ কাৰণে এডোখৰ ঠাইৰ আৱশ্যক হৈছে।" তেওঁলোকে সেই কথাকে বিশ্বাস কৰি মোক ঘৰ এটাত থাকিবলৈ দিলে। ইয়াৰ পিচত মই তেওঁলোকক ক'লো—"মোৰ বয়বস্তুখিনি আহি নোপোৱালৈকে আপোনালোকৰ কোনোবাই মোক এহেজাৰ মুদ্ৰা ধাৰলৈ দিব পাৰিবনে ? বস্তুবোৰ আহি পালেই মই ধাৰ মাৰিম। মই কোৱা-মতেই তেওঁলোকে ধন দিলে। তেতিয়া সদাগৰসকলৰ গোলাৰ পৰা কিছুমান বস্তু কিনি আনিলো। পিচ দিনা সেইখিনি বেচি দি আঢ়ৈ কুৰি সোণৰ মোহৰ ঘটিলো। তেতিয়া আৰু কিছুমান বস্তু কিনিলো। ইপিনে মই মানুহবোৰৰ লগত মিলিজুলি থাকিলো আৰু তেওঁলোকৰ প্ৰতি উদাৰ ব্যৱহাৰ কৰিলো। সেইদেখি তেওঁলোকেও মোক ভাল পালে। মই এইদৰে বেপাৰ কৰি শেষত ধনী মানুহ হলোগৈ। বুজিছা ভাই। এষাৰ কথা আছে বোলে 'পৃথিৱীখন ভুৱা আৰু চল-চক্ৰান্তৰে ভৰা ; যি ঠাইত তোমাক কোনো মানুহে চিনি নাপায়, তাত কি কৰিলে তোমাৰ উপকাৰ হয় তাকে কৰিবা। তোমাক যেয়ে সোধে তাকে যদি তুমি কোৱা : মই দুখীয়া মুচী ; মোৰ তিৰোতাৰ হাতৰ পৰা ৰক্ষা পৰিবৰ মনেৰে মই কালি কাইৰ'ৰ পৰা আহিছো —এইবুলি ক'লে কোনেও তোমাৰ কথা বিশ্বাস নকৰে আৰু তুমি মাত্ৰ হাঁহিয়াতৰ পাত্ৰ হ'বা। আনহাতে তুমি যদি কোৱা : ভুত এটাই মোক ইয়ালৈ লৈ আহিছে :—তেতিয়া সকলো মানুহে তোমালৈ ভয় কৰিব। কোনো মানুহ তোমাৰ কাষলৈ নাহে। তেওঁলোকে তেতিয়া ক'ব : এইটো ভুতে পোৱা মানুহ। তাৰ কাষলৈ গ'লে পয়মালহে ঘটিব : এইবোৰ কথা মানুহৰ মাজত সদৰি হৈ পৰিলে তোমাক সকলোৱে হেয় জ্ঞান কৰিব। লগতে মোৰো মান-সন্মান যাব, কিয়নো ময়ো যে কাইৰ'ৰ পৰা আহিছো সেই কথা সকলোৱে জানে।"

তেতিয়া মাৰুফে ক'লে—"তেন্তে মইনো কি কৰিম ?" আলিয়ে উত্তৰ দিলে—"কি কৰিব লাগে, তাৰ বুধি মই দিম। কাইলৈ মই তোঁমাক এহেজাৰ মুদ্ৰা, এজনী খচ্চৰ আৰু এটা কৃষ্ণকায় দাস দিম ; দাসটোৱে তোমাক সদাগৰৰ গোলালৈ বাট দেখুৱাই লৈ যাব। তুমি তেওঁলোকৰ ওচৰত উপস্থিত হ'বাগৈ। ময়ো তেওঁলোকৰ মাজতে বহি থাকিম। তোমাক দেখা মাত্ৰেই মই থিয় দিম আৰু বৰ মানী মানুহক সেৱা-সৎকাৰ কৰাদি তোমাক আদৰি নিম। মই কিবা বস্তুৰ কথা উলিয়াই তোমাক যদি সোধোঁ—'আপোনাৰ হাতত এইবোৰ বস্তু আছেনে', তুমি তেতিয়া উত্তৰ দিবা 'ডেধাৰ আছে।' সদাগৰবিলাকে যদি তোমাৰ পৰিচয় বিচাৰে তেতিয়া তোমাৰ কথা বঢ়াই কৈ তুমি বৰ ডাঙৰ মানুহ বুলি চিনাকি দিম আৰু তাৰ পিচত ক'ম 'তেওঁক গুদাম ঘৰ এটা আৰু দোকান এখন জোগাৰ কৰি দিব লাগে।' তুমি বৰ ধনী আৰু উদাৰ মানুহ বুলিও মই তেওঁবিলাকৰ আগত ক'ম। কোনোবা নগনীয়াই আহি যদি তোমাক ভিক্ষা খোজে, তুমি বহুত ধন তাক দিবা। তেতিয়া মানুহবোৰে মোৰ কথা বিশ্বাস কৰিব। তুমি বৰ ধনী মানুহ বুলি তেওঁলোকে ভাবিব আৰু তোমাক আদৰ-সাদৰো কৰিব। তাৰ পিচত মই তোমাক মোৰ ঘৰলৈ নিমন্ত্ৰণ কৰিম ; লগতে বাকীবোৰ সদাগৰকো মাতিম। সকলোকে লগ পালে তেওঁলোকৰ লগত তোমাৰ চিনা-পৰিচয় হ'ব। তেতিয়া তুমি বেহা-বেপাৰ কৰিবলৈ সুবিধা পাবা আৰু অচিৰে ধনী মানুহ হ'ব পাৰিবা।"

সেইমতে পিচ দিনা আলিয়ে মাৰুফক এহেজাৰ মুদ্ৰা, এজোৰ কাপোৰ আৰু কৃষ্ণকায় দাস এটা দিলে। মাৰুফ খচ্চৰজনীৰ পিঠিত উঠাৰ মুৰত আলিয়ে ক'লে--"আল্লাই কৃপা কৰিলে তুমি মোক এইখিনি ধন পৰিশোধ কৰিব পাৰিবা। তুমি মোৰ বন্ধু ; সেইদেখি তোমাৰ প্ৰতি উদাৰ ব্যৱহাৰ কৰাটো মোৰ কৰ্তব্য। তুমি একো চিন্তা নকৰিবা। পিচে তোমাৰ তিৰোতাৰ উৎপাতৰ কথা কাৰো আগত নুলিয়াবা।" মাৰুফে ক'লে—"আল্লাই তোমাৰ মঙ্গল কৰক।" এইবুলি কৈ খচ্চৰজনীত উঠি গুচি গ'ল ; আগে আগে যোৱা দাসটোৱে বাট দেখুৱাই লৈ গ'ল। মাৰুফ গৈ সদাগৰসকলৰ গোলাৰ মুখত উপস্থিত হ'ল। বাকীবোৰ সদাগৰৰ লগতে আলিও বহি আছিল। আলিয়ে তাক দেখা মাত্ৰেই উঠি আহি দীঘল দি সেৱা কৰিলে। তাৰ পিচত ক'লে—"কি সৌভাগ্যৰ কথা। সদাগৰ মাৰুফ আহিছে দেখোন।" তাৰ পিচত বাকীবোৰ সদাগৰে দেখাদেখি মাৰুফৰ হাতত চুমা খাই সদাগৰবোৰৰ পিনে চাই ক'লে—"সদাগৰ মাৰুফৰ লগত চিনা-পৰিচয়



হ'বলৈ পোৱাটো আপোনালোকৰ বাবে সৌভাগ্যৰ কথা।" সকলো সদাগৰে তেতিয়া অভিবাদন জনালে। আলিয়ে যিদৰে সসন্মানে আদৰি নিলে, তাকে দেখি সদাগৰবোৰে মাৰুফ বৰ খিতাপী থকা মানুহ বুলি ধৰি ল'লে। আলিয়ে নিজে আহি মাৰুফক খচ্চৰজনীৰ পিঠিৰ পৰা নমাই নিলে। তাৰ পিচত এজন এজনকৈ সদাগৰবোৰক নিলগলৈ মাতি নি মাৰুফৰ গুণ বখানিবলৈ ধৰিলে। তেওঁলোকে সুধিলে—"এই মানুহজন সদাগৰ নেকি ?" আলিয়ে তেতিয়া ক'লে—"হয়। তেওঁ আটাইতকৈ ডাঙৰ সদাগৰ ; তেওঁৰ সমান ধনী মানুহ নাই। তেওঁৰ ধন সম্পদ আৰু তেওঁৰ পিতৃ-পিতামহৰ সা-সম্পত্তিৰ কথা কাইৰ'ৰ সকলো সদাগৰে জানে। তেওঁৰ কাৰবাৰৰ অংশীদাৰসকল হিন্দ, সিন্ধ আৰু আল-য়ামনতো আছে। তেওঁ অতি উদাৰ বুলি জনাজাত। সেইদেখি আপোনালোকে তেওঁৰ পদ-মৰ্যাদাৰ কথা মনত ৰাখিব আৰু তেওঁক যি পাৰে সহায় কৰি দিব। বেপাৰ কৰিবৰ বাবে তেওঁ এই নগৰলৈ অহা নাই ; দেশ ফুৰিবৰ বাবেহে আহিছে। ধন ঘটাৰ আশাৰে তেওঁ বিদেশলৈ বাট বুৰি বাই অহাৰ সকাম নাই। তেওঁৰ যিমান ধন-সম্পত্তি আছে, জুয়েও পুৰি শেষ কৰিব নোৱাৰে। তেওঁৰ আগত মই দাসৰ তুল্য।" এইদৰে আলিয়ে গুণ বখানিবলৈ ধৰিলে ; সদাগৰবোৰেও মাৰুফক বৰ ডাঙৰ মানুহ বুলি গণ্য কৰিলে আৰু পৰস্পৰৰ মাজত মাৰুফৰ গুণৰ কথাকে আলোচনা কৰিবলৈ ধৰিলে।

সদাগৰবোৰে মাৰুফক ক্ষীৰ, চৰ্বত আদি খাচিলেহি ; আনকি সদাগৰ-বোৰৰ মুখিয়ালজনেও আহি মাৰুফক অভিবাদন জনালে। এই সকলো ব্যৱসায়ীৰ উপস্থিতিতে আলিয়ে আগবাঢ়ি গৈ মাৰুফক সুধিলে—"ডাঙৰীয়া! আপুনি কিবা বয়বস্তু লগত আনিছে নেকি ?" মাৰুফে উত্তৰ দিলে—"বহুতো বয়বস্তু মোৰ লগত আছে।" ইপিনে সেইদিনাই আলিয়ে নানান ধৰণৰ দামী কানি-কাপোৰ কিছুমান তাক দেখুৱাই থৈছিল আৰু সেইবোৰৰ নামবোৰো শিকাই থৈছিল। এজন সদাগৰে মাৰুফক সুধিলে—"ডাঙৰীয়া। হালধীয়া ৰঙৰ বহল পুতলৰ কাপোৰ আপোনাৰ লগত আছে নেকি ?" মাৰুফে উত্তৰ দিলে—"হয়, বহুতো আছে।" আন এজনে সুধিলে—"তেজীৰঙা, মিহি বিধৰ কাপোৰ আছে নেকি ?" মুচীয়ে উত্তৰ দিলে—"হয়, বহুতো আছে।" এইদৰে যেয়ে যি সুধিলে, সেই সকলোকে এই বুলিয়েই সি উত্তৰ দিলে। তেতিয়া সদাগৰ এজনে ক'লে—"বুজিছে নে আলি ? আপোনাৰ দেশৰ এই মানুহজনে যদি দামী কাপোৰৰ এহেজাৰ টোপোলা চালান

দিবলৈ মান্তি হয়, তেন্তে তাকে পঠাবলৈ ক'ব—আমি ল'ম।" আলিয়ে ক'লে —"তেওঁৰ এটা গুদামৰ পৰাই সেইখিনি বস্তু যোগাব পাৰিব।"

পিচে তেওঁলোক বহি থাকোতেই এটা মগনীয়া ওলালহি ; সি সদাগৰবোৰৰ পৰা ভিক্ষা মাগিলে। কোনোবাই হয়তো দুপইচা দিলে ; কোনোবাই পইচা এটাকে দিলে। পিচে সৰহ ভাগেই তাক একোকে নিদিলে। মাৰুফৰ ওচৰত হাত পতাত মাৰুফে তাক সোণৰ মোহৰ এমুঠি দিলে ; মগনীয়াটোৱে আশীৰ্বাদ কৰি বিদায় ল'লে। ইপিনে সদাগৰবোৰে তবধ মানিলে ; তেওঁলোকে কোৱাকুই কৰিলে—"ছুলতানে ভিক্ষা দিয়াদি দিলে। অপাৰ ধন-সম্পদ নাথাকিলে মানুহে এইদৰে মগনীয়াক মুঠিয়ে মুঠিয়ে ধন নিদিয়ে।" ইয়াৰ অলপ পিচতে দুখীয়া তিৰোতা এজনী ওলালহি ; মাৰুফে তাইকো এমুঠি সোণৰ মোহৰ দিলে। তাই গৈ আনবোৰ মগনীয়াক সেই কথা কোৱাত জাকে জাকে মগনীয়া আহি মাৰুফৰ ওচৰত উপস্থিত হ'ল। সিয়ো প্ৰত্যেককে এমুঠি এমুঠিকৈ সোণৰ মোহৰ দিওঁতে হাতৰ ধন শেষ হৈ গ'ল। তেতিয়া মাৰুফে হাত চাপৰি মাৰি আল্লাৰ নাম লৈ হুমুনিয়া কাঢ়িলে। তাকে দেখি সদাগৰবোৰৰ মুখিয়ালজনে সুধিলে— "আপুনি কিবা কথাত মনত কষ্ট পাইছে নেকি ?" সি তেতিয়া ক'লে—"এই নগৰৰ সৰহ ভাগ মানুহেই দুখীয়া আৰু অভাৱগ্ৰস্ত বুলি মোৰ ধাৰণা হৈছে। সেই কথা আগতে জনা হ'লে মই বহুতো ধনৰ টোপোলা লগত লৈ আহিব পাৰিলোহেঁতেন। তেতিয়া দুখীয়া মানুহবোৰক সেই ধন বিলাই দিব পাৰিলোহেঁতেন। মগনীয়াক বিমুখ কৰাটো মোৰ নিয়ম নহয়। কিন্তু মোৰ হাতত এতিয়া ধন নাই। দুখীয়া মানুহ এটা যদি ওলায়হি, তাক এতিয়া কি বুলি ক'ম ?" মুখিয়াল সদাগৰজনে তেতিয়া ক'লে—"আপুনি মগনীয়াটোক ক'ব ; আল্লাই তোৰ ভাতমুঠিৰ যোগাৰ কৰি দিব।" কিন্তু মাৰুফে ক'লে—"মোৰ সেইটো নিয়ম নহয়। সেই কাৰণেই মই চিন্তাত পৰিছো। মোৰ বয়বস্তুবোৰ আহি পোৱালৈকে মগনীয়াক ভিক্ষা দিবৰ কাৰণে এহেজাৰ মুদ্ৰা পোৱা হ'লে !" মুখিয়াল সদাগৰজনে তেতিয়া ক'লে—"তাৰ বাবে চিন্তা নকৰিব।" এইবুলি মানুহ পঠাই এহেজাৰ মুদ্ৰা অনালে আৰু ধনখিনি মাৰুফৰ হাতত দিলে। দুপৰীয়া নামাজ পঢ়া সময়লৈকে যিমান মগনীয়া আহিল সেই সকলোকে মাৰুফে ধন দিলে। ইয়াৰ পিচত সকলোবোৰ মছজিদত নামাজ পঢ়িবলৈ গ'ল ; নামাজ পঢ়াৰ মূৰত মাৰুফে নিজৰ হাতত বাকী থকা মোহৰখিনি নামাজ পঢ়া মানুহবোৰৰ মাজত ছটিয়াই দিলে।



সকলোৰে দৃষ্টি মাৰুফৰ প্ৰতি আকৰ্ষিত হ'ল ; ইপিনে সদাগৰবোৰ মাৰুফৰ বদান্যতা দেখি তেনেই অবাক হ'ল। ইয়াৰ পিচত সি আন এজন সদাগৰৰ পৰা এহেজাৰ মোহৰ ধাৰলৈ লৈ সেইখিনিও দান কৰিলে। সদাগৰ আলিয়ে এইবোৰ কাণ্ড দেখিও একো কব নোৱাৰা হ'ল। এইদৰে ভিক্ষা দি থাকোতেই গধূলি নামাজ পঢ়াৰ সময় হ'ল ; মছজিদলৈ গৈ সি নামাজ পঢ়িলে আৰু তাৰ পিচত হাতত থকা বাকীখিনি ধন বিলাই দিলে। নিশা বজাৰ বন্ধ কৰাৰ সময়লৈকে মাৰুফে মুঠতে পাঁচ হেজাৰ মুদ্ৰা ধাৰ কৰিলে আৰু গোটেইখিনি ধন মানুহক বিলাই দিলে। ধন ধাৰ কৰিবৰ সময়ত সি প্ৰত্যেককে ক'লে—"মোৰ বয়বস্তুবোৰ অহালৈ বাট চাওক। আপোনাক যদি সোণৰ মোহৰ লাগে, তেন্তে তাকে দিম। যদি আপুনি বয়বস্তু বিচাৰে, তেন্তে বয়বস্তুকে লব। মোৰ একোৰে অভাৱ নাই।" নিশা আলিয়ে মাৰুফ আৰু আন সকলো সদাগৰক মাতি নি ভোজ খুৱালে। মাৰুফক সন্মানিত অতিথিৰ আসনত বহিবলৈ দিয়া হ'ল ; মাৰুফে কথাই কথাই কাপোৰ-কানি, মণি-মুকুতা আদিৰ কথাকে উলিয়ালে ; কোনোবাই কিবা বস্তু আছে নে বুলি সুধিলেই সি ডেধাৰ বস্তু আছে বুলি উত্তৰ দিয়ে। পিচ দিনাও মাৰুফ বজাৰত উপস্থিত হ'লগৈ ; সকলো সদাগৰৰ লগত তাৰ সদ্ভাৱ হ'ল। সি তেওঁলোকৰ পৰা আৰু ধন ধাৰলৈ ললে। এইদৰে ধাৰ কৰা ধনবোৰ দুখীয়া মানুহক বিলাই দিলে। একেৰাহে কুৰি দিন এইদৰে ধাৰ কৰোতে ধাৰৰ পৰিমাণ ষাঠি হেজাৰ মোহৰ হ'লগৈ। ইপিনে আহিবলগীয়া বয়বস্তুবোৰৰ দেখাদেখি নাই।

মুৰকত সদাগৰবোৰে পাওনা বিচাৰি হুলস্থূল লগালে ; তেওঁলোকে কোৱাকুই কৰিলে— 'সদাগৰ মাৰুফৰ বয়বস্তুবোৰ দেখোন আজিলৈকে নাহিল। এইদৰে আৰু কিমান দিনলৈ তেওঁ লোকৰ টকা লৈ দুখীয়া মানুহক বিলাব ?" তেতিয়া এজন সদাগৰে ক'লে—"আমি সদাগৰ আলিকহে ধৰিবগৈ লাগে।" সেইমতে তেওঁলোকে আলিৰ ওচৰলৈ গৈ কলে—"সদাগৰ মাৰুফৰ বয়বস্তুবোৰ দেখোন আজিলৈকে নাহিল !" আলিয়ে উত্তৰ দিলে—"আপোনালোকে ধৈৰ্য ধৰক, অৱশ্যে আহিব।" ইয়াৰ পিচত মাৰুফক অকলশৰে লগ ধৰি আলিয়ে ক'লে—"মাৰুফ ! এইবোৰ কি কাণ্ড কৰিছা ? মই হাতৰ কুঠাৰ ভৰিত মাৰিবলৈ কৈছিলো নে ? সদাগৰবোৰে পাওনা সাধি হুলস্থূল লগাইছে। তেওঁলোকে কৈছে যে তোমাৰ পৰা তেওঁলোকে ষাঠি হেজাৰ মোহৰ পাবলগীয়া আছে। অতখিনি ধন ধাৰ কৰি তুমি দুখীয়া মানুহক বিলাই দিলা ! তোমাৰ একো কাৰবাৰো নাই। ধাৰ মাৰিবা কেনেকৈ ?" মাৰুফে ক'লে—"সেইটো নো কি কথা ? ষাঠি হেজাৰ মোহৰৰ

ধাৰে নো ভাবিব লাগে নে ? মোৰ বয়বস্তুবোৰ আহি পালে মই সকলো পৰিশোধ কৰি দিম। ধন বিচাৰিলে ধন দিম, বয়বস্তু লাগিলে বয়বস্তু দিম।” আলিয়ে আচৰিত হৈ সুধিলে—“তেন্তে সঁচাকৈ তোমাৰ বয়বস্তু আহিব লগীয়া হৈ আছে নেকি ?” মাৰুফে ক'লে—“ডেখাৰ বস্তু আহিব।” আলিয়ে উত্তেজিত হৈ ক'লে—“ওকাইদাং নামাৰিবা ! মোৰ লগতো এইটো সুৰত কথা কবলৈ মই শিকাইছিলো নে ? বেচ তেনেহলে ! ময়ো মানুহৰ আগত তোমাৰ আচল পৰিচয় প্ৰকাশ কৰি দিম।” মাৰুফে ক'লে—“কি কথাবোৰ তুমি বলকি আছা ? মই দুখীয়া মানুহ বুলি ভাবিছা নেকি ? মোৰ অগাধ সম্পত্তি আছে ; বয়বস্তুবোৰ আহিলেই মই তোমালোকৰ ধাৰ মাৰিম। এগুণত দুগুণ ধন দিম। মোৰ নো ধনৰ কি অভাৱ ?” এই কথা শুনি আলিয়ে খঙত গুজৰি উঠি কলে—“মোৰ আগত এনে ডালজোৰা দিয়া কথা কোৱাৰ পোতক মই তুলিমেই।” মাৰুফে উত্তৰ দিলে—“কি কৰিব পাৰা কৰাগৈ ! মোৰ মাল-বস্তুবোৰ অহালৈকে মানুহবোৰে বাট চাই থাকিব লাগিব। তাৰ পিচত মই সকলো ধাৰ মাৰি দিম—পাওনাতকৈ বেছিকৈহে তেওঁলোকক দিম।”

তাৰ ওচৰৰ পৰা গুচি যোৱাৰ মূৰত আলিয়ে ভাবিলে—“প্ৰশংসাত পঞ্চমুখ হোৱাৰ মূৰত সেই একেটা মানুহৰে বদনাম গালে মানুহে মোকহে মিছলীয়া বুলিব। কথাতে কয় বোলে : গুণ গাই উঠি যি বদনাম গায়, দুবাৰ সি মিছা কথা কয়।”

কি কৰা যায়, সেই বিষয়ে আলিয়ে একো ভাবি উলিয়াব নোৱাৰিলে। এনেতে সদাগৰৰ দল এটা আহি তেওঁৰ আগত উপস্থিত হ'ল—“আপুনি তেওঁৰ লগত কথা পাতিছিল নে ?” আলিয়ে ক'লে—“কথাটো উলিয়াবলৈ মোৰ লাজ লাগে। ময়ো তেওঁৰপৰা এহেজাৰ মোহৰ পাবলৈ আছে ; তথাপি মই তেওঁৰ আগত এই বিষয়টো উলিয়াব নোৱাৰিম। আপোনালোকে ধন ধাৰে দিবৰ সময়ত মোক একো সোধাও নাছিল ; সেইদেখি মোৰপৰা পাওনাখিনি দাবী কৰিবও নোৱাৰে। আপোনালোকে নিজেই তেওঁৰপৰা ধনখিনি উলিয়াবলৈ চেষ্টা কৰক। যদি নিদিয়ে, তেন্তে ছুলতানৰ ওচৰত এইবুলি গোচৰ দিয়কগৈ ; তেওঁ এজন ঠগ ; আমাক ঠগি বহুত ধন নিলে : তেতিয়া ছুলতানে আপোনালোকক তেওঁৰ প্ৰৱাহৰ পৰা উদ্ধাৰ কৰিব।” সেইমতে তেওঁলোকে ছুলতানৰ ওচৰলৈ গৈ সকলো কথা জনালে ; লগতে ক'লে—“এই সদাগৰজনৰ কথাকাণ্ডবোৰ দেখি আমি অবাক হৈছো। তেওঁৰ বদান্যতা অতি বেছি। তেওঁ ধন ধাৰলৈ লয় আৰু



সেই ধনকে দুখীয়া মানুহৰ মাজত মুঠিয়ে মুঠিয়ে বিলাই দিয়ে। তেওঁ দুখীয়া মানুহ হোৱা হলে এইদৰে মুঠিয়ে মুঠিয়ে সোণৰ মোহৰ খৰচ কৰিবলৈ তেওঁৰ মন নগ'লহেঁতেন। ইপিনে আকৌ তেওঁ ধনী মানুহ হোৱা হ'লে তেওঁৰ বয়বস্তুবোৰ এইখিনি পালেহিহেঁতেন আৰু আমি তেওঁৰ ওপৰত বথা আস্থাও ৰক্ষা পৰিলহেঁতেন। তেওঁ কৈছিল বোলে তেওঁ বহুতো মালবস্তু লৈ আহিছে ; তেওঁ আগতে আহিছে আৰু বস্তুবোৰ পিচত পাবহি। কিন্তু আজিলৈকে তেওঁৰ মালবস্তুৰ একো দেখাদেখিয়েই নাই। তেওঁৰ বস্তু কঢ়িয়াই অনা জাহাজ ইমান দিনে নোলালহি ; ইপিনে তেওঁ আমাৰ পৰা ৬০ হেজাৰ সোণৰ মোহৰ ধাৰ কৰি নিলে আৰু সেই সকলোখিনি ধন ভিক্ষা দিওঁতেই শেষ কৰিলে।”

পিচে ছুলতান বৰ ধন-আকলুৱা মানুহ আছিল। মাৰুফৰ বদান্যতাৰ কথা শুনি তেওঁৰ ধনৰ খঁক বাঢ়িল। তেওঁ ৱাজিৰক ক'লে—“এই সদাগৰজনৰ ডেখাৰ ধন নথকা হলে তেওঁ ইমান বদান্যতা কেতিয়াও দেখুৱাব নোৱাৰিলেহেঁতেন। তেওঁৰ বয়বস্তুবোৰ নিশ্চয় আহি পাব ; তেতিয়া এই সদাগৰবোৰেই তেওঁৰ ভৰিত পৰিবহি আৰু তেওঁ সিহঁতকে তেতিয়া অপাৰ সম্পদ বিলাই দিব। এইবোৰ ধন-সম্পত্তি পোৱাত সিহঁততকৈ মোৰহে হক বেছি। সেইদেখি মই তেওঁৰ লগত মিতিবালি কৰাহে ভাল হব। তেতিয়া হ'লে সদাগৰবোৰে সৰকাৰ খোজা বয়বস্তুবোৰ মইহে পাম। মই তেওঁলৈ ছোৱালী বিয়া দি জোঁৱাই কৰি ল'ম আৰু তেতিয়া তেওঁৰ সা-সম্পত্তি সকলো মোৰেই হব।” ৱাজিৰে তেতিয়া ক'লে—“মোৰ মনেৰে মানুহটো ঠগ। প্ৰৱঞ্চক মানুহে আকলুৱা মানুহৰ সংসাৰত পয়মাল ঘটায়।” ছুলতানে উত্তৰ দিলে—“তেওঁ প্ৰৱঞ্চক নে সঁচাকৈ ধনী মানুহ—মই নিজে সেইটো প্ৰমাণ কৰিম।” ৱাজিৰে সুধিলে—“আপুনি প্ৰমাণ কৰিব কেনেকৈ ?” ছুলতানে উত্তৰ দিলে—“মই মানুহজনক মোৰ ওচৰলৈ মাতি পঠাম। তেওঁ আহিলে আদৰ সাদৰ কৰি মোৰ মুকুতাৰ মণি এটা দিম। সেই মণিটো কিহৰ আৰু তাৰ দাম কিমান সেই কথা যদি তেওঁ ক'ব পাৰে, তেতিয়াহলে বুজিম যে তেওঁ প্ৰকৃততে ধনী মানুহ হয়। যদি তাকে কব নোৱাৰে, তেন্তে বুজিম যে ঠগ আৰু পাৱত পৰা মানুহ। তেতিয়া মই প্ৰাণদণ্ডৰ আদেশ দি উগ্ৰ শাস্তি দি বধ কৰাম।”

সেইমতে মাৰুফক মাতি পঠোৱা হ'ল। সি আহি ছুলতানক অভিবাদন জনালে। ছুলতানেও তাক সম্ভাষণ জনাই নিজৰ কাষতে বহিবলৈ দিলে। ছুলতানে সুধিলে—“তুমিয়েই সদাগৰ মাৰুফ নেকি ?” “হয়”—সি উত্তৰ দিলে।

তাৰ পিচত ছুলতানে সুধিলে—"সদাগৰবোৰে কৈছে যে তুমি তেওঁলোকৰপৰা ষাঠি হেজাৰ মুদ্ৰা ধাৰলৈ লৈছা। কথাটো সঁচানে ?" মাৰুফে কলে—"হয়, সঁচা।" তেতিয়া ছুলতানে কলে—"তেন্তে তুমি তেওঁলোকৰ ঋণ পৰিশোধ কৰা নাই কিয় ?" সি উত্তৰ দিলে—"মোৰ মালবস্তবোৰ এইখিনি নোপোৱালৈকে তেওঁলোকে বাট চাব লাগিব। তেতিয়া মই এগুণত দুগুণ ধন দি তেওঁলোকৰ ঋণ পৰিশোধ কৰিম। তেওঁলোকে সোণৰ মোহৰ বিচাৰিলে সোণৰ মোহৰ দিম; ৰূপৰ মোহৰ বিচাৰে যদি তাকে দিম। যদি তেওঁলোকে বেপেৰুৱা বয়বস্তহে বিচাৰে তেন্তে মই বেপেৰুৱা বয়বস্ত দি ঋণ পৰিশোধ কৰিম। যি মোক এহেজাৰ মোহৰ দিছিল, তেওঁক দুহেজাৰ মোহৰ দিম। দুখীয়া মানুহৰ সমুখত তেওঁলোকে মোৰ মান ৰক্ষা কৰিলে, সেইবাবেই মই দুগুণকৈ ধন দিম। তদুপৰি মোৰ ধন সম্পত্তিৰ অভাৱো নাই।" তেতিয়া ছুলতানে মাত লগালে—"সদাগৰ! এইটো লোৱাচোন। এইটো কি বস্তু আৰু ইয়াৰ দাম কিমান মোক কোৱা।" এইবুলি তেওঁ বাদাম এটাৰ সমান মুকুতাৰ মণি এটা আগবঢ়াই দিলে; এহেজাৰ মোহৰ দি ছুলতানে এই মণিটো কিনিছিল; এনেকুৱা মণি আৰু পাবলৈ নাই। সেইদেখি ছুলতানে সেইটো বহুমূলীয়া বস্তু বুলি আটোমটোকাৰিকৈ ৰাখিছিল। মাৰুফে মণিটো লৈ আঙুলি দুটাৰে চেপা মাৰি ধৰাত সেইটো ভাগি টুকুৰা-টুকুৰ হ'ল। তাকে দেখি ছুলতানে কলে—"তুমি মুকুতাৰ মণিটো ভাঙি পেলালা কিয় ?" মাৰুফে হাঁহি মাৰি উত্তৰ দিলে—"হে ছুলতান! এইটো মুকুতাৰ মণি নহয়। এইডোখৰ ধাতুৰ টুকুৰাহে; ইয়াৰ দাম মাত্ৰ এহেজাৰ মোহৰ। আপুনি ইয়াকে মুকুতাৰ মণি বুলি কৈছে কিয় ? আচল মুকুতাৰ মণি এটাৰ দাম হব সত্তৰ হেজাৰ সোণৰ মোহৰ। এই ডোখৰ মাত্ৰ পাথৰ এটুকুৰা। নাৰিকলৰ সমান ডাঙৰ নহলে মই মুকুতা বুলি গ্ৰাহ্যই নকৰো। আপুনি মহান ছুলতান হৈয়ো মাত্ৰ এহেজাৰ মোহৰৰ মূল্যৰ এই ধাতুৰ টুকুৰা ডোখৰকে মুকুতাৰ মণি বুলি কৈছে কিয় ? অৱশ্যে আপোনাৰ গাত দোষ নাই। আপোনালোক দুখীয়া মানুহ; দামী বয়বস্ত আপোনালোকে দেখা নাই।"

ছুলতানে তেতিয়া সুধিলে—"তুমি কোৱাৰ লেখিয়া আকাৰৰ মুকুতাৰ মণিও আছেনে কি ?" মাৰুফে ক'লে—"ডেধাৰ আছে।" এইবাৰ আৰু ছুলতানে লোভ সামৰিব নোৱাৰিলে। তেওঁ সুধিলে—"তুমি বাৰু মোক আচল মুকুতাৰ মণি কিছুমান দিব পাৰিবানে ?" মাৰুফে কলে—"মোৰ বয়বস্তবোৰ আহি পালে



আপোনাক ডেধাৰ মণি-মুকুতা দিম। মোৰ অপাৰ বয়বস্ত আছে; আপুনি যিমকে লব খোজে তাকে দিম আৰু তাৰ বাবে মোক দাম দিব নালাগে।" এই কথা শুনি ছুলতানে বৰ তৃপ্তি পালে; তেওঁ সদাগৰবোৰক কলে—"তোমালোক এতিয়া ঘৰাঘৰি যোৱাগৈ। তেওঁৰ বয়বস্তবোৰ আহি পোৱালৈকে বাট চোৱা। তাৰ পিচত মোৰ ওচৰলৈ সকলোবোৰ আহিবা আৰু যাৰ যি পাওনা আছে মোৰ পৰা লৈ যাবা।" সেই কথা শুনি সদাগৰবোৰ গুচি গ'ল। তাৰ পিচত ছুলতানে ৱাজিৰক ক'লে—"সদাগৰ মাৰুফক আদৰ-সাদৰ কৰিবা; তেওঁৰ লগত কথা-বতৰা পাতাগৈ। কথাৰ মাজতে তুমি তেওঁক ক'বা যে তেওঁ মন কৰিলে মোৰ ছোৱালী ৰাজকুমাৰী দুনীয়াক বিয়া কৰাব পাৰে। বিয়াখন পাতি দিব পাৰিলে তেওঁৰ ধন-সম্পদবোৰ আমাৰেই হব।" ৱাজিৰে উত্তৰ দিলে—"মই পিচে মানুহজনৰ গঢ়-গতিবোৰ ভাল দেখা নাই। মোৰ মনেৰে এওঁ ঠগ আৰু মিছলীয়াহে। সেইদেখি আপুনি এনে কথা মনত ঠাই নিদিয়াহে ভাল হব; নহ'লে আপোনাৰ জীয়েকৰ জীৱনটো নষ্ট কৰা হব।" পিচে এইজন ৱাজিৰেই কিছুদিনৰ আগতে ছুলতানৰ জীয়েকক বিয়া কৰাবলৈ ইচ্ছা কৰি ছুলতানৰ ওচৰত সেই প্ৰাৰ্থনা জনাইছিল; ছুলতানৰো আপত্তি নাছিল। পিচে ৱাজিৰক বিয়া কৰিবলৈ তেওঁৰ জীয়েক মান্তি নহ'ল। সেইদেখি ছুলতানে এতিয়া ৱাজিৰক ক'লে—"তুমি মোক বিশ্বাসঘাতকতা কৰিব খুজিছা। মোৰ ভাল হোৱাটো তোমাৰ সহ্য নহয়। আগতে তুমি মোৰ ছোৱালী খুজিছিলা; কিন্তু ছোৱালীয়ে মত নিদিলে। সেইদেখি তুমি এতিয়া ছোৱালীজনীৰ বিয়া ভাঙি ফুৰিব খুজিছা। তুমি ভাবিছা যে আন কাৰো লগত বিয়া দিব নোৱাৰিলে তোমাৰ লগতে বিয়া পাতিব লগীয়া হবই। পিচে মই তোমাক সাৱধান কৰি দিছো। তুমি এই বিষয়ে ভাবি মূৰ ঘমাব নালাগে। মই যি দামত মুকুতাৰ মণিটো কিনিছিলো ঠিক সেই দামতে কিনা বুলি তেওঁ কব পাৰিলে আৰু খাটি মুকুতাৰ মণি নহয় বুলি গম ধৰিব পাৰিয়েই মণিটো ভাঙি পেলালে। এনেস্থলত তেওঁ ঠগ বা মিছলীয়া হব পাৰে কেনেকৈ ? তেওঁৰ ডেধাৰ মণিমুকুতা আছে। মোৰ ছোৱালীৰ ৰূপত মুগ্ধ হৈ তেওঁ নিশ্চয় তাইক মণিমুকুতা আৰু নানান বহুমূলীয়া বস্তু দিব। কিন্তু মোৰ ছোৱালীজনীয়ে আৰু মই এই ভাল বস্তবোৰ কেনেবাকৈ পাওঁ বুলি তোমাৰ সহ্য হোৱা নাই; সেইদেখি তুমি বাটত হেঙাৰ পুতিব খুজিছা।" ছুলতানৰ খং উঠা দেখি ৱাজিৰ মনে মনে থাকিল; তেওঁ মনতে ভাবিলে—"গৰুৰ আগত টোকাৰী বায়, শিং জোকাৰি ঘাঁহ খায়।"

তেতিয়া ৰাজিবে মাৰুফৰ লগত কথা-বতৰা পাতিলেগৈ ; কথাৰ মাজতে তেওঁ এইবুলি কলে—"আপোনাৰ প্ৰতি ছুলতানৰ স্নেহ উপজিছে। তেওঁৰ এজনী ৰূপৱতী ছোৱালী আছে। ছুলতানে জীয়েকক আপোনালৈ বিয়া দিব খোজে। আপোনাৰ কি মত ?" মাৰুফে কলে—"একো আপত্তি নাই। কিন্তু মোৰ বয়-বস্তুবোৰ আহি পোৱালৈকে তেখেতে বাট চাব লাগিব। কিয়নো ছুলতানৰ ছোৱালীৰ লগত বিয়াৰ বন্দৱস্ত কৰিবলৈ হ'লে বহুত যোগাৰ কৰিব লাগিব ; ছুলতানৰ ঘৰৰ খিতাপৰ লগত ৰজিতা খোৱাকৈ যৌতুক আদি দিব লাগিব। সম্প্ৰতি মোৰ হাতত পা-পইচা নাই। মোৰ বয়বস্তুবোৰ আহিলেহে ধনৰ যোগাৰ হব। অৱশ্যে মোৰ ধনৰ অভাৱ নাই। বিবাহ উপলক্ষে মই ৰাজকুমাৰীক পাঁচ হেজাৰ মোহৰ দিব লাগিব। আকৌ বিয়াৰ দিনা নিশা দুখীয়া মানুহৰ মাজত এহেজাৰ মোহৰ বিলাব লাগিব ; কইনাৰ লগত অহা সমদলটোক দান কৰোতেও এহেজাৰ মোহৰ খৰচ হব। সৈন্য-সামন্ত আৰু অন্যান্য লোকক বকচিচ দিবৰ কাৰণেও এহেজাৰ মোহৰ লাগিব। বিয়াৰ দিনা ৰাতিপুৱাই মই ৰাজকুমাৰীক এশ বিধ মুকুতাৰ মণি দিম। কইনাৰ সন্মানাৰ্থে মই প্ৰতিজনী লিগিৰীক ৰাখৰৰ মণি একোধাৰ দিব লাগিব। তাৰ বাবেও এশধাৰ মণি লাগিব। ইয়াৰ বাহিৰেও কানি-কাপোৰ নোহোৱা এহেজাৰ দুখীয়া মানুহক কাপোৰ আৰু ভিক্ষা দিব লাগিব। মোৰ বয়-বস্তুবোৰ নহালৈকে মই এইবোৰৰ একোকে কৰিব নোৱাৰিম। অৱশ্যে মোৰ একোৰে অভাৱ নাই। বস্তুখিনি আহি পালে এইবোৰ খৰচ কৰিবলৈ মোৰ গাত নেলাগে।"

ৰাজিবে ছুলতানৰ ওচৰলৈ গৈ মাৰুফে কোৱা সকলোবোৰ কথা ক'লে। সেই কথা শুনি ছুলতানে কলে—"যি এনে কথা কব পাৰে, তেনে এজন মানুহনো ঠগ আৰু মিছলীয়া হব পাৰে নে ?" ৰাজিবে তাৰ উত্তৰত ক'লে—"কিন্তু মোৰ সন্দেহ আঁতৰা নাই।" ছুলতানে ওলোটাই খংহে কৰিলে আৰু ভাৰুকিৰ সুৰত ক'লে—"তুমি পুনৰ এনে কথা মোৰ আগত ক'লে মই তোমাক প্ৰাণদণ্ড দিম। তুমি তুৰন্তে তেওঁৰ ওচৰলৈ যোৱা আৰু মোৰ ওচৰলৈ তেওঁক লৈ আহা। মই নিজেই সকলো বন্দৱস্ত কৰিম।" সেইমতে ৰাজিবে মাৰুফক ছুলতানৰ ওচৰলৈ লৈ আহিল। ছুলতানে ক'লে—"তুমি সেইবোৰ অজুহাত দেখুৱাই শুভকাম পাচ পেলাই থব নালাগে। মোৰ ৰাজকোষত ধনৰ অভাৱ ঘটা নাই। তুমি নিজেই চাবি লৈ ৰাজকোষলৈ যোৱা আৰু তোমাৰ ইচ্ছামতে ধন খৰচ কৰা। দুখীয়া-নিচলা মানুহক তোমাৰ হেঁপাহ পলুৱাই ধন আৰু কানি-কাপোৰ দান কৰা। মোৰ



ছোৱালীজনী আৰু লিগিৰীবোৰৰ কথা তুমি এতিয়া ভাবিব নালাগে। তোমাৰ বয়বস্তু আহিলে তুমি তোমাৰ তিৰোতাক যিমান মন যায় উপহাৰ আদি দিবা। সোৰোণৰ বয়ুবস্তুও তেতিয়া দিলেই হব। তোমাৰ আৰু মোৰ মাজত একো প্ৰভেদ নাই, বুজিছা ?" এইবুলি কৈ তেওঁ শ্বেখ-অল-ইছলামক মতাই আনিলে আৰু জীয়েকৰ লগত সদাগৰ মাৰুফৰ বিয়াৰ চুক্তি সম্পন্ন কৰিবলৈ আদেশ দিলে। সেইমতে কাম হোৱাৰ মূৰত ছুলতানে বিবাহ-উৎসৱৰ আয়োজন কৰিবলৈ আৰু নগৰখন সুসজ্জিত কৰি তুলিবলৈ আদেশ দিলে।

ঢোল বজাই উৎসৱৰ কথা ঘোষণা কৰি দিয়া হ'ল। ভোজৰ আয়োজন চলিল ; খেল-ধেমালিৰ বাবেও বন্দৱস্ত কৰা হ'ল। ৰভাৰ তলৰ আসনত সদাগৰ মাৰুফ বহি থাকিল ; দৰাৰ সমুখত খেল-ধেমালি, মাল-যুজ, গান-বাজনা আদি অনুষ্ঠিত হ'ল। মাৰুফে খাজান্সীক মাতি আনি ক'লে—"মোক সোণৰ মোহৰ আৰু ৰূপৰ মোহৰ লাগে।" খাজান্সীয়ে সেইমতে মোহৰবোৰ আনি দিলে ; মাৰুফে সমবেত দৰ্শকৰ আগলৈ গৈ প্ৰত্যেকক আজলিয়ে আজলিয়ে মোহৰ দান কৰিলে। দুখীয়া মানুহক ভিক্ষা দিলে ; কানি-কাপোৰ নোহোৱা মানুহক কাপোৰ দান কৰিলে। খাজান্সীয়ে ৰাজকোষৰ পৰা ধন উলিয়াই দি তৰণি নোপোৱা হ'ল। ইপিনে ৰাজিবে খঙতে দাঁত কৰচিবলৈ ধৰিলে ; কিন্তু ছুলতানৰ ভয়ত একো কব নোৱাৰিলে। দানৰ পয়োভৰ দেখি সদাগৰ আলি অবাক হ'ল ; তেওঁ মাৰুফৰ কাষ চাপি আহি ক'লে—"তোমাক কি ভুতে কিলাইছে ! সদাগৰবোৰৰ অতখিনি ধন পানীত পেলাই হেঁপাহ নপলাল নে ? এতিয়া ছুলতানক লাওলোৱা কৰিব খুজিছা হবলা ?" মাৰুফে ক'লে—"তুমি এইবোৰ কথা ভাবিবৰ সকাম নাই। মোৰ বয়বস্তুবোৰ আহি পালে মই ছুলতানক ইয়াৰ দহগুণ বেছিকৈ ধন দিম।" এইদৰে ডেধাৰ ধনৰ অপচয় কৰি মাৰুফে মনতে ভাবিলে—"সকলো জহন্নামে যাওক। যি হ'ব লগা আছে, সেইটো হ'বই। কপালৰ লিখন কোনেও খণ্ডাব নোৱাৰে।"

দুকুৰি দিন ধৰি উৎসৱ চলি থাকিল। তাৰ পিচ দিনা কইনাক সমদল-যাত্ৰা কৰি লৈ আহিবলৈ আদেশ দিয়া হ'ল। দোলাৰ আগে আগে আমাৰ আৰু সৈন্য-সামন্ত সকল গল। কইনাক আনি মাৰুফৰ সমুখত উপস্থিত কৰাৰ পিচত মাৰুফে মানুহৰ মাজত সোণৰ মোহৰবোৰ ছটিয়াই দিলে। কইনাক লৈ বিৰাট সমদল এটাই নগৰ পৰিভ্ৰমণ কৰিলে ; মাৰুফেও কইনাৰ সন্মানাৰ্থে ডেধাৰ ধন খৰচ কৰিলে। ইয়াৰ পিচত মাৰুফক ৰাজকুমাৰী দুনীয়াৰ কাষলৈ নিয়া হ'ল। কোঠাৰ ওখ আসন এখনত মাৰুফ বহিল ; পৰ্দাবোৰ পেলাই দি দুৱাৰ জপাই

কোঠাৰ পৰা সকলো মানুহ ওলাই গ'ল। কোঠাৰ ভিতৰত থাকিল মাৰুফ আৰু কইনা। চিন্তাক্লিষ্ট মানুহৰ দৰে মাৰুফ দুখ মনেৰে বহি থাকিল। ৰাজকুমাৰীয়ে তেতিয়া সুধিলে—"আপুনি কিয় ইমান চিন্তা কৰি আছে?" সি উত্তৰ দিলে—"তোমাৰ দেউতাৰে মোক ইমান বিব্ৰত কৰাৰ মূৰত মই চিন্তা নকৰাকৈ থাকিব পাৰোনে?" ৰাজকুমাৰীয়ে সুধিলে—"মোৰ দেউতাইনো আপোনাক কি কৰিলে?" মাৰুফে ক'লে—"মোৰ বয়বস্তুবোৰ আহি নৌ পাওঁতেই তেওঁ মোক তোমাৰ ওচৰ চপাই দিলে। মোৰ হাতত অন্ততঃ এশধাৰ বাখৰ পতোৱা মণি থাকিব লাগিছিল; তোমাৰ প্ৰত্যেক জনী লিগিৰীকে মই একোধাৰ মণি দিলোহেঁতেন। তেতিয়া সিহঁতে আনন্দ মনেৰে ক'লেহেঁতেন: ফুলশয্যাৰ দিনা আমাক দৰাই একোধাৰ বাখৰ পতোৱা মণি দিছিল। তোমাৰ পদমৰ্যাদা বঢ়াবৰ বাবেই এইবোৰ দিম বুলি ভাবি থৈছিলো। মণি-মুকুতা দান কৰা বিষয়ত মই কটকিনা কৰাৰো সকাম নাই; কিয়নো মোৰ হাতত সেইবোৰ বস্তু উভৈনদী হৈ আছে।" ৰাজকুমাৰীয়ে তেতিয়া কলে,—"সেই-কথাৰ বাবেই ইমান চিন্তা কৰিব লাগিছেনে? মোৰ কথা লৈয়ো চিন্তা কৰিব নালাগে; আপোনাৰ বয়বস্তুবোৰ অহালৈ মই হেলাৰঙে বাট চাব পাৰিম। লিগিৰী-বোৰৰ কথা ভাবি মূৰ ঘমোৱাৰো সকাম নাই। আহক এতিয়া।" মাৰুফ আসনৰ পৰা উঠিল আৰু বিচনাত বহিলহি।

পিচদিনা ৰাতিপুৱা গা-পা ধুই উঠি জাক-জমক কাপোৰ এসাজ পিন্ধি মাৰুফ ছুলতানৰ ওচৰলৈ গ'ল। মাৰুফক দেখা মাত্ৰেই সকলোৱে আসনৰ পৰা থিয় দি সন্মান প্ৰদৰ্শন কৰিলে। মাৰুফে ছুলতানৰ কাষতে আসন গ্ৰহণ কৰিলে। তাৰ পিচত খাজাঞ্চীক মাতি আনি কলে—"ৱাজিৰ, আমীৰ আৰু অন্যান্য ডা-ডাঙৰীয়া সকলক মানধৰা কাপোৰ একো সাজ দিব লাগে।" এইদৰে মাৰুফে যি বিচাৰে তাকে খাজাঞ্চীয়ে আনি দিয়ে; মাৰুফে সকলো মানুহকে পদমৰ্যাদা অনুসৰি বঁটা দিবলৈ ধৰিলে। এইদৰে কুৰি দিন গ'ল; সিপিনে মাৰুফৰ বয়বস্তুবো দেখা দেখি নাই। অৱস্থা দেখি খাজাঞ্চী বৰ চিন্তিত হ'ল; মাৰুফৰ অনুপস্থিতিত ছুলতান আৰু ৱাজিৰক লগ ধৰি তেওঁ সবিনয়ে জনালে—"মই কথা এষাৰ নিবেদন কৰিব খুজিছো। তাকে নকলে মোৰ ওপৰতে জগৰ পৰিবগৈ। ৰাজভঁৰাল প্ৰায় উদং হৈ গ'ল। অলপ ধনহে আছে। দহদিন মানৰ মূৰতে সেইখিনিও শেষ হ'ব।" এই কথা শুনি ছুলতানে ৱাজিৰক কলে—"এৰা ৱাজিৰ! জোৱাঁইৰ বয়বস্তুবোৰ ইমান দিনে পাবহি লাগিছিল। একো খবৰেই নাই দেখোন।" ৱাজিৰে হাঁহি মাৰি কলে—"এওঁ ঠগ আৰু মিছলীয়া বুলি মই আগতে কওঁতে আপুনি মোৰ কথালৈ



কাণ নকৰিলে। তেওঁৰ বয়বস্তু কোনো কালে নাহে আৰু তেওঁৰ হাতৰ পৰা আমাৰ উদ্ধাৰো নহয়। তেওঁ ঢোকা হৈ এতিয়া ৰাজভঁৰালৰ ধন-সোণ সকলো শেষ কৰিলে; ফুটা কড়ি এটা নিদিয়াকৈ আপোনাৰ ছোৱালীকো বিয়া কৰালে। আপুনি এইবোৰ কথালৈ আৰু কিমান দিন আওকাণ কৰি থাকিব?" ছুলতানে তেতিয়া ৱাজিৰক সুধিলে—"আমিনো বাৰু তেওঁৰ আচল কথাটো কেনেকৈ উলিয়াব পাৰিম?" ৱাজিৰে কলে—"মানুহৰ পেটৰ কথাৰ পম খেদিব পাৰে মাত্ৰ—ঘৈণীয়েকে—আনে নোৱাৰে। সেই দেখি আপুনি ৰাজকুমাৰীক মাতি পঠাওক; তেওঁ পৰ্দাৰ আঁৰত থিয় দিয়কহি। মই তেতিয়া আপোনাৰ জোৱাঁয়েকৰ অৱস্থা সম্পৰ্কে প্ৰশ্ন কৰিম। তেওঁ তেতিয়া সেইবোৰ কথাকে আপোনাৰ জোৱাঁয়েকৰ আগত উলিয়াব আৰু জোৱাঁয়েকৰ পৰা জনা কথাবোৰ আমিও ৰাজকুমাৰীৰ পৰাই জানিব পাৰিম।" ছুলতানে কলে—"সেয়ে হওক বাৰু। ঠগ বুলি প্ৰমাণ পালে মই ফাচী দিয়াম।" ছুলতানে ৱাজিৰক বৈঠকখানালৈ লৈ গ'ল; জীয়েকক মাতি পঠোৱাত তেওঁ আহি পৰ্দাৰ আঁৰত থিয় হ'ল। ছুলতানে ৱাজিৰক কথা পাতিবলৈ কোৱাত ৱাজিৰে কলে—"ৰাজকুমাৰী! আপোনাক কথা এষাৰ জনাব খুজিছো। আপোনাৰ স্বামীয়ে ছুলতানৰ ধন-সোণ সকলো শেষ কৰিলে আৰু জোৰোণ নিপি-ন্ধোৱাকৈ আপোনাক বিয়া কৰালে। তেওঁ কথা দি কথা ৰাখিব পৰা নাই। ইপিনে তেওঁৰ বয়বস্তুৰ কোনো খবৰেই নাই। সেইদেখি তেওঁৰ আচল কথাটোৰ সম্ভেদ আপুনি আমাক দিব লাগে।" ৰাজকুমাৰীয়ে কলে—"এৰা তেওঁ বহুত কথা কয় মণি-মুকুতা, ধন সম্পদ দামী বয়-বস্তু আদি বহুতো কিবাকিবি মোক দিব বুলি কৈ আছে। পিচে এতিয়ালৈকে একোকে দেখা নাই।" ৱাজিৰে তেতিয়া কলে—"আজি নিশা বাৰু আপুনি তেওঁক কথাৰ লাচতে এইবুলি কবচোন: মোক সঁচা কথা এটা কওক। আপুনি একো ভয় নকৰিব। আপুনি মোৰ স্বামী; এনেস্থলত মই আপোনাক বিপদত নেপেলাওঁ। সেইদেখি মোক সঁচা কথা কওক। তেতিয়া—হলে মই উপায় এটা উলিয়াই দিম আৰু সেই উপায়ৰ বলতে আপুনিও ৰক্ষা পৰিব। এইদৰে কুটুৰি কুটুৰি তেওঁৰ পেটৰ কথা উলিয়াই আপুনি আমাক আচল কথাখিনি জনাওক।" ৰাজকুমাৰীয়ে কলে—"কেনেকৈ কথা উলিয়াব লাগে মোক শিকাব নালাগে।" এইবুলি কৈ ৰাজকুমাৰী গুচি গ'ল। নিশা খাই বৈ উঠি মাৰুফ কোঠাৰ ভিতৰলৈ অহাৰ পিচত ৰাজকুমাৰীয়ে ভাবৰি লগাই নানান কথা কলে, মাৰুফ তেনেই ভোল গ'ল। ৰাজকুমাৰীয়ে শেষত কলে—"আপোনাৰ চিন্তাতে মই ব্যাকুল হৈ থাকো। খন্তেকৰ বাবেও যাতে আপোনাৰ পৰা আঁতৰি থাকিব লগীয়া নহয়—

তাকেই সদায় আল্লাৰ চৰণত খাটিছো। আপোনাৰ প্ৰণয়ে মোৰ হৃদয় জুৰি থৈছে। মই আপোনাৰ বিচ্ছেদ সহিব নোৱাৰো ; আপোনাৰ অহিত কৰাৰ কথা মোৰ কাৰণে সপোনৰো অগোচৰ। পিচে এটা কথা। আপুনি মোক সঁচা কথা এটা কওক। মিছা কথাই বিঘিনিহে ঘটায়। সদায় মিছা কথা কৈ সাৰিব নোৱাৰি। আপুনি আৰু কিমান দিন আভুৱা ভাবি দেউতাৰ বোজা হৈ থাকিব ? তেওঁ কেনেবাকৈ আপোনাৰ সকলো কথা ধৰা পেলায় বুলি বা কিবা পাকত পেলাই সকলো ভেদ ভাঙি দিয়ে বুলি মোৰ বৰ ভয় লাগিছে। তেতিয়া দেউতাই আপোনাক শুদাই নেৰে। সেইদেখি মোক সঁচা কথা কওক ; মই উপায় উলিয়াই দিম। আপুনি তেতিয়া সাৰিব পাৰিব। মোৰ আগত সঁচা কথা ক'লে কিবা বিপদত পৰিব লাগিব বুলি ভয় নকৰিব। আপুনি সদাগৰ আৰু ধনী মানুহ বুলি কয়। আপোনাৰ নানান বয়বস্তু আহিব বুলিও কয়। পিচে ইমান দিনে সেইষাৰ কথাকে কৈ আছে যদিও আজিলৈকে সেইবোৰৰ দেখোন দেখাদেখিয়েই নাই। এই কথাৰ বাবে আপুনি নিজেই যে ক্ৰমে চিন্তিত হৈ পৰিছে, সেইটো মই লক্ষ্য কৰিছো। সেইদেখি আপোনাৰ সেইবোৰ কথাৰ একো মূল্য নাই। মোক আচল কথা ভাঙি-পাতি কওক। মই বুধি এটা উলিয়াই দিম ; আপুনি তেতিয়া ৰক্ষা পৰিব।"

মাৰুফে উত্তৰ দিলে—"মই তোমাক সঁচা কথাকে ক'ম। তাৰ পিচত তুমি যি কৰা কৰিবা।" ৰাজকুমাৰীয়ে ক'লে—"আপুনি লুক-ঢাক নকৰিব ; সঁচা কথা কওক। মনত ৰাখিব, সঁচা কথাইহে মানুহক ৰক্ষা কৰিব পাৰে। মিছা কথাই মানুহক মাত্ৰ লাঞ্ছনা দিয়ে।" মাৰুফে তেতিয়া ক'লে—"বাৰু কওঁ শুনা। মই সদাগৰো নহওঁ আৰু মোৰ বস্তুবেহানিও আহিব লগীয়া নাই। মোৰ নিজৰ দেশত মুচীৰ কাম কৰি পেট প্ৰবৰ্ত্তাইছিলো ; মোৰ তিৰোতাৰ নাম আছিল ফাটিমা ; মানুহজনীৰ মুখখন তেনেই লাওপাত কচুপাত। তেওঁৰ হাতত মই অশেষ নিকাৰ ভুগিব লগীয়া হৈছিল।" এইবুলি মাৰুফে নিজৰ সকলো কথা ক'লে। এইবোৰ কথা শুনি ৰাজকুমাৰীয়ে হাঁহি মাৰি ক'লে—"আপুনি তেন্তে মানুহক ঠগোৱা আৰু মিছা কথা কোৱাত সিদ্ধহস্ত। আপুনি দেউতাৰ ওপৰত লম্ভিলেহি আৰু ছলাহী কথা কৈ তেওঁক ঠগিলে। দেউতায়ো ধনৰ লোভত পৰি মোক আপোনালৈ বিয়া দিলে। আপুনি ৰাজভঁৰালৰ ধন-সোণ সকলো শেষ কৰিলে। সেইবাবে ৱাজিৰৰ পেটে পেটে আপোনালৈ বৰ খং। তেওঁ দেউতাৰ আগত বাৰে বাৰে আপোনাৰ কথা এই বুলি কৈছিল—'মানুহজন ঠগ ; তেওঁ সকলোবোৰ মিছা কথা কৈছে।' কিন্তু দেউতাই তেওঁৰ কথালৈ কাণ নিদিলে। তাৰ কাৰণ এটাও আছে। আগতে



ৱাজিৰে মোক বিয়া কৰাবলৈ মন মেলিছিল। পিচে মই এই বিয়াত সন্মতি নজনালো। সেই আখেজতে ৱাজিৰে আপোনাৰ বিৰুদ্ধে কথা লগাইছিল বুলি দেউতাই ভাবিছিল। কিন্তু বাট চাই চাই দেউতা অধৈৰ্য্য হৈ উঠিছে। সেইদেখি তেওঁ মোক কৈছে যে আপোনাৰ পৰা আচল কথাটো উলিয়াব লাগে। মই আপোনাৰ পৰা আচল কথাটো জানি ল'লো। ইমান দিনে লুকুৱাই ৰখা কথাটো এতিয়া ওলাই পৰিল। দেউতাই এতিয়া আপোনাৰ অপকাৰ কৰিবলৈ বিচাৰিব। কিন্তু আপুনি মোৰ স্বামী। মই আপোনাৰ ক্ষতি হবলৈ দিব নোৱাৰো।"

"আপোনাৰ পৰা জনা কথাবোৰ মই যদি দেউতাক কৈ দিওঁ, তেন্তে তেওঁ খাটাংভাৱে আপোনাৰ প্ৰবঞ্চনৰ কথা জানিব পাৰিব ; আপুনি যে প্ৰবঞ্চনা কৰি মোক বিয়া কৰিলে আৰু মিছা প্ৰলোভন দেখুৱাই ৰাজভঁৰালৰ ধন নিঃশেষ কৰিলে সেইকথাও প্ৰমাণিত হ'ব। এই দোষৰ বাবে দেউতাই আপোনাক ক্ষমা নকৰে ; তেওঁ নিশ্চয় আপোনাক প্ৰাণদণ্ড দিব। ইপিনে মই মিছলীয়া আৰু ঠগী মানুহ এজনক বিয়া কৰালো বুলি প্ৰজাই ইতিকিং কৰিব। তেতিয়া আৰু মই ক'তো মুখ উলিয়াব নোৱাৰিম। আপোনাক প্ৰাণদণ্ড দিয়াৰ মূৰত দেউতাই আকৌ কাৰবাৰ লগত মোৰ বিয়া পাতিবলৈ চেষ্টা কৰিব ; কিন্তু প্ৰাণ গলেও মই দুনাই বিয়া নকৰাওঁ। সেইদেখি মই বুধি এটা দিওঁ শুনক। মোৰ হাতত পঞ্চাশ হেজাৰ মোহৰ আছে। আপুনি এইখিনি ধন লওক। এইবোৰ কাপোৰ খুলি দাসৰ সাজ এটা পিন্ধি লওক। তাৰ পিচত বেগী ঘোঁৰা এটাত উঠি দেউতাৰ, ৰাজ্য ত্যাগ কৰক। সেই দেশতে আপুনি বেহা-বেপাৰ কৰি থাকিব আৰু মানুহ এটাৰ হাতত মোলৈ এখন চিঠি দি পঠাব। সি আহি মনে মনে মোক চিঠিখন দিব। সেই চিঠিৰ পৰাই মই আপোনাৰ ঠিকনাটো পাম। তেতিয়া মোৰ হাতত পৰা ধনখিনি মই আপোনালৈ পঠাই থাকিব পাৰিম। এই দৰে আপোনাৰ ধন-সম্পত্তি ক্ৰমে বাঢ়ি যাব। দেউতাৰ মৃত্যু হ'লে মই আপোনালৈ খবৰ পঠিয়াম। তেতিয়া আপুনি সসন্মানে ইয়ালৈ উলটি আহিব পাৰিব। আপোনাৰ বা মোৰ যদি মৃত্যু হয় তেন্তে পৰ জনমত আকৌ দুয়ো লগ হ'ম। তেন্তে এয়ে কথা ৰ'ল—যিমান দিনলৈ জীয়াই থাকো সিমান দিনলৈকে আপোনালৈ চিঠি আৰু ধন পঠিয়াই থাকিম। এতিয়া উঠক। ৰাতি নৌ পুৱাওঁতেই এই ঠাই পৰিত্যাগ কৰক ; নহ'লে বিপদত পৰিব।"

মাৰুফে ৰাজকুমাৰীৰ পৰা বিদায় ল'লে ; তাৰ পিচত দাসৰ কানি-কাপোৰ পিন্ধিলে আৰু চহীছে সজাই থোৱা তজবজীয়া ঘোঁৰা এটাত উঠি নিশাতে নগৰ ত্যাগ কৰিলে। মাৰুফক দেখি মানুহে ভাবিলে যে ছুলতানৰ কোনোবা দাস কিবা সকামত ক'ৰবালৈ গৈছে।

পিচদিনা ৰাতিপুৱা ছুলতান আৰু ৱাজিৰে বৈঠকখানাত বহি ৰাজকুমাৰী দুনীয়াক মতাই পঠালে। ৰাজকুমাৰীয়ে আহি পৰ্দাৰ আঁৰত থিয় দিলে। ছুলতানে জীয়েকক সুধিলে—"কি খবৰ পালি ?" ৰাজকুমাৰীয়ে ক'লে—"আল্লাক খাটিছো—আপোনাৰ ৱাজিৰৰ মুখত কালিমা সানক। তেওঁ মোৰ স্বামীৰ আগত মোক লঘু কৰিব খুজিছিল।" ছুলতানে সুধিলে—"কি হ'ল নো ?" ৰাজকুমাৰীয়ে উত্তৰ দিলে—"কালি তেওঁ মোৰ কাষলৈ অহাৰ পিচত মই কথাটো উলিয়াব খুজিছিলো ; পিচে সেই মুহূৰ্ততে ঘাই লগুৱা ফাৰাজ চিঠি এখন লৈ উপস্থিত হ'লহি। চিঠিখন আগবঢ়াই দি সি ক'লে—"দহটা শ্বেতকায় দাস কাৰেঙৰ দুৱাৰমুখত ৰৈ আছেহি ; সিহঁতে মোৰ হাতত এই চিঠিখন দি ক'লে : আমাৰ প্ৰভু সদাগৰ ফাৰুফক আমাৰ হৈ নমস্কাৰ জনাই এই চিঠিখন তেওঁৰ হাতত দিব লাগে। আমি তেওঁৰে দাস। তেওঁৰ বস্ত্ৰ-বেহানিৰ ৰখীয়া হৈ আহিছো। তেওঁ ছুলতানৰ ছোৱালীক বিয়া কৰালে বুলি শুনিছো। বাটতে আমাৰ কি ঘটনা ঘটিল তাকে জনাবৰ বাবে আমি ইয়ালৈ আহিছো : মই তেতিয়া চিঠিখন পঢ়িবলৈ ল'লো ; তাত এইবুলি লিখিছিল—"আমাৰ প্ৰভু সদাগৰ মাৰুফৰ ওচৰত পাচশ দাসৰ সবিনয় নিবেদন এয়ে যে আপুনি আমাক এৰি থৈ অহাৰ পিচতে এদল আৰবে আমাক আক্ৰমণ কৰেহি। দলটোত দুহেজাৰ অশ্বাৰোহী আহিছিল ; আমাৰ দলত আছিল মুঠেই পাচশ দাস। উভয় পক্ষৰ মাজত তয়ামুয়া ৰণ লাগিল। সিহঁতৰ লগত যুজ-বাগৰ কৰি থাকোতেই আমাৰ এমাহ সময় হানি হ'ল। আমাৰ পলম হোৱাৰ কাৰণ এয়ে। আৰবৰ দলটোৱে আমাৰ পৰা দুশ বোজা কাপোৰ লুটি নিয়ে। তদুপৰি আমাৰ পঞ্চাশটা দাসৰ মৃত্যু ঘটে।"

"এই কথা শুনি মোৰ স্বামীয়ে ক'লে : মাত্ৰ দুশ বোজা কাপোৰৰ বাবেই আৰবৰ দলটোৰ লগত যুজিবলৈ সিহঁতক কিহে পাইছিল ! দুশ বোজা কাপোৰৰ বাবে চিন্তা কৰাৰ কি কাৰণ থাকিব পাৰে ? অকল তাৰ বাবে সিহঁতে ইমান পলম কৰাটো কেতিয়াও উচিত হোৱা নাই। দুশ বোজা কাপোৰৰ দাম মাত্ৰ সাতহেজাৰ মোহৰ হ'ব। মই গৈ সিহঁতক বেগেতে লৈ অহাহে ভাল হ'ব। আৰবৰ দলটোৱে নিয়া কাপোৰখিনিৰ বাবে মই চিন্তা কৰা নাই। সেইখিনি



যেনিবা মই ভিক্ষা দিলো : এইবুলি কৈ তেওঁ বাহিৰলৈ ওলাই গ'ল। তেওঁ যোৱাৰ পিচত মই খিড়িকীৰে বাহিৰলৈ চাওঁতে সেই দাস দহটাক দেখা পালো ; সিহঁতে জাকিজমক সাজপাৰ পিন্ধি আহিছিল ; একোটা সাজৰ দাম প্ৰায় দুহেজাৰ মোহৰ হ'ব। তেনেকুৱা কাপোৰ মই দেখাই নাই। তেতিয়া তেওঁ সেই দাস-বোৰক লৈ নিজৰ বয়বস্তুবোৰ আনিবৰ বাবে গুচি গ'ল। আপোনালোকে কোৱা কথাখিনি তেওঁৰ আগত উলিওৱাৰ পৰা মোক বিৰত কৰাৰ বাবে মই আল্লাৰ চৰণত কৃতজ্ঞতা জনাইছো। সেইবোৰ কথা উলিওৱা হ'লে মই—আৰু লগত আপুনিও—হাঁহিয়াতৰ পাত্ৰ হব লগীয়া হলহেঁতেন। এই সকলো দোষৰ বাবে দায়ী হ'ল আপোনাৰ ৱাজিৰ। তেওঁ মোৰ স্বামীৰ বিৰুদ্ধে অনাহকত কটু মন্তব্য কৰিছিল।"

ছুলতানে তেতিয়া ক'লে—"এৰা ! মোৰ আৰু বুজিবলৈ বাকী নাই। জোঁৱাইৰ ধন-সম্পদৰ অভাৱ নাই। এইখন নগৰত ভৰি দিয়া দিন ধৰি তেওঁ দুখীয়া নিচলাক ডেধাৰ ধন বিলাই দিলে। এতিয়া আল্লাৰ চৰণত ইয়াকে খাটিছো যে বয়বস্তু লৈ তেওঁ যেন নিৰাপদে সোনকালে উলটি আহিব পাৰে। তেতিয়া আমিও নানান বয়বস্তু লাভ কৰিম।" ছুলতানে জীয়েকৰ আগত এইদৰে নানান কথা ক'লে ; জীয়েকৰ কথাত ভোল গৈ তেওঁ ৱাজিৰক বকিবলৈ ধৰিলে।

ইপিনে মাৰুফ ঘোঁৰাত উঠি গৈ গৈ নিৰ্জন ঠাই এডোখৰ পালে ; কেনি গৈছে, তাৰ একো উৱাদিহ তেওঁ নাপালে। নিজৰ দুখ-দুৰ্দশাৰ কথা ভাবি বেজাৰ মনেৰে আৰু কিছুদূৰ যোৱাৰ পিচত তেওঁ দুপৰীয়া পৰত এখন সৰু নগৰ পালেগৈ। তাতে এঠাইত বলধ গৰু এহাল লৈ হালোৱা এটাই হাল বাই থকা দেখা পালে। মাৰুফৰ তেতিয়া ভোক লাগিছিল ; সি হালোৱাটোৰ কাষ চাপি গৈ তাক সম্ভাষণ জনালে। হালোৱায়ো সম্ভাষণ জনাই সুধিলে—"ডাঙৰীয়া ! আপুনি ছুলতানৰ দাস নেকি ?" মাৰুফে হয় বুলি কোৱাত সি ক'লে—"অনুগ্ৰহ কৰি এইখিনিতে নামক ; এইটো সাজ মোৰ লগতে খাব।" মানুহটোৰ মনৰ উদাৰতা দেখা পাই মাৰুফে তাক সুধিলে—"ভাই ! তোমাৰ লগত একো খোৱাবস্তু থকা দেখা নাই দেখোন। মোক যে নিমন্ত্ৰণ কৰিছা, খুৱাবা কি ?" হালোৱাই ক'লে—"ডাঙৰীয়া ! আপুনি ঘোঁৰাৰ পৰা নামক। নগৰলৈ বেছি দূৰ নহয়। মই বেগেতে গৈ খোৱা-বস্তু লৈ আহিম। ঘোঁৰাটোৰ বাবেও ঘাঁহ অলপ আনিম।" মাৰুফে তেতিয়া ক'লে—"নগৰলৈ বেছি দূৰ নাই বুলি কৈছা যেতিয়া মই নিজেই বজাৰলৈ গৈ কি পাওঁ কিনি খাম।" হালোৱাটোৱে উত্তৰ দিলে—"এইখন নিচেই সৰু, গাঁৱ-

নীয়া ঠাই। ইয়াত হাট-বজাৰ একো নৰহে। সেইদেখি আপুনি এইখিনিতে নামি জিৰণি ল'লে বৰ সন্তোষ পাম ; মই লৰ মাৰি গৈ যি পাৰো অলপ খোৱাবস্তু আনোগৈ।"

মাৰুফ ঘোঁৰাৰ পৰা নামিল ; আনহাতে হালোৱাটোৱেও খাবলৈ কিবাকিবি আনিবৰ বাবে গাঁৱৰ পিনে বেগ দিলে। সেই খিনিতে বহি থাকোতে মাৰুফে ভাবিলে—'বেচেৰা দুখীয়া মানুহটোৱে মোৰ কাৰণেই নিজৰ কাম খতি কৰিব লগীয়া হ'ল। সি উলটি আহে মানে ময়েই হাল বাওঁ। তেতিয়া হ'লে মোৰ বাবে হোৱা ক্ষতি পূৰণ কৰিব পৰা হ'ব।' এইবুলি সি গৈ হাল বাবলৈ ধৰিলে। অলপ সময় বোৱাৰ পাচতে নাঙলৰ ফালটো কিহবাত লাগি ধৰিল। গৰুহালো ৰৈ গ'ল। সি গৰুহালক হেচুঁকি নিয়েহে দিয়ে, সিহঁতে লৰচৰকে নকৰে। কিহতনো লাগি ধৰিছে তাকে চাওঁতে সি দেখিলে যে সোণৰ শিকলি এডালত নাঙলৰ ফালটো লাগি ধৰিছে। সি মাটিবোৰ গুচাই দিয়াত দেখিবলৈ পালে যে শিকলি ডাল বগা পাথৰ এচটাত বান্ধি থোৱা আছে। আজুৰি আজুৰি পাথৰ চটা গুচাই দিয়াত খটখটি বন্ধা বাট এটা ওলাই পৰিল। সি সেইপিনেদি তললৈ নামি গ'ল। তাত চাৰিটা খলপা থকা পেৰা এটা দেখা পালে। প্ৰথম খলপাটোত সোণেৰে খুন্দ খাই আছে ; দ্বিতীয়টো খলপা সেউজীয়া পাথৰ, মুকুতা, পোৱাল মণি আদিৰে ভৰা। তৃতীয়টোত ৰঙা, নীলা আদি বৰণৰ বহুমূলীয়া পাথৰ আছে। চতুৰ্থ খলপাত নানা তৰহৰ হীৰা ভৰি আছে। আন এটা চুকত এটা পাত্ৰত আৰু কিছুমান মণি-মুকুতা আছে—একোটা মুকুতা নাৰিকল একোটাৰ সমান। তাৰ ওপৰতে সোণৰ টেমা এটা আছে—টেমাটো নেমু টেঙা এটাৰ সমান। এইবোৰ দেখি মাৰুফ বৰ আচৰিত হ'ল ; লগে লগে তাৰ মনত বঙো লাগিল। সি তেতিয়া ভাবিলে—'এই টেমাটোৰ ভিতৰত নো কি আছে ?'

টেমাটো খুলি দেখিলে যে তাৰ ভিতৰত ছাব-মোহৰ থকা সোণৰ আঙঠি এটা আছে। আঙঠিটোৰ ওপৰত সৰু সৰু আখৰেৰে কিবা কথা কিছুমান লেখা আছে। সি আঙঠিটো মোহাৰ মাৰি দিয়াৰ লগে লগে কোনোবাই মাত লগালে—"প্ৰভু! মই আপোনাৰ দাস। কি কৰিব লাগে কওক। আপুনি যি আদেশ দিয়ে তাকে কৰিম। আপোনাক নগৰ এখন পাতি দিব লাগে নে কাৰবাৰ নগৰ চাৰখাৰ কৰি দিব লাগে ? কোনোবা ছুলতানক বধ কৰিব লাগে নেকি ? নে নদী এখন খান্দি দিব লাগে ? কি কৰিব লাগে কওক। যি কৰিবলৈ কয় তাকেই



কৰিম।" মাৰুফে তেতিয়া সুধিলে—"তুমি নো কোন ?" "এই ছাব মোহৰ থকা আঙঠিটো যাৰ হাতত থাকে মই তেওঁৰেই দাস। তেওঁ যি কৰিবলৈ কয়, মই তাকে কৰিম। তেওঁৰ আদেশ পালন নকৰিলে মোৰ ৰক্ষা নাই। মই ভূত-পিশাচৰ সাতাইশ খেলৰ ওপৰত ৰজা। প্ৰতিটো খেলত সাতাইশ হেজাৰকৈ ভূত-পিশাচ আছে। সিহঁতৰ প্ৰতি হেজাৰৰ তলত এহেজাৰকৈ 'মাৰিড' আছে ; 'মাৰিড'ৰ তলত এহেজাৰকৈ 'ইফ্ৰিট' আছে ; ইফ্ৰিটৰ তলত এহেজাৰকৈ ছয়তান আৰু ছয়তানৰ তলত এহেজাৰকৈ 'জিন' থাকে। সিহঁত সকলোবোৰ মোৰ অধীনত আছে ; মোৰ কথা কোনেও পেলাব নোৱাৰে। আনহাতে মই এই আঙঠিটোৰ অনুগত ; যেয়ে এই আঙঠি নিজৰ হাতত ৰাখে, মই তেওঁৰে আজ্ঞা পালন কৰো। এতিয়া এই আঙঠিৰ গৰাকী আপুনিয়েই। সেইদেখি মই আপোনাৰ ভৃত্য। আপুনি আদেশ দিয়া মাত্ৰেই মই সেই আদেশ পালন কৰিম। মোক মাতিব খুজিলে আপুনি আঙঠিটো মোহাৰ মাৰি দিলেই হ'ব ; মই তৎক্ষণাত আপোনাৰ আগত উপস্থিত হ'মহি। কিন্তু একেবাহে দুবাৰ আঙঠিটো কেতিয়াও মোহাৰি নিদিব ; তাকে কৰিলে এই আঙঠিত লিখি থোৱা মন্ত্ৰৰ জুয়ে মোক পুৰি পেলাব। তেতিয়া আপুনি মোক হেৰুৱাব লগীয়া হ'ব আৰু পিচত তাৰ বাবে খেদ কৰিব লাগিব।"

মাৰুফে তেতিয়া সুধিলে—"তোমাৰ নাম কি ?" ভূতটোৱে ক'লে—"মোৰ নাম আবু-অল-ছাদৎ।" মাৰুফে আকৌ সুধিলে—"এই বস্তুবোৰ কাৰ আৰু কোনে তোমাক এই টেমাটোৰ ভিতৰত মন্ত্ৰৰ বলেৰে আৱদ্ধ কৰি ৰাখিছে ?" সি উত্তৰ দিলে—"ডাঙৰীয়া! এইবোৰ আদৰ পুতেক ছাদতৰ গুপ্তধন। মই তেওঁৰে দাস আছিলো ; এই আঙঠিটোও তেওঁৰে। সেই আঙঠিটোৱেই এতিয়া আপোনাৰ হাতলৈ আহিল।" মাৰুফে তেতিয়া সুধিলে—"তুমি বাৰু এই গুপ্ত-ধনবোৰ ইয়াৰ পৰা মাটিৰ ওপৰলৈ লৈ যাব পাৰিবা নে ?" ভূতটোৱে ক'লে—"হেলাৰঙে লৈ যাব পাৰিম।" মাৰুফে ক'লে—"তেন্তে লৈ ব'লা। একোকে ইয়াত নাৰাখিবা।" ভূতটোৱে মাটিত আঁক কেইডালমান দিয়াৰ লগে লগে এটা কাঁট ওলাল আৰু অলপ সময়ৰ বাবে সেইপিনেদি ভূতটো অদৃশ্য হৈ গ'ল। তেনেতে ধুনীয়া ল'ৰা কিছুমান সেই ঠাইত আবিৰ্ভাৱ হ'ল ; সিহঁতৰ হাতে হাতে সোণৰ পাচি একোটা আছিল ; প্ৰতিটো পাচিতে ভৰি থকা সোণবোৰ ঢালি দি সিহঁত গুচি গ'ল। তাৰ পিচত আকৌ সোণ লৈ আহিল। এইদৰে

সিহঁতে ধন-সোণ, মণি-মুকুতা আদি কঢ়িয়াবলৈ ধৰিলে। শেষত ক'লে—"গুপ্তধনৰ ভৰালত আৰু একোৱেই নাই।" তাৰ পিচত আবু-অল-ছাদৎ ওলালহি ; সি মাৰুফক ক'লে—"ডাঙৰীয়া ! আমি গুপ্ত ভৰালৰ পৰা সকলোবোৰ বস্তু উলিয়াই আনিলো।" মাৰুফে তাক সুধিলে—"এই ধুনীয়া ল'ৰাবোৰ নো কোন ?" ভুতটোৱে ক'লে—"সিহঁত মোৰে ল'ৰা। এইটো একো ডাঙৰ কাম নহয়। সেইদেখি এই কামৰ বাবে মই বাকীবোৰ ভুতক মাতি নানি মোৰ ল'ৰাকেইটাকে সেই কাম কৰিবলৈ দিলো। সিহঁতেও আপোনাৰ এইকেৰা কাম কৰি দিবলৈ পাই ভাল পাইছে। আৰু কি কৰি দিব লাগে কওক।"

মাৰুফে ক'লে—"কিছুমান খচ্চৰ আৰু পেৰা আনি দিব পাৰিবা নে ? এই ধন-সোণবোৰ পেৰাত ভৰাই খচ্চৰৰ পিঠিত তুলি দিব লাগে।" "সেইটো একো ডাঙৰ কাম নহয়।"—এইবুলি কৈ আবু-অল-ছাদতে বিকট চিঞৰ এটা মাৰিলে ; লগে লগে তাৰ আঠ শ পুতেক সমুখত উপস্থিত হ'লহি। সি সিহঁতক ক'লে—"তহঁতৰ কিছুমানে খচ্চৰৰ ৰূপ ধাৰণ কৰ ; কিছুমানে চহীচ আৰু কিছুমানে ধুনীয়া দাসৰ মূৰ্তি ধৰ।" তেতিয়া সিহঁতৰ মাজৰে সাত শ ল'ৰাই খচ্চৰৰ ৰূপ ধাৰণ কৰিলে। বাকীবোৰ দাস হ'ল। ইয়াৰ পিচত আবু-অল-ছাদতে মাৰিড (ভুত)বোৰক মাতিলে। সিহঁত আহিলত সি সিহঁতক সোণ আৰু মণি-মণি-মুকুতা খচিত জীন লগোৱা ঘোঁৰাৰ ৰূপ ধৰিবলৈ ক'লে। মাৰুফে পেৰাবোৰ আনিবলৈ কৈ এইবুলি নিৰ্দেশ দিলে—"সোণ আৰু মণি-মুকুতাৰ পেৰাবোৰ এতিয়া ভাগে ভাগে লাদি দে।" সেইমতে সিহঁতে তিনিশ খচ্চৰৰ পিঠিত পেৰাবোৰ লাদি দিলে। ইয়াৰ পিচত মাৰুফে আবু-অল-ছাদতক ক'লে—"আটাইতকৈ দামী কেইবিধমান বস্তুৰ পেৰাকেইটামান মোক আনি দিব নোৱাৰানে ?" ভুতটোৱে সুধিলে—"মিছৰীয়, ছীৰিয়, পাৰ্চিয়ান, গ্ৰীক—এইবোৰৰ ভিতৰত কোন বিধৰ বস্তু আপোনাক লাগে ?" মাৰুফে ক'লে—"প্ৰত্যেক বিধৰে এশটা পেৰা আনি পাচ শ খচ্চৰৰ পিঠিত তুলি দিয়া।" আবু-অল-ছাদতে ক'লে—"ডাঙৰীয়া, মোক অলপ সময় দিয়ক। মই এই কামৰ বাবে কিছুমান ভুতক পঠিয়াই দিম। প্ৰতিখন দেশলৈকে একোটা দল যাব আৰু প্ৰত্যেক বিধ বস্তুৰে এশটাকৈ পেৰা লৈ আহিব। সিহঁতে নিজেই খচ্চৰৰ ৰূপ ধৰি এই বস্তুবোৰ কঢ়িয়াই আনিব।" মাৰুফে তেতিয়া সুধিলে—"এই কামৰ বাবে তোমাক কিমান সময় লাগিব ?" সি উত্তৰ দিলে—"সিহঁত নিশা যাব আৰু ৰাতি নোপুৱাওঁতেই উভটি আহিব।" মাৰুফে ক'লে—"বাৰু তেন্তে। সেইখিনি সময় মঞ্জুৰ কৰিছো।" তাৰ পিচত মাৰুফে এটা বাহৰ পাতি দিবলৈ আদেশ দিলে।



বাহৰ পাতি দিয়াত মাৰুফে তাতে বহিল। সিহঁতে খোৱা বস্তু আনি মেজত সজাই দিলে। তাৰ পিচত আবু-অল-ছাদতে ক'লে—"ডাঙৰীয়া! আপুনি এই বাহৰতে জিৰণি লওক। মোৰ ল'ৰাহঁতে পহৰা দি থাকিব। আপুনি একো চিন্তা নকৰিব। মই এতিয়া যাওঁ ; মাৰিডবোৰক আপুনি বিচৰা বস্তুবোৰ আনিবৰ বাবে পঠাই দিওঁগৈ।" এই বুলি কৈ সি গুচি গ'ল ; মাৰুফ বাহৰতে বহি থাকিল ; ভুতৰ ল'ৰাবোৰে দাসৰ ৰূপ ধৰি তাৰ আল ধৰিলে। এনেতে সেই হালোৱাটো চৰিয়া এটাত খোৱাবস্তু কিছুমান লৈ সেইখিনি পালেহি। বাহৰটো দেখি আৰু ভতবোৰ লগুৱা-লিকচো দেখা পাই সি ভাবিলে যে ছুলতানে আহি সেইখিনিতে বাহৰ পাতিছে। ভেবা লাগি চাই থাকোতেই তাৰ মনত খেলালে—"কুকুৰা পোৱালিকেইটামান মাৰি গৰু ঘিউত বঙাকৈ ভাজি আনি দেখোন ছুলতানক যাচিব পাৰিলোহেঁতেন !" এইবুলি ভাবি সি কুকুৰা মাৰিবৰ বাবে যাবই খুজিছিল ; পিচে মাৰুফে তাক দেখা পাই মাতি আনিবলৈ দাসবোৰক আদেশ দিলে ; শাক-পাচলিৰ তৰকাৰী চৰিয়াৰ সৈতে হালোৱাটোক মাৰুফৰ আগলৈ অনাত মাৰুফে তাক সুধিলে—"এয়া কি ?" হালোৱাই উত্তৰ দিলে—"আপোনাক খাবলৈ দিবৰ কাৰণে আনিছিলো। লগতে এয়া ঘোঁৰাটোৰ কাৰণে আনিছিলো। মোৰ দায়-দোষ নধৰে যেন। ছুলতান অহা বুলি জনা নাছিলো। জনা হ'লে কুকুৰা পোৱালিকেইটামান মাৰি তাকে ভাজি আনিলোহেঁতেন।" মাৰুফে ক'লে—"ছুলতান অহা নাই। মই তেওঁৰ জোঁৱায়েকহে। তেওঁৰ ওপৰত খং উঠাত মই গুচি আহিছিলো ; পিচে ছুলতানে এতিয়া মিটমাট কৰিবৰ বাবে বিষয়া কেইজনমানক পঠাই দিছে। সেইদেখি মই এতিয়া নগৰলৈ উভটি যাম বুলি ভাবিছো। পিচে তুমি মোক চিনি পোৱা নাছিলা যদিও এসাজ খুৱাবৰ বাবে মোক নিমন্ত্ৰণ কৰিলা ; সেইদেখি শাক-পাচলিৰ আঞ্জাখিনিকে মই খাম।"

এইবুলি মাৰুফে চৰিয়াটো মেজত থোৱালে আৰু তাৰ পৰাই তুলি লৈ খাবলৈ ধৰিলে ; ইপিনে হালোৱাটোৱে সোৱাদ লগা মঙহৰ আঞ্জা আদি নানান বস্তু পেট ভৰাই খালে। মাৰুফে হাত-মুখ ধুই উঠি দাসবোৰক খাবলৈ ক'লে ; দাসবোৰে খোৱাৰ পিচত চৰিয়াটো খালী হ'ল। তেতিয়া মাৰুফে চৰিয়াটো সোণেৰে ভৰ্ত্তি কৰি দি হালোৱাক ক'লে—"এইখিনি তোমাৰ ঘৰলৈ লৈ যোৱা। নগৰলৈ আহিলে মোক লগ ধৰিবা।" চৰিয়াটো লৈ হালোৱা ঘৰমুৱা হ'ল ; গৰু হাল আগে আগে খেদি নিলে। ইপিনে মাৰুফৰ আগত গুপ্তভৰালৰ ছোৱালী কেইজনী-মান উপস্থিত হ'লহি ; সিহঁতে নাচ-গান কৰি নিশাটো পাৰ কৰিলে। ৰাতি

পুৱাওঁতেই দেখা গ'ল—দূৰত ধূলিৰে ধুৱলি-কুৱঁলি হৈছে ; এনেতে ধূলি মাৰ গ'ল আৰু মাৰুফে তেতিয়া দূৰত সাতশ খচ্চৰ দেখা পালে ; প্ৰতিটো খচ্চৰৰ পিঠিত একোটা বোজা ; লগত চহীচ আৰু দাস কিছুমানো আহিছে । সিহঁতৰ লগতে বণিকৰ মুৰব্বী হিচাপে আবু-অল-ছাদতো আহিছে । সকলোৰে আগত আহিছে—সোণ আৰু মণি মুকুতা খটোৱা বাগী এখন । বাহৰত উপস্থিত হৈ আবু-অল-ছাদতে সেৱা এটা কৰি মাৰুফক ক'লে—"ডাঙৰীয়া ! আপুনি বিচৰা মতে সকলো বস্তু আনিছো । বাগীখনতে আপুৰুগীয়া কাপোৰ এসাজো আছে ; সেইজোৰ কাপোৰৰ লেখিয়া কাপোৰ কোনো ৰজা-মহাৰজাৰ হাতত নাই । আপুনি সেই কাপোৰ সাজ পিন্ধি বাগীত উঠক আৰু আমি কি কৰিব লাগে আদেশ দিয়ক ।" মাৰুফে তেতিয়া ক'লে—"তুমি ইখটিয়া-অল-খাটন নগৰলৈ গৈ মোৰ শহুৰক লগ ধৰিবা । তুমি কিন্তু মানুহৰ ৰূপ ধৰি যাব লাগিব ।"

মাৰুফে ছুলতানলৈ চিঠি এখন লিখি মোহৰ মাৰি দিলে । সেই চিঠিখন লৈ আবু-অল-ছাদতে যাত্ৰা কৰিলে । সি গৈ সেই ঠাইত উপস্থিত হওঁতেই ছুলতানে ৱাজিৰক এইবুলি কোৱা শুনিবলৈ পালে—"ৱাজিৰ! মই জোঁৱাইৰ কাৰণে বৰ চিন্তিত হৈছো । আৰব ডকাইতৰ হাতত তেওঁ নিহত হ'ল বুলি মোৰ মনত শঙ্কা উপজিছে । কেনি তেওঁ গ'ল, সেই কথা জনা হ'লে মই নিজেই সৈন্য-সামন্ত লৈ বিচাৰি গ'লোহেঁতেন । তেওঁৰ গন্তব্যস্থলৰ কথা মোক যদি ক'লেহেঁতেন !" ৱাজিৰে তেতিয়া মাত লগালে—"আপুনি নাজানি-নুশুনি কৰা কামৰ বাবে আল্লাই যেন আপোনাক ক্ষমা কৰে । আমি যে কথাটো গম ধৰিব পাৰিলো সেই কথা জানি তেওঁ অপমানৰ ভয়ত পলাল । তেওঁ ঠগ, মিছলীয়া—তাৰ বাহিৰে আন একোৱেই নহয় ।" ঠিক সেই মুহূৰ্ততে মাৰুফৰ বাৰ্তাবাহক ৰাজসভাত উপস্থিত হ'লহি ; সি সেৱা জনাই ছুলতানৰ দীৰ্ঘজীৱন আৰু সুখ-সমৃদ্ধি কামনা কৰিলে । ছুলতানে সুধিলে—"তই কোন ? কিয় ইয়ালৈ আহিছ ?" মানুহৰ ৰূপ ধৰি অহা ভুতটোৱে ক'লে—"মই বাৰ্তাবাহক ; আপোনাৰ জোঁৱায়েক বয়বস্তু লৈ আহিব লাগিছে । তেওঁ মোৰ হাতত চিঠি দি পঠাইছে ।" ছুলতানে চিঠিখন খুলি পঢ়িবলৈ ধৰিলে । তাত লিখিছে—"মহামান্য ছুলতানক সেৱা জনাইছো । মোৰ বয়বস্তুবোৰ এতিয়া মোৰ হাতত পৰিছেহি । আপুনি সৈন্যসামন্ত লৈ আহি মোক লগ ধৰিলে সন্তোষ পাম ।" ছুলতানে চিঞৰি ক'লে—"ৱাজিৰ ! আল্লাই তোমাৰ মুখত কালিমা সানক ! বাৰে পতি তুমি মোৰ জোঁৱাইক হেয় প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিলা ! তেওঁক ঠগ আৰু মিছলীয়া বুলি কৈছিলা ; কিন্তু এতিয়া ? তেওঁ বয়বস্তু লৈ আহিব লাগিছে । তুমি কম নহয় ! মই গাখীৰ খুৱাই ফেঁটী সাপ পুহিছিলো ।" ৱাজিৰ তেনেই পেপুৱা লাগিল ; তেওঁ লাজতে তলমূৰা হৈ থাকি মুৰুকত ক'লে—"হে ছুলতান ! তেওঁৰ বয়বস্তুবোৰ আহি পোৱাত পলম হোৱা বাবে আৰু ৰাজভৰালৰ ধন-সোণ সকলো তেওঁ নাইকিয়া কৰে বুলি ভয় কৰিহে মই সেইবুলি কৈছিলো ।" ছুলতানে খঙতে গুজৰি উঠি ক'লে—"বিশ্বাসঘাতক ! মোৰ কিমাননো ধন-সম্পত্তি আছিল ! জোঁৱায়ে এতিয়া বয়বস্তু লৈ আহিছে যেতিয়া মোক ডেৰাৰ বস্তু দিব ।" ছুলতানে তেতিয়া গোটেই নগৰ সুসজ্জিত কৰি তুলিবলৈ আদেশ দিলে আৰু তাৰ পিচত জীয়েকৰ ওচৰলৈ গৈ ক'লে—"বৰ বঢ়িয়া খবৰ এটা পাইছো । বয়বস্তু লৈ জোঁৱাই এইখিনি পাবহি এতিয়া । তেওঁ এই কথা জনাই মোলৈ চিঠি দিছে । মই এতিয়াই তেওঁক আদৰি আনিবৰ বাবে যাত্ৰা কৰিম ।"

ৰাজকুমাৰী দুনীয়া এই কথা শুনি তেনেই অবাক হ'ল । তেওঁ মনতে ভাবিলে—"কি আচৰিত কথা ! মোৰ আগত নিচলা মানুহ বুলি কৈ তেওঁ ধেমালি কৰিছিল নেকি ? নে মোৰ পৰীক্ষা কৰিহে চালে ? যিহওক আল্লাৰ কৃপাত মই নিজৰ কৰ্তব্য পালন কৰাত ক্ৰুটী ঘটোৱা নাই ।" এইদৰে কাৰেঙত তোল-পাৰ লাগিল । ইপিনে নগৰ সজোৱা দেখি সদাগৰ আলিয়ে তাৰ কাৰণ কি সুধিলে । তাৰ উত্তৰ পালে এইবুলি—"ছুলতানৰ জোঁৱায়েক সদাগৰ মাৰুফ বয়বস্তু লৈ উলটি আহিছে ।" সদাগৰ আলিয়ে ভাবিলে—"হে আল্লা ! এই মানুহটোৰ এইবোৰ কি লীলা ! ঘৈণীয়েকৰ হাত সাৰিবৰ বাবে পলাই আহি সি মোৰ ওচৰ পালে ; মানুহটো তেনেই দুখীয়া । সি আকৌ বয়বস্তু এসোপা ক'ত পালে ! কিজানি হাঁহিয়ুতাৰ পাত্ৰ হয় বুলি ছুলতানৰ জীয়েকেই তাক কিবা উপায় উলিয়াই দিলে ! ছুলতানসকলে কৰিব নোৱাৰা কাম নাই । যিহওক, আল্লাই যেন মানুহ-টোৰ মান ৰক্ষা কৰে ।" আনহাতে এই বাতৰি পাই বাকীবোৰ সদাগৰৰ মনত বৰ ৰং লাগিল ; নিজৰ নিজৰ পাবলগীয়া ধন খিনি ঘূৰাই পাব বুলি আশা দেখা পালে । ছুলতানে সৈন্য-সামন্ত লৈ যাত্ৰা কৰিলে । আবু-অল-ছাদতেও মাৰুফৰ ওচৰলৈ গৈ চিঠি দিয়াৰ সম্বাদ দিলে । মাৰুফে তেতিয়া বয়বস্তুবোৰ লাদিবলৈ নিৰ্দেশ দিলে । সি নিজে জাকজমক সাজটো পিন্ধি বাগীখনত উঠিল । তাৰ পৰোভৱ ছুলতানতকৈয়ো হেজাৰ গুণে বাঢ়িল ।

ইয়াৰ পিচত মাৰুফ আগবাঢ়িল । আধা বাট যোৱাৰ মূৰতে ছুলতানে সসৈন্যে আহি লগ ধৰিলে । জোঁৱায়েকক আপুৰুগীয়া সাজ এটা পিন্ধি বাগীত

উঠি অহা দেখি ছুলতানে আকোৱালি ধৰি সম্ভাষণ জনালে। আমীৰ-ওমৰাহসকলেও সম্ভাষণ জনালে। মাৰুফে ইমান দিনে বয়বস্তু আহি পাব বুলি কৈ থকা কথা সঁচা বুলি তেওঁলোকে বিশ্বাস কৰিলে। এইদৰে মহা পৰোভৱে সমদলযাত্ৰা কৰি তেওঁলোক নগৰৰ ভিতৰ সোমালহি। সদাগৰবোৰে আহি মাৰুফক বেৰি ধৰি হাতত চুমা খালে। ইপিনে সদাগৰ আলিয়ে আহি মাৰুফক টিপতে ক'লে—"তুমি ফাক'টি কৰোতে সেয়ে গুণ দিলেগৈ! তুমি কম নোহোৱা—ঠগৰ ওজা! অৱশ্যে তুমি ইয়াৰ বাবে যোগ্য। আল্লাক খাটিছো—তোমাৰ আৰু সমৃদ্ধি হওক।" এই কথা শুনি মাৰুফে মাত্ৰ হাঁহিলে। তাৰ পিচত কাৰেঙলৈ গৈ মাৰুফে দাসবোৰক আদেশ দিলে—"সোণবোৰ ছুলতানৰ ৰাজভঁৰালত থৈ দে। কাপোৰৰ গাথকেইটা মোৰ ওচৰলৈ লৈ আহ।" মানুহবোৰে সেইমতে কৰিলে। মাৰুফে তেতিয়া এটা এটাকৈ সাতশটা গাথ খোলালে আৰু তাৰ মাজৰ পৰা ভাল ভাল কাপোৰবোৰ বাছি লৈ ক'লে—"এইবোৰ ৰাজকুমাৰী দুনীয়াৰ ওচৰলৈ লৈ যা; তেওঁ এইবোৰ কাপোৰ লিগিৰীবোৰক বিলাই দিয়ক। মণি-মুকুতাৰ এই পেৰাটোও লৈ যা; এই-খিনিও লিগিৰীবোৰক ভগাই দিব।"

তাৰ পিচত মাৰুফে সদাগৰ সকলৰ ঋণ পৰিশোধ কৰিলে; যাৰ পৰা এহেজাৰ মোহৰ ধাৰলৈ লৈছিল তেওঁক দুহেজাৰ মোহৰ বা তাতোকৈ বেছি মূল্যৰ কাপোৰ দিলে। ইয়াৰ পিচত দুখীয়া আৰু অভাৱগ্ৰস্ত মানুহৰ মাজত কানি-কাপোৰ বিলাই দিলে। আকলুৱা দৃষ্টিৰে ছুলতানে এইবোৰ কাণ্ড চাই আছিল। তেওঁৰ তেতিয়া লোভ সামৰিব নোৱাৰা অৱস্থা। এইদৰে সাতশটা বোজা বিলাই শেষ কৰাৰ পিচত মাৰুফ সৈন্য সামন্তবোৰৰ পিনে গ'ল। সিহঁতৰ মাজত মণি-মুকুতা আদি মুঠিয়ে মুঠিয়ে বিলালে। ছুলতানে শেষত নেমাতি নোৱাৰিলে—"হৈছে আৰু! এই খিনিয়েই হ'ব। এতিয়া আৰু অলপমান বস্তুহে বাকী ৰৈছেগৈ।" কিন্তু মাৰুফে ক'লে—"মোৰ আৰু ডেৰাৰ বস্তু আছে।" তেতিয়া আৰু সেইষাৰ কথা মিছা বুলি ভবাৰ থল নাই। মাৰুফেও দান কৰাৰ বেলিকা হাতধৰাৰ একো কাৰণ নাই। কিয়নো সেই মন্ত্ৰপুত আঙঠিটোৰ বলত সি দাসটোৰ হতুৱাই যি বিচাৰে তাকে আনি ল'ব পাৰিব। এনেতে খাজাঞ্চীয়ে আহি ছুলতানক ক'লে—"ৰাজভঁৰালত আৰু বস্তু থবলৈ ঠাই নাই। বাকীবোৰ বস্তু তাত নধৰে। বাকী থকা সোণ আৰু মণি-মুকুতাবোৰ ক'ত থম?" ছুলতানে তেতিয়া আন এঠাইত থবৰ কাৰণে দিহা দিলে। ইপিনে ৰাজকুমাৰী দুনীয়াৰ মনত আনন্দই নধৰা হ'ল। তেওঁ আচৰিত হৈ ভাবিবলৈ ধৰিলে—"তেওঁ বাৰু এই অপাৰ সম্পদ কেনেকৈ লাভ



কৰিলে?" মাৰুফৰ পৰা বস্তুবোৰ পাই সদাগৰ বিলাকে ৰৰ বং পালে। আনহাতে সদাগৰ আলিয়ে ভাবি একো উৱাদিহ উলিয়াব নোৱাৰিলে: "কাক কেনেকৈ ঠগি তেওঁ বাৰু অতবোৰ বস্তু আনিলে? এইবোৰ বস্তু ছুলতানৰ জীয়েকৰ পৰা নিশ্চয় পোৱা নাই। কিয়নো সেয়ে হোৱা হ'লে তেওঁ এইদৰে বস্তুবোৰৰ অপচয় নকৰিলেহেঁতেন।"

মাৰুফৰ বদান্যতা দেখি ছুলতানৰ মুখৰ মাত হৰিল। ইয়াৰ পিচত মাৰুফ ঘৈণীয়েকৰ কাষলৈ গ'ল। ৰাজকুমাৰীয়ে সুধিলে—"আপুনি মোৰ লগত ধেমালি কৰিছিল নে মোক পৰীক্ষা কৰি চাব খুজিছিল? যি হওক আল্লাৰ কৃপাত মই নিজৰ কৰ্তব্য পালন কৰাত ত্ৰুটী ঘটোৱা নাছিলো। কিয়নো ধনীয়েই হওক বা দুখীয়াই হওক, আপুনি মোৰ প্ৰিয়জন। কিন্তু তেতিয়া আপুনি মোক সেইবুলি কিয় কৈছিল? তাৰ কাৰণ মোক ভাঙি-পাতি কবই লাগিব।" "মই মাত্ৰ তোমাৰ প্ৰমাণ চালো। তুমি সঁচাকৈয়ে মোক ভাল পোৱা নে ধনসম্পত্তিহে তোমাৰ কাম্য—তাৰে প্ৰমাণ চাব খুজিছিলো। কিন্তু মই স্পষ্টভাৱে জানিলো যে প্ৰেম নিভাঁজ; নাৰীৰ প্ৰকৃত গুণেৰে তুমি বিভূষিতা। তোমাৰ গুণৰ কথা আৰু মোৰ জানিবলৈ বাকী নাই।" ইয়াৰ পিচত মাৰুফ আন এঠাইলৈ গ'ল আৰু ওচৰত কোনো নথকা অৱস্থাত আঙঠিটোত মোহাৰ মাৰি দিয়াত আবু-অল-ছাদতে দেখা দি সুধিলে—"কি কৰিব লাগে আদেশ দিয়ক।" মাৰুফে ক'লে—"মোৰ পত্নীৰ বাবে বহুমূলীয়া কাপোৰ এসাজ আৰু আপুৰুগীয়া মুকুতাৰ চল্লিশটা মণিৰে গথা সাতসৰী এধাৰ আৰু আন গহনা-পাতি কিছুমান লাগে।" ভুতটোৱে সেইমতে আনি দিয়াত মাৰুফে সেইবোৰ নি ৰাজকুমাৰীক দি ক'লে—"এইবোৰ তোমালৈ আনিছো।" সেইবোৰ দেখিয়েই ৰাজকুমাৰী আনন্দত আত্মহাৰা হৈ উঠিল। তেওঁ কাপোৰ সাজ আৰু গহনাবোৰ পিন্ধিলে; তাৰ পিচত মাৰুফক ক'লে—"মই এইখিনি সাঁচি থম। উৎসৱ আদি হ'লেহে পিন্ধিম।" তেতিয়া মাৰুফে ক'লে—"সাঁচিব নেলাগে; সদায় পিন্ধিবা। আৰু বহুতো বস্তু মোৰ হাতত আছে।" ৰাজকুমাৰীয়ে সেইবোৰ পিন্ধি থাকিল; সেইবোৰ দেখি বাকীবোৰ তিৰোতাই ৰ লাগি চাবলৈ ধৰিলে।

ইয়াৰ পিচত মাৰুফ আকৌ অকলশৰীয়াকৈ আঁতৰি গ'ল আৰু আঙঠিটো মোহাৰ মাৰি দি দাসটোক মাতিলে; সি আহি পোৱাত মাৰুফে ক'লে—"মোক এশ সাজ কাপোৰ আৰু সোণৰ গহনা লাগে।" আবু-অল-ছাদতে সেইবোৰ আনি দিলে। মাৰুফে তেতিয়া লিগিৰীবোৰক মতাই আনি সিহঁতৰ প্ৰত্যেককে কাপোৰ

আৰু গহনা দিলে। সেইবোৰ পিন্ধিলত সিহঁত পৰীৰ দৰে হৈ উঠিল ; আৰু সিহঁতৰ মাজত ৰাজকুমাৰী দুনীয়া তৰাৰ মাজত জোনটো জিলিকা দৰে জিলিকি থাকিল। এজনী লিগিৰীয়ে গৈ ছুলতানকো এই সম্বাদ দিলে। জীয়েকক চাবৰ বাবে ছুলতানো আহিল। ৰাজকুমাৰী আৰু বাকীবোৰ তিৰোতাৰ সাজ-পাৰ দেখি সকলো অবাক হ'ল। ছুলতানে তেতিয়া ৰাজিৰক মাতি আনি তেওঁকো সেই সম্বাদ দিলে। পিচে ৰাজিৰে ক'লে—"সদাগৰৰ মতিগতি এনেকুৱা বিধৰ নহয়। সদাগৰে একোখন কাপোৰ বহুত বছৰলৈ সাঁচি থব আৰু তাৰ পিচত লাভ ৰাখি সেই কাপোৰ বেচি দিব। সদাগৰে এনেদৰে বদান্যতা দেখুৱাব কেনেকৈ ? ইমানবোৰ ধন-সোণ সদাগৰে পাব ক'ত ? বাদশ্বাহৰ হাততো ইয়াৰ এভাগ ধনসোণ নাথাকে। নিশ্চয় কথাৰ গুৰি ক'ৰবাতহে ! আপুনি যদি অনুমতি দিয়ে, তেন্তে মই ইয়াৰ ওৰ উলিয়াব পাৰিম।" ছুলতানে ক'লে—"তুমি কি কৰিব খোজা কৰা।" ৰাজিৰে উত্তৰ দিলে—"আপুনি জোঁৱায়েকক মাতি আনি আদৰ-সাদৰ কৰি এইবুলি ক'ব : "মই মনতে ভাবিছো যে তোমাক আৰু ৰাজিৰক লৈ উদ্যানলৈ যাওঁ আৰু তাতে আমি তিনিও অলপ আনন্দ উপভোগ কৰিম : উদ্যানলৈ গৈ আমি সুৰা পান কৰাৰ বাবে যোগাৰ কৰিম। মই তেওঁক সুৰা পান কৰিবলৈ খাটনি জুৰিম। সুৰা পান কৰিলে তেওঁ হিতাহিত জ্ঞান হেৰুৱাব। সেই সময়তে আমি প্ৰশ্ন সুধি তেওঁৰ পেটৰ কথা উলিয়াম। সুৰাই মানুহক বিশ্বাসঘাতকতা কৰে। তেওঁৰ আচল কথা গম পোৱাৰ মূৰত আমি আৱশ্যক অনুসৰি ব্যৱস্থা লব পাৰিম। তেওঁ যিবোৰ কাম কৰিছে, তাৰ ফলত আপোনাৰ অৱস্থা মূৰকত কাহিল হয়গৈ বুলি মোৰ মনত শঙ্কা উপজিছে। মূৰকত হয়তো তেওঁ ৰাজপাট খাবলৈকো হেঁপা মেলিব পাৰে ; টকা-পইচা ঢালি তেওঁ সৈন্য-সামন্তবোৰক নিজৰ ফলীয় কৰি লব পাৰে। তেতিয়া আপোনাক ছুলতান ভাঙি তেওঁ নিজেই ছুলতান হবগৈ।"

ছুলতানে ক'লে—"এৰা তুমি ঠিক কথাকে কৈছা।" নিশা গুপুতে মন্ত্ৰণা কৰি তেওঁলোকে সেইমতে সিদ্ধান্ত ল'লে। পিচ দিনা ৰাতিপুৱা ঘোঁৰাশালৰ ৰখীয়া আৰু লগুৱাকেইটা ভয়ে ভয়ে ছুলতানৰ আগত উপস্থিত হ'লহি ; ছুলতানে সিহঁতক সুধিলে—"কি হ'ল তহঁতৰ ?" সিহঁতে ক'লে—"জাহাপনা। বয়বস্তু কঢ়িয়াই অনা ঘোঁৰা আৰু খচ্চৰবোৰক চহীচে কালি নিশা দানা-পানী খুৱাই মালিচ কৰি দি গৈছিল। পিচে আজি ৰাতিপুৱা শুই উঠি দেখিলোগৈ যে আপোনাৰ জোঁৱায়েকৰ দাসবোৰে ঘোঁৰা আৰু খচ্চৰবোৰ ৰাতিয়েই চুৰ কৰি নিলে।



আস্তাবলৰ কেওপিনে চালো—কিন্তু ঘোঁৰা আৰু খচ্চৰবোৰ দেখা নাপালো ! তেতিয়া আমি দাসবোৰৰ ঘৰলৈ গৈ দেখিলো যে সিহঁতো নাই। ক'লৈ গ'ল একো কব নোৱাৰো।"

এই ঘোঁৰা, খচ্চৰ আৰু দাসবোৰ যে প্ৰকৃততে ভুতহে আছিল, সেই কথা কোনেও জনা নাছিল। সেইদেখি ছুলতানো অবাক হ'ল। তেওঁ ঘোঁৰাশালৰ ৰখীয়া কেইটাক ক'লে—"অধ্যা মূৰ্খহঁত ! এহেজাৰ ঘোঁৰা আৰু পাঁশ দাস পলাই গ'ল ; তথাপি তহঁতে গম নাপালি ?" সিহঁতে ক'লে—"জানো কি হ'ল ! আমি একোকে গম নাপালো।" ছুলতানে তেতিয়া সিহঁতক ক'লে—"এতিয়া যা ! হেৰেমৰ পৰা জোঁৱাই ওলাই আহিলে তেওঁক এই কথাটো জনাবি। ছুলতানৰ ওচৰৰ পৰা আঁতৰি গৈ সিহঁত বিমৰ্ষ মনেৰে ৰহি থাকিল। এনেতে মাৰুফে ওলাই আহি সিহঁতক সুধিলে—"কি হ'ল ?" সিহঁতে তেতিয়া সকলো কথা ক'লে—"তাকে ভাবি তহঁত ইমান অস্থিৰ হব লাগিছে কিয় ? হেৰাল যদি হেৰাল। তাৰ পৰানো মোৰ কি হানি হ'ল ?" মাৰুফৰ খং উঠা বা বেজাৰ লগাৰ একো চিন দেখা নগ'ল। সি মাত্ৰ হাঁহিলে। তাকে দেখি ছুলতানে ৰাজিৰৰ মুখলৈ চালে। তেওঁ ক'লে—"মানুহটো বৰ আচৰিত ধৰণৰ। ধন-সম্পত্তিলৈ সমূলি মোহ নাই। ইয়াৰ মাজত নিশ্চয় কিবা এটা ৰহস্য আছে।"

ইয়াৰ পিচত মাৰুফৰ লগত অলপ কথাবাৰ্তা পতাৰ মূৰত ছুলতানে জোঁৱায়েকক ক'লে—"মই মনতে কথা এটা আলচি আছো। তুমি, মই আৰু ৰাজিৰ—আমি তিনিও উদ্যানলৈ যাওঁ ব'লা। তাতে আমি অলপ আমোদ-প্ৰমোদ কৰি কিছু সময় কটাব পাৰিম।" মাৰুফ মান্তি হোৱাত তেওঁলোক উদ্যানলৈ গ'ল। উদ্যানত নানা তৰহৰ ফল-গছ ভৰি আছে ; নিজৰাৰ পানী কলকলাই বৈ গৈছে ; ওখ গছবোৰত পৰি চৰাইবোৰে কোঢ়াল লগাই আছে। বিতোপন প্ৰমোদ-ভৱনত তিনিও বহিলগৈ ; ঠাইডোখৰে মানুহৰ মনৰ পৰা দুখ-সন্তাপ হৰি নিয়ে। ৰাজিৰে নানান সাধু ক'লে ; ধেমেলীয়া কথাও উলিয়ালে। মাৰুফে মনপুতি সকলো কথা শুনিবলৈ ধৰিলে। এনেতে খাবৰ সময় হ'ল ; তেওঁলোক মগুহ আৰু সুৰাৰ কাষত বহিলহি। খাই-বৈ উঠাৰ মূৰত ৰাজিৰে এপিয়লা সুৰা ছুলতানৰ পিনে আগবঢ়াই দিয়াত তেওঁ সুৰাপান কৰিলে। ইয়াৰ পিচত মাৰুফৰ পিনে এপিয়লা আগবঢ়াই দি ক'লে—"এই পিয়লা খাওক। এনে উপাদেয় সুৰা ভক্তিভৰে গ্ৰহণ কৰা উচিত।" মাৰুফে সুধিলে—"এয়া নো কি ?" ৰাজিৰে

তাৰ উত্তৰত ক'লে—“এয়া বহুতদিনীয়া পুৰণি সুৰা। খালেই হিয়া শাঁত পৰি যাব।” এইদৰে সুৰাৰ গুণ বখানি ৰাজিৰে মাৰুফক সুৰা যাচিবলৈ ধৰিলে আৰু খাবৰ কাৰণে কুটুৰি থাকিলে। লগতে বাৰে-ভচহু নানান কথা উলিয়ালে। শেষত মাৰুফ সুৰা পান কৰাত মত্ত হৈ পৰিল। ৰাজিৰেও ইটো পিয়লাৰ পিচত সিটো পিয়লা যাচিবলৈ ধৰিলে। বাগীত মতলীয়া হৈ মাৰুফে সকলো হিতাহিত জ্ঞান হেৰুৱালে। সেই অৱস্থা হোৱা দেখা পাই ৰাজিৰে আচল কথাটো উলিয়ালে—“আপুনি বাৰু এই মণি-মুকুতাবোৰ ক'ত পালে? এনেকুৱা বস্তুবোৰ ছুলতানসকলৰ ৰাজকোষতো পোৱা নাযায়। আপোনাৰ দৰে ধন-সম্পত্তি থকা সদাগৰ আমি জীৱনত কোনো কালে দেখা নাই; এনে বদান্যতা দেখুওৱা মানুহো দেখা মনত নপৰে। আপোনাৰ চাল-চলন ছুলতানৰ লেখিয়াহে—সদাগৰৰ নিচিনা নহয়।' সেইদেখি আপোনাৰ বিষয়ে জানিবৰ মন গৈছে। কওকচোন বাৰু।” এইদৰে তেওঁ কুটুৰি কুটুৰি নানান প্ৰশ্ন সুধিবলৈ ধৰিলে। শেষত মাৰুফে কলে—“মই সদাগৰো নহয়, ছুলতানো নহয়।” এইবুলি পাতনি মেলি সি নিজৰ সকলো কথা কৈ দিলে। ৰাজিৰে তেতিয়া ক'লে—“আল্লাৰ দোহাই! এবাৰ আঙঠিটো দেখুৱাওকচোন। ইয়াৰ কালিকাকে অলপ চাওঁ।” হুচ নথকা অৱস্থাৰেই মাৰুফে আঙুলিৰ পৰা আঙঠিটো সোলোকাই আগবঢ়াই দি ক'লে—“এইটো লওক।” আঙঠিটো লৈ ৰাজিৰে সুধিলে—“মই যদি মোহাৰ মাৰি দিওঁ, তেন্তে দাসটো মোৰ আগত উপস্থিত হব নে?” মাৰুফে উত্তৰ দিলে—“নিশ্চয় হব। আপুনি মোহাৰ মাৰি দিয়ক। লগে লগে সি সমুখত থিয় হবহি।” ৰাজিৰে আঙঠিটো মোহাৰ মাৰি দিলে; তৎক্ষণাৎ ভুতটোৱে তেওঁৰ আগত দেখা দি সুধিলে,—“ডাঙৰীয়া! আদেশ দিয়ক। যি কৰিব লাগে তাকে কৰিম। নগৰ পাতি দিব লাগে নে নগৰ ধ্বংস কৰি পেলাব লাগে? নে কোনোবা ছুলতানক বধ কৰিব লাগে? আপুনি যিহকে কৰিবলৈ কয়, তাকেই কৰিম।”

ৰাজিৰে তেতিয়া মাৰুফৰ পিনে আঙুলিয়াই দি ক'লে—“এই নিধকটোক লৈ গৈ নিৰ্জন মৰুভূমিৰ মাজত পেলাই দে; ভোকে-পিয়াহে জৰ্জৰিত হৈ তাতে সি তিলতিলকৈ যন্ত্ৰণা ভুগি মৰক। কোনেও তেতিয়া গম নেপাব।” সেইমতে ভুতটোৱে মাৰুফক দাঙি লৈ আকাশেদি উৰা মাৰিলে। তাকে দেখি মৃত্যু সুনিশ্চিত বুলি ভাবি মাৰুফে কান্দিবলৈ ধৰিলে; সি ভুতটোক খাটনি জুৰিলে—“আবু-অল-ছাদৎ! তুমি মোক ক'লৈ নিবলৈ ওলাইছা?” সি উত্তৰ দিলে—“মৰুভূমিৰ মাজত পেলাই থৈ আহিমগৈ। তোমাৰ দৰে নিৰ্বোধ মানুহ মই আৰু



দেখা নাই। এনেকুৱা মন্ত্ৰপূত আঙঠি থাকিলে নো কোনোবাই লোকক চাবলৈ দিয়ে নে? তুমি এনে শাস্তি পোৱাৰেই পাত্ৰ! আল্লাই অপৰাধ নধৰা হ'লে মই আকাশৰ বহুত ওপৰৰ পৰা তোমাক পেলাই দিলোহেঁতেন। তেতিয়া তুমি আৰু মাটি নাপালাগৈহেঁতেন—কিয়নো মাজবাটতে বতাহৰ হেঁচাই গাটো টুকুৰা-টুকুৰকৈ ছিঙি পেলালেহেঁতেন।” মাৰুফৰ মুখৰপৰা আৰু মাত নোলাল। মাৰুফক মৰুভূমিত নমাই থৈ ভুতটো গুচি গ'ল।

ইপিনে আঙঠিৰ গৰাকী হোৱাৰ মূৰত ৰাজিৰে ছুলতানক ক'লে—“এতিয়া দেখিলেনে? এই মানুহটো ঠগ আৰু মিছলীয়া বুলি মই কোৱা নাছিলো নে? আপুনিহে মোৰ কথালৈ কাণ নিদিলে।” ছুলতানে তাৰ উত্তৰত ক'লে—“এৰা ৰাজিৰ! তুমি ঠিকেই কৈছিলা। আল্লাই তোমাৰ মঙ্গল কৰক। পিচে আঙঠিটো এবাৰ মোক দিয়াচোন। চায়েই নয়ন সাৰ্থক কৰো।” এই কথা শুনি ৰাজিৰে খঙত টিকিচি-বিকিচি উঠি ছুলতানৰ মুখতে থুৱাই দিলে আৰু ক'লে—“মূৰ্খ! মই এতিয়া তোৰ প্ৰভু! এইটো তোৰ হাতত দি মই আকৌ তোৰ দাস হবলৈ যামনে? মই তোক এইখন পৃথিৱীৰ পৰাই বিদায় দিম।” এইবুলি ৰাজিৰে আঙঠিটো মোহাৰি দিলে আৰু দাসটো অহাত তাক ক'লে—“এইটোকো লৈ গৈ তাৰ ঠগ জোঁৱায়েকৰ লগতে এৰি থৈ আহ।” ভুতটোৱে ছুলতানক লৈ উৰা মাৰিলে। ছুলতানে তাক সুধিলে—“মই কি দোষ লগালো বাৰু?” আবু-অল-ছাদতে উত্তৰ দিলে—“মই একো নাজানো। মোৰ গৰাকীৰ আদেশ মই পালন কৰিছো। সেই আঙঠিটো যাৰ হাততে থাকে, মই তেওঁৰ আজ্ঞা অমান্য কৰিব নোৱাৰো।” সি গৈ মৰুভূমিত উপস্থিত হ'ল আৰু মাৰুফক যি ঠাইত থৈ গৈছিল সেই ঠাইতে ছুলতানকো থৈ উলটি গ'ল। মাৰুফৰ কান্দোন শুনি ছুলতানে বিচাৰি বিচাৰি গৈ জোঁৱায়েকৰ ওচৰ পাই নিজৰ অৱস্থাৰ কথা জনালে। দুয়ো নিজৰ দুৰ্ভাগ্যৰ বাবে বিলাপ কৰি তাতে কান্দি-কাটি বহি থাকিল।

শহুৰেক, জোঁৱায়েক দুয়োকে দেশৰ পৰা বাজ কৰি দি ৰাজিৰ উদ্যানৰ পৰা ওলাই গ'ল। তাৰ পিচত সৈন্য-সামন্ত সকলোকে মতাই আনি এখন সভা বহুৱালে। ছুলতান আৰু মাৰুফক কি শাস্তি দিলে সেই কথা জনাই তেওঁ ভৌতিক আঙঠিটোৰ ক্ষমতাৰ কথা প্ৰকাশ কৰিলে। লগতে কৈ থলে—“তোমালোকে মোক ছুলতান হিচাপে স্বীকাৰ কৰি নোলোৱা যদি মই এই মন্ত্ৰপূত আঙঠিৰ দাসটোক মাতিম আৰু তোমালোকৰ প্ৰত্যেককে ধৰি নি মৰুভূমিত পেলাই থৈ আহিবলৈ

আদেশ দিম। তাতে তোমালোক অনাহাৰে তিলতিলকৈ মৰিব লাগিব।" সৈন্যবোৰে ক'লে—"আমাক ৰক্ষা কৰক। আমি আপোনাক ছুলতান ৰূপে মানি লৈছো। আপোনাৰ আজ্ঞামতে আমি চলিম।" সিহঁতে এইদৰে মানি লোৱাত ৰাজিবে সকলোকে মান ধৰা সাজ একোটা দান কৰিলে। যি প্ৰয়োজন হয়, তাকে আনি দিবলৈ আবু-অল-ছাদতক আদেশ দিয়ে আৰু সিয়ো ততালিকে আনি দিয়ে। ইয়াৰ পিচত ৰাজিবে সিংহাসনত আৰোহন কৰিলে; সৈন্য-সামন্তই তেওঁৰ ওচৰত আনুগত্য প্ৰকাশ কৰিলে। তেতিয়া তেওঁ ৰাজকুমাৰী দুনীয়ালৈ এইবুলি খবৰ পঠিয়ালে—"মই তোমাৰ প্ৰণয়াবদ্ধ। আজি নিশা মই তোমাৰ কাষলৈ যাম।" এই কথা শুনি ৰাজকুমাৰীয়ে কান্দিবলৈ ধৰিলে; বাপেক আৰু গিৰিয়েকৰ দুৰ্গতিৰ কথা জানিবলৈ পাই ইতিমধ্যে তেওঁ বেজাৰ কৰিয়ে আছিল। পিচে ৰাজকুমাৰীয়ে উত্তৰ পঠালে—"আপুনি যেন ধৈৰ্য ধৰে। আইন মতে বিধৱা ৰূপে যি কেইটা দিন কটাব লাগে, সেই দিনকেইটা পাৰ হওক। তাৰ পিচত আইনসিদ্ধভাৱে আমাৰ মাজত বিবাহ সম্পন্ন হওক। আপুনি তেতিয়া মোৰ কাষলৈ আহিব পাৰিব।" কিন্তু ৰাজিবে উত্তৰ দিলে—"মই সেইবোৰ একোকে নুশুনো। আজি নিশা মই তোমাৰ কাষলৈ যামেই।"

ৰাজকুমাৰীৰ মনত এটা বুধি খেলালে। সেইদেখি তেওঁ সন্মতি জনালে। সন্মতি জনোৱাত ৰাজিবৰ মন আনন্দত নাচি উঠিল। তেওঁ ভোজ পাতি মানুহক নিমন্ত্ৰণ কৰি আনিলে আৰু তেওঁলোকক ক'লে—"এইটো মোৰ ফুলশয্যাৰ দিন। আজি নিশা মই ৰাজকুমাৰী দুনীয়াৰ সান্নিধ্য লাভ কৰিম।" তেতিয়া শ্বেখ-অল-ইছলামে ক'লে—"ৰাজকুমাৰীৰ বৈধব্যৰ দিনকেইটা পাৰ নৌ হওঁতেই আৰু তেওঁৰ লগত-আইনমতে বিবাহ-সূত্ৰত আবদ্ধ নোহোৱাকৈ তেওঁৰ কাষ চপাটো আইনসিদ্ধ কথা নহয়।" কিন্তু ৰাজিবে ক'লে—"বৈধব্যৰ দিন পাৰ হোৱা-নোহোৱাৰ কথা মই নামানো। সেইদেখি মোৰ আগত অদৰকাৰী কথাবোৰ কৈ থকাৰ পৰা লাভ নাই।" ভয়তে শ্বেখ-অল-ইছলাম মনে মনে থাকিল; তেওঁ সৈন্যবোৰৰ আগত ক'লে—"এই মানুহটো নিশ্চয় কাফেৰ। ধৰ্মত একো মতি-গতি নাই।" সন্ধিয়া হলতে ৰাজিব ৰাজকুমাৰীৰ ওচৰলৈ গ'ল। সি দেখিলে যে ৰাজকুমাৰী জাকজমক সাজপাৰ পিন্ধি সাজিকাচি আছে। ৰাজিবক দেখা পাই হাঁহি মাৰি তেওঁ আগবঢ়াই নিলেহি। ইয়াৰ পিচত ৰাজকমাৰীয়ে কপট প্ৰেমৰ অভিনয় কৰিবলৈ লোৱাত ৰাজিবৰ হিতাহিত জ্ঞান নোহোৱা হ'ল। আঙঠিটো



হাত কৰি লবৰ মনেৰে ৰাজকুমাৰীয়েও ৰাজিৰক ভালকৈ জালত পেলাই ল'লে। ৰাজকুমাৰীৰ কটাক্ষ আৰু মধুৰ পৰশে ৰাজিবৰ মন উতলা কৰি তুলিলে; পিচে তেওঁ ৰাজকুমাৰীক কাষলৈ চপাই লব খোজোতেই ৰাজকুমাৰীয়ে আঁতৰি গৈ কান্দিবলৈ ধৰিলে—"মানুহটোৱে আমাক চাই আছে, আপুনি দেখা নাই জানো? মোক তাৰ পৰা আঁতৰ কৰি ৰাখিব নোৱাৰে জানো? সি চাই থাকিলে মই আপোনাৰ কাষ চাপি যাওঁ কেনেকৈ?" এই কথা শুনি ৰাজিবে খংমুৰা হৈ সুধিলে—"কোনটো মানুহৰ কথা কৈছা?" ৰাজকুমাৰীয়ে ক'লে—"সেইটো। আঙঠিৰ বাখৰৰ মাজতে আছে। মূৰটো উলিয়াই সি আমাৰ পিনে চাই আছে।" ভুতটোৰ কথাকে কৈছে বুলি ভাবি ৰাজিবে হাঁহি মাৰি ক'লে—"সেইবাবে সংকোচ কৰিব নেলাগে। সি এই আঙঠিটোৰ দাস; সি মোৰেই অনুগত।" ৰাজ-কুমাৰীয়ে তেতিয়া ক'লে—"ভুতলৈ মোৰ ভয় লাগে। আঙঠিটো খুলি আঁতৰত থৈ দিয়ক।" ৰাজিবে তেতিয়া আঙঠিটো খুলি আঁতৰত থৈ দিলে আৰু ৰাজ-কুমাৰীৰ কাষ চাপি গ'ল। সেই মুহূৰ্ততে তেওঁ ৰাজিবৰ পেটতে থিয় গোৰ এটা শোধালে আৰু গোৰ খাই ৰাজিৰ অজ্ঞান হৈ বাগৰি পৰিল। ৰাজকুমাৰীয়ে চিঞৰ বাখৰ লগাই দাসীবোৰক মাতিলে; সিহঁত উধাতু খাই সেইখিনি পালেহি। ৰাজ-কুমাৰীয়ে ক'লে—"ইয়াক হেঁচা মাৰি ধৰ।" দুকুৰি দাসীয়ে ৰাজিৰক হেঁচা মাৰি ধৰিলে। ৰাজকুমাৰীয়ে ততালিকে আঙঠিটো তুলি লৈ মোহাৰ মাৰি দিলে। তৎক্ষণাৎ আবু-অল-ছাদৎ উপস্থিত হ'লহি: "আইদেউ! কি কৰিব লাগে আদেশ দিয়ক।"

ৰাজকুমাৰীয়ে ক'লে—"এই লম্পটটোক শিকলি লগাই ফাটেকত বন্ধ কৰি থৈ আহ।" সেইমতে ভুতটোৱে ৰাজিৰক নি ফাটেকত ভৰাই থলে। উলটি অহাৰ মূৰত ৰাজকুমাৰীয়ে সুধিলে—"মোৰ পিতৃ আৰু স্বামীক ক'ত থৈ আহিলি?" সি ক'লে—"মই তেওঁলোকক মৰুভূমিত থৈ আহিছো।" ৰাজকুমাৰীয়ে তেতিয়া আদেশ দিলে—"এই মুহূৰ্ততে তেওঁলোকক মোৰ ওচৰলৈ লৈ আহ।" আদেশ পোৱা মাত্ৰেই সি মৰুভূমি অভিমুখে উৰা মাৰিলে। তাত উপস্থিত হৈ দেখিলে যে দুয়ো কান্দি-কাটি বহি আছে। সি তেতিয়া ক'লে—"এতিয়া আৰু ভয়ৰ কাৰণ নাই; উদ্ধাৰৰ বাট ওলাল।" এইবুলি সি ৰাজিবৰ ঘটনাটোৰ বিষয়ে ক'লে আৰু লগতে ক'লে—"মই ৰাজকুমাৰীৰ আদেশ মতে নিজ হাতেৰে ৰাজিৰক ফাটেকত ভৰাই থৈ আহিছো। আপোনালোকক ঘূৰাই

নিবৰ বাবে তেৱেঁই মোক পঠিয়াই দিছে।” এই বাতৰি পাই দুয়ো বৰ বং পালে। ইয়াৰ পিচত ভুতটোৱে দুয়ো জনকে লৈ আকাশেদি উৰি যাবলৈ ধৰিলে : এঘণ্টা-মান পৰৰ মূৰতে তেওঁলোক ৰাজকুমাৰী দুনীয়াৰ সমুখত উপস্থিত হ'লগৈ। ৰাজকুমাৰীয়ে দুয়োকে আদৰি নি খাবলৈ দিলে। ওৰে নিশাটো তেওঁলোক ৰাজকুমাৰীৰ ওচৰতে থাকিল।

পিচদিনা ৰাজকুমাৰীয়ে দুয়োকে নতুন কানি-কাপোৰ পিন্ধিবলৈ দিলে ; তাৰ পিচত বাপেকক ক'লে—“আপুনি এতিয়া সিংহাসনত বহি আগৰ দৰেই দেশ শাসন কৰক ; মোৰ স্বামীক ৰাজিৰ পাতক। সৈন্য-সামন্তবোৰৰ আগত সকলো ঘটনাৰ কথা কৈ দিব। তাৰ পিচত ৰাজিৰক ফাটেকৰ পৰা উলিয়াই আনি মৃত্যু-দণ্ড দিয়াব। মৰা শটো পোৰাই পেলাব লাগে। সি এটা মহা পাতকী। ধৰ্মত তাৰ সমূলি মতি নাই। আপোনাৰ জোঁৱায়েকক ৰাজিৰ পাতি তেওঁক ভাল ব্যৱহাৰ কৰিব।” ছুলতানে তেতিয়া ক'লে—“সেয়ে হব। পিচে আঙঠিটো মোৰ হাতত দিয়া ; নহলে জোঁৱাইৰ হাততে দিয়া।” ৰাজকুমাৰীয়ে তাৰ উত্তৰত ক'লে—“আপোনালোকৰ এজনেও আঙঠিটো নাপায়। সেইটো মোৰ হাততে ৰাখিম। আপোনালোকক কিবা লাগিলে মোক ক'ব। মই আঙঠিৰ দাসটোৰ হতুৱাই সকলো অনাই দিম। সেইদেখি মই জীয়াই থকালৈকে আপোনালোকে নিৰাপদে থাকিব পাৰিব। মই মৰাৰ পিচত আঙঠিটোৰ কি বন্দবস্ত কৰে, সেইটো আপোনা-লোকেই ঠিক কৰিব।” ছুলতান জোঁৱায়েকৰ লগত ৰাজসভালৈ গ'ল। ইপিনে ওৰে নিশা ৰাজকুমাৰী দুনীয়াৰ কথা ভাবি সৈন্য-সামন্তবোৰে বেজাৰ কৰি আছিল ; লম্পট ৰাজিৰে ৰাজকুমাৰীৰ প্ৰতি দেখুওৱা আচৰণৰ কথা আৰু ছুলতান আৰু মাৰুফৰ প্ৰতি কৰা ব্যৱহাৰৰ বিষয়ে সিহঁতে কোৱাকুই কৰি আছিল। ইছলাম ধৰ্মৰ অৱমাননা কৰা হৈছে বুলি সিহঁতৰ মনত শঙ্কা উপজিল ; ৰাজিৰক সিহঁতে কাফেৰ বুলি গণ্য কৰিলে। সেইদেখি সিহঁতে সভা পাতি শ্বেখ-অল-ইছলামৰ ওচৰত অভিযোগ কৰিলে—“এনে ব্যভিচাৰৰ বাবে ৰাজকুমাৰীৰ ওচৰলৈ যোৱাত আপুনি ৰাজিৰক কিয় বাধা নিদিলে ?” তেওঁ ক'লে—“বাইজ ! এই মানুহটো বৰ লম্পট। আঙঠিটো তাৰ হাতত পৰিছে যেতিয়া আমি তাক একো কামতে বাধা দিব নোৱাৰিম। পিচে আল্লাই তাৰ অসৎ কাৰ্যৰ বিচাৰ ল'ব। সেইদেখি তোমালোক এতিয়া মনে মনে থাকা। নহলে সি তোমালোকক বধ কৰাব।”



এইদৰে কথা পাতি থাকোতেই ছুলতান আৰু মাৰুফ সেই ঠাইত উপস্থিত হ'ল। ছুলতানে নগৰত উৎসৱ পাতিবলৈ আদেশ দিলে আৰু তাৰ পিচত ৰাজিৰক ফাটেকৰ পৰা উলিয়াই আনিবলৈ ক'লে। সৈন্যবোৰৰ মাজেদি ৰাজিৰক লৈ আহোঁতে সিহঁতে ৰাজিৰক গালি-শপনি পাৰিবলৈ ধৰিলে। ছুলতানে ৰাজিৰক তিলতিলকৈ শাস্তি দি মাৰিবলৈ আদেশ দিলে। সেইদৰে শাস্তি দি ৰাজিৰক বধ কৰাৰ মূৰত শটো পুৰি পেলোৱা হ'ল। ইয়াৰ পিচত ছুলতানে মাৰুফক ৰাজিৰ পাতিলে আৰু তেওঁলোকে সুখে-সন্তোষে দিন কটাবলৈ ধৰিলে।

এইদৰে পাঁচটা বছৰ পাৰ হোৱাৰ মূৰত ষষ্ঠ বছৰত ছুলতানৰ মৃত্যু হ'ল। তেতিয়া ৰাজকুমাৰী দুনীয়াই মাৰুফকে ৰাজপাটত বহুৱালে। কিন্তু আঙঠিটো তেতিয়াও তেওঁ নিজৰ হাততে ৰাখিলে। ইতিমধ্যে দুনীয়াৰ পুতেকেও পাঁচ বছৰত ভৰি দিলে ; ল'ৰাটো বৰ ধুনীয়া। তেনেতে দুনীয়াৰ বৰ টান নৰীয়া হ'ল। গিৰিয়েকক নৰীয়া-পাটীৰ কাষলৈ মাতি আনি তেওঁ ক'লে—“মই বোধ কৰো নাবাচো ; ল'ৰাটো আপোনাৰ হাতত গতালো। আঙঠিটো ভালকৈ ৰাখিব।” এইবুলি তেওঁ আঙঠিটো খুলি মাৰুফৰ হাতত দিলে। পিচদিনা দুনীয়াৰ মৃত্যু হ'ল।

মাৰুফ ছুলতান হৈ থাকিল। এদিন ৰাজসভাৰ কাম শেষ কৰি গধূলি পৰত মাৰুফে ডা-ডাঙৰীয়াসকলৰ লগত সুৰাপান কৰিলে। মাজ নিশালৈকে ৰং-ধেমালি কৰি কটোৱাৰ মূৰত ডা-ডাঙৰীয়াসকল যাবলৈ ওলাল। মাৰুফে তেওঁলোকক বিদায় দিয়াত তেওঁলোক ঘৰাঘৰি গ'ল। তেতিয়া শোৱনি কোঠাৰ লিগিৰী জনী ছুলতানৰ আল ধৰিবলৈ আহিল। তাই বিচনা পাৰি দিলে আৰু ছুলতানৰ কানি-কাপোৰ খুলি নিশা পিন্ধা সাজটো পিন্ধাই দিলে। ছুলতানে বিচনাত দীঘল দিয়াত লিগিৰীজনীয়ে ভৰি পিটিকি দিলে। ছুলতানৰ টোপনি অহাৰ পিছত লিগিৰীজনী উঠি গৈ নিজৰ কোঠাত শুই থাকিল। পিচে অলপ সময়ৰ মূৰতে বিচনাৰ কাষত কিবা শব্দ এটা শুনি ছুলতানে সাৰ পালে। চক খাই উঠি দেখিলে যে কুৎসিত তিৰোতা এজনী কাষতে থিয় দি আছে। মাৰুফে সুধিলে—“কোন তই ?” মানুহজনীয়ে ক'লে—“ভয় নাখাব। মই আপোনাৰ পত্নী ফাটিমা-অল-উৰা।” কুৎসিত গঢ়টো আৰু উজলা দাঁতকেইটা দেখি মাৰুফে ফাটিমাক চিনি পালে ; তেতিয়া তাইক সুধিলে—“তুমি কেতিয়া আহিলা ? কোনে তোমাক

এইখন দেশলৈ আনিলে ?” “এইখন দেশৰ নাম কি ?” “এই নগৰখনৰ নাম ইখটিয়াঁ-অল-খাটন । পিচে তুমি কাইৰ'ৰ পৰা আহিলা কেতিয়া ?” “এইমাত্র এইখিনি পালোহি ।” “কেনেকৈ আহিলা ?”

ফাটিমাই তেতিয়া ক'লে—“আপোনাৰ লগত কাজিয়া লগাৰ পিচত আপোনাৰ অপকাৰ কৰিবৰ বাবে মোৰ মনত কুবুদ্ধি সোমাল । মই কাজীসকলৰ ওচৰত আপোনাৰ বিৰুদ্ধে গোচৰ দিলো ; তেওঁলোকে আপোনাক ধৰাই নিবলৈ আদেশ দিলে । আপোনাৰ সন্ধান ল'লে । কিন্তু আপোনাক ক'তো বিচাৰি পোৱা নগ'ল । দুটা দিন পাৰ হৈ যোৱাৰ মূৰত মই অনুতাপ কৰিবলৈ ধৰিলো ; দোষ যে মোৰেই সেই কথা উপলব্ধি কৰিলো । আপুনি গুচি যোৱা বাবে মই কান্দিকাটি কিছু দিন কটালো । ইপিনে মোৰ হাতত থকা লাম-লাকটু সকলো শেষ হ'ল ; মই তেতিয়া ভিক্ষা কৰিবলৈ ধৰিলো । আপুনি মোক এৰি থৈ অহাৰ পিচৰ পৰা মই ধনী-দুখীয়া সকলো মানুহৰ পৰা খুজি-মাগি অতি কষ্টেৰে পেট প্ৰবৰ্ত্তাবলৈ ধৰিলো । আপুনি ত্যাগ কৰি থৈ যোৱাৰ পৰা লাঞ্ছনা, অপমান, হতাশা আৰু দুৰ্গতিয়ে জুমুৰি দি ধৰাত মই সদায় নিশা চকুপানী টুকি থাকিবলগীয়া হৈছিল ।” এইদৰে তাই নিজৰ সকলো কথা কৈ গ'ল ; মাৰুফে অবাক হৈ শুনিবলৈ ধৰিলে। মূৰকত ফাটিমাই ক'লে—“কালি মই গোটেই দিনটো ভিক্ষা খুজি ফুৰিলো । কিন্তু কোনেও ভিক্ষা নিদিলে। যাকে ভিক্ষা খুজিলো, তেৱেঁই গালি-শপনি পাৰি খেদাই দিলে । শুদা পেটেৰে নিশা শুই থাকিলো ; পেটৰ কলমলনিত তৎ নাপাই কান্দিবলৈ ধৰিলো । এনেতে কোনোবা এটাই কোৱা শুনিলো : হেৰ' মানুহজনী! তই কিয় কান্দিছ : মই তেতিয়া ক'লো—“মোৰ স্বামীয়ে মোক এৰি থৈ গ'ল । তেওঁ মোক ভৰণ-পোষণ দি আছিল : যি বিচাৰো তাকে আনি দিছিল । কিন্তু তেওঁ এতিয়া ক'লৈ গ'ল একো কব নোৱাৰো । তেওঁ গুচি যোৱাৰ পৰা মোৰ দুৰ্দশাৰ পাৰ নোহোৱা হৈছে ।” তেতিয়া সেই মানুহটোৱে ক'লে : তোৰ গিৰিয়েৰৰ নাম কি : মই ক'লো—“তেওঁৰ নাম মাৰুফ ।” মানুহটোৱে উত্তৰ দিলে : মই তাক চিনি পাওঁ । সি এতিয়া এখন দেশৰ ছুলতান । তই যদি যাব খোজ, মই তালৈকে তোক লৈ যাব পাৰো : মই কলো—“আপুনি মোক ৰক্ষা কৰক । মোক তেওঁৰ কাষলৈ লৈ ব'লক ।” তেতিয়া সি মোক লৈ উৰা মাৰিলে ; উৰি আহি সি এই কাৰেঙৰ সমুখত নমাই দি ক'লে : সৌ কোঠাটোৰ ভিতৰলৈ সোমাই যা । তোৰ গিৰিয়েৰ তাতে শুই আছে : সি কোৱা মতে মই ভিতৰ সোমাই আহি আপোনাক এই ৰাজ পয়োভৰৰ মাজত দেখা পালো ।



আপুনি মোক ত্যাগ কৰিব বুলি মই ভৰাই নাছিলো । এতিয়া আকৌ আপোনাক লগ পোৱা বাবে আল্লাৰ চৰণত কৃতজ্ঞতা জনাইছো ।” মাৰুফে সুধিলে—“মই তোমাক ত্যাগ কৰিছিলো নে তুমি মোক ত্যাগ কৰিলা ? তুমি ইজনৰ পিচত সিজনকৈ সকলো কাজীৰ ওচৰলৈ গৈ মোৰ বিৰুদ্ধে গোচৰ দিলা । আনকি ঘাই আদালততো গোচৰ দিলাগৈ । তোমাৰ কাৰণেই মই আবু তাবাকৰ হাতত পৰিলো । সেইদেখি পলাবলৈ বাধ্য হ'লো ।” এইবুলি মাৰুফে নিজৰ সকলো কথা ক'লে ; কেনেকৈ ছুলতান হ'ল, ৰাজকুমাৰীক বিয়া কৰিলে এইবোৰ কথাও ক'লে । দুনীয়াৰ মৃত্যুৰ বাতৰি দিয়াৰ লগতে ক'লে যে তেওঁলোকৰ পুতেকৰ বয়স এতিয়া ৭ বছৰ হৈছে । ফাটিমাই ক'লে—“যি হ'ব লগা আছিল সকলোবোৰ আল্লাৰ বিধান । মই নিজৰ দোষৰ বাবে অনুতাপ কৰিছো আৰু আপোনাৰ ওচৰত আশ্ৰয় বিচাৰিছো । আপুনি মোক ত্যাগ নকৰিব । মগনীয়াক দিয়াদি যি দিয়ে, তাকে খাই মই পেট প্ৰবৰ্ত্তাম ।” মানুহজনীয়ে এইদৰে বহুতো কাকূতি-মিনতি কৰাত মাৰুফৰ মন কুমলিল ; তেতিয়া মাৰুফে এইবুলি ক'লে—“একো অশান্তিৰ সৃষ্টি নকৰিবা । মোৰ লগতে থাকা বাৰু । সেইদৰে থাকিলে সুখেৰে দিন কটাব পাৰিবা । কিন্তু তুমি যদি অসৎ বাট লোৱা, তেন্তে মই তোমাক প্ৰাণদণ্ড দিয়াম । মনত ৰাখিবা, মই কালৈকো ভয় নকৰো । তুমি মোৰ বিৰুদ্ধে আদালততো গোচৰ দিব নোৱাৰা আৰু আদালতৰ পৰা আবু তাবাকো মোক ধৰি নিবলৈ নাহে । কাৰণ এতিয়া ময়েই ছুলতান ; সকলো মানুহে মোলৈ ভয় কৰে । আল্লাৰ বাদে আন কালৈকো এতিয়া মই ভয় নকৰো । কিয়নো এতিয়া মই ভৌতিক আঙঠি এটাৰ গৰাকী ; সেই আঙঠিটো মোহাৰ মাৰি দিলেই দাস এটা আবিৰ্ভাৱ হয় । তাৰ নাম আবু-অল-ছাদৎ । মই যিহকে আনিবলৈ কওঁ, তাকেই সি আনি দিয়ে । তুমি যদি স্বদেশলৈ উভতি যাব খোজা, তেন্তে মই তোমাৰ গোটেই জীৱনলৈ অঁতাকৈ ধন-সোণ দি তোমাক এই মুহূৰ্ততে ঘূৰাই পঠাব পাৰো । আকৌ তুমি যদি মোৰ ইয়াতে থাকিব খোজা, তেন্তে মই এটা কাৰেং তোমাৰ কাৰণে আজৰাই দিম ; সেই কাৰেঙটো ধুনীয়াকৈ সজাই পৰাই দিয়াম ; তোমাৰ আলপৈচান ধৰিবৰ বাবে একুৰি লিগিৰী দিম ; বহুমূলীয়া সাজপাৰ পিন্ধি, ভোগ-বিলাসৰ মাজেদি ৰাণী ৰূপে তুমি আমৰণ কাল বাস কৰিব পাৰিবা । তুমি কি বিচৰা, মোক কোৱা ।” ফাটিমাই ক'লে—“মই আপোনাৰ লগতে থাকিব খোজো ।” এইবুলি মাৰুফৰ ভৰিত পৰি পূৰ্বৰ দোষৰ বাবে ক্ষমা বিচাৰিলে ।

সেই মতে মাৰুফে ফাটিমাক এটা কাৰেঙত থাকিবলৈ দিলে ; নহতো দাসীও দিলে। ফাটিমা ৰাণী হৈ খিতাপেৰে থাকিল। মাৰুফৰ পুতেক ফাটিমাৰ ওচৰলৈকো গৈছিল। পিচে নিজৰ ল'ৰা নহয় বাবে ফাটিমাই পেটে পেটে ৰাজকুমাৰক ভাল নাপায়। ফাটিমাৰ বিৰূপ মনোভাৱ আৰু ঘোপা দৃষ্টি দেখি ৰাজ কুমাৰেও ফাটিমাক ভাল নোপোৱা হ'ল। মাৰুফে ৰূপহী লিগিৰীবোৰৰ লগতে সময় কটাই দিয়ে ; মুখৰা ফাটিমাৰ কাষলৈকে নাযায়। মানুহজনী বুঢ়ী হৈ কুৎসিত হৈ পৰিছে ; চুলিবোৰো সৰিল। মুঠতে দেখিবলৈ বৰ আপচু। ফাটিমাৰ কিবা বিশেষ গুণ থকা বাবে যে মাৰুফে তাইক আশ্ৰয় দিছিল, সেইটো নহয়। পুণ্য আৰ্জিব পাৰিব বুলিয়েই তাইৰ প্ৰতি এনে উদাৰ ব্যৱহাৰ কৰিছিল।

ফাটিমাই দেখিলে যে মাৰুফ তাইৰ কাষ নচপা হ'ল ; আন তিৰোতাৰ কাষলৈহে যায়। তাইৰ অন্তৰত হিংসাৰ ভাব উপজিল। আঙঠিটো হাত কৰিবৰ বাবে মনত কুবুদ্ধি সোমাল ; মাৰুফক মাৰি নিজে ৰাজপাট খাবলৈ তাই পাঙিলে। সেইমতে তাই এদিন নিশা মাৰুফৰ কাৰেঙৰ ভিতৰ সোমালগৈ। সেইদিনা নিশা মাৰুফ এজনী ৰূপহী ৰক্ষিতাৰ লগত আছিল। পিচে মাৰুফে আঙঠিটো পবিত্ৰ বুলি গণ্য কৰিছিল ; সেইদেখি শুবৰ সময়ত সদায় আঙঠিটো খুলি থয়। ৰাতিপুৱা স্নান কৰি উঠাৰ পিচতহে পুনৰ পিন্ধি লয়। আঙঠিটোলৈ চকু পৰে বুলি আশঙ্কা কৰি মাৰুফে লগত থকা মানুহজনীকো ৰাতি নৌ পুৱাওঁতেই সেই কোঠাৰ পৰা পঠাই দিয়ে। তাৰ পিচত কোঠাত তলা মাৰি থৈ গা ধুবলৈ যায়। গা ধুই অহাৰ মূৰতহে আঙঠিটো পিন্ধে। তাৰ পিচত কোঠাৰ ভিতৰলৈ আন মানুহ অহাত একো বাধা নাথাকে। ফাটিমাই এই সকলো কথাৰ তলানলা পায়। এই সকলোবোৰ কথা বুজি লোৱাৰ পিচতহে তাই এই কামলৈ আগবাঢ়িল। সেইদেখি মাজনিশা এন্ধাৰে-মুন্ধাৰে তাই ওলাই গ'ল ; মাৰুফ টোপনিত লালকাল হৈ থকা অৱস্থাতে আঙঠিটো চুৰ কৰি আনিব বুলি তাই আলচি গৈছিল।

পিচে ভাগ্যক্ৰমে সেইদিনা নিশা এন্ধাৰে-মুন্ধাৰে মাৰুফৰ পুতেক প্ৰমোদ-ভৱনলৈ বুলি ওলাই আহিছিল ; দুৱাৰখন মেলি থৈ ৰাজকুমাৰ এন্ধাৰতে মাৰ্বল পাথৰৰ আসন এখনত বহি আছিল। এনেতে হাতত সাৰে ভৰিত সাৰে ফাটিমা নিজৰ কাৰেঙৰ পৰা ওলাই বাপেকৰ কাৰেঙৰ পিনে যোৱা ৰাজকুমাৰে দেখা পালে। তাইকে দেখি তেওঁ ভাবিলে—"এই শাখিনীজনী মাজ নিশা নিজৰ কাৰেঙৰ পৰা ওলাই আহি দেউতাৰ কাৰেঙলৈ গৈছে দেখোন! নিশ্চয় কিবা কাৰণ এটা আছে।"



সেইবুলি ভাবি ৰাজকুমাৰে মনে মনে পাচ ল'লে। ৰাজকুমাৰৰ এখন অকণমান তৰোৱাল আছিল। তৰোৱালখন তেওঁৰ বৰ মৰমৰ ; সেইখন ককালত ওলোমাই নোলোৱাকৈ ৰাজকুমাৰ বাপেকৰ কাৰেঙলৈ কেতিয়াও নাযায়। তাকে দেখি বাপেকে প্ৰায়ে হাঁহি হাঁহি কয়—"তোমাৰ তৰোৱালখন ইমান ধুনীয়া! পিচে তুমি দেখোন তৰোৱাল লৈ যুদ্ধ কৰিবলৈ নোযোৱা আৰু এইখনেৰে কাৰো মূৰ কাটি পেলোৱা নাই।" ৰাজকুমাৰে তেতিয়া বাপেকক এইবুলি উত্তৰ দিয়ে—"কাৰোবাৰ মূৰ কাটিবলগীয়া হ'লে নিশ্চয় কাটিম।" পুতেকৰ কথা শুনি মাৰুফে হাঁহিবলৈ ধৰে। পিচে এতিয়া ফাটিমাৰ পাচ লৈ ৰাজকুমাৰে খাপৰ পৰা তৰোৱালখন উলিয়াই ল'লে। ফাটিমা কাৰেঙৰ ভিতৰ সোমালহি ; ল'ৰাটোৱেও দুৱাৰমুখৰ পৰা তাইৰ গতিবিধি চাই থাকিল। ৰাজকুমাৰেও দেখিলে যে তাই কিবা এটা বিচাৰি ফুৰিছে ; এনেতে তাই আপোন মনেৰে কোৱা শুনিলে—"ছাব মোহৰ থকা আঙঠিটো ক'ত আছে ?" তেতিয়া আৰু বুজিবলৈ বাকী নাথাকিল ; তাই আঙঠিটো বিচাৰিছে। ৰাজকুমাৰ খাপ পাতি বৈ থাকিল। আঙঠিটো লৈ ফাটিমা ওলাই যাবলৈ বুলি দুৱাৰৰ পিনে আহিল। ৰাজকুমাৰ ঠাইতে দুৱাৰ-চুকত লুকাল। ওলাই আহি তাই আঙঠিটো ভালকৈ চালে। তাৰ পিচত আঙঠিটো মোহাৰ মাৰি দিবলৈ লওঁতেই ৰাজকুমাৰে তৰোৱালখনেৰে তাইৰ ডিঙিত পূৰ্ণহতীয়া কোৱ এটা মাৰিলে। চিঞৰ এটা মাৰি ফাটিমা লুটি খাই পৰিল।

চকমক খাই মাৰুফে সাৰ পালে। দেখিলে যে তেজেৰে লুতুৰি পুতুৰি হৈ ঘৈণীয়েক মাটিত পৰি আছে আৰু হাতত তৰোৱাল লৈ ওচৰতে পুতেক থিয় দি আছে। মাৰুফে পুতেকক সুধিলে—"কি হ'ল বোপাই ?" ৰাজকুমাৰে উত্তৰ দিলে—"আপুনি মোক প্ৰায়ে কৈছিল : তোমাৰ তৰোৱালখন ইমান ধুনীয়া! পিচে তুমি দেখোন তৰোৱাল লৈ যুদ্ধ কৰিবলৈ নোযোৱা আৰু এইখনেৰে কাৰো মূৰো কাটি পেলোৱা নাই : আৰু তেতিয়া মই আপোনাক কৈছিলো : কাৰবাৰ মূৰ কাটিবলগীয়া হলে নিশ্চয় কাটিম : এতিয়া চাওক। যাৰ মূৰ কাটিব লাগে তেওঁৰে মূৰ এইখন তৰোৱালেৰে কাটি পেলালো।" এইবুলি ৰাজকুমাৰে বাপেকৰ আগত সকলো কথা ক'লে। মাৰুফে তেতিয়া আঙঠি বিচাৰি চলাথ লগালে ; কিন্তু ক'তো নাপালে। তেতিয়া মৰাশটোৰ গাত বিচাৰিবলৈ ধৰিলে। শেষত মানুহজনীৰ হাতৰ মুঠিত আঙঠিটো পালে। মুঠিৰ পৰা আঙঠিটো মোকলাই লৈ

মাৰুফে ল'ৰাটোক ক'লে "তুমি প্ৰকৃত সন্তানৰ কৰ্তব্য পালন কৰিলা ; সেই বিষয়ে সন্দেহ নাই। এই শঠ মানুহজনীৰ পৰা যেনেকৈ মোক নিশ্চিন্ত কৰিলা, তোমাকো তেনেকৈ আল্লাই ইহকাল, পৰকাল--উভয়তে শান্তি দিয়ক।"

মাৰুফে তেতিয়া দাসবোৰক চিঞৰি চিঞৰি মাতিলে। সিহঁত উধাতু খাই সেইখিনি পালেহি। মাৰুফে ফাটিমাৰ কাণ্ড-কাৰখানাৰ কথা সিহঁতৰ আগত ক'লে। তাৰ পিচত শটো তাৰ পৰা নি বাতিপুৱালৈকে এঠাইত থৈ দিবলৈ ক'লে। সিহঁতেও তাকে কৰিলে। পিচদিনা মাৰুফৰ আদেশ মতে দাসীবোৰে শটো ধুই কাপোৰেৰে মেৰাই দিলে। ইয়াৰ পিচত যথানিয়মে কবৰ দিয়া হ'ল। আগতে পলাই বাওঁতে যিজন খেতিয়কৰ অতিথি হৈছিলগৈ সেই মানুহজনক মাৰুফে মতাই আনি তেওঁকে বাজিৰ পাতিলে। তেওঁৰ ৰূপহী আৰু গুণৱতী ছোৱালী এজনী থকা বুলি গম পাই মাৰুফে সেই ছোৱালীজনীকে বিয়া কৰাই আনিলে। পিচত যথাসময়ত মাৰুফে পুতেকৰো বিয়া পাতি দিলে। এইদৰে সুখে-শান্তিৰে দিন কটোৱাৰ নুৰত তেওঁলোকৰ মৃত্যু হ'ল।

# সামৰণি

ইতিমধ্যে শহৰজাদে চুলতানক তিনিটা পুত্ৰ সন্তান দান কৰিলে। মাৰুফৰ গল্পটো শেষ কৰি উঠি তেওঁ চুলতানক সেৱা জনাই ক'লে--"জাহাপনা! দাসীয়ে এই এহেজাৰ এনিশা পুৰণি কালৰ সাধু আৰু অতীতৰ লোকসকলৰ আদৰ্শস্থানীয় কাহিনীবোৰ কৈ শুনালো। এতিয়া জাহাপনাৰ পৰা মই এটি বৰ বিচাৰিব খুজিছো।" চুলতানে ক'ল--"কি লাগে কোৱা শহৰজাদ। মই তোমাৰ ইচ্ছা পূৰণ কৰিম।" তেতিয়া শহৰজাদে দাসীবোৰক মাতি আনি ক'লে --"মোৰ ল'ৰাকেইটাক ইয়ালৈ লৈ আহ।" সিহঁতে ল'ৰা তিনিটাক সেইখিনিলৈ লৈ আহিল ; এটা খোজ কাঢ়িব পৰা হৈছে ; এটা চুঁচৰি ফুৰা বয়সৰ। তৃতীয়টো নিচেই কেচুৱা। তেওঁ পুতেকহঁতক চুলতানৰ আগলৈ আনি ক'লে--"জাহাপনা! এইকেইটা আপোনাৰে সন্তান। ইহঁতৰ মুখলৈ চাই আপুনি মোক মৃত্যু-দণ্ডৰ পৰা ৰেহাই দিয়ক। আপুনি যদি মোক প্ৰাণদণ্ড দিয়ায়, তেন্তে সিহঁত মাতৃহীন হব আৰু সিহঁতৰ চাওঁতা-চিতোতা কোনো নোহোৱা হব।" এই কথা শুনি চুলতানৰ চকুলো বৰলৈ ধৰিলে ; পুতেকহঁতক বুকুত সাৱটি ধৰি তেওঁ ক'লে-- "শহৰজাদ! এই ল'ৰাকেইটা জন্ম হোৱাৰ আগতেই মই তোমাক ক্ষমা কৰিলো। তুমি যে সতী আৰু নিভাঁজ অন্তৰৰ ধৰ্মপৰায়ণা নাৰী সেই বিষয়ে মোৰ সমূলি সন্দেহ নাই। আল্লাই তোমাৰ পিতৃ-মাতৃ আৰু বংশৰ পৰিয়ালৰ সকলোৰে যেন কল্যাণ সাধে! আল্লাক সাক্ষী ৰাখি কৈছো--মই তোমাৰ একো অপকাৰ নকৰো।"

শহৰজাদে তেতিয়া চুলতানৰ হস্ত চুম্বন কৰি ক'লে--"আল্লাই আপোনাক দীৰ্ঘজীৱন দিয়ক আৰু সুখ-সমৃদ্ধি বৃদ্ধি কৰক। নাৰীৰ কাৰ্যকলাপে আপোনাৰ মনত আঘাত দিলে আৰু সেয়ে আপোনাৰ মন তিক্ত কৰি তুলিছে। কিন্তু আপোনাৰ

জীৱনত যিমান ডাঙৰ বিপৰ্যয় ঘটিল, তাতোকৈ ডাঙৰ বিপৰ্যয় ঘটিছিল চছৰুসকলৰ ছুলতানৰ জীৱনত। খলিফা, ছুলতান আৰু আন লোকৰ জীৱনত নাৰীয়ে কেনেকৈ দুৰ্যোগৰ সৃষ্টি কৰিছিল সেইবোৰ কথাও মই ইতিমধ্যে আপোনাৰ আগত কৈছো। সেই দীঘলীয়া কথাবোৰৰ বৰ্ণনা মেলিবলৈ হ'লে শুনি আমনিহে লাগিব। বুদ্ধি-বৃত্তি থকা মানুহক সাৱধান কৰি দিবৰ কাৰণে আৰু তেওঁলোকৰ আগত আদৰ্শ দাঙি ধৰিবলৈ এইখিনি কথাই যথেষ্ট।" তেওঁৰ কথাই ছুলতান শাৰিয়াৰৰ অন্তৰ স্পৰ্শ কৰিলে; তেওঁৰ মনলৈ সুবিবেচনা উলটি আহিল আৰু অন্তৰখনো শুদ্ধ হৈ পৰিল। তেওঁ মনতে ভাবিলে—"চছৰুসকলৰ ছুলতানৰ জীৱনত মোতকৈয়ো ডাঙৰ বিপৰ্যয় ঘটিছিল যেতিয়া মই আৰু অতীতৰ ঘটনাৱলীৰ কথা ভাবি মূৰ ঘমোৱাৰ প্ৰয়োজন নাই। সঁচাকৈ শহৰজাদ এজনী অসাধাৰণ ছোৱালী। আল্লাই তেওঁকে পঠাই দি বহুতো মানুহক অত্যাচাৰ-উৎপীড়ন আৰু হত্যাকাণ্ডৰ পৰা উদ্ধাৰ কৰিলে।" এইবুলি ভাবি ছুলতানে উঠি গৈ তেওঁৰ শিৰত চুমা খালে। শহৰজাদ আৰু ভনীয়েক দুনীয়াজাদে মনত বৰ সন্তোষ পালে।

পিচদিনা ৰাতিপুৱা ছুলতানে ৰাজসিংহাসনত বহি ৰাজ্যৰ ডা-ডাঙৰীয়া সকলক মাতি পঠিয়ালে। পাৰিষদ, নবাব, সেনাপতি আদি সকলোৰে আহি তেওঁক সেৱা জনালে। ছুলতানে শহৰজাদৰ বাপেক ৱাজিৰক বিশেষ সন্মান দেখুৱালে আৰু দামী কাপোৰ এসাজ দি মান ধৰিলে। তাৰ পিচত ৱাজিৰক কলে—"আপোনাৰ গুণৱতী জীয়েকক মোলৈ বিয়া দিয়া বাবে আল্লাই আপোনাৰ মঙ্গল কৰিব। আপোনাৰ জীয়েকেই মোৰ মনৰ পৰিবৰ্তন ঘটালে। অতবোৰ ছোৱালীৰ প্ৰাণ নাশ কৰা বাবে আজি মই অনুতপ্ত। আপোনাৰ কন্যা সতী, বিশুদ্ধ আৰু ধৰ্মপৰায়ণা। আল্লাই তেওঁৰ যোগেদি মোক তিনিটি পুত্ৰ সন্তান দান কৰিছে।"

ইয়াৰ পিচত ছুলতানে ৱাজিৰ, আমীৰ আৰু মুখ্য বিষয়াসকলকো কাপোৰ এযোসাজ দি মান ধৰিলে। তাৰ পিচত শহৰজাদ সংক্ৰান্ত সকলো কথা তেওঁ-লোকক জনালে। কেনেকৈ তেওঁৰ মনৰ পৰিবৰ্তন হ'ল আৰু নিজৰ কাৰ্যৰ বাবে তেওঁ এতিয়া কেনেকৈ অনুতাপ কৰিছে—সেই কথাও ক'লে। ইয়াৰ পিচত ছুলতানে ক'লে যে তেওঁ এতিয়া যথানিয়মে ৱাজিৰৰ জীয়েক শহৰজাদৰ লগত বিবাহসূত্ৰত আবদ্ধ হ'ব। এই কথা শুনি সকলোৰে সেৱা জনালে আৰু ছুলতান আৰু শহৰজাদক আশীৰ্বাদ কৰিলে। ডা-ডাঙৰীয়াসকল ঘৰাঘৰি যোৱাৰ পিচত



কথাটো কেউপিনে ফুটিফাটি গ'ল। ছুলতানে ৱাজিৰৰ জীয়েক শহৰজাদক বিয়া কৰিব খুজিছে বুলি সকলোৰে গম পালে। ইপিনে ছুলতানে বিয়াৰ বাবে যা-যোগাৰ কৰিলে। ভায়েক শ্বাহ জামানলৈ খবৰ পঠোৱাত তেৱোঁ আহিল। ভায়েকক আদৰি আনিবৰ বাবে শাৰিয়াৰ সসৈন্যে আগবাঢ়ি গ'ল।

গোটেই নগৰখন সুসজ্জিত কৰি তুলিলে; আতৰ আৰু ধূপ-ধুনা আদিৰ সুগন্ধ হাট-বজাৰ, আলি-পদূলি সকলোতে বিয়পি পৰিল। মানুহে আনতাৰ বোল সানি ল'লে। ঢোল-পেপাৰ মাত কেওপিনে মুখৰিত হৈ উঠিল। বহুৱালি আদি ৰং-ধেমালি পতা হ'ল। ইপিনে ছুলতানে মুক্তহস্তে দান-দক্ষিণা দিলে। মুঠতে সেইটো লেখত লবলগীয়া দিন আছিল। ছুলতান শাৰিয়াৰে ডাঙৰকৈ ভোজ এটা পাতি নগৰত ঢোল পিটাই জনাই দিলে যে সকলো ৰাইজ ভোজ খাবলৈ ৰাজকাৰে-ঙলৈ আহিব লাগে। প্ৰজা আৰু ছুলতানৰ মাজত যি বিৰোধভাৱ হৈছিল তাকে দূৰ কৰিবৰ কাৰণেই এই ভোজৰ আয়োজন কৰা হৈছে বুলিও জনাই দিয়া হ'ল। সাধাৰণ প্ৰজাৰ পৰা আৰম্ভ কৰি ডা-ডাঙৰীয়ালৈকে সকলো ৰাইজে আহি সাত দিন সাত ৰাতি ভোজ খালে। ইয়াৰ পিচত ছুলতানে ভায়েকক গোপন কক্ষলৈ নৈ গৈ যোৱা তিনিবছৰৰ সকলো কথা ভাঙি-পাতি ক'লে। ৱাজিৰৰ জীয়েক শহৰজাদৰ পৰা শুনা প্ৰবচন, নীতি-বচন, বুৰঞ্জীমূলক কাহিনী, ৰমনীয় কাহিনী, ব্যঙ্গাত্মক কথা, গল্প, আখ্যান, বুৰঞ্জীৰ বৃত্তান্ত, বিলাপ-গীতি আৰু অন্যান্য কাব্যৰ কথাও ক'লে। ছুলতান শ্বাহ জামানে এইবোৰ কথা শুনি আচৰিত হৈ কলে—"মই যদি তেওঁৰ ভনীয়েকক বিয়া কৰাওঁ, তেন্তে আমাৰ দুয়োজন সহোদৰ ভাই-ককাইৰ লগত দুয়ো-জনী সহোদৰা বাই-ভনীৰ বিয়া হ'ব। মোৰ জীৱনত ঘটা দুৰ্যোগেই আপোনাৰ জীৱনৰ দুৰ্যোগটো ধৰা পেলাই দিলে। যোৱা তিনিবছৰে কোনো নাৰীয়ে মোৰ অন্তৰ জয় কৰিব পৰা নাই। মই প্ৰতি নিশা মোৰ ৰাজ্যৰ একোজনী গাভৰুৰ লগত সহবাস কৰি পিচদিনা ৰাতিপুৱাই বধ কৰাওঁ। কিন্তু এতিয়া মই দুনীয়া-জাদক বিয়া কৰিবলৈ ইচ্ছা কৰিছোঁ।"

ভায়েকৰ কথা শুনি ছুলতান শাৰিয়াৰে বৰ সন্তোষ পালে। তেওঁ উঠি গৈ শহৰজাদক ভায়েকে কোৱা কথাখিনি জনালে। তেতিয়া শহৰদাজে ক'লে,—"জাহাপনা! বিয়া পাতিবলৈ হলে এটা চৰ্ত্ত আছে। তেওঁ আমাৰ লগতে থাকিব লাগিব। মুহূৰ্তৰ কাৰণেও ভনীজনী চকুৰ আঁৰ হোৱাটো মই সহিব নোৱাৰো। আমি দুয়ো একেলগে ডাঙৰ-দীঘল হৈছো। তেওঁ যদি এই কথাত মান্তি হয়, তেন্তে বিয়া হব।" ছুলতান শাৰিয়াৰে ভায়েকক সেই কথা জনালেগৈ। তেতিয়া

ভায়েকে ক'লে—"ময়ো মনতে সেই কথাকে ভাবিছিলো। আপোনাৰ কাষৰ পৰা মুহূৰ্তৰ কাৰণেও আঁতৰি যাবলৈ মোৰ মন নাই। ৰাজপাটৰ বাবে মোৰ আৰু স্পৃহা নাই। আল্লাই দেশ শাসন কৰিবৰ বাবে কিবা এটা দিহা উলিয়াই দিব বুলি কামনা কৰিছো।" ভায়েকৰ কথা শুনি ছুলতান শাৰিয়াৰে মনতঃৰং পালে। তেওঁ ক'লে—"ময়ো তাকেই বিচাৰিছো। আমাৰ পুনৰ মিলন ঘটোৱা বাবে আল্লাৰ চৰণত প্ৰণতি জনাইছো।" ইয়াৰ পিচত ছুলতানে কাজী, উলেমা, ডা-ডাঙৰীয়া আদিক মতাই আনিলে আৰু তেওঁলোকে দুয়োজন ককাই-ভাই আৰু বায়েক-ভনীয়েকৰ মাজত বিয়া-পাতি দিলে। বিয়া হৈ যোৱাৰ মূৰত দুয়োজন ছুলতানে উপস্থিত বাইজক পাটৰ আৰু মখমলৰ কাপোৰ দান কৰিলে। আকৌ নগৰত উৎসৱৰ তোলপাৰ লাগিল।

আমিৰ, ৱাজিৰ, নবাব, পাৰিষদ আদি সকলোকে নিজৰ নিজৰ ঘৰ সুসজ্জিত কৰি তুলিবলৈ ছুলতানে আদেশ দিলে। উৎসৱৰ ধুম-ধুপাল দেখি প্ৰজাৰ মনত ৰং লাগিল। ছুলতান শাৰিয়াৰে ছাগলী হালাল কৰাই ডাঙৰ ভোজ পাতিলে; ধনী-দুখীয়া সকলো লোকে কইনাৰ সন্মানাৰ্থে পতা ভোজ খালেহি। ছুলতানে দুখীয়া মানুহক ভিক্ষা দিলে; সকলোকে উপহাৰো দিলে। ইপিনে দাসীবোৰে কইনাৰ স্নানাগাৰ গোলাপজল, কস্তুৰী, চন্দন, ধূপ-ধুনাৰ গোন্ধেৰে ওপচাই পেলালে। সিহঁতে শহৰজাদ আৰু তেওঁৰ ভনীয়েক দুনীয়াজাদক গা ধুৱাই দিলে। স্নানাগাৰৰ পৰা ওলাই অহাৰ মূৰত তেওঁলোকে জাকজমক সাজপাৰ আৰু নানান গহনা পিন্ধিলে। শহৰজাদে পিন্ধা সাজটোত সোণ খটোৱা আছিল; চৰাই আৰু জীৱজন্তুৰ ছবিৰে কাপোৰত বুটা তোলা আছিল। বায়েক-ভনীয়েকে মুকুতাৰ বহুমূলীয়া সাতসৰী পিন্ধিলে; চকচকাই জিলিকি থকা মুকুতাবোৰে চকুত চাঁত মাৰি ধৰে। সাজপাৰ গহনা-পাতিয়ে তেওঁলোকৰ ৰূপত ৰহন চৰালে। দাসীবোৰে সোণৰ খুৰলিত ভৰাই মম জ্বলাই দিলে; পিচে জুইৰ পোহৰকো তেওঁলোকৰ ৰূপৰ জেউতিয়ে হাৰ মনালে। তৰোৱালৰ ধাৰ তিৰবিৰাই থকাদি চকুকেইটা তিৰবিৰাবলৈ ধৰিলে। বৈ পৰা চেলাউৰিয়ে মন মুহি নিয়ে। গালকেইখন গোলাপী; ডিঙি আৰু লাহী গাটোৰ গঢ় বৰ শুৱনী; চকুৰ চাৱনিও ভেলেঙীৰ লেখিয়া। দাসীবোৰে তেওঁলোকৰ সমুখত বাদ্যযন্ত্ৰ লৈ গীত জুৰিলে। ইয়াৰ পিচত দুয়োজন ছুলতান স্নানাগাৰত সোমালহি। গা ধুই উঠাৰ পিচত তেওঁলোক মণি-মুকুতা খটোৱা আসনত বহিল। তেনেতে ৰূপৰ পোহাৰ মেলি হালিজালি দুয়ো বায়েক-ভনীয়েক তেওঁলোকৰ সমুখত উপস্থিত হ'লহি। ৰঙা সাজ এটা



পিন্ধাই পোনতে শহৰজাদক ছুলতানৰ সমুখলৈ অনা হৈছিল; ছুলতান শাৰিয়াৰে থিয় দি তেওঁৰ পিনে চাবলৈ ধৰিলে। তেওঁ ৰূপ দেখি সকলো অবাক হ'ল; এজনে তেওঁৰ ৰূপৰ প্ৰকৃত বৰ্ণনা দিলে এইবুলি :

ৰাশিকৃত বালুকাৰ বুকুত যেন সূৰ্যৰ উদয়
ৰক্তিম বসনা সেই নাৰীৰ ৰূপত ;
যাৰ অধৰৰ মধুকণাই নিঃশেষ কৰিলে
মোৰ প্ৰাণৰ পিপাসা
যাৰ ৰক্তিম গালৰ মাধুৰীয়ে শীতল কৰিলে
মোৰ বুকুৰ অগণি।

দাসীবোৰে দুনীয়াজানক নীলা ৰঙৰ সাজ এটা পিন্ধালে; পূৰ্ণিমাৰ জোনৰ দৰে তেওঁৰ জেউতি চৰি গ'ল। সেই সাজ পিন্ধাই তেওঁক ছুলতান শ্বাহ জামানৰ আগলৈ অনা হ'ল। তেওঁক দেখি শ্বাহ জামান প্ৰণয়াবদ্ধ হৈ পৰিল। দুনীয়াজাদৰ ৰূপ দেখি এজনে তাৰে বৰ্ণনা দিলে এইবুলি :

তেওঁ আহি দেখা দিলে নীলিম সাজেৰে
আকশাৰ নীল আচলৰ দৰে ৰঙৰ পোহাৰ মেলি ;
মোৰ সমুখত প্ৰতিভাত হ'ল এটি দৃশ্য অপৰূপ
শীতৰ কুঁৱলি কালি বসন্তৰ জোনেহে যেন মাৰিছে ভুমুকি।

ইয়াৰ পিচত দাসীবোৰে শহৰজাদক আন এটা অপৰূপ সাজ পিন্ধালে; চুলিকোচাৰে মুখখন ঢাকি দিলে; কাষৰ চুলি কেইডাল হালিজালি থাকিল। তেওঁৰ এই ৰূপ দেখি এজনে বৰ্ণনা দিলে :

প্ৰণমো তেওঁক ! বৈ পৰা অলকে যাৰ দুগাল চুমিছে
ৰূপৰ নিষ্ঠুৰ চমকে যাৰ অন্তৰ হানিলে মোৰ :
মই ক'লো—"এয়ে নেকি নিশাৰ বুকুত থকা আবৃতা পুৰতি?
তেওঁ ক'লে—"নহয়, বঞ্চিতা ৰজনীত মই মাথো জোনাক আৱৰো।"

ইয়াৰ পিচত দাসীবোৰে দুনীয়াজাদক যথাক্ৰমে দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ সাজটো পিন্ধাই সমাজৰ আগলৈ আনিলে। পূব আকাশত ভুমুকি মৰা বেলিৰ দৰে ৰূপৰ পোহাৰ মেলা দেখি তাৰে বৰ্ণনা দিয়া হ'ল এইবুলি :

সূৰ্য্যৰ সৌন্দৰ্য ঢালি তেওঁ হ'ল প্ৰতিভাত
তেওঁৰ লাজুকী ৰূপৰ আগত ম্লান হ'ল সকলো সৌন্দৰ্য ;

নতজানু হৈ পুৰুষে মাগিলে মাত্ৰ এধানি কৰুণা আৰু এটি হাঁহি
কিন্তু হায়! ডাৱৰৰ বসন পিন্ধি সূৰুযে ঢাকিলে নিজক।

ইয়াৰ পিচত যথাক্ৰমে তৃতীয়, চতুৰ্থ আৰু পঞ্চম সাজটো পিন্ধাই শহৰজাদক সমাজৰ মাজলৈ অনা হ'ল। তৃষ্ণাতুৰ ভেলেঙীৰ দৰে কমনীয় লয়লাসে তেওঁক অহা দেখি এনে যেন লাগিছিল :

ৰূপালী নিশাৰ পূৰ্ণচন্দ্ৰৰ দৰে তেওঁ কৰিছে গমন
লাহী কঁকালত কুহকী মায়াৰ মাদকতা সানি ;
যাৰ চাৱনিয়ে মানৱৰ হিয়াত তোলে প্লাৱন,
যাৰ বঙ্কিম গালত ঠেকা খাই পোহৰ বিয়পি পৰে,
উৰুত নাচিছে যাৰ ক'লা চুলি টাৰি ;
কিন্তু সাৱধান! সৰ্পিল চুলিয়ে কৰে তক্ষক-দংশন!
তেওঁৰ সুকোমল বক্ষস্থলে অন্তৰ কাঢ়ি নিয়ে
দৃষ্টিৰ আঁৰৰ পৰা তোলে মাথো মধুৰ কঁপনি ;
বসন বিবিড়ি অহা ৰূপৰ জ্যোতিয়ে
দূৰৰ লক্ষ্যকো ভেদ কৰে তীক্ষ্ণ শৰ হানি।

ইয়াৰ পিচত দুনীয়াজাদক পঞ্চম আৰু ষষ্ঠ সাজটো পিন্ধোৱা হ'ল। সেউজীয়া সাজটো পিন্ধি তেওঁ ত্ৰিভুৱনৰ সকলো সৌন্দৰ্যকে হাৰ মনালে ; তেওঁৰ মুখৰ জেউতিয়ে পূৰ্ণিমাৰ জোনকো নিষ্প্ৰভ কৰি তুলিলে। তেতিয়া কবিয়ে কবিতাৰ মাজত সেই ৰূপক ধৰি ৰাখিব খুজিলে :

অপৰূপ সাজেৰে মোহৰ জাল মেলা ৰূপহী গাভৰু
যাৰ বসনৰ জেউতি কণাৰে সূৰুযেও প্ৰসাদ লভিলে ;
সেউজীয়া সাজ পিন্ধি তেওঁ দেখা দিলে আমাৰ আগত
পাতৰ আঁৰত থকা ফলৰ দৰে অৱগুন্ঠিতা হৈ।
"এয়া কি বসন তোমাৰ?"—তেওঁক সোধঃ হ'ল
কুহকী অৰ্থেৰে তেওঁ দিলে সমিধান :
"এয়ে হ'ল মোহিনী-বসন—মানুহৰ হিয়া চুৰমাৰ কৰা।"

তাৰ পিচত শহৰজাদক যথাক্ৰমে ৬ষ্ঠ আৰু ৭ম সাজ পিন্ধাই তেওঁলোকৰ আগলৈ অনা হ'ল। তেওঁৰ কটাক্ষই সকলোকে মোহাচ্ছন্ন কৰি তুলিলে। শৰীৰৰ উঠন ভাগৰ কঁপনি তুলি তেওঁ আগবাঢ়ি গৈ ছুলতান শাৰিয়াৰৰ আগত থিয় হ'ল।



সেইদৰে তেওঁৰ ভনীয়েক দুনীয়াজাদকো অনা হ'ল। কইনা দেখুওৱা হ'লত ছুলতানে উপস্থিত সকলো লোককে কাপোৰ একোসাজ দি মান ধৰিলে. তাৰ পিচত কইনাক নিজৰ নিজৰ কক্ষলৈ পঠাই দিয়া হ'ল। শেষত শহৰজাদক ছুলতান শাৰিয়াৰৰ ওচৰলৈ আৰু দুনীয়াজাদক ছুলতান শ্বাহজামানৰ ওচৰলৈ নিয়া হ'ল।

পিচ দিনা ৰাতিপুৱা ৱাজিৰে আহি দুয়োজন ছুলতানক সেৱা জনালে। তেতিয়া দুয়ো তেওঁক নানান বয়বস্তু দান কৰিলে। ইয়াৰ পিচত দুয়ো গৈ ৰাজ সিংহাসনত আৰোহন কৰিলে ; ৱাজিৰ, আমীৰ, ডা-ডাঙৰীয়া আদি সকলো-আহি ৰাজসভাত উপস্থিত হ'ল। ছুলতান শাৰিয়াৰে তেওঁলোকৰ সকলোকে কাপোৰ আৰু ধন-সোণ উপহাৰ দিলে আৰু তেওঁলোকেও ছুলতান আৰু ভায়েকক দীৰ্ঘ-জীৱনৰ বাবে প্ৰাৰ্থনা জনালে। ইয়াৰ পিচত দুয়োজন ছুলতানে পৰামৰ্শ কৰি শহুৰেক ৱাজিৰক সমৰখণ্ডত ৰাজ প্ৰতিনিধিৰূপে নিয়োগ কৰিলে আৰু তেওঁৰ অধীনত কাম কৰিবৰ বাবে পাচ জন মুখ্য আমীৰক তেওঁৰ লগত দিলে। ৱাজিৰে তেতিয়া তেওঁলোকৰ দীৰ্ঘ জীৱন কামনা কৰি জীয়েকহঁতক লগ ধৰিবৰ বাবে গ'ল। জীয়েকহঁতৰ পৰা বিদায় লৈ তেওঁ সমৰখণ্ডলৈ বুলি যাত্ৰা কৰিলে ; মাজ বাটতে তাৰ প্ৰজাসকলে আহি তেওঁক আদৰণি জনালে। তেওঁ নগৰ সোমোৱাৰ মূৰত গোটেই নগৰখন সুসজ্জিত কৰি তোলা হ'ল। তেওঁ ৰাজ সিংহাসনত বহাত সমৰখণ্ডৰ ৱাজিৰ, আমীৰ, ডা-ডাঙৰীয়া আদিয়ে আনুগত্য প্ৰকাশ কৰিলে।

ইপিনে শহুৰেক সমৰখণ্ডলৈ যোৱাৰ পিচত ছুলতান শাৰিয়াৰে ধুম-ধুপাল লগাই ভোজ এটা পাতি ৰাজ্যৰ সকলো ডা-ডাঙৰীয়াকে নিমন্ত্ৰণ জনালে। তেওঁলোকক মান ধৰা সাজ আৰু উপহাৰ আদি দিয়াৰ মূৰত ছুলতানে তেওঁলোকক সাক্ষী ৰাখি নিজৰ ৰাজ্যখন ভায়েক আৰু তেওঁৰ মাজত ভাগ কৰি ল'লে। তাকে কৰাত সকলো ৰাইজে ৰং পালে। নিতৌ সলনা-সলনি কৰি দুয়োজন ছুলতানে দেশ শাসন কৰিবলৈ ধৰিলে। তেওঁলোকৰ মাজত সম্ভাৱ অটুট থাকিল ; ইপিনে দুয়ো গৰাকী ৰাণীয়ে মিলিজুলি থাকি আল্লাৰ নাম লৈ দিন কটালে। ছুলতানৰ মঙ্গল কামনা কৰি মোল্লাসকলে মছজিদত প্ৰাৰ্থনা জনালে। তেওঁলোকৰ কথা সকলোতে ৰাষ্ট্ৰ হৈ পৰিল। ভ্ৰমণকাৰীসকলৰ পৰা নানা দেশৰ মানুহে তেওঁলোকৰ কথা গম পালে।

যথাসময়ত ছুলতান শাৰিয়াৰে বুৰঞ্জীলিখক আৰু কাকতীসকলক এইবুলি আদেশ দিলে যে তেওঁৰ ৰাণীৰ সকলো ঘটনাৰ কথা লিপিবদ্ধ কৰি থব লাগে।

তেওঁলোকে সেইমতে লিখি তাৰ নাম থ'লে—'এহেজাৰ এনিশাৰ সাধু।' কিতাপ-খনৰ ভেৰকুৰিটা খণ্ড হ'ল। ছুলতানে এইবোৰ ৰাজভৰালত থৈ দিলে।

দুয়োজন ককাকই-ভাই তেওঁলোকৰ পৰিবাৰ সহ সুখে-সন্তোষে থাকিল, আল্লাই তেওঁলোকৰ মনৰ সন্তাপ দূৰ কৰি তেওঁলোকক সুখ দান কৰিলে। এইদৰে কাল যাপন কৰাৰ মূৰত তেওঁলোকৰ মৃত্যু হ'ল। কালৰ বিধি মতে তেওঁলোকৰ ৰাজ কাৰেং ভহি-খহি গ'ল। তেওঁলোকৰ ধন-সম্পদো আন ছুলতানসকলে ভোগ কৰিলে।

পৰৱৰ্তী কালত এজন জ্ঞানী, ন্যায়পৰায়ণ আৰু সৰ্বগুণাকৰ ছুলতানে ৰাজত্ব কৰিছিল। সাধু, আখ্যান আৰু বিশেষকৈ ছুলতান আদিৰ কাৰ্যাৱলীৰ বিৱৰণী সম্বলিত বুৰঞ্জীৰ প্ৰতি তেওঁৰ বিশেষ ৰাপ আছিল। ৩০টা খণ্ড জুৰি থকা এই আচৰিত গল্প আৰু বিস্ময়কৰ বুৰঞ্জীমূলক বিৱৰণ থকা কিতাপবোৰ থকা তেওঁ দেখিবলৈ পালে। তেতিয়া তেওঁ এখন এখনকৈ প্ৰত্যেকখন কিতাপ পঢ়িবলৈ ল'লে; ইখনতকৈ সিখন কিতাপ অধিক বিস্ময়কৰ আৰু আনন্দদায়ক হোৱা বাবে তেওঁ সকলোবোৰ কিতাপ পঢ়ি শেষ কৰিলে। ইয়াৰ বৰ্ণনা, সংলাপ, বিচিত্ৰ চৰিত্ৰসমূহ, আখ্যান, নীতিমূলক ঘটনা, পুৰণি কথাৰ বিৱৰণী ইত্যাদি বোৰৰ বিষয়ে তেওঁ প্ৰশংসাত পঞ্চমুখ হৈ উঠিল। এই কিতাপবোৰ নকল কৰি সকলো দেশতে প্ৰচাৰ কৰিবলৈ তেওঁ আদেশ দিলে। এইদৰে এইবোৰ কথা সকলোতে জনাজাত হৈ পৰিল আৰু মানুহে তাকে 'এহেজাৰ এনিশাৰ বিস্ময়-কাহিনী' বুলি কবলৈ ধৰিলে। আমাৰ মাজতো এই কিতাপখন অহাৰ আতিগুৰি এয়ে।

সেইদেখি কালৰ গতিয়ে যাৰ একো ক্ষতি সাধিব নোৱাৰে, ভাগ্যই যাৰ ওপৰত একো প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে, যি সকলোৰে প্ৰতি সমান মহিমাৰ ওচৰত মূৰ দোঁৱাইছো। যাৰ হাতত আমি চকুৰে চায়—সেই সৰ্বগুণাকৰ আল্লাৰ ওচৰত আজি জনাবলৈ পাইছো, আল্লাৰ সৃষ্টিৰ সজ জীৱনৰ বাবে আল্লাৰ ওচৰত মূৰ দোঁৱাইছো। সেই মুখ্যলোক হজৰত মহম্মদৰ ওচৰতো মূৰ দোঁৱাইছো।